গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ স্নাতক মহলাৰ পাঠ্যক্ৰমৰ ভিত্তিত প্ৰস্তুত ।

---

# শৈক্ষিক ৰচনা সমূহ

## ( Educational Essays )


ড০ বীৰেন্দ্ৰ ডেকা এম. এ. পি. এইচ. ডি.

N.C.E.R.T. ৰাজ্যিক পুৰস্কাৰ প্ৰাপ্ত অধ্যাপক

মহেন্দ্ৰ নাৰায়ণ চৌধুৰী বালিকা মহাবিদ্যালয়

প্ৰাক্তন অধ্যাপক

বৰভাগ মহাবিদ্যালয়, লক্ষীমপুৰ বালিকা মহাবিদ্যালয়, বাপুজী মহাবিদ্যালয়, লক্ষীমপুৰ স্নাতকোত্তৰ প্ৰশিক্ষণ মহাবিদ্যালয় আৰু অংশকালীন অধ্যাপক, নলবাৰী শিক্ষণ মহাবিদ্যালয় ।



কিতাপ ঘৰ

নলবাৰী

**'Saikhik Rasana Samuh'** (Educational Essays) written for three Year Degree Couse of Gauhati University and Dibrugarh University written by Dr. Brrendra Deka, Mahendra Narayan Chowdhury Balika Mahavidyalaya Nalbari. Published by Sri Debendra Nath Das on behalf of Kitap Ghar Kitap Nalbari, Assam. Price Rs 60.00 only

---

প্ৰকাশক : শ্ৰীদেবেন্দ্ৰ নাথ দাস
কিতাপ ঘৰ
নলবাৰী : অসম

প্ৰথম সংস্কৰণ : মাৰ্চ ১৯৯৩
দ্বিতীয় সংস্কৰণ : ১৯৯৬ (পৰিবৰ্দ্ধিত আৰু সংশোধিত)

মূল্য : ৬০.০০ টকা মাথোন

মুদ্ৰন :
ডি. টি. পি. টাইপ ছেটিং, প্ৰিণ্ট'কম
কালাপাহাৰ, পাহাৰতলী
গুৱাহাটী-১৬



# উচৰ্গা

মোৰ জন্মদাতা পিতৃ শ্ৰীযুত বিদ্যাধৰ ডেকা আৰু মোৰ জন্মদাতৃ মাতৃ শ্ৰীযুত আহলতা ডেকাৰ নামত এই সামান্য পুথিখনি উচৰ্গা কৰিলো ।

পুত্ৰ

'ধীৰেন'

# অৱতৰণিকা

'শৈক্ষিক ৰচনা সমূহ' নামৰ পুথিখনি গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ স্নাতক মহলাৰ শিক্ষাবিষয়ৰ 'প্ৰধান' আৰু 'সাধাৰণ' পৰ্য্যায়ৰ শিক্ষাৰ্থীসকলৰ বাবে প্ৰস্তুত কৰা হৈছে। ইতিমধ্যে শিক্ষাবিষয়ৰ ওপৰত অসমীয়া ভাষাত বহুতো পুথি প্ৰণয়ন হৈ ওলাইছে। শৈক্ষিক ৰচনাৰ বিষয়ে কোনো নিৰ্দিষ্ট পুথি নোপোৱাত শিক্ষাৰ্থীসকল অসুবিধাৰ সন্মুখীন হোৱা পৰিলক্ষিত হৈছে। সেই দিশলৈ লক্ষ্য কৰি প্ৰয়োজনীয় শৈক্ষিক ৰচনা এই পুথিখনিত সন্নিবিষ্ট কৰা হৈছে। ৰচনাসমূহৰ প্ৰত্যেকখনকে সৰ্ব্বাঙ্গ সুন্দৰ কৰি তুলিবলৈ বিচাৰিছো যদিও কোনোবাখিনিত ত্ৰুটি ৰৈ যাব পাৰে। আশাকৰো সহৃদয় পাঠক পাঠিকা অধ্যাপক অধ্যাপিকা আৰু মোৰ মৰমৰ ছাত্ৰ-ছাত্ৰী সকলে সেই ত্ৰুটিখিনি আঙুলিয়াই দি মোক উৎসাহিত কৰিব। শিক্ষামূলক ৰচনাৰ সংখ্যা অধিক সেয়েহে ভৱিষ্যতে আন কেইবাখনো ৰচনা সংযোগ কৰাৰ মানস কৰি থৈছো। এই পুথিখনি মোৰ প্ৰচেষ্টাৰ দ্বিতীয় ফলশ্ৰুতি। প্ৰকৃততে পুথিখনিৰ নাম আছিল 'মহান শিক্ষাবিদ আৰু শৈক্ষিক ৰচনা সমূহ'। কিন্তু শিক্ষাৰ্থীসকলৰ চাহিদালৈ লক্ষ্য কৰি দ্বিতীয় খণ্ডটোহে কিতাপ আকাৰে সোনকালে উলিয়াবলৈ চেষ্টা কৰিলো। সম্পূৰ্ণ পুথিখনিও সোনকালে ছপাকৰি উলিওৱাৰ যত্নত আছো। মোৰ প্ৰথমখন পুথি স্নাতকমহলাৰ শিক্ষাতত্বই পঢ়ুৱৈ সমাজৰ পৰা যথেষ্ট সমাদৰ লাভ কৰাত অনুপ্ৰাণিত হৈ এই পুথিখনি প্ৰস্তুত কৰি উলিয়ালো। আশাকৰো এইখন পুথিয়েও সমাদৰ লাভ কৰিব। পুথিখন প্ৰস্তুত কৰোতে বহুতো গ্ৰন্থকাৰৰ মূল গ্ৰন্থৰ সহায় লোৱা হৈছে। সেই মহান গ্ৰন্থকাৰ সকলৰ ওচৰত কৃতজ্ঞ হৈ ৰলো। কিতাপখন প্ৰস্তুত কৰোতে নানাজনে নানাধৰণৰ সজ উপদেশ দিছিল। তেখেতসকললৈও কৃতজ্ঞতা যাছিলো। পুথিখনিৰ। প্ৰত্যেক অধ্যায়ৰ লগতে সম্ভাব্য প্ৰশ্নসমূহ উল্লেখ কৰা হৈছে। পুথিখনিয়ে নিশ্চয় শিক্ষাৰ্থীসকলক সৰ্ব্বাতো প্ৰকাৰে সহায় কৰিব।

কিতাপখন প্ৰস্তুত কৰিবলৈ মোৰ বন্ধুবৰ কিতাপ ঘৰৰ স্বত্বাধিকাৰী শ্ৰীদেৱেন্দ্ৰ নাথ দাস দেৱে যোগোৱা উৎসাহ আৰু ছপোৱাৰ দায়িত্ব লোৱাৰ বাবে তেখেতৰ ওচৰত চিৰকৃতজ্ঞ হৈ ৰলো। এই চেগতে উপচন্স প্ৰিণ্টাৰ্চৰ কৰ্মচাৰী আৰু স্বত্বাধিকাৰী শ্ৰীৰবীন পাটগিৰী দেৱলৈও কৃতজ্ঞতা ৰাখিলো।

বস্তি বিদ্যামন্দিৰ
বৰকুৰিহা-৭৮১৩৪৮, নলবাৰী
৫/২/৯৩

ড° বীৰেন্দ্ৰ ডেকা

# দ্বিতীয় সংস্কৰণ
## ( পৰিবৰ্ধিত আৰু পৰিশোধিত )

শৈক্ষিক ৰচনাসমূহ নামৰ পুথিখনিৰ দ্বিতীয় সংস্কৰণ পৰিবৰ্ধিত আৰু পৰিশোধিত কৰি উলিওৱা হ'ল। প্ৰথম সংস্কৰণৰ ৰচনাখিনিৰ লগত আন আন প্ৰয়োজনীয় কেইখনমান ৰচনা সংযোগ কৰি পৰিবৰ্ধিত কৰা হ'ল। প্ৰথম সংস্কৰণৰ চকুত পৰা ভুলখিনি পৰিশোধন কৰিবলৈ যত্নপৰ হৈছো। আশাকৰো দ্বিতীয় সংস্কৰণটো অধিক ফলপ্ৰসু হব।

বস্তিবিদ্যামন্দিৰ
ৰৰকুৰিহা- ৭৮১৩৪৮
নলবাৰী

ড° বীৰেন্দ্ৰ ডেকা

# সূচীপত্ৰ

## শৈক্ষিক ৰচনা সমূহ

## ( Educational Essays )

# প্ৰথম অধ্যায়

## বাধ্যতামূলক প্ৰাথমিক শিক্ষা বা সাৰ্বজনীন প্ৰাথমিক শিক্ষা (Compulsory Primary Education or Univers lisation of Primary Education)

### প্ৰস্তাৱনা (Introduction)

অতীতৰ শিক্ষা ব্যৱস্থাত ৰাষ্ট্ৰৰ কোনো দায়িত্ব নাছিল । ঘৰুৱা পৰিবেশত একোজন গুৰুৰ তত্বাৱধানত শিক্ষাৰ্থীসকলে শিক্ষা লাভ কৰিছিল । বৰ্ত্তমান সমাজত শিক্ষাৰ দায়িত্ব ৰাষ্ট্ৰসমূহৰ ওপৰত ন্যস্ত হ'ল । ৰাষ্ট্ৰসমূহে সকলো নাগৰিককে শিক্ষা দিয়াৰ দায়িত্ব নিজে বহন কৰিলে । এইদৰে প্ৰাথমিক শিক্ষা ব্যৱস্থা ক্ৰমান্বয়ে বাধ্যতামূলক হৈ পৰিল । প্ৰকৃততে বাধ্যতামূলক প্ৰাথমিক শিক্ষাৰ অৰ্থ হ'ল কোনো এটা বয়সৰ ল'ৰা-ছোৱালীক প্ৰাথমিক বিদ্যালয়ত শিক্ষা লাভ কৰিবলৈ আইনৰ মাধ্যমেৰে বাধ্য কৰোৱা ব্যৱস্থা । এনে ধৰণৰ শিক্ষাৰ বাবে শিক্ষাৰ্থীসকলে কোনো ধৰণৰ মাচুল দিব নালাগে । বাধ্যতামূলক অথবা সাৰ্বজনীন প্ৰাথমিক শিক্ষা হ'ল বিনামূলীয়া ।

মানৱ জীৱনৰ দ্বিতীয় শিক্ষাৰ স্তৰটো হ'ল প্ৰাথমিক শিক্ষাৰ স্তৰ । এই শিক্ষা আৰম্ভ হয় ৬ বছৰৰ পৰা । ইয়াৰ অন্ত পৰে ১১-১২ বছৰত । শৈশৱ কালৰ শেষছোৱা এই শিক্ষাৰ প্ৰকৃত সময় বুলি ধৰা হয় । এই সময়ছোৱাত শিশুসকলৰ শাৰীৰিক তথা মানসিক পৰিবৰ্ত্তন অধিকতৰ হয় । এই সময়ছোৱাত বাধ্যতামূলক ভাবে প্ৰাথমিক শিক্ষা দিয়াৰ দিহা কৰা হৈছে । বিভিন্ন দেশত প্ৰাথমিক শিক্ষাক বিভিন্ন ধৰণে প্ৰসাৰিত কৰিবলৈ বিচৰা হৈছে । আগশাৰীৰ দেশবোৰে ১৪ বছৰ বয়সলৈ প্ৰাথমিক শিক্ষাৰ সময় বুলি গণ্য কৰে আৰু প্ৰাথমিক শিক্ষা বাধ্যতামূলক ভাবে দিয়াৰ ব্যৱস্থা কৰে । প্ৰাথমিক শিক্ষাক অতীতত সাধাৰণ শিক্ষা হিচাপে ধৰি লোৱা হৈছিল । সময়ৰ সোঁতত ইয়াক সকলোৱে ল'বলগীয়া এটা ব্যৱস্থা হিচাপে পৰিগণিত হ'ল । লিখা পঢ়া আৰু অংক কৰা সাধাৰণ নিয়মসমূহ শিকোৱাটো শিক্ষা ব্যৱস্থাৰ প্ৰধান উদ্দেশ্য আছিল । আধুনিক ভাবধাৰাত প্ৰাথমিক শিক্ষাৰ ওপৰত গুৰুত্ব আৰোপ কৰি সাৰ্বজনীন কৰি তোলাৰ প্ৰচেষ্টা চলোৱা হৈছে । প্ৰাথমিক শিক্ষাক শিশুকেন্দ্ৰিক শিক্ষা হিচাবে পৰিগণিত কৰাৰ ব্যৱস্থা কৰা হৈছে । প্ৰাথমিক শিক্ষাৰ মূল ভেটি সুদৃঢ় কৰাৰ বাবে শিক্ষা পৰিকল্পনা সমূহত নানা ধৰণৰ জল্পনা কল্পনা কৰা পৰিলক্ষিত হৈছে । প্ৰাথমিক শিক্ষা ব্যৱস্থাৰ দ্বাৰা মূল ভেটি সুদৃঢ় কৰি তুলিবলৈ হ'লে ইয়াক সকলোৱে উপযোগী কৰি তুলিব লাগিব ।

### প্ৰাথমিক শিক্ষাৰ লক্ষ্য (Aims of Primary Education)

প্ৰাথমিক শিক্ষাক সাৰ্বজনীন কৰি তোলাৰ মূলতে প্ৰাথমিক শিক্ষাৰ মূল লক্ষ্য কেইটিমান বিশেষভাবে উল্লেখযোগ্য । সেইবোৰ হ'ল -

১। মানসিক শক্তিসমূহৰ পূৰ্ণবিকাশ সাধন কৰাটো প্ৰাথমিক শিক্ষাৰ মূল লক্ষ্য। এই সময়ছোৱাৰ ভিতৰত শিশুসকলৰ মানসিক শক্তিৰ অৱস্থা পৈণত হ'বলৈ ধৰে। শিশুৱে সদায় নতুন নতুন বস্তুৰ প্ৰতি আগ্ৰহান্বিত হয় আৰু সেই আগ্ৰহৰ মাধ্যমেৰে শিশুসকলক শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগে। শিশুৰ বিচাৰ-বুদ্ধি, তুলনা কৰা শক্তি, সম্বন্ধ নিৰ্ণয় কৰা আৰু সৃজনীমূলক কল্পনা আদিৰ দৰে মানসিক প্ৰক্ৰিয়া এই সময়ছোৱাত বিকশিত হ'বলৈ ধৰে।

২। প্ৰাথমিক শিক্ষাৰ সময়ছোৱাত শিশুৰ শাৰীৰিক বিকাশো দ্ৰুততৰ হয়। অংগ প্ৰত্যঙ্গসমূহ বিকাশ হোৱাৰ লগে লগে আন আন অংশ যেনে ইন্দ্ৰিয়সমূহ, মাংসপেশী, অস্থি, গ্ৰন্থি আদি সমভাবে বিকাশ লাভ কৰে। এই ক্ষেত্ৰত অভিভাৱক সকলে সম্পূৰ্ণ নজৰ দিয়াটো প্ৰয়োজন। সেই উদ্দেশ্যেৰে এই সময়ছোৱাত নানা ধৰণৰ শাৰীৰিক ব্যায়াম, খেল ধেমালি আৰু আন আন বহিঃ পাঠ্যক্ৰমৰ কাৰ্যসূচীৰ অংশ গ্ৰহণত শিশুক আগ্ৰহী কৰি তুলিব লাগে।

৩। এই সময়ছোৱাত গুৰুত্ব দিবলগীয়া আন এটা মূল বিষয় হ'ল সুঅভ্যাস গঠন কৰাৰ শিক্ষা দিয়া। বিভিন্ন ধৰণৰ কাম সমূহ কৰি থকাৰ ফলত মানুহৰ সেই কামসমূহ কৰাটো অভ্যাসত পৰিণত হয়। সেয়েহে সুঅভ্যাস গঠন কৰাৰ বাবে প্ৰাথমিক শিক্ষাৰ কালছোৱাত শিশুসকলক আগ্ৰহী কৰি তোলাৰ চেষ্টা কৰিব লাগিব। ডাঙৰক সন্মান কৰা, সৰুবিলাকক মৰম চেনেহ কৰা, পৰিস্কাৰ পৰিছন্নতা, নিয়মানুবৰ্ত্তিতা আদিৰ দৰে ধাৰণাবোৰৰ অভ্যাস গঠন কৰাব লাগিব।

৪। প্ৰাথমিক শিক্ষাৰ কালছোৱাত শিশু সকলৰ মনত শক্তিশালী ব্যক্তিত্বৰ বীজ সিঁচি দিব লাগিব। শিশুসকলক সম্ভাৱনাসূচক বুলি ধৰা হয়। জন্মৰ লগতে কোনো ধৰণৰ ব্যক্তিত্বৰ ধাৰণা লগত লৈ নাহে। এই ধৰাৰ সংস্পৰ্শলৈ অহাৰ পিছতহে নানা ধৰণৰ অভিজ্ঞতা পাবলৈ সক্ষম হয়। এই অভিজ্ঞতা সমূহে যাতে শিশুৰ জীৱনত সুন্দৰভাবে প্ৰভাব পেলায় তাৰ প্ৰতি নজৰ ৰাখি উপযুক্ত শিক্ষা প্ৰণালী প্ৰস্তুত কৰিব লাগিব।

৫। ব্যক্তিত্ব গঠনৰ লগে লগে অন্য এটা গুৰুত্বপূৰ্ণ দিশ হ'ল শিশুসকলক সামাজিক ভাবে বিকশিত কৰা। সামাজিক লক্ষ্যৰ প্ৰতি শিশুসকলক সজাগ কৰি তোলাৰ প্ৰচেষ্টা চলাব লাগিব। সমাজখনৰ সকলো দিশৰ ধাৰণাৰ প্ৰতি তেওঁলোকক সজাগ কৰি তোলাৰ বাবে পিতৃমাতৃ অভিভাৱক আৰু বয়স্ক লোকসকলে প্ৰচেষ্টা চলাব লাগিব। এই ক্ষেত্ৰত বিদ্যালয়ৰ ভূমিকাও যথেষ্ট গুৰুত্বপূৰ্ণ। কাৰণ সহপাঠী সকলৰ লগতে শিক্ষক সকলৰ পৰা শিশুৱে যথেষ্ট শিকে। বিদ্যালয়খনক ক্ষুদ্ৰ সমাজ হিচাপে ধৰা হয়।

৬। প্ৰাথমিক শিক্ষাৰ শেষ তথা মূল লক্ষ্য হ'ল শিক্ষাৰ্থী সকলক মাধ্যমিক শিক্ষানুষ্ঠানৰ উপযুক্ত হোৱাকৈ সজাই গঢ়ি তোলা। বেছিভাগ শিশুৱে প্ৰাথমিক স্তৰতে শিক্ষা শেষ হোৱাৰ উপক্ৰম। ঘৰুৱা অসুবিধা আৰ্থিক অনাটন আদিৰ বাবে

শিশু বাধাপ্ৰাপ্ত হয় । এই বাধা বোধ কৰাৰ বাবে অভিভাবক সকল সজাগ হোৱাটো দৰ্কাৰ । মাধ্যমিক শিক্ষাৰ ভেটি স্থাপন প্ৰাথমিক স্তৰতে কৰা হয় । মাধ্যমিক বিদ্যালয়ৰ প্ৰায়বোৰ বিষয়ৰ আৰম্ভণি প্ৰাথমিক স্তৰতে কৰা হয় বাবে এই স্তৰৰ শিক্ষাত অধিক গুৰুত্ব দিয়াৰ প্ৰয়োজন । উপযুক্ত শিক্ষা পালেহে মাধ্যমিক স্তৰত তেওঁলোকৰ বিকাশ সম্ভৱপৰ হয় ।

## প্ৰাথমিক শিক্ষা বাধ্যতামূলক কৰাৰ প্ৰয়োজনীয়তা আৰু বৈশিষ্ট্যসমূহ (Necessity of Compulsory Primary Education and its characteristics)

বাধ্যতামূলক প্ৰাথমিক শিক্ষাৰ প্ৰয়োজন অতি গভীৰ । প্ৰাথমিক শিক্ষা নাগৰিক সকলক দিয়াটো ৰাষ্ট্ৰসমূহৰ এটি অত্যাৱশ্যকীয় কৰ্ত্তব্য । বাধ্যতামূলক ব্যৱস্থা নেথাকিলে কিছুমান অঞ্চলৰ ল'ৰা ছোৱালীয়ে বিদ্যালয়ৰ মুখেই নেদেখিলেহেঁতেন । ইয়াৰ উপৰিও বিভিন্ন কৰ্মক্ষেত্ৰত শিশু শ্ৰমিকৰ প্ৰয়োজন । সেই প্ৰয়োজনসমূহ পূৰাবলৈ যাওঁতে শিশুসকলক শিক্ষাৰ ক্ষেত্ৰৰ পৰা আঁতৰাই ৰাখিবলৈ বিচৰা হয় । ইয়াৰ ফলত আমাৰ সমাজত নিৰক্ষৰতাৰ প্ৰকোপৰ আজিও ওৰ পৰা নাই । নিৰক্ষতাৰ ওৰ পেলোৱাৰ উদ্দেশ্যেৰে প্ৰাথমিক শিক্ষাক বাধ্যতামূলক আৰু সাৰ্বজনীন কৰিবলৈ ব্যৱস্থা কৰা হয় । প্ৰাথমিক শিক্ষাৰ প্ৰয়োজনীয়তা তলত দিয়া ধৰণৰ ।

প্ৰথমতে — পোহৰ সন্ধানী নাগৰিক প্ৰস্তুত কৰাৰ প্ৰয়োজনীয়তা ।

দ্বিতীয়তে — প্ৰাথমিক শিক্ষাৰ দ্বাৰা গণতন্ত্ৰ জীয়াই ৰাখিবলৈ ভোটপত্ৰৰ জ্ঞান দিয়াৰ প্ৰয়োজনীয়তা ।

তৃতীয়তে — অন্ধবিশ্বাস আঁতৰাই সুস্থ সবল ধৰ্মীয় ধাৰণা জগাই তোলাৰ প্ৰয়োজনীয়তা ।

চতুৰ্থতে — প্ৰাথমিক শিক্ষা দিয়াৰ মাধ্যমেৰে জাতীয় বিকাশত সহায় কৰাৰ প্ৰয়োজনীয়তা ।

পঞ্চমতে — প্ৰাথমিক শিক্ষাৰ জৰিয়তে নাগৰিক সকলক স্বাস্থ্যৰ জ্ঞানদান কৰাৰ প্ৰয়োজনীয়তা ।

ষষ্ঠতে — অভিপ্ৰায়ৰ উদ্দেশ্য সাধনৰ অৰ্থে প্ৰাথমিক শিক্ষাৰ প্ৰয়োজনীয়তা ।

সপ্তমতে — নিৰক্ষৰতাৰ দৰে সামাজিক ব্যাধি আঁতৰোৱাৰ প্ৰয়োজনীয়তা ।

উল্লেখিত প্ৰয়োজনীয়তা সমূহ পূৰণ কৰিবলৈ হ'লে প্ৰাথমিক শিক্ষা সকলোকে দিব লাগিব । তেতিয়াহে ৰাষ্ট্ৰখনৰ সকলো দিশৰ উন্নতি হ'ব । প্ৰাথমিক শিক্ষা মানব জীৱনৰ সকলো শিক্ষাৰ ভেটি স্বৰূপ । এই শিক্ষা সুন্দৰ আৰু সুচাৰু ৰূপে দিব নোৱাৰিলে জীৱনৰ প্ৰকৃত উদ্দেশ্য ফলৱতী নহ'ব । প্ৰাথমিক বিদ্যালয়ৰ বৌদ্ধিক দিশত পাঠ্যক্ৰমৰ মূল বিষয়বস্তু হ'ল পঠন, লিখন আৰু প্ৰাৰম্ভিক গণিত । কিন্তু অকল এই দিশটোক ল'লেই আধুনিক শিক্ষা সম্প্ৰসাৰণ নহ'ব । এতিয়া শিক্ষাক প্ৰয়োগিক ভাবধাৰাৰেহে লোৱাটো প্ৰয়োজন; সেয়েহে শিক্ষাত নানাধৰণৰ বিষয়বস্তু

সন্নিবিষ্ট কৰাৰ ব্যৱস্থা কৰা হৈছে । প্ৰাথমিক শিক্ষাৰ মূল বৈশিষ্ট্য তিনিটা বুলি ধৰা দেখা যায় । সেই কেইটা হ'ল -

১। প্ৰাথমিক শিক্ষা অপৰিহাৰ্য কাৰণ এই শিক্ষা নহ'লেই নচলে ।
২। প্ৰাথমিক শিক্ষা সাৰ্বজনীন কাৰণ ই সকলোৰে বাবে প্ৰয়োজন ।
৩। প্ৰাথমিক শিক্ষা সাধাৰণধৰ্মী কাৰণ ইয়াৰ পাঠ্যক্ৰম মৌলিক ধৰণৰ ।

## বাধ্যতামূলক প্ৰাথমিক শিক্ষাৰ চমু ইতিহাস আৰু বিকাশৰ ধাৰা
**(Brief History of Compulsory Primary Education and its Trend of development) -**

অতীতৰ শিক্ষা ব্যৱস্থাত শিক্ষাৰ এটা নিৰ্দিষ্ট স্তৰ নাছিল । বৈদিকযুগ, ব্ৰাহ্মণিক শিক্ষা ব্যৱস্থা, বৌদ্ধিক শিক্ষা ব্যৱস্থাত শিক্ষাৰ প্ৰচলন বহল ভাবে হৈছিল যদিও স্তৰ ভিত্তিক শিক্ষা দিয়াৰ ব্যৱস্থা সেই সময়ত প্ৰচলন হোৱা নাছিল । শিক্ষা ব্যৱস্থাৰ মূল লক্ষ্য আছিল শিক্ষাৰ্থী সকলক পূৰ্ণাঙ্গ মানুহ ৰূপে গঢ়ি তোলা আৰু সমাজৰ উপযুক্ত সদস্য হিচাপে প্ৰস্তুত কৰি তোলা । গুৰু গৃহ, মন'ষ্টাৰী আৰু বিহাৰবোৰং ছাত্ৰসকলক যথাক্ৰমে ১২ আৰু ৮ বছৰত নাম ভৰ্ত্তি কৰোৱাৰ ব্যৱস্থা কৰা হৈছিল । সুদীৰ্ঘ ১২ বছৰকাল জীৱনৰ উপযোগীকৈ নানাধৰণৰ শিক্ষা দিয়া হৈছিল । মুছলমান ৰাজত্বকালত ইয়াৰ গতি সলনি হৈ গৈছিল যদিও সেই শিক্ষা ব্যৱস্থাৰ প্ৰচলন হৈয়ে আছিল । মুছলমান ৰজাসকলেও শিক্ষাৰ পোষকতা কৰিছিল আৰু প্ৰাথমিক শিক্ষাৰ ব্যৱস্থা কৰা বুলি উল্লেখ আছে । সাধাৰণতে 'মকতাব' নামৰ অনুষ্ঠানৰ প্ৰচলন কৰি প্ৰাথমিক শিক্ষা দিয়াৰ ব্যৱস্থা কৰিছিল ।

ভাৰতবৰ্ষৰ আধুনিক শিক্ষাৰ ইতিহাসত প্ৰাথমিক শিক্ষাৰ প্ৰচলন লিখা পঢ়া আৰু অংক কৰা প্ৰণালীৰে হৈছিল । ১৮১৩ চনৰ চাৰ্টাৰ আইনৰ পিছতহে কোম্পানীৰ উদ্যোগত মূল শিক্ষাৰ বাবে দিয়া একলাখ টকাৰ দ্বাৰা বছৰি শিক্ষা ব্যৱস্থা চলোৱাটো সম্ভৱ নহ'ব বুলিয়েই ভাৰতীয় মানুহৰ মাজত বিভেদৰ সূত্ৰপাত হয় । এই বিভেদক 'প্ৰাচ্য পাশ্চাত্যৰ বাদানুবাদ' নামে জনা যায় । এই বিবাদৰ কালছোৱাতে মেকলেৰ 'নিম্নমুখী পৰিস্ৰাৱন নীতি'ৰ (Downward Filtration Theory) দ্বাৰা সমাজৰ উচ্চশ্ৰেণীৰ লোকে প্ৰাথমিক শিক্ষা লাভ কৰিছিল আৰু তেওঁলোকে পিছত উচ্চশিক্ষাৰো সুবিধা পাইছিল । ১৮৫৪ চনৰ 'উদৰ ঘোষণা পত্ৰত' উল্লেখ কৰা শিক্ষা নীতিৰ দ্বাৰা শিক্ষাৰ ৰূপ বদলাই দিয়াৰ ব্যৱস্থা কৰা হয় । ইয়াৰ আগতে ১৮৩৮ চনত 'আডামে' তেওঁৰ এখন প্ৰতিবেদনত শিক্ষাক বাধ্যতামূলক কৰাৰ বাবে এখনি আঁচনি ডাঙি ধৰিছিল । ১৮৫২ চনত কেপ্টেইন উইংগেটে কৰ আদায় কৰাৰ বিনিময়ত বোম্বেত প্ৰাথমিক শিক্ষা বাধ্যতামূলকভাবে প্ৰদান কৰাৰ ব্যৱস্থা কৰাৰ কথা উল্লেখ কৰিছিল । আকৌ ১৮৫৮ চনত শিক্ষা পৰিদৰ্শক 'হোপ' চাহাবে প্ৰাথমিক শিক্ষা বাধ্যতামূলক কৰাৰ বাবে 'কৰ' আদায় কৰাৰ কথা গুজৰাট প্ৰদেশৰ প্ৰতিবেদনত উল্লেখ পোৱা যায় যদিও ইয়াৰ কোনো সুফল পোৱা নগ'ল ।

১৮৮২ চনত চৰকাৰে উইলিয়াম হাণ্টাৰৰ নেতৃত্বত গঠন কৰা 'ভাৰতীয় শিক্ষা আয়োগৰ' প্ৰতিবেদনত প্ৰাথমিক শিক্ষাৰ বিকাশৰ বাবে যথেষ্ট সংখ্যক পৰামৰ্শ আগবঢ়োৱা হৈছিল । এই আয়োগে প্ৰাথমিক শিক্ষা বিকাশ কৰাৰ অৰ্থে 'লোকেলবোৰ্ড' আৰু 'মিউনিচিপাল বোৰ্ড'ক দায়িত্ব অৰ্পণ কৰিছিল ।

ভাৰতবৰ্ষত জাতীয় জাগৰণৰ সূত্ৰপাত হোৱাৰ লগে লগে ১৮৮৫ চনত ভাৰতীয় জাতীয় কংগ্ৰেছ প্ৰতিষ্ঠিত হয় বোম্বেত । সেই সময়ত নেতাসকলে ভাবিছিল যে ভাৰতবৰ্ষৰ নিৰক্ষৰ জনসাধাৰণৰ মাজত প্ৰাথমিক শিক্ষাৰ ব্যৱস্থা কৰিব নোৱাৰিলে জাতীয় আন্দোলন আৰু ইংৰাজক অপসাৰণ কৰা সম্ভৱ নহ'ব । এইবিলাক কথা চিন্তা কৰিয়েই কেইবাগৰাকীও আগশাৰীৰ নেতাই প্ৰাথমিক শিক্ষা বিকাশৰ বাবে আন্দোলন চলালে । ১৯০৬ চনত এই সন্দৰ্ভত সমিতি গঠন কৰা হ'ল যদিও কোনো কামত নাহিল । ১৯১০ চনত গোপালকৃষ্ণ গোখলে ৰাজকীয় আইন সভাত উত্থাপন কৰিবলৈ এখন বিল প্ৰস্তুত কৰিলে । তেওঁ বিলখনত কৈছিল যে ৬-১০ বছৰ বয়সলৈ ল'ৰা-ছোৱালীৰ শিক্ষা বাধ্যতামূলক কৰিব লাগে । যিবিলাক ঠাইত প্ৰাথমিক শিক্ষা বাধ্যতামূলক হ'ব তাক নিৰ্ণয় কৰিব স্থানীয় কৰ্তৃপক্ষই । এই বিলখন ১৯১১ চনত ৰাজকীয় আইন সভাত ৩৮ আৰু ১৩ জনে দিয়া ভোটৰ ব্যৱধানত অগ্ৰাহ্য হ'ল । বোম্বেত ১৯১৭ চনত বিঠলভাই পেটেলে পৌৰসভাৰ অঞ্চল সমূহত প্ৰয়োগ হোৱাকৈ এখন বিল প্ৰস্তুত কৰিছিল । ১৯১৮ চনত ই এখন আইনত পৰিণত হৈছিল । ভাৰতবৰ্ষৰ প্ৰায় সকলো প্ৰদেশতে এনেকুৱা আইন প্ৰণয়ন হৈছিল যদিও কাৰ্যতঃ কোনো ফল পোৱা নগ'ল ।

প্ৰাথমিক শিক্ষাক কৰ্মমুখী কৰাৰ মানসেৰে মহাত্মা গান্ধীয়ে ১৯৩৭ চনত 'বুনিয়াদী শিক্ষা আঁচনি' এখন প্ৰস্তুত কৰি তোলে । এই আঁচনিমতে শিক্ষাক শিল্প কেন্দ্ৰিক কৰি দেশৰ কল্যাণ সাধন কৰাৰ প্ৰচেষ্টা চলোৱা হৈছিল । তেওঁৰ মতে হাতে কামে শিক্ষা লাভ কৰিলেহে ভবিষ্যত সুন্দৰ হ'ব, কাৰণ ভাৰতবৰ্ষৰ শিক্ষাৰ ধাৰা পশ্চিমীয়া হৈ পৰিছিল । কিন্তু ভাৰতবৰ্ষৰ মানুহে ইয়াক সহজভাবে নল'লে আৰু মহাত্মা গান্ধীৰ বুনিয়াদী শিক্ষা আঁচনি সামগ্ৰীকভাবে প্ৰচলন নহ'ল । ১৯৪৪ চনৰ চাৰ্জেণ্ট ৰিপোৰ্টত প্ৰাথমিক শিক্ষাক বিকাশ কৰাৰ ক্ষেত্ৰত মত পোষণ কৰা দেখা যায় । ১৯৩৭ চনৰ পৰা ১৯৪৭ চনলৈ ভাৰতবৰ্ষত প্ৰাথমিক শিক্ষাৰ অনুষ্ঠান যথেষ্ট বৃদ্ধি হৈছিল । ১৯৩৭ চনত মুঠ অনুষ্ঠান আছিল ১,৮৯,৬৩১ খন আৰু ১৯৪৬-৪৭ চনত মুঠ অনুষ্ঠান আছিল ১,৭২,৬৬১ খন । ইয়াৰ পৰা বুজা গ'ল শিক্ষাৰ বিকাশ বিশেষভাবে হোৱা নাছিল ।

ভাৰতবৰ্ষই ১৯৪৭ চনত স্বাধীনতা পালে । স্বাধীন চৰকাৰ গঠন হোৱাৰ লগে লগে শিক্ষাৰ দায়িত্ব চৰকাৰৰ হাতত পৰিল । স্বাধীন চৰকাৰৰ সংবিধানৰ ৪৫ দফাত বাধ্যতামূলক প্ৰাথমিক শিক্ষা ৬-১৪ বছৰলৈ সকলো শিশুকে দিয়াৰ কথা উল্লেখ কৰা হ'ল । প্ৰাথমিক শিক্ষা অন্ততঃ ভাৰতবৰ্ষৰ সকলো নাগৰিকে

যাতে পায় চৰকাৰৰ তৰফৰ পৰা সকলো প্ৰাদেশিক চৰকাৰলৈ নিৰ্দেশ দিয়া স্বত্বেও বহুতো অঞ্চলত আজিও প্ৰাথমিক শিক্ষা লাভৰ সোঁত বোৱাই নাই । সময়ে সময়ে নানা ধৰণৰ কমিটি গঠন কৰা হ'ল । 'আয়োগ' নিয়োগ কৰা হ'ল । আয়োগসমূহৰ প্ৰতিবেদনত প্ৰাথমিক শিক্ষাৰ উন্নতি কৰাৰ বাবে নানা ধৰণেৰে নিৰ্দেশ সন্নিবিষ্ট কৰিলে । ১৯৫৩-৫৪ চনৰ মাধ্যমিক শিক্ষা আয়োগৰ প্ৰতিবেদনত মাধ্যমিক শিক্ষাৰ সমস্যা আৰু সমাধানৰ ওপৰত গুৰুত্ব আৰোপ কৰাৰ লগতে প্ৰাথমিক শিক্ষাৰ বিকাশতো ইয়াৰ প্ৰভাৱ পৰিছিল । ১৯৬৪ চনত ভাৰতবৰ্ষৰ শিক্ষা সৰ্বাঙ্গীন বিকাশ কৰাৰ অৰ্থে চৰকাৰে ডঃ কোঠাৰীৰ নেতৃত্বত 'কোঠাৰী আয়োগ' গঠন কৰি দিলে । ১৯৬৬ চনত জাতীয় শিক্ষা আয়োগ হিচাবে এই আয়োগেও প্ৰাথমিক শিক্ষা সন্দৰ্ভত শক্তিশালী মত পোষণ কৰি কৈছিল 'জাতিৰ বিকাশ হ'বলৈ হ'লে প্ৰাথমিক শিক্ষাৰ উন্নতি হবই লাগিব ।' আয়োগত প্ৰাথমিক শিক্ষাক ৭ বছৰত শেষ কৰাৰ অৰ্থে ৬ বছৰৰ পৰা ১১ বছৰলৈ নিম্ন প্ৰাথমিক আৰু ১১-১৩ বছৰলৈ উচ্চ প্ৰাথমিক শিক্ষা প্ৰবৰ্ত্তন কৰাৰ কথা উল্লেখ কৰিছিল । ১৯৮৬ চনত শিক্ষানীতি এটা প্ৰকাশ পায় যদিও ১৯৮৬ চনত ৰাষ্ট্ৰীয় শিক্ষানীতি প্ৰবৰ্ত্তন কৰা হয়, আৰু 'প্ৰত্যাহ্বান' হিচাবে লৈ শিক্ষাক সাৰ্বজনীন কৰাৰ লগতে সকলো শ্ৰেণীৰ মাজত সমতা স্থাপন কৰাত গুৰুত্ব আৰোপ কৰে । এই নীতিক 'Operation Black Board' নামকৰণ কৰি সকলো ঠাইৰে সকলো বিদ্যালয়ে সমানে সুবিধা পোৱাৰ ব্যৱস্থা কৰি স্বাস্থ্যসন্মত শিক্ষা প্ৰবৰ্ত্তন কৰি বৈজ্ঞানিক দৃষ্টিভঙ্গী লোৱাৰ কথা দোহাৰে ।

## প্ৰাথমিক শিক্ষাক সাৰ্বজনীন কৰাৰ উপায় - ( Way of Universalisation of Primary Education )

প্ৰাথমিক শিক্ষাক সাৰ্বজনীন কৰাৰ ক্ষেত্ৰত বিভিন্ন ধৰণৰ উপায় অৱলম্বন কৰিব লগীয়া হয় । সাংবিধানিক দায়বদ্ধতাৰ পিনে লক্ষ্য ৰাখি ভাৰতবৰ্ষত ৬-১০ বছৰ বয়সলৈ সকলো শিশুক বিনামূলীয়া বাধ্যতামূলক শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছে । এই ক্ষেত্ৰত তলত দিয়া উপায়সমূহ অৱলম্বন কৰিব লাগিব ।

১। প্ৰথমতে প্ৰাথমিক শিক্ষানুষ্ঠান স্থাপনৰ ক্ষেত্ৰত সাৰ্বজনীন ব্যৱস্থা হাতত ল'ব লাগিব । সকলো ল'ৰা-ছোৱালীয়ে যাতে প্ৰাথমিক শিক্ষা পাবলৈ সক্ষম হয় সেই উদ্দেশ্যে প্ৰতি মাইলৰ মূৰত একোখনকৈ প্ৰাথমিক বিদ্যালয় স্থাপন কৰিব লাগে । ইয়াৰ মূল কাৰণ হ'ল কণ কণ ল'ৰা-ছোৱালীবোৰে অধিক দূৰত্ব খোজ কাঢ়ি যোৱাত অসুবিধাৰ সন্মুখীন হ'ব । বিশেষকৈ গাওঁ, পাহাৰীয়া অঞ্চল বা বস্তি অঞ্চলত এনে ব্যৱস্থাৰ প্ৰয়োজন ।

২। দ্বিতীয়তে সাৰ্বজনীন ভাবে নাম ভৰ্তিকৰণৰ ব্যৱস্থা কৰিব লাগিব । ছয়বছৰ সম্পূৰ্ণ হোৱাৰ পিছত যাতে বিদ্যালয়লৈ ল'ৰা-ছোৱালীবোৰ যায় তাৰ ব্যৱস্থা হাতত ল'ব লাগিব । একেটা শ্ৰেণীত বিভিন্ন বয়সৰ ল'ৰা-ছোৱালী থকাৰ কাৰণে অসুবিধাৰ সন্মুখীন হ'বলগীয়া হয় । সেয়েহে ছয়বছৰ বয়সতহে বিদ্যালয়ৰ প্ৰথম শ্ৰেণীত নাম ভৰ্তিকৰণৰ ব্যৱস্থা কৰিব লাগে ।

৩। তৃতীয়তে শিক্ষাৰ্থীসকলক প্ৰাথমিক শিক্ষা সম্পূৰ্ণ কৰাৰ বাবে ব্যৱস্থা কৰিব লাগিব । অধিক সংখ্যক ল'ৰা-ছোৱালীয়ে প্ৰথম বছৰ সম্পূৰ্ণ কৰাৰ পিছতে বিদ্যালয় এৰি যোৱা দেখা যায় । এনে অৱস্থা যাতে নঘটে তাৰ যত্ন লোৱাটো প্ৰয়োজন । সেয়েহে শিক্ষাত দেখা দিয়া অপচয়, অনুন্নয়ন ৰোধ কৰাৰ ব্যৱস্থা কৰিব লাগিব ।

প্ৰাথমিক শিক্ষাক সাৰ্বজনীন কৰাৰ অপচয় আৰু অনুন্নয়ন ৰোধ কৰাৰ বাবে কোঠাৰী আয়োগে কেইবাটাও মন্তব্য আগবঢাইছে । সেইবোৰ তলত দিয়া ধৰণৰ ---

১। প্ৰথম শ্ৰেণীত অধিক সংখ্যক শিক্ষাৰ্থীয়ে বিদ্যালয় এৰাৰ কাৰণে যি অপচয় হ'ব তাক ৰোধ কৰাৰ বাবে, প্ৰথম আৰু দ্বিতীয় শ্ৰেণীক শিক্ষাৰ এটা গোট হিচাবে গ্ৰহণ কৰিব লাগে, এবছৰীয়া প্ৰাক প্ৰাথমিক শ্ৰেণী খুলিব লাগে, প্ৰথম শ্ৰেণীৰ বাবে শিক্ষাক খেলভিত্তিক কৰিব লাগে ।

২। শিক্ষাৰ্থীসকলক পুষ্টিকৰ আহাৰ খুৱাবৰ বাবে বিদ্যালয় স্বাস্থ্য কমিটিয়ে দিনৰ আহাৰৰ ব্যৱস্থা কৰিব লাগে ।

৩। বিদ্যালয়ৰ পাঠ্যক্ৰম আৰম্ভ কৰাৰ দুমাহৰ ভিতৰতে শ্ৰেণীত নাম ভৰ্তিকৰণৰ সকলো কাম শেষ হ'ব লাগে । গোটেই বছৰটোত নাম ভৰ্তিকৰণ কৰাৰ ব্যৱস্থা ৰাখিব নালাগে ।

৪। প্ৰাথমিক বিদ্যালয়ৰ প্ৰতি শিক্ষাৰ্থীসকল যাতে আকৰ্ষিত হয় তাৰ বাবে বিদ্যালয়ৰ ঘৰদুৱাৰ, আচবাব, খেলাৰ ব্যৱস্থা আদি উন্নত কৰিব লাগে । লিখা পঢ়া আৰু খেলৰ সঁজুলিৰ সংখ্যা অধিক সংখ্যক হোৱাটো দৰ্কাৰ ।

৫। শিক্ষন পদ্ধতি উন্নত কৰিবলৈ শিক্ষক সকলৰ প্ৰশিক্ষণৰ ব্যৱস্থা কৰিব লাগে । শিক্ষাদানৰ বাবে প্ৰয়োজনীয় সকলো পদ্ধতিৰ প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিব লাগিব । শিক্ষক সকলৰঅৰ্থনৈতিক আৰু সামাজিক অৱস্থাৰ উন্নতি সাধন কৰিব লাগে । এজনীয়া শিক্ষক থকা বিদ্যালয় নোহোৱা কৰিব লাগিব ।

৬। প্ৰাথমিক শিক্ষাৰ পৰা অপচয় আৰু অনুন্নয়ন ৰোধ কৰাৰ বাবে প্ৰথম শ্ৰেণী আৰু দ্বিতীয় শ্ৰেণীৰ পৰা উত্তীৰ্ণ কৰাৰ ব্যৱস্থা শিথিল কৰিব লাগে ।

৭। প্ৰাথমিক শিক্ষাৰ বৰ্ত্তমান প্ৰয়োজন অধিক । সেই প্ৰয়োজনলৈ লক্ষ্য ৰাখি ঘৰ সজা, উন্নত কৰা, অধিক সুবিধা দিয়া আৰু অধিক শিক্ষক নিযুক্তি দিয়া আদিৰ ওপৰত গুৰুত্ব আৰোপ কৰিব লাগিব । এই সকলোবোৰৰ উন্নতি সাধিবলৈ হ'লে কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰে বিদ্যালয়বোৰক অধিক আৰ্থিক সাহায্য দিয়া দৰ্কাৰ ।

৮। প্ৰাথমিক শিক্ষাৰ প্ৰসাৰৰ দায়িত্ব ৰাজ্য চৰকাৰে 'লোকেল বোৰ্ড' আৰু 'মিউনিচিপাল বোৰ্ড'ৰ ওপৰত দিয়া প্ৰয়োজন । স্থানীয় প্ৰয়োজনৰ প্ৰতি লক্ষ্য ৰাখি দুয়োটা গোটক ক্ষমতা প্ৰদানৰ ব্যৱস্থা কৰিব লাগে ।

৯। প্ৰাথমিক শিক্ষা প্ৰসাৰৰ লগতে বয়স্ক সকলৰ শিক্ষাৰ ব্যৱস্থাও কৰিব

লাগিব । বয়স্কসকলে শিক্ষা লাভ কৰিলেহে বিদ্যালয়লৈ তেওঁলোকৰ ল'ৰা-ছোৱালীক পঠাবলৈ ইচ্ছুক হব । গ্ৰাম্যাঞ্চলৰ বিশেষকৈ পিছপৰা ঠাইৰ পিতৃমাতৃ সকলে তেওঁলোকৰ ল'ৰা-ছোৱালীক বিদ্যালয়লৈ পঠালেও ১/২ বছৰ পিছতে ঘৰুৱা কামৰ বাবে বিদ্যালয়ৰ পৰা আঁতৰাই নিয়ে ।

১০। বিদ্যালয় সমূহত উপস্থিতি দীৰ্ঘদিনীয়া কৰিবলৈ হ'লে বিনামূলীয়া শিক্ষাৰ উদ্দেশ্যেৰে কিতাপ পত্ৰ, কাপোৰ, লিখাৰ সামগ্ৰী, দিনৰ আহাৰ আদি দিয়াৰ ব্যৱস্থা কৰিব লাগিব ।

১১। পিছপৰা অঞ্চল, অনুন্নত জাতি উপজাতি, পাহাৰীয়া অঞ্চল আৰু আৰ্থিকভাবে অনগ্ৰসৰ অঞ্চলত বিদ্যালয় স্থাপনৰ ক্ষেত্ৰত প্ৰয়োজনীয় সা-সুবিধাৰ লগতে আৰ্থিক সাহায্য দিয়াৰ ব্যৱস্থা কৰিব লাগে ।

১২। মহিলাসকলৰ ভিতৰত স্বাক্ষৰতা কম হোৱা হেতুকে মহিলাসকলৰ শিক্ষাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিব লাগিব । এই ক্ষেত্ৰত ৰাতিপুৱা আৰু আবেলি শিক্ষা দিয়াৰ ব্যৱস্থা কৰিলে সুফল পোৱা যাব ।

১৩। প্ৰাথমিক বিদ্যালয়ত মহিলা শিক্ষক নিয়োগৰ ব্যৱস্থা কৰিব লাগে ।

১৪। যিবিলাক প্ৰাথমিক বিদ্যালয ব্যক্তিগত পৰ্য্যায়তে আছে সেইবোৰ বিদ্যালয় চৰকাৰৰ হাতলৈ নিব লাগে ।

১৫। চৰকাৰে ৰাজ্যিক পৰ্য্যায়ত জৰীপ কৰাৰ ব্যৱস্থা কৰি সাৰ্বজনীন বাধ্যতামূলক প্ৰাথমিক শিক্ষাৰ বাবে একোখন আঁচনি প্ৰস্তুত কৰিব লাগিব ।

১৬। প্ৰাথমিক শিক্ষাক বাধ্যতামূলক কৰিবলৈ হ'লে সমগ্ৰ ৰাষ্ট্ৰতে ইয়াৰ প্ৰচাৰৰ ব্যৱস্থা কৰিব লাগিব ।

১৭। প্ৰাথমিক শিক্ষাৰ আইন সমূহ প্ৰয়োজনীয়তালৈ লক্ষ্য কৰি সংশোধনৰ ব্যৱস্থা কৰিব লাগিব ।

১৮। ৰাইজৰ সহায় সহযোগ আৰু সক্ৰিয় অংশ গ্ৰহণৰ দ্বাৰাহে প্ৰাথমিক শিক্ষাক সাৰ্বজনীন কৰিব লাগিব ।

১৯। চৰকাৰে সকলোবোৰ প্ৰাথমিক বিদ্যালয়ৰ পৰা মাচুল ব্যৱস্থা উঠাই দিব লাগিব । এই ব্যৱস্থা চতুৰ্থ পৰিকল্পনা শেষ হোৱাৰ আগতে কৰিব লাগিব ।

২০। ল'ৰা-ছোৱালীক প্ৰাথমিক শিক্ষাত নামভৰ্তি কৰাৰ দিনাই কিতাপ পত্ৰ আদি উপহাৰ হিচাবে দিয়াৰ ব্যৱস্থা কৰিব লাগে আৰু আনুষ্ঠানিক ভাবে 'স্বাগতম' জনাব লাগে ।

২১। বিদ্যালয়ৰ পৰীক্ষাৰ ফলাফল ঘোষণা কৰাৰ লগে লগে ছাত্ৰ-ছাত্ৰীসকলক পঢ়াৰ ক্ষেত্ৰত অধিক আগ্ৰহী হোৱাৰ বাবে কিতাপ পত্ৰ 'উপহাৰ' আদি দিয়াৰ ব্যৱস্থা কৰিব লাগে ।

২২। প্ৰাথমিক শিক্ষাক সাৰ্বজনীন কৰাৰ উদ্দেশ্যেৰে মহিলা, শাৰিৰীকভাৱে অক্ষম বাধাগ্ৰস্ত শিশু, পিছপৰা শ্ৰেণী, অনুসূচীত জাতি জনজাতি অঞ্চলৰ ল'ৰা-ছোৱালীক অধিক সা-সুবিধা প্ৰদান কৰিব লাগিব।

## ৰাষ্ট্ৰীয় শিক্ষানীতি আৰু সাৰ্বজনীন প্ৰাথমিক শিক্ষা (National policy of education and Universalisation of Primary Education)

১৯৮৬ চনৰ ৰাষ্ট্ৰীয় শিক্ষানীতিত প্ৰাথমিক শিক্ষাক সাৰ্বজনীন কৰাৰ ক্ষেত্ৰত সকলো ধৰণৰ প্ৰচেষ্টা হাতত লোৱাৰ কথা কৈছে। এই শিক্ষানীতিত বিশেষকৈ কণ কণ শিশুসকলৰ বিকাশৰ ওপৰত গুৰুত্ব দিয়া হয়। শিশুসকলে আনন্দমুখৰ পৰিবেশৰ মাধ্যমত যাতে বিকশিত হ'ব পাৰে তাৰ ব্যৱস্থা লোৱাৰ অৰ্থে সুষম খাদ্য, স্বাস্থ্য আৰু সামাজিক মানসিক আৰু শাৰীৰিক দিশৰ ওপৰত গুৰুত্ব দিব লাগিব। আগতীয়া বাল্যকালৰ তত্ত্বাৱধান আৰু শিক্ষা (E C C. E.) ই এই ক্ষেত্ৰত প্ৰাধান্য লাভ কৰিব লগতে সুসংবদ্ধ শিশু বিকাশ সেৱা আঁচনি (I. C. D E P) সম্ভৱ হ'লে কাৰ্যকৰী কৰা হ'ব। 'দিবাতত্ত্বাৱধান' কেন্দ্ৰৰ ব্যৱস্থা কৰি প্ৰাথমিক শিক্ষাক সাৰ্বজনীন কৰাৰ ব্যৱস্থা কৰা হ'ব। ইয়াৰ লগতে দুখীয়া শ্ৰেণীৰ কৰ্মৰত মহিলা সমৰ্থিত সেৱাৰ আঁচনি হাতত লোৱা হ'ব। আগতীয়া বাল্যকালৰ তত্ত্বাৱধান আৰু শিক্ষা কাৰ্যসূচী সম্পূৰ্ণৰূপে শিশুকেন্দ্ৰিক হ'ব আৰু ইয়াক 'ক্ৰীড়াভিত্তিক ব্যক্তিমুখী' কৰি তোলা হ'ব। এই স্তৰত লিখা, পঢ়া আৰু অংক কৰা (3R's) আদিক নিয়মীয়া পদ্ধতি হিচাবে লোৱাত উদগনি দিয়া নহ'ব। এই আঁচনি সমূহ কাৰ্যকৰী কৰাৰ ক্ষেত্ৰত স্থানীয় সম্প্ৰদায় সমূহক জড়িত কৰা হ ব। প্ৰাক্ প্ৰাথমিক স্তৰৰ বিকাশ কৰাৰ ব্যৱস্থা কৰা হ'ব। সাধাৰণ ভাৱে প্ৰাথমিক শিক্ষা আৰু মানৱ সম্পদৰ বিকাশৰ কাৰণে শক্তিশালী উপাদান হাতত লোৱা হ'ব।

প্ৰাথমিক শিক্ষাৰ ক্ষেত্ৰত দুটা দিশৰ ওপৰত গুৰুত্ব দিয়া হ'ব (১) সাৰ্বজনীন নামভৰ্তিকৰণ আৰু ১৪ বছৰ বয়সলৈ শিক্ষানুষ্ঠানত উপস্থিতি আৰু (২) শিক্ষাৰ গুণগত দিশৰ বিষয়াত্মক উন্নীতকৰণ। শিশুসকলক শিক্ষানুষ্ঠানত উপস্থিত হোৱা আৰু শিক্ষাৰ বাবে সুন্দৰভাৱে স্বাগতম জনাই উৎসাহপূৰ্ণ ধাৰণা ল'ব লাগিব আৰু প্ৰয়োজন সমূহ পূৰণৰ চেষ্টা কৰিব লাগিব। প্ৰাথমিক স্তৰত শিক্ষণ প্ৰক্ৰিয়া কৰ্মশীল শিশুকেন্দ্ৰিক কৰি তুলিব লাগিব। প্ৰথম গোষ্ঠীৰ শিক্ষাৰ্থীসকলৰওপৰত অধিক গুৰুত্ব প্ৰদান কৰা। তেওঁলোকৰ ব্যক্তিগত চাহিদা, পঠনীয় বিষয়ৰ প্ৰতি অনুৰাগ দৃষ্টিভঙ্গী আৰু সামৰ্থ্যৰ প্ৰতি লক্ষ্য ৰাখিহে শিক্ষা প্ৰদান কৰা হ'ব। শিক্ষাক অনুশীলনৰ মাজেৰে বিকাশ কৰাৰচেষ্টা কৰা হ'ব। শাস্তি প্ৰদান কৰাৰ ব্যৱস্থা বাদ দি শিশুৰ সুবিধা হোৱাকৈ বিদ্যালয়ৰ সময় আৰু বন্ধৰ দিন সমাযোজন কৰা হ'ব।

প্ৰাথমিক বিদ্যালয় সমূহক প্ৰয়োজনীয় সা-সুবিধাবিলাক দিয়াৰ ব্যৱস্থা কৰিব লাগিব। সকলো সময়ৰ উপযোগীকৈ দুটা ডাঙৰ কোঠা, পুতলা, কলা বোৰ্ড, মানচিত্ৰ, চাৰ্ট আৰু আন আন সঁজুলিসমূহ যোগান ধৰিব লাগিব। প্ৰত্যেকখন

বিদ্যালয়তে দুজনকৈ শিক্ষক নিয়োগ কৰিব লাগিব তাৰেএগৰাকী মহিলা হোৱাটো বাঞ্চনীয় । পাৰিলে শিক্ষকৰ সংখ্যা বৃদ্ধি কৰি প্ৰত্যেক শ্ৰেণীৰ বাবে একোজনকৈ শিক্ষকৰ ব্যৱস্থা কৰিব লাগে । সমগ্ৰ ৰাষ্ট্ৰতে বিদ্যালয় বিলাকক "অপাৰেচন ব্লেকবোৰ্ড" আঁচনিৰ মাধ্যমেৰে উন্নত কৰা ব্যৱস্থা সোনকালে ফলপ্ৰসু হোৱাকৈ হাতত লোৱা হ'ব । এই ক্ষেত্ৰত স্থানীয় সংস্থাসমূহ, স্বেচ্ছাসেৱক অনুষ্ঠান আৰু ব্যক্তিসকলক সম্পূৰ্ণভাৱে জড়িত কৰা হ'ব । N. R. E. P. আৰু R. I. E. G. P. আঁচনিৰ সহায়ত বিদ্যালয়ৰ ঘৰবোৰ নিৰ্মাণৰ ব্যৱস্থা হাতত লোৱা হ'ব । ।

বাধ্যতামূলক প্ৰাথমিক শিক্ষা অথবা সাৰ্বজনীন শিক্ষা বিকাশৰ বাবে 'অনানুষ্ঠানিক শিক্ষাৰ' ওপৰত গুৰুত্ব দিয়া হ'ব । সফলতা অৰ্জন কৰাৰ বাবে 'মাইক্ৰোপ্লেনিঙ'ৰ ব্যৱস্থা কৰা হ'ব । অসময়ত বিদ্যালয় সমাপ্ত নকৰাকৈ অহা শিক্ষাৰ্থীৰ বাবে আনুষ্ঠানিক শিক্ষাৰ ব্যৱস্থা কৰা হ'ব আৰু সমাজৰ নিচেই সাধাৰণ শ্ৰেণীলৈ ইয়াৰ ব্যাপকতা বঢ়োৱা হ'ব । ১৯৯০ চনত দহ বছৰ সম্পূৰ্ণ হোৱা প্ৰত্যেকজন শিশুৱে অনানুষ্ঠানিক অথবা আনুষ্ঠানিক যিকোনো শিক্ষা পদ্ধতিৰ জড়িয়তে শিক্ষা লাভ কৰিব । ১৯৯৫ চনত চৈধ্য বছৰ প্ৰাপ্তি হোৱা প্ৰত্যেকজন শিশুৱে বিনামূলীয়া শিক্ষা লাভ কৰিব ।

## প্ৰাথমিক শিক্ষা সাৰ্বজনীন নোহোৱাৰ কাৰণ (Causes of NonUniversalisation of Primary Education)

ভাৰতবৰ্ষত প্ৰাথমিক শিক্ষা সাৰ্বজনীন নোহোৱাৰ মূলতে বহুতো অন্তৰায় আছে । প্ৰতিটো পাঁচবছৰীয়া পৰিকল্পনাতে প্ৰাথমিক শিক্ষাৰ ওপৰত চৰকাৰে গুৰুত্ব আৰোপ কৰি আহিছে যদিও প্ৰচেষ্টা অনুপাতে শিক্ষাৰ সমস্যা সমাধান হোৱা নাই । অধিক সংখ্যক শিক্ষানুষ্ঠানৰে অৱস্থা অতি দুখ লগা বিধৰ । বিদ্যালয়ৰআচবাব দূৰৰ কথা সাধাৰণ ঘৰএটাও বহুত অঞ্চলত নাই । বিদ্যালয় সমূহত নাম ভৰ্তিকৰণৰ সংখ্যাও অতি দুখ লগা ধৰণৰ আৰু বিদ্যালয় এৰি যোৱা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা অধিক । ইয়াৰউপৰিও সামাজিক আৰু অৰ্থনৈতিক ক্ষেত্ৰতো প্ৰাথমিক শিক্ষা প্ৰভাৱান্বিত হোৱা দেখা যায় । প্ৰাথমিক শিক্ষা সাৰ্বজনীন কৰাৰ ক্ষেত্ৰত তলত উল্লেখ কৰা কাৰণসমূহে বিশেষভাৱে প্ৰভাৱ পেলায় । কাৰণসমূহ হ'ল -

১। অঞ্চলভেদে বৈষম্যতাৰ প্ৰভাৱ বিশেষকৈ শিক্ষাৰ ক্ষেত্ৰত ।
২। পিছপৰা অনুন্নত অঞ্চলত নামভৰ্তিকৰণৰ দুৰৱস্থা ।
৩। শিক্ষাৰ অপচয় আৰু স্থবিৰতা ।
৪। প্ৰাথমিক শিক্ষাৰ প্ৰশাসনৰ ক্ষেত্ৰত থকা দুৰ্বল নীতি ।
৫। মহিলা শিক্ষাৰ প্ৰতি থকা অৱহেলিত ভাব ।
৬। অভিভাৱক সকলৰ দাৰিদ্ৰ'তা আৰু অজ্ঞতা ।
৭। আসোঁৱাহপূৰ্ণ শিক্ষণ পদ্ধতি আৰু শিক্ষণ সঁজুলিৰ অভাৱ ।
৮। ঘৰদুৱাৰ আচবাবৰ ত্ৰুটিপূৰ্ণ অৱস্থা ।

৯। আসোঁৱাহপূৰ্ণ পাঠ্যক্ৰম আৰু কিতাপ পত্ৰৰ দুৰৱস্থা।
১০। প্ৰাদেশিক চৰকাৰ সমূহৰ ব্যৱস্থাপনা দুৰাৱস্থা।
১১। জনসংখ্যাৰঅভূতপূৰ্ব বিস্ফোৰণৰ প্ৰভাৱ।
১২। উপযুক্তভাৱে প্ৰশিক্ষণ নোপোৱা শিক্ষকৰ দ্বাৰা দিয়া শিক্ষা।
১৩। সহশিক্ষাৰ প্ৰতি থকা ৰক্ষণশীল মনোভাব।
১৪। বিদ্যালয় পৰিদৰ্শনৰ ক্ষেত্ৰত থকা অৱহেলা।
১৫। স্বাস্থ্যহীনতাৰ প্ৰকোপ বৃদ্ধি।
১৬। চৰকাৰৰ ভুল শিক্ষানীতি।
১৭। আসোঁৱাহপূৰ্ণ শিক্ষানীতি।
১৮। প্ৰশাসনীয় তথা সাংগঠনিক বিশৃঙ্খলতা আৰু আৰ্থিক সাহায্যৰ বৈষম্যপূৰ্ণ নীতি।
১৯। কেন্দ্ৰীয় চৰকাৰৰ উদাসীন মনোভাৱ।
২০। শিক্ষা পৰিকল্পনাৰ কাৰ্যকৰীকৰণত থকা প্ৰতিবন্ধক।

প্ৰাথমিক শিক্ষাক সাৰ্বজনীন কৰিবলৈ হ'লে আমি ওপৰোক্ত অন্তৰায়সমূহ আঁতৰ কৰিব লাগিব। ৰাষ্ট্ৰৰ ভৱিষ্যত নিৰ্ভৰ কৰে উঠি অহা ল'ৰা-ছোৱালীবোৰৰ সামগ্ৰীক বিকাশৰ ওপৰত। বাধ্যতামূলক প্ৰাথমিক শিক্ষা প্ৰবৰ্তন কৰি প্ৰত্যেকজন ল'ৰা-ছোৱালীক এটা নিৰ্দিষ্ট সময়লৈ বিদ্যালয়ত ৰাখিবলৈ সক্ষম হ'লে এই অন্তৰায় সমূহ আঁতৰ হ'ব। গণতান্ত্ৰিক ৰাষ্ট্ৰ হিচাপে ভাৰতবৰ্ষক বিকশিত কৰিবলৈ হ'লে প্ৰত্যেকজন নাগৰিককে সাধাৰণ শিক্ষাখিনি দিয়াৰ ব্যৱস্থা কৰিব লাগিব। নাগৰিক সকল শিক্ষিত হ'লেহে সমাজৰ পৰা আওপুৰণি মনোভাব আদি আঁতৰহ'ব আৰু দেশখন সমৃদ্ধিশালী হৈ পৰিব। ইয়াৰ উপৰি শিক্ষালাভ কৰিলেহে স্বাস্থ্য ৰক্ষাৰ নীতি নিয়ম সমূহ নাগৰিক সকলে জানিবলৈ সক্ষম হ'ব। সেয়েহে প্ৰাথমিক শিক্ষাৰ বুনিয়াদ গঢ়িবলৈ হ'লে প্ৰাথমিক শিক্ষাক সাৰ্বজনীন কৰি কাৰণসমূহৰ বিলুপ্তি সাধন কৰিব লাগিব।

## অসমত প্ৰাথমিক শিক্ষাৰ বিকাশ আৰু ইয়াৰ সমস্যাসমূহ (Primary Education in Assam and its Problems)

অসমত প্ৰাথমিক শিক্ষাৰ আৰম্ভণি হয় ১৮২৬ চনৰ বিখ্যাত ইয়াণ্ডাবু সন্ধিৰ পিছত। 'টোল' 'পাঠশালা' আদিৰ মাধ্যমতে অসমত শিক্ষাৰ প্ৰসাৰ হৈ আছিল। ইংৰাজ শাসক সকলে প্ৰথম অৱস্থাত দেশীয় বিদ্যালয়ৰ মাধ্যমতেই শিক্ষাৰ বিকাশত গুৰুত্ব দিছিল। ইংৰাজসকলে নতুন ধৰণৰ শিক্ষানুষ্ঠান স্থাপন কৰি জনসাধাৰণৰ মাজত খেলিমেলিৰ সৃষ্টি কৰিবলৈ বিচৰা নাছিল। কিছুদিনৰ পিছত মিছনেৰীসকলে ধৰ্ম প্ৰচাৰৰ উদ্দেশ্য লৈ অসমত পদাৰ্পণ কৰে। তেওঁলোকে ব্ৰহ্মপুত্ৰ নৈৰে উজাই গৈ শদিয়াত প্ৰথমতে নামিবলৈ চেষ্টা কৰে যদিও 'নগা' আৰু 'খামতি' সকলৰ মনোভাৱত সন্তুষ্ট নহৈ ভটিয়াই গুৱাহাটী পায়হি। গুৱাহাটীত তেওঁলোকে প্ৰথম

কুঠি পাতে আৰু ধৰ্ম প্ৰচাৰৰ কাম হাতত লয়। মিছনেৰী সকলে অসমত 'গুৱাহাটী চেমিনাৰী' নামেৰে এখন বিদ্যালয় স্থাপন কৰে। বৰ্তমান কটন কলেজিয়েট উচ্চতৰ মাধ্যমিক বিদ্যালয়খনেই গুৱাহাটী চেমিনাৰীৰ ঠাইত গঢ়ি উঠে। এইদৰে আধুনিক শিক্ষাৰ সূত্ৰপাত হয়। লাহে লাহে ইষ্ট ইণ্ডিয়া কোম্পানীয়েও স্কুল স্থাপনত মনোনিবেশ কৰিবলগীয়া হয়। এই উদ্দেশ্যক ফলৱতী কৰাৰ অৰ্থে মিছনেৰীসকলে অসমীয়া ভাষা শিকি লৈ অসমীয়া ভাষাত কিতাপ পত্ৰও লিখিছিল। মিছনেৰীসকলৰ মহিলা সকলে এই ক্ষেত্ৰত আগভাগ লৈছিল। অসমীয়া ভাষাৰ ব্যাকৰণ, প্ৰথম অসমীয়া অভিধান আদি ৰচনা কৰাৰ লগতে প্ৰথম অসমীয়া বাতৰি কাকত 'অৰুণোদয়' তেওঁলোকে সম্পাদনা কৰি প্ৰকাশ কৰিছিল। ইয়াৰ উপৰিও বিখ্যাত গ্ৰন্থ 'বাইবেল'খনো অসমীয়া ভাষালৈ অনুবাদ কৰিছিল।

সেই সময়ত অসমৰ শিক্ষানুষ্ঠানবোৰত বঙালী ভাষাৰ মাধ্যমত শিক্ষা দিয়াৰ ব্যৱস্থাক ইংৰাজসকলে পোষকতা কৰিছিল। মিছনেৰীসকলে অসমীয়া ভাষাক শিক্ষাৰ মাধ্যমৰূপে প্ৰবৰ্তন কৰিছিল। অসমখন ইংৰাজৰ হাতলৈ যোৱাৰ বহুবছৰ আগেয়ে বঙ্গদেশ ইংৰাজৰ হাতলৈ যায়। গতিকে ইংৰাজসকল অসমলৈ আহোঁতে লগত কিছুমান কেৰাণী মহৰী লৈ আহিছিল। সেই বঙালীলোক সকলে অসমীয়া ভাষা নাজানিছিল। তেওঁলোকৰ নিজা স্বাৰ্থ আৰু প্ৰৰোচনাত পৰি ইংৰাজসকলে অসমৰ শিক্ষাৰ মাধ্যম বঙালী কৰিবলৈ বাধ্য হয়। বঙালীসকলে অসমীয়া ভাষা বঙালী ভাষাৰে অপভ্ৰংশ বুলি ইংৰাজসকলক পতিয়ন নিয়াইছিল। অসমৰ আদালত আৰু শিক্ষানুষ্ঠানৰ ভাষা হৈছিল বঙালী। মিছনেৰীসকলৰ আশাশুধীয়া প্ৰচেষ্টাৰ ফলস্বৰূপে কোম্পানীৰ বিষয়া সকলৰ মনৰ এই ধাৰণা আঁতৰ হয়। এই উদ্দেশ্যেৰে ১৮৭৩ চনৰ১৯ এপ্ৰিলত চৰকাৰে অসমীয়া ভাষা প্ৰাথমিক স্তৰত শিক্ষাৰ মাধ্যমৰূপে আৰু নিম্ন পৰ্য্যায়ৰ আদালতৰ ভাষাৰূপে প্ৰবৰ্তন কৰিবলৈ নিৰ্দেশ জাৰি কৰে। এইদৰে অসমীয়া ভাষা মিছনেৰীসকলৰ প্ৰচেষ্টাত পুনৰ প্ৰবৰ্তন হয় আৰু শিক্ষাৰ বিকাশ হ'বলৈ ধৰে। ১৮৫৪ চনৰ 'উদৰ ঘোষণা পত্ৰ'ৰ প্ৰভাৱতো বিদ্যালয়ৰ সংখ্যা বৃদ্ধি হৈছিল।

অসমৰ শাসন ব্যৱস্থা ১৮৭৪ চনলৈ বঙ্গদেশৰ লগতে চামিল হৈ আছিল। ১৮৭৪ চনতহে অসম বঙ্গদেশৰ পৰা পৃথক হয় আৰু অসমৰ শাসন ভাৰ এজন চীফ কমিচনাৰৰ হাতত দিয়া হয়। ১৮৭৪ চনলৈ অসম বঙ্গদেশৰঅন্তৰ্ভুক্ত হৈ থকাত বংগদেশৰ 'জেনেৰেল কমিটি অৱ পাবলিক ইনষ্ট্ৰাকছনৰ' নিৰ্দেশক্ৰমে অসমৰ প্ৰশাসনৰ ভাৰপ্ৰাপ্ত বিষয়া 'ডেভিদ স্কটে' সেই সময়ত চলি থকা দেশীয় 'পাঠশালা' বিদ্যালয়বোৰৰ উন্নতি সাধন কৰিবলৈ লয়। তেওঁৰ উদ্যোগত কেইবাখনো নতুন বিদ্যালয় স্থাপন কৰা হয় আৰু পাঠশালা বিদ্যালয়ৰ পৰা উত্তীৰ্ণ হোৱা কেইবাগৰাকীও ছাত্ৰক চৰকাৰী চাকৰি দিয়াৰ ব্যৱস্থা কৰে। এনেদৰে চাকৰিত নিয়োগ হোৱা দেখি জনসাধাৰণৰ শিক্ষাৰ প্ৰতি আগ্ৰহ বাঢ়ে আৰু নতুন বিদ্যালয় স্থাপন হ'বলৈ ধৰে। ইয়াৰ উপৰিও ইতিমধ্যে চলি থকা বিদ্যালয় বোৰত শিক্ষাৰ্থীৰ সংখ্যা বৃদ্ধি হয়।

অসমৰ প্ৰাথমিক শিক্ষাত স্থানীয় কৰ্তৃপক্ষৰ ভূমিকা বিশেষভাৱে উল্লেখযোগ্য । ১৮৮২ চনৰ হাণ্টাৰ আয়োগৰ পৰামৰ্শ অনুযায়ী প্ৰাথমিক শিক্ষাৰ পৰিচালনা আৰু সম্প্ৰসাৰণৰ দায়িত্ব স্থানীয় কৰ্তৃপক্ষৰ ওপৰত পৰে । ভাৰতবৰ্ষৰ আন আন ঠাইৰ দৰে অসমতো গ্ৰাম্যাঞ্চলৰ শিক্ষাৰ দায়িত্ব পৰে 'লোকেল বোৰ্ড' আৰু চহৰ অঞ্চলৰ দায়িত্ব পৰে 'মিউনিচিপাল বোৰ্ড'ৰ ওপৰত । আয়োগৰ পৰামৰ্শসমূহৰ ভিতৰত আন এটি উল্লেখযোগ্য পৰামৰ্শ আছিল 'ফলাফল অনুযায়ী সাহায্য প্ৰদান' (Payment by Results) । বিদ্যালয় বিলাকৰ পৰীক্ষাৰ ফলাফল চাইহে অনুদান বা মঞ্জুৰী দিয়াৰ ব্যৱস্থা কৰাৰ কথা কৈছিল । আয়োগে একেধৰণৰ শিক্ষা দিয়াতকৈ স্থানীয় পৰিবেশৰ দাবী অনুযায়ী পাঠ্যক্ৰম তৈয়াৰ কৰিব লাগিব আৰু স্থানীয় পৰিস্থিতিয়ে পঢ়াৰ সময় নিৰ্ণয় কৰিব । আয়োগে প্ৰাথমিক শিক্ষাৰ শিক্ষক সকলৰ প্ৰশিক্ষণৰ পৰামৰ্শ দিছিল ।

'হাণ্টাৰ আয়োগে' প্ৰাথমিক শিক্ষাৰ বিকাশৰ অৰ্থে নানাধৰণৰ পৰামৰ্শ আগবঢ়ালেও ইয়াৰ প্ৰসাৰৰ বাবে বাধ্যতামূলক কোনো ব্যৱস্থা কৰিব নোৱাৰিলে । এই আয়োগৰ নিৰ্দেশমৰ্মে শিক্ষাৰ দায়িত্ব সংগঠনৰ ওপৰত অৰ্পণ কৰাৰ পিছতো বিশেষ আশানুৰূপ ফল পোৱা নগ'ল । স্থানীয় সংগঠনসমূহে প্ৰথমৰে পৰা শিক্ষাৰ প্ৰতি আওকাণ কৰাৰ ফলত পিছলৈও 'লোকেল বোৰ্ডে' প্ৰাথমিক শিক্ষাৰ প্ৰসাৰত আন্তৰিকতাৰে কোনো প্ৰচেষ্টা হাতত লোৱা নাছিল । চৰকাৰৰ নিৰ্দেশত বাধ্যত পৰিহে বিদ্যালয় স্থাপন কৰাৰ আঁচনি হাতত লৈছিল । ইয়াৰ ফলস্বৰূপে বেচৰকাৰী অনুষ্ঠানসমূহে 'লোকেল বোৰ্ডৰ' ওপৰত গুৰুত্ব নিদি প্ৰয়োজন অনুসৰি প্ৰাথমিক স্কুল স্থাপন কৰিছিল ।

অসমৰ শিক্ষা ব্যৱস্থাত কাৰ্জনৰ শিক্ষা নীতিৰ প্ৰভাৱ পৰিছিল যদিও বিভিন্ন কৰ্তৃপক্ষৰ তলত প্ৰাথমিক বিদ্যালয়বোৰ স্বাধীনতাৰ সময়লৈ চলি আছিল । কাৰ্জন প্ৰাথমিক শিক্ষাৰ এজন উল্লেখযোগ্য পৃষ্ঠপোষক আছিল । তেওঁ কাৰ্যভাৰ গ্ৰহণ কৰিয়েই শিক্ষাক প্ৰধান বিষয় আৰু ৰাষ্ট্ৰৰ মূল কৰ্তব্য বুলি গণ্য কৰিছিল আৰু প্ৰাথমিক শিক্ষাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিছিল । কাৰ্জনে প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক সকলক উপযুক্ত প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰি শিক্ষক প্ৰশিক্ষণৰ অনুষ্ঠান বঢ়োৱাৰ ব্যৱস্থা কৰিছিল । প্ৰাথমিক শিক্ষাৰ পাঠ্যক্ৰম উন্নত কৰাৰ বাবে মত পোষণ কৰিছিল আৰু 'কিণ্ডাৰগাৰ্টেন প্ৰথা' আৰু শৰীৰ চৰ্চা আদি অন্তৰ্ভূক্ত কৰাৰ নিৰ্দেশ দিছিল । গ্ৰাম্যাঞ্চলৰ প্ৰাথমিক বিদ্যালয়ত কৃষি বিষয়টোও অন্তৰ্ভূক্ত কৰাৰ ক্ষেত্ৰত তেওঁ আগ্ৰহী আছিল । কাৰ্জনে হাণ্টাৰ আয়োগৰ পৰামৰ্শ মতে প্ৰচলন কৰা পৰীক্ষাৰ ওপৰত ভিত্তি কৰি দিয়া সাহায্যদানৰ নীতি (Payment by Result) বৰ্জন কৰাৰ ব্যৱস্থা কৰিছিল । ইয়াৰ পৰিৱৰ্তে স্বৰূপে উন্নতৰআৰু বৈজ্ঞানিক সাহায্য নীতিৰ পৰামৰ্শ দিছিল । প্ৰাথমিক বিদ্যালয়ৰ শিক্ষক সকলৰ সা-সুবিধা কিছু বঢ়োৱাৰ ব্যৱস্থা কৰিছিল । কাৰ্জনে দৈনন্দিন জীৱনৰ বাস্তৱ চাহিদা পূৰাব পৰাকৈ পাঠ্যক্ৰম সংশোধন কৰাৰ কথা কৈছিল আৰু মাতৃভাষাৰ মাধ্যমত শিক্ষা

দিয়াৰ ব্যৱস্থা কৰিছিল । পাঠ্যক্ৰমৰ ক্ষেত্ৰত গাওঁ আৰু চহৰৰ মাজত ব্যৱধান থাকিব । গাঁৱৰ পৰিবেশৰ উপযোগীকৈ পাঠ্যক্ৰম প্ৰস্তুত কৰি ল'ব লাগিব । প্ৰাথমিক শিক্ষাৰ শিতানত কেন্দ্ৰীয় মঞ্জুৰী বৃদ্ধি কৰাৰ ব্যৱস্থা কৰিছিল । ইয়াৰ লগতে প্ৰাথমিক শিক্ষাৰ উন্নয়নৰ বাবে যি অৰ্থ সাহায্য দিয়া হ'ব সেই সাহায্য আন কোনো কাৰণত খৰচ কৰিব নোৱাৰিব বুলি নিৰ্দেশ দিছিল ।

প্ৰাথমিক শিক্ষাৰ বিকাশৰ ক্ষেত্ৰত 'গোখলে বিলৰ' প্ৰভাব বিশেষভাবে উল্লেখযোগ্য । ১৯১১ চনৰ গোখলে বিল আৰু ১৯১৩ চনৰ চৰকাৰৰ শিক্ষানীতিৰ প্ৰস্তাৱনাৰ ফলস্বৰূপে ভাৰতবৰ্ষৰ আন আন ঠাইৰ দৰে প্ৰাথমিক বিদ্যালয়ৰ সংখ্যা আশানুৰূপভাবে বৃদ্ধি হৈছিল । 'গোখলে বিল'ৰ সুপ্ৰভাবৰ ফলত প্ৰাথমিক শিক্ষাৰ বিকাশ হ'বলৈ ধৰিলে আৰু ১৯১৯ চনৰ পিছত ভাৰতবৰ্ষৰ বিভিন্ন প্ৰদেশত বাধ্যতামূলক প্ৰাথমিক শিক্ষা আইন প্ৰণয়ন হ'ল । সেইদৰে অসমতো ১৯২৬ চনত অসম প্ৰাথমিক শিক্ষা আইন প্ৰণয়ন কৰা হয় ।

**অসম প্ৰাথমিক শিক্ষা আইন -১৯২৬ (Assam Primary Education Act 1926)**

১। এই আইনখন সমগ্ৰ অসমতে প্ৰযোজ্য হ'ব ।

২। যি কোনো স্থানীয় কৰ্তৃপক্ষই তেওঁলোকৰ সমগ্ৰ এলেকা অথবা যিকোনো অংশত প্ৰাথমিক শিক্ষা বাধ্যতামূলক ভাবে প্ৰবৰ্তন কৰিব পাৰিব যদি স্থানীয় কৰ্তৃপক্ষৰ এখন বিশেষ সভাত ২/৩ অংশতকৈ অধিক সদস্যই এই প্ৰস্তাৱৰ প্ৰতি সমৰ্থন জনায় । যিবিলাক ল'ৰা-ছোৱালীৰ বয়স ছয়বছৰতকৈ কম নহয় আৰু এঘাৰ বছৰতকৈ বেচি নহয় তেনেবোৰ ল'ৰা-ছোৱালীক বাধ্যতামূলক ভাবে প্ৰাথমিক শিক্ষা দিব লাগিব ।

৩। প্ৰাথমিক শিক্ষা বাধ্যতামূলক কৰাৰ বাবে স্থানীয় কৰ্তৃপক্ষই এখন আঁচনি তৈয়াৰ কৰি ল'ব লাগিব । এই আঁচনিখনত প্ৰচলিত প্ৰাথমিক শিক্ষাত স্থানীয় কৰ্তৃপক্ষই খৰচ কৰা ধনৰ হিচাপ আৰু প্ৰস্তাৱিত বাধ্যতামূলক প্ৰাথমিক শিক্ষাত বহন কৰিব লগা খৰচৰ হিচাপ চৰকাৰক দাখিল কৰিব লাগিব ।

৪। বাধ্যতামূলক প্ৰাথমিক শিক্ষা প্ৰবৰ্তন কৰিবলৈ যদি কোনো স্থানীয় কৰ্তৃপক্ষই সিদ্ধান্ত লয় তেতিয়া মুঠ ওপৰঞ্চি খৰচৰ ১/৩ অংশ ইয়াৰ বাবে বহন কৰিব লাগিব । এই নতুন প্ৰস্তাৱৰ বাবে প্ৰাথমিক শিক্ষাত প্ৰচলিত খৰচ হ্ৰাস কৰিব পৰা নাযাব ।

৫। স্থানীয় কৰ্তৃপক্ষৰ প্ৰস্তাৱ যদি চৰকাৰে গ্ৰহণ কৰে তেতিয়াহ'লে বাকী থকা দুই তৃতীয়াংশ খৰচো চৰকাৰে বহন কৰিব ।

৬। বাধ্যতামূলক প্ৰাথমিক শিক্ষা প্ৰবৰ্তনৰ বাবে যদি কোনো স্থানীয় কৰ্তৃপক্ষই সময়মতে আঁচনি দাখিল কৰিব নোৱাৰে তেতিয়াহ'লে চৰকাৰে স্থানীয় কৰ্তৃপক্ষক এইটো কৰিবৰ বাবে নিৰ্দেশ দিব পাৰে ।

৭। চৰকাৰে আগতে জাননী দি আইন সংক্ৰান্তত, বিশেষকৈ শিক্ষা কৰ, শিক্ষা সমিতি গঠন আৰু শিক্ষানীতি পৰিচালনাৰ সংক্ৰান্তত নিয়ম কানুন কৰি দিব পাৰিব।

৮। সকলো চৰকাৰী আৰু সাহায্যপ্ৰাপ্ত বিদ্যালয়তে প্ৰাথমিক শিক্ষা বিনামূলীয়া হ'ব।

৯। শিক্ষা সমিতিৰ অনুমোদনক্ৰমে দুখীয়া ল'ৰা-ছোৱালীক কিতাপপত্ৰ আদি বিনামূলীয়াকৈ দিয়া হ'ব।

১০। আইনখন প্ৰয়োগ কৰাৰ বাবে স্থানীয় কৰ্তৃপক্ষ আৰু শিক্ষা সমিতি দায়ী হ'ব আৰু ঘৰদুৱাৰ, সা-সঁজুলি আদিৰ যোগান ধৰিব লাগিব। শিক্ষাধিকাৰে দিয়া অনুমোদন সাপেক্ষে স্থানীয় কৰ্তৃপক্ষ আৰু শিক্ষা সমিতিয়ে শিক্ষক নিযুক্ত কৰিব পাৰিব।

## অসম প্ৰাথমিক শিক্ষা আইন -১৯৪৭ (Assam Primary Education Act 1947)

ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পিছতে অসম চৰকাৰে প্ৰাথমিক শিক্ষা বাধ্যতামূলক কৰাৰ অৰ্থে এখন আইন প্ৰণয়ন কৰে। আইনখনৰ নাম হ'ল 'অসম প্ৰাথমিক শিক্ষা আইন ১৯৪৭'।

এই আইন অনুসৰি প্ৰাথমিক শিক্ষা বাধ্যতামূলক কৰাৰ দায়িত্ব আৰু প্ৰাথমিক শিক্ষাৰ প্ৰশাসনৰ ভাৰ স্থানীয় কৰ্তৃপক্ষৰ পৰা নতুনকৈ সৃষ্টি হোৱা ৰাজ্যিক শিক্ষা বোৰ্ডৰ হাতত পৰিল। ডেপুটি ইন্সপেক্টৰৰ ক্ষেত্ৰাধিকাৰত আঞ্চলিক বোৰ্ড স্থাপন হ'ল; উপস্থিতি বিষয়া নিযুক্ত হ'ল আৰু অসমৰ কেইখনমান ঠাইত প্ৰাথমিক শিক্ষা বাধ্যতামূলক ভাবে প্ৰবৰ্ত্তনো হ'ল। কিন্তু পিছলৈ এই আইনখনৰ অৱস্থাও ১৯২৬ চনৰ অসম প্ৰাথমিক শিক্ষা আইনৰ দৰে হ'ল।

স্বাধীনতা লাভ কৰাৰ পিছত ভাৰতীয় মানুহৰ মনৰ ধাৰণা কিছু বদলি হ'ল। মহাত্মা গান্ধীয়ে প্ৰকল্পিত কৰা বুনিয়াদী শিক্ষাৰ প্ৰতি মানুহৰ আগ্ৰহ বাঢ়িল। 'বুনিয়াদী শিক্ষা'ক ৰাষ্ট্ৰীয় শিক্ষা হিচাপে গ্ৰহণ কৰাৰ সিদ্ধান্ত কৰা হ'ল। অসমতো প্ৰাথমিক বিদ্যালয়বোৰক বুনিয়াদী অৱস্থালৈ ৰূপান্তৰ কৰাৰ সিদ্ধান্ত লোৱা হ'ল। তাৰ ফলস্বৰূপে অসম বুনিয়াদী শিক্ষা আইন প্ৰণয়ন কৰা হ'ল।

## অসম বুনিয়াদী শিক্ষা আইন - ১৯৫৪ (Assam Basic Education Act 1954)

১। এই আইনৰ মাধ্যমেৰে বিনামূলীয়া সাৰ্বজনীন বুনিয়াদী শিক্ষা অসমত ক্ৰমান্বয়ে প্ৰবৰ্তন কৰা হ'ব।

২। সমগ্ৰ অসমতে এই আইন প্ৰযোজ্য হ'ব আৰু ৰাজপত্ৰত আগতে জাননী দি এই আইন প্ৰবৰ্তন কৰিব পৰা যাব।

৩। ৰাজ্যিক চৰকাৰে শিক্ষামন্ত্ৰীক সভাপতিৰূপে আৰু শিক্ষাধিকাৰক উপসভাপতিৰূপে লৈ এখন ৰাজ্যিক বুনিয়াদী শিক্ষা বোৰ্ড গঠন কৰিব।

৪। এই বোৰ্ডে ৰাজ্য চৰকাৰক আঞ্চলিক শিক্ষাবোৰ্ডৰ কাম আৰু দায়িত্ব সম্পৰ্কে স্কুল বোৰ্ডত দিবলগা মঞ্জুৰীৰ বিষয়ে, শিক্ষকৰ অৰ্হতা আৰু নিযুক্তি সংক্ৰান্তত আৰু পাঠ্যপুথি, পাঠ্যক্ৰম আদিৰ সন্দৰ্ভত উপদেশ দিব।

৫। ৰাজ্যিক বুনিয়াদী শিক্ষা বোৰ্ডে এটা নিধি ৰাখিব লাগিব আৰু এই নিধিৰ পৰিচালনাৰ ভাৰ শিক্ষাধিকাৰৰ ওপৰত থাকিব।

৬। প্ৰত্যেক জিলাৰ ডেপুটি ইন্সপেক্টৰৰ ক্ষেত্ৰাধিকাৰত একোখন আঞ্চলিক বুনিয়াদী শিক্ষা বোৰ্ড (স্কুল বোৰ্ড) হ'ব আৰু উপ-পৰিদৰ্শকজন ইয়াৰ সচিব হ'ব। লোকেল বোৰ্ড, মিউনিচিপাল বোৰ্ড, পঞ্চায়ত আৰু শিক্ষকৰ পৰা এই স্কুল বোৰ্ডত প্ৰতিনিধি থাকিব।

৭। নতুন বিদ্যালয় স্থাপন কৰা, পুৰণি বিদ্যালয় সংৰক্ষণ কৰা, সা-সঁজুলিৰ যোগান ধৰা, শিক্ষকৰ যোগান ধৰা, শিক্ষাৰ্থীসকলৰ স্বাস্থ্য পৰীক্ষা কৰোৱা, বিদ্যালয়ৰ উৎপন্ন বস্তু বিক্ৰি কৰাৰ বাবে দিহা কৰা আদি এই স্কুল বোৰ্ডৰ প্ৰধান কাম। 'বোৰ্ড'ৰ এটা নিধি থাকিব আৰু উপপৰিদৰ্শকে এই নিধি পৰিচালনা কৰিব।

৮। সকলো স্বীকৃতিপ্ৰাপ্ত প্ৰাথমিক বিদ্যালয়, মজলীয়া বিদ্যালয় (Middle vernacular) আৰু বুনিয়াদী বিদ্যালয় বুনিয়াদী শিক্ষাৰ অন্তৰ্গত হ'ব।

৯। উপৰোক্ত বিদ্যালয়বোৰত শিক্ষা বিনামূলীয়াকৈ দিয়া হ'ব।

১০। ৰাজ্য চৰকাৰে আগতে জাননী দি কিমান বয়সলৈকে বুনিয়াদী শিক্ষা বাধ্যতামূলক হ'ব সেইটো ঠিক কৰিব। বাধ্যতামূলক বুনিয়াদী শিক্ষা প্ৰবৰ্তন হোৱা অঞ্চলত অভিভাৱকক, ল'ৰা-ছোৱালীক বিদ্যালয়লৈ যোৱাৰ বয়সত বিদ্যালয়লৈ পঠাবলৈ বাধ্য কৰোৱা হ'ব। স্কুল বোৰ্ডৰ অনুমোদন-ক্ৰমে অৱশ্যে কোনো ব্যক্তিক এই বিষয়ত অব্যাহতি দিব পৰা যাব। অভিভাৱক সকলে বিদ্যালয়লৈ ল'ৰা-ছোৱালীক নপঠালে প্ৰথমতে ২৫ টকা আৰু পিছলৈ ১০০ টকাকৈ জৰিমনা ভৰিব লাগিব।

১১। ৰাজ্য চৰকাৰে এই আইন প্ৰবৰ্তন কৰাৰবাবে এটা শিক্ষা কৰ লগাব পাৰিব আৰু শিক্ষাৰ মান, পাঠ্যক্ৰম আদি সম্বন্ধে নিয়ম বান্ধি দিব পাৰিব।

এই আইনখনৰ পিছৰে পৰা প্ৰাথমিক বিদ্যালয়বোৰৰ নাম নিম্ন বুনিয়াদী আৰু উচ্চ প্ৰাথমিক বিদ্যালয়বোৰৰ নাম উচ্চ বুনিয়াদী বিদ্যালয় হিচাবে নামকৰণ হয়।

**অসম প্ৰাথমিক শিক্ষা আইন -১৯৬২ (Assam Primary Education Act 1962)**

অসম প্ৰাথমিক শিক্ষা আইন ১৯৬২ নামৰ এখন আইন পাছ কৰা হয়। আইনখনত তলত দিয়া চৰ্তখিনি সামৰি লোৱা হৈছে।

১। অসম প্ৰাথমিক শিক্ষা আইনখন ৰাজ্যৰ স্বায়ত্ত শাসিত জিলা কেইখনৰ বাহিৰে সমগ্ৰ অসমতে প্ৰযোজ্য হ'ব । অৱশ্যে গভৰ্ণৰৰ অনুমোদন সাপেক্ষে স্বায়ত্ত শাসিত জিলা কৰ্তৃপক্ষই প্ৰয়োজন অনুসৰি এই আইন নিজ এলেকাত প্ৰয়োগ কৰিব পাৰিব ।

২। আগৰ 'বুনিয়াদী শিক্ষা বোৰ্ড'ৰ দৰে এতিয়াও এখন 'ৰাজ্যিক শিক্ষা বোৰ্ড' গঠন কৰা হ'ব । প্ৰাথমিক শিক্ষাৰ সুপৰিচালনাৰ বাবে গঠিত হোৱা এই শিক্ষা বোৰ্ডৰ সভাপতি হ'ব ৰাজ্যিক শিক্ষামন্ত্ৰী আৰু ইয়াৰ প্ৰধান বিষয়া হিচাবে থাকিব এই বোৰ্ডৰ সচিব ।

৩। প্ৰাথমিক শিক্ষাৰ উন্নতিৰবাবে উক্ত বোৰ্ডে এক বিশেষ নিধিৰ ব্যৱস্থা কৰিব আৰু প্ৰয়োজন অনুসৰি এই নিধিৰ টকা প্ৰাথমিক শিক্ষা প্ৰসাৰৰ ক্ষেত্ৰত খৰচ কৰিব পাৰিব ।

৪। আইনখন প্ৰবৰ্তন হোৱাৰ পিছত স্থানীয় কৰ্তৃপক্ষ অৰ্থাৎ লোকেল বোৰ্ড, মিউনিচিপাল বোৰ্ড অথবা পঞ্চায়তে নিজ নিজ এলেকাত ইয়াৰ প্ৰয়োগৰ ব্যৱস্থা কৰিব লাগিব ।

৫। এই আইনৰ মতে প্ৰাথমিক শিক্ষা বিনামূলীয়া আৰু বাধ্যতামূলক হ'ব লাগিব । আইন অমান্যকাৰী অভিভাৱকক জৰিমনা কৰা হ'ব ।

৬। প্ৰাথমিক শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰৰ দায়িত্ব ছাইকে ৰাজ্য চৰকাৰৰ হাতত থাকিব । চৰকাৰে বিবেচনা কৰি পাঠ্যক্ৰম থিৰ কৰা, শিক্ষক নিযুক্তি দিয়া, শিক্ষকক প্ৰশিক্ষণ দিয়া ইত্যাদি সকলোৰে ব্যৱস্থা কৰিব লাগিব ।

অসমত প্ৰাথমিক শিক্ষা সাৰ্বজনীন কৰাৰ অৰ্থে ১৯২৬ চনত যিখন আইন প্ৰণয়ন কৰা হয় সেই আইনখন বলবৎ হোৱাৰ আগে আগে আগৰ ৰাজ্যিক বুনিয়াদী বোৰ্ডখন লুপ্ত কৰি দিয়া হয় । আকৌ ১৯৬৮ চনত পুনৰ সংশোধনীৰ ব্যৱস্থা কৰি ৰাজ্যিক পৰ্য্যায়ত 'ৰাজ্যিক প্ৰাথমিক শিক্ষা বোৰ্ড' (State Primary Education Board) আৰু মহকুমা পৰ্য্যায়ত 'আঞ্চলিক প্ৰাথমিক শিক্ষা বোৰ্ড' গঠন কৰা হয় । ১৯৭৪ চনত অসম প্ৰাথমিক শিক্ষা প্ৰাদেশিকীকৰণ আইন প্ৰণয়ন কৰি নিযুক্তি প্ৰাপ্ত কৰ্মী আৰু শিক্ষক সকলক চৰকাৰী কৰ্মী ৰূপে স্বীকৃতি প্ৰদান কৰা হয় । প্ৰাথমিক শিক্ষাৰ পৰিচালনা সুচাৰুৰূপে কৰিবৰ কাৰণে ১৯৭৭-৭৮ চনত অসম চৰকাৰে এটা সুকীয়া সঞ্চালকালয় গঠন কৰে । ইয়াৰ উপৰিও প্ৰাথমিক শিক্ষাৰ প্ৰশাসনীয় দক্ষতা বৃদ্ধিৰ কাৰণে ৰাজ্যৰ চাৰিটা অঞ্চলৰ কাৰণে চাৰিজন মুটীয়া শিক্ষা সঞ্চালক নিযুক্তি দিয়াৰ সিদ্ধান্ত গ্ৰহণ কৰি গুৰুত্বপূৰ্ণ পদক্ষেপ হাতত লয় । প্ৰাথমিক শিক্ষাৰ প্ৰশাসনীয় দিশত পৰিবৰ্তন ঘটোৱাৰ উপৰিও শৈক্ষিক উন্নয়নৰ বাবেও ব্যাপক কাৰ্যসূচী হাতত লোৱা হ'ল । বিশেষকৈ ১৯৬৫-৬৬ চনত স্থাপন কৰা 'ৰাজ্যিক শিক্ষা সংস্থা' (State Education Council) আৰু নতুনকৈ স্থাপন হোৱা 'ৰাজ্যিক শৈক্ষিক অনুসন্ধান আৰু গৱেষণা পৰিষদ' (State Council of Education Research and Training) নামৰ প্ৰতিষ্ঠান দুটাৰ ভূমিকা উল্লেখযোগ্য ।

অসম চৰকাৰে ১৯৭৭ চনত এখন 'ৰাজ্যিক শিক্ষা উপদেষ্টা বোৰ্ড (State Advisory Board of Education) গঠন কৰে। বোৰ্ডখনৰ মুখ্য কাম হ'ল জাতীয় শিক্ষাৰ আদৰ্শৰ লগত সংগতি ৰাখি চৰকাৰক শিক্ষা সম্পৰ্কে উপদেশ দিয়া; শিক্ষাৰ সমস্যা সম্পৰ্কে চালি জাৰি চোৱা; শিক্ষাৰ দ্ৰুত উন্নতিৰ কাৰণে কাৰ্যকৰী পৰামৰ্শ দান কৰা; আনুষ্ঠানিক শিক্ষাৰ এক অপৰিহাৰ্য অংগস্বৰূপে অনানুষ্ঠানিক শিক্ষাৰ ব্যৱস্থা কৰা ইত্যাদি। বোৰ্ডখনৰ মুঠ সদস্যৰ সংখ্যা আছিল ২০ জন। ইয়াৰ উপৰিও ১৯৮৪ চনৰ ভিতৰত প্ৰাথমিক শিক্ষাক যাতে সাৰ্বজনীন কৰিব পৰা যায় তাৰ বাবে কেন্দ্ৰীয় চৰকাৰে ১৯৭৭ চনত এক গুৰুত্বপূৰ্ণ আৰু সময়োপযোগী ব্যৱস্থাৰ কথা ঘোষণা কৰে। এই ব্যৱস্থা অনুসৰি প্ৰাথমিক স্কুলত নামভৰ্তিকৰণ তিনি বা চাৰি পৰ্য্যায়ত হ'ব আৰু বাধ্যতামূলক ভাবে উপস্থিত নথকাকৈয়ে শিক্ষাৰ্থী সকলক প্ৰাথমিক আৰু মজলীয়া বিদ্যালয়ৰ প্ৰমাণপত্ৰসহ পৰীক্ষা দিবলৈ অনুমতি দিয়া হ'ব।

অসমত প্ৰাথমিক শিক্ষা সাৰ্বজনীন কৰাৰ ক্ষেত্ৰত লোৱা প্ৰচেষ্টাসমূহ কাৰ্যকৰী হোৱাৰ পিছতো এতিয়ালৈ আশানুৰূপ ফল পোৱা নাই। অসমৰ বৰ্তমান জনসংখ্যা ২ কৌটি হ'ল যদিও প্ৰাথমিক বিদ্যালয়ৰ সংখ্যা হ'ল ২৮,৮৭৬ খন আৰু মজলীয়া বিদ্যালয়ৰ সংখ্যা হ'ল ৬,৭২৯ খন। ১৯৮৬ চনত শিক্ষানুষ্ঠানৰ সংখ্যা ২৬,০০০ খন হৈছিল যদিও অধিক সংখ্যকৰে অৱস্থা অতি শোচনীয় আছিল। বিদ্যালয়সমূহৰ আচবাব উপযুক্ত নোহোৱা হেতুকে শতকৰা ৭০ জনৰে অপচয় হোৱা দেখা যায়। ১৯৮৬ ৰাষ্ট্ৰীয় শিক্ষানীতিত প্ৰকাশিত শিক্ষাৰ সাৰ্বজনীন লক্ষ্যত উপনীত হ'বলৈ হ'লে চৰকাৰৰ পৰা অধিক সংখ্যক সাহায্যৰ প্ৰয়োজন হ'ব। শিক্ষানীতিত ১৯৯৩ চনৰ ভিতৰত ৬-১৪ বছৰীয়া ছাত্ৰ-ছাত্ৰী সকলৰ শতকৰা এশভাগকে প্ৰাথমিক শিক্ষানুষ্ঠানত নাম ভৰ্তি কৰাৰ লক্ষ্যত উপনীত হোৱাৰ কথা উল্লেখ আছে।

## প্ৰাথমিক শিক্ষাৰ সমস্যা (Problems of Primary Education)

অসমত প্ৰাথমিক শিক্ষা বাধ্যতামূলক কৰাৰ বাবে এতিয়ালৈ কেইবাখনো আইন প্ৰণয়ন হ'ল, কেইবাটাও সংস্থা আৰু পৰিষদ গঠন কৰা হ'ল কিন্তু প্ৰাথমিক শিক্ষা আজিও বাধ্যতামূলক হৈ নুঠিল। প্ৰাথমিক শিক্ষাৰ অৰ্থ ব্যাপক কৰাৰ বাবে Primary Education Act ৰ সলনি Elementary Education Act কৰা হ'ল। 'জিলা প্ৰাথমিক শিক্ষা বিষয়া' (D.E.E.O.) আৰু 'খণ্ড প্ৰাথমিক শিক্ষা বিষয়া' (B.E.E.O.) নিযুক্তি দিয়া হ'ল। তথাপি অন্তৰায় সমূহ আজিও আঁতৰাব পৰা নগ'ল। আন আন ৰাজ্যৰ দৰে অসমৰ প্ৰাথমিক শিক্ষাৰ সমস্যাসমূহৰ বিষয়ে আলোচনা কৰা হ'ল -

### ১। অপচয় আৰু অনুন্নয়ন (Wastage and Stagnation)

প্ৰাথমিক শিক্ষাক সাৰ্বজনীন কৰিবলৈ যাওঁতে অপচয় আৰু অনুন্নয়নে বিশেষ ভাবে গা কৰি উঠে। বিদ্যালয়ত নাম ভৰ্তি কৰাৰ কিছুদিন পিছতে শিক্ষাৰ্থীসকলে বিদ্যালয় এৰি যায় আৰু নিৰক্ষৰ হৈ পৰে। ইয়াৰ মূলতে হ'ল শিক্ষাৰ্থী সকলৰ

অমনোযোগিতা, অভিভাৱকৰ আৰ্থিক অক্ষমতা আৰু ল'ৰা-ছোৱালীক কম বয়সতে কামৰ বোজা জাপি দিয়া। সেইবাবেই অপচয় আৰু জড়তাক প্ৰাথমিক শিক্ষাৰ উল্লেখযোগ্য ব্যাধি বুলি কোৱা হয়। ইয়াৰ পৰা মুক্ত কৰিব পাৰিলেহে প্ৰাথমিক শিক্ষা সাৰ্বজনীন হ'ব।

**২। অভিভাৱকৰ দাৰিদ্ৰতা (Poverty of the Guardian)**

প্ৰাথমিক শিক্ষাক সমস্যাবহুল কৰি তোলাৰ মূলতে হ'ল দাৰিদ্ৰতা। অধিক সংখ্যক অভিভাৱকেই অৰ্থনৈতিক ভাবে পিছপৰা। দাৰিদ্ৰতাৰ কবলত পৰি অভিভাৱক সকলে তেওঁলোকৰ ল'ৰা-ছোৱালীক বিদ্যালয়লৈ পঠোৱাৰ পৰিবৰ্তে উপাৰ্জনৰ বাবে উদ্যোগ, হোটেল অথবা দিন মজুৰি কৰিবলৈ পঠায়। ইয়াৰ উপৰিও ঘৰুৱা কাম কাজত অধিক সময় নিয়োগ কৰাৰ ফলত বিদ্যালয়ৰ সময় পাৰ হৈ যায়। মহিলা সকল এনে ধাৰণাৰ পৰা অধিক ভাবে আক্ৰান্ত হৈ পৰা দেখা যায়। অৰ্থনৈতিক অনগ্ৰসৰতাই নিৰক্ষৰতা বৃদ্ধি হোৱাত অৰিহণা যোগায়।

**৩। অভিভাৱকৰ নিৰক্ষৰতা (Illiteracy of the parents)**

অভিভাৱক সকল নিৰক্ষৰ হোৱা বাবে ল'ৰা-ছোৱালীক বিদ্যালয়লৈ পঠাবলৈ উদাসীন হৈ থাকে। এই ধৰণৰ সমস্যা বিশেষকৈ গ্ৰাম্যাঞ্চলত অধিক ভাবে প্ৰকট হৈ থকা দেখা যায়। অভিভাৱক সকলে তেওঁলোকে যে নপঢ়াকৈয়ে জীৱন নিৰ্বাহ কৰিবলৈ সক্ষম হৈছে তাৰ উদাহৰণ দিয়া দেখা যায়।

**৪। ৰক্ষণশীলতা আৰু কুসংস্কাৰ (Conservativeness and prejudices)**

বিজ্ঞানৰ অগ্ৰগতিয়ে চৰম সীমাত উপনীত হ'লেও আমাৰ সমাজৰ পৰা ৰক্ষণশীলতা আৰু কুসংস্কাৰ এতিয়াও আঁতৰ হোৱা নাই। গ্ৰাম্যাঞ্চলৰ অধিক সংখ্যক লোক ৰক্ষণশীলতা আৰু কুসংস্কাৰৰ প্ৰভাবৰ দ্বাৰা প্ৰভাবান্বিত।

**৫। আসোঁৱাহপূৰ্ণ পাঠ্যক্ৰম (Defective Curriculum)**

আমাৰ শিক্ষা ব্যৱস্থাৰ পাঠ্যক্ৰমসমূহ আসোঁৱাহপূৰ্ণ হোৱা বাবে শিক্ষাৰ্থী সকল আগ্ৰহী হোৱা দেখা নাযায়। অভাব অনাটনৰ মাজেৰে বিদ্যালয়ত উপস্থিত হোৱাৰ পিছত পাঠ্যক্ৰমৰ অনুপযুক্ততাই তেওঁলোকৰ মনত বিৰাগ ভাবৰ সৃষ্টি কৰে আৰু প্ৰাথমিক শিক্ষা সম্প্ৰসাৰণৰ ক্ষেত্ৰত প্ৰভাৱ পেলায়।

**৬। বিদ্যালয় গৃহৰ দুৰৱস্থা (Detoriated condition of school Building)**

প্ৰাথমিক বিদ্যালয়সমূহৰ বেছিভাগৰে বিদ্যালয় গৃহৰ অৱস্থা অতি শোচনীয়। কোনোবাটো ঘৰৰ চালি বিলাক টিনৰ কিন্তু বেৰ নাই। কোনোবাটোৰ বেৰ আছে ওপৰত আধা খেৰ আধা টিন। কোনো কোনো বিদ্যালয় সংঘ, মন্দিৰ, মচজিদ

বা ব্যক্তিগত ঘৰতে বহু বছৰ ধৰি চলি আছে। এনেকুৱা দুৰৱস্থা হোৱা হেতুকে শিক্ষাৰ্থীসকলৰ শিক্ষাৰ প্ৰতি থকা আগ্ৰহ কমি যায়।

**৭। শিক্ষাদানৰ সঁজুলিৰ অভাব (Shortage of teaching equipments)**

শিক্ষাদানৰ সঁজুলিৰ অভাবেও প্ৰাথমিক শিক্ষা সমস্যাবহুল কৰি তোলে। শিক্ষকে শিক্ষাদান কৰাৰ সময়ত বিভিন্ন ধৰণৰ সঁজুলিৰ প্ৰয়োজন হয়। সঁজুলি সমূহৰ অভাবৰ ফলত শিক্ষাদান প্ৰক্ৰিয়াটো বাধাগ্ৰস্ত হয়। বিশেষকৈ মেপ, চাৰ্ট, গোলক, বোৰ্ড আদিৰ অভাব থাকিলে শিক্ষাদান সুচাৰুৰূপে কৰিব নোৱাৰি।

**৮। প্ৰশিক্ষণপ্ৰাপ্ত শিক্ষকৰ অভাব (Lack of Trained teachers)**

প্ৰাথমিক শিক্ষাৰ অনগ্ৰসৰতাৰ মূলতে প্ৰশিক্ষণ প্ৰাপ্ত শিক্ষকৰ অভাবে প্ৰভাৱান্বিত কৰে। বেছিভাগ বিদ্যালয়তে দুই এজন প্ৰশিক্ষণ প্ৰাপ্ত শিক্ষক আছে যদিও প্ৰশিক্ষণত পোৱা পদ্ধতি শিক্ষাদানৰ ক্ষেত্ৰত প্ৰয়োগ কৰা দেখা নাযায়। ফলত তেওঁলোকৰ অৱস্থাও প্ৰশিক্ষণ নোপোৱা শিক্ষকৰ দৰে একে হয়। প্ৰশিক্ষণ প্ৰাপ্ত শিক্ষক হ'লেহে শিক্ষাদান পদ্ধতি সুন্দৰ হ'ব।

**৯। যান্ত্ৰিক শিক্ষা পদ্ধতি (Mechanical system of Education)**

প্ৰাথমিক শিক্ষাৰ শিক্ষা পদ্ধতি বৰ্তমানেও আওপুৰণি হৈ আছে। বৰ্তমান শিক্ষা পদ্ধতিও গতানুগতিক আৰু যান্ত্ৰিক হৈয়ে আছে। শিশুসকলৰ শিক্ষাৰ পদ্ধতি মনোবৈজ্ঞানিক দৃষ্টিভঙ্গীৰ হোৱা দৰ্কাৰ, কিন্তু আমাৰ শিক্ষাপদ্ধতিত এইটোৰ অভাব দেখা যায়। আধুনিক শিক্ষা পদ্ধতি 'কৰ্ম কেন্দ্ৰিক' হ'ব লাগে কিন্তু আমাৰ শিক্ষা পদ্ধতি হ'ল 'বক্তৃতা কেন্দ্ৰিক'। সেয়েহে বাধ্যতামূলক কৰাৰ ক্ষেত্ৰত ইয়ো এটা অন্তৰায় হৈ পৰিছে।

**১০। এজনীয়া শিক্ষকৰ বিদ্যালয় (Single teacher school)**

বাধ্যতামূলক প্ৰাথমিক শিক্ষা আইনবোৰত এজনীয়া শিক্ষকৰ বিদ্যালয় পৰিহাৰ কৰাৰ কথা কৈছে যদিও এতিয়াও নতুনকৈ চৰকাৰীকৰণ হোৱা বিদ্যালয়বোৰত এজনীয়া শিক্ষকেই থাকে। এজন শিক্ষকে একে সময়তে ৫টা শ্ৰেণী নিয়ন্ত্ৰণ কৰাটো অসম্ভৱ হৈ পৰে। তাৰ ফলত প্ৰকৃত উদ্দেশ্যৰ পৰা ফালৰি কাটি অহা হয়।

**১১। শিক্ষানীতিৰ পৰিবৰ্তন (Change of Educational policy)**

শিক্ষাৰ নীতি সঘনে পৰিবৰ্তন হৈ থকাৰ ফলত বিকাশত বাধা আহি পৰিছে। ইংৰাজ ৰাজত্বকালত প্ৰাথমিক শিক্ষাৰ ওপৰত কোনো গুৰুত্বই নাছিল। স্বাধীনতা লাভ কৰাৰ পিছতো প্ৰাথমিক শিক্ষাৰ ক্ষেত্ৰত নীতিৰ সলনি সঘনে হৈ থকা দেখা গৈছে। ১৯২৬, ১৯৪৭, ১৯৫৪ আৰু ১৯৬২ চনত এখন এখনকৈ চাৰিখন আইন প্ৰণয়ন কৰা হ'ল। এখন প্ৰণয়ন হোৱাৰ লগে লগে আগৰখন বাতিল হৈ যোৱাৰ ফলত বিকাশৰ ধাৰাই সলনি হৈ যায়।

## ১২। বয়স্ক শিক্ষাৰ অভাৱ (Lack of Adult Education)

প্ৰাথমিক শিক্ষাক বাধ্যতামূলক কৰিবলৈ হ'লে বয়স্কসকলক শিক্ষা দিব লাগিব। বয়স্ক সকল শিক্ষিত হ'লেহে ল'ৰা-ছোৱালীবোৰক বিদ্যালয়লৈ পঠোৱাৰ ক্ষেত্ৰত মনোযোগী হ'ব।

## ১৩। যাতায়াতৰ দুৰৱস্থা (Bad Communication)

অসমৰ ভিতৰুৱা অঞ্চল সমূহৰ ৰাস্তাঘাট আদিৰ অৱস্থা বৰ্তমানেও উপযোগী নহয়। কণ কণ ল'ৰা-ছোৱালীবোৰ বিদ্যালয়লৈ যোৱাৰ ক্ষেত্ৰত যাতায়াত ব্যৱস্থাই প্ৰভাৱান্বিত কৰে। বিশেষকৈ গ্ৰাম্যাঞ্চলত নদী, জান আদি পাৰহৈ বিদ্যালয়লৈ যাব লগাত বিপদৰ সন্মুখীন হোৱাৰ সম্ভাবনা দেখি অভিভাৱক সকলে বিদ্যালয়ত ল'ৰা-ছোৱালীক দেৰিকৈ পঠায়।

## ১৪। পৰীক্ষা পদ্ধতিৰ আসোঁৱাহ (Defective Examination system)

পৰীক্ষা পদ্ধতিও আসোঁৱাহপূৰ্ণ। সকলো বিদ্যালয়তে সমানে পাঠ্যক্ৰম শেষ নোহোৱাত পৰীক্ষাৰ সময়ত খেলিমেলিৰ সৃষ্টি হোৱা দেখা যায়। শিক্ষকৰ অৱহেলাই এই সমস্যা প্ৰকট কৰি তোলে।

## ১৫। শিক্ষাৰ্থীৰ দুৰ্বল স্বাস্থ্য (Ill health of the students)

অভাৱ অনাটনৰ দ্বাৰা জৰ্জৰিত শিক্ষাৰ্থী সকলৰ অধিক সংখ্যকৰে স্বাস্থ্য বেয়া। ল'ৰা-ছোৱালীক পুষ্টিকৰ আহাৰ যোগাব নোৱাৰাৰ ফলত বেছিভাগ ল'ৰা-ছোৱালীয়ে গোটেই বছৰটো বেমাৰ আজাৰৰ দ্বাৰা আক্ৰান্ত হৈ থকা দেখা যায়।

## ১৬। জনসংখ্যাৰ বিস্ফোৰণ (Population Explosion)

জনসংখ্যাৰ দ্ৰুত বিস্ফোৰণ হোৱাৰ ফলত শিক্ষানুষ্ঠানত শিক্ষাৰ্থীৰ সংখ্যা অধিক হৈ পৰা দেখা যায়। শিক্ষাৰ্থীৰ সংখ্যা অধিক হোৱাৰ ফলত শিক্ষকে সকলোকে সমানে মনোযোগ দিবলৈ সক্ষম নহয়। এচাম শিক্ষাৰ্থী অৱহেলিত হৈ ৰৈ যায়। শেষত সেইবাবেই বিদ্যালয়ত সমস্যাৰ সৃষ্টি কৰে।

## ১৭। পৰিদৰ্শনৰ অভাৱ (Lack of Inspection)

ৰাজ্যৰ সকলো দিশতে প্ৰাথমিক শিক্ষা চোৱাচিতা কৰিবলৈ জিলা প্ৰাথমিক শিক্ষা বিষয়া আছে। তেখেতৰ লগতে বিদ্যালয় সমূহৰ উপ-পৰিদৰ্শক আছে। তেখেতৰ তলত পৰিদৰ্শন বিষয়া কেইবাগৰাকীও আছে। এগৰাকী 'খণ্ড শিক্ষা বিষয়াও' আছে কিন্তু বিদ্যালয় পৰিদৰ্শন কৰাৰ সময় কাৰো নাই। কোনখন বিদ্যালয়ে কি কৰি আছে সেই বিষয়ে নজৰ নিদিয়াত বিদ্যালয় সমূহৰ শৈক্ষিক মানদণ্ড নিম্ন স্তৰলৈ গতি কৰা দেখা যায়।

## ১৮। চৰকাৰৰ দুৰ্বল দৃষ্টিভংগী (Weak attitude of Government)

ইংৰাজৰ ৰাজত্ব কালৰেপৰা আজিলৈ প্ৰাথমিক শিক্ষাৰ ক্ষেত্ৰত চৰকাৰৰ

মনোভাব অতি দুৰ্বল হৈয়ে আছে। ইংৰাজ সকলে কৰ্মচাৰীৰ সংখ্যা বঢ়াবৰ বাবে মাধ্যমিক শিক্ষাৰ ওপৰত গুৰুত্ব দিছিল। স্বাধীন চৰকাৰে নানা ধৰণেৰে আইন প্ৰণয়ন কৰিলেও দৃষ্টিভংগী দুৰ্বল হোৱা হেতুকে আজিলৈ সাৰ্বজনীন হৈ উঠা নাই।

### ১৯। প্ৰচাৰৰ অভাৱ (Lack of propaganda)

উন্নত অঞ্চলত প্ৰাথমিক শিক্ষাই অগ্ৰগতি লাভ কৰিলেও অনুন্নত পিছপৰা অথবা পাহাৰীয়া অঞ্চলত এতিয়াও প্ৰাথমিক শিক্ষানুষ্ঠান স্থাপন হোৱাই নাই। এনেকুৱা অঞ্চলত সভাসমিতি, চিনেমা আদি প্ৰদৰ্শন কৰি বাধ্যতামূলক প্ৰাথমিক শিক্ষাৰ বাবে প্ৰচাৰ কাৰ্য চলোৱাৰ প্ৰয়োজন। কিন্তু আজিলৈ প্ৰচাৰকাৰ্য চলোৱা হোৱা নাই।

### ২০। শৈক্ষিক বৈষম্যতা (Educational Differences)

মহিলা আৰু পুৰুষৰ শিক্ষাৰ মাজত এতিয়াও সামাজিক ভাবে বৈষম্যতা আছে। অধিক সংখ্যক অভিভাৱকে ছোৱালীক পঢ়োৱাৰ ওপৰত অধিক গুৰুত্ব নিদি ল'ৰাৰ শিক্ষাৰ ওপৰতহে গুৰুত্ব দিয়ে। ইয়াৰ ফলত প্ৰাথমিক শিক্ষা সাৰ্বজনীন হৈ উঠা নাই।

## সমাধানৰ উপায় (Way of Solution)

প্ৰাথমিক শিক্ষাক বাধ্যতামূলক কৰাৰ ক্ষেত্ৰত যিবোৰ সমস্যাৰ সৃষ্টি হৈছে সেই সমস্যাবোৰ যিকোনো প্ৰকাৰে আঁতৰ কৰিব লাগিব। তেতিয়াহে প্ৰাথমিক শিক্ষা সাৰ্বজনীন হৈ উঠিব। এই ক্ষেত্ৰত আমি তলত দিয়া ধৰণে উপায় হাতত ল'ব লাগিব।

১। প্ৰথমতে আমি 'অপচয়' আৰু 'অনুন্নয়ন' বোধ কৰাৰ বাবে অভিভাৱক সকলৰ লগতে শিক্ষকক সজাগ কৰি তুলিব লাগিব।

২। দাৰিদ্ৰতা দূৰ কৰাৰ বাবে অৰ্থনৈতিক সক্ষমতা অনাৰ ব্যৱস্থা কৰিব লাগিব।

৩। নিৰক্ষৰতাৰ দৰে 'সামাজিক ব্যাধি' প্ৰত্যাহ্বান হিচাবে লৈ দূৰীকৰণ কৰিব লাগিব।

৪। সমাজৰ পৰা কুসংস্কাৰ আৰু ৰক্ষণশীল মনোভাব আঁতৰোৱাৰ বাবে বিজ্ঞানসম্মত দৃষ্টিভঙ্গী ল'ব লাগিব।

৫। শিক্ষাৰ্থী সকলৰ উপযোগীকৈ পাঠ্যক্ৰম সজাই তুলিব লাগিব।

৬। চৰকাৰৰ তৰফৰ পৰা সাহায্য ব্যৱস্থা কৰি ৰাজহুৱা পদ্ধতিৰে ঘৰদুৱাৰ নিৰ্মাণ কৰি তুলিব লাগিব।

৭। শিক্ষাদানৰ বাবে প্ৰয়োজনীয় সকলো ধৰণৰ সঁজুলি যোগান ধৰাৰ ব্যৱস্থা কৰিব লাগিব।

৮। সকলোখিনি শিক্ষককে প্ৰশিক্ষণ প্ৰাপ্ত কৰি তুলিব লাগিব।

৯। এজনীয়া শিক্ষকৰ বিদ্যালয়ৰ বিলুপ্তি সাধন কৰি প্ৰত্যেক শ্ৰেণীৰ বাবে একোজনকৈ শিক্ষক নিয়োগ কৰিব লাগিব।

১০। শিক্ষানীতিৰ পৰিবৰ্তন সঘনাই নকৰি সুস্থিৰ মনোভাব ল'লেহে এই ক্ষেত্ৰত উপকৃত হ'ব পৰা যাব।

১১। সমাজত নিৰক্ষৰ হৈ থকা সকলো বয়স্ক লোকক শিক্ষিত কৰি তুলিব লাগিব।

১২। প্ৰত্যেকখন গাওঁৰ মধ্যস্থানত একোখনকৈ প্ৰাথমিক বিদ্যালয় স্থাপন কৰাৰ উপৰিও যাতায়াতৰ সুচল ব্যৱস্থা কৰিব লাগিব।

১৩। প্ৰাথমিক পৰ্যায়ৰ শিক্ষাৰ্থীৰ উপযোগীকৈ পৰীক্ষা ব্যৱস্থাৰ সংশোধন কৰিব লাগিব।

১৪। শিক্ষাৰ্থী সকলক বিনামূলীয়া ভাবে চিকিৎসাৰ ব্যৱস্থা কৰি সুস্বাস্থ্যৰ অধিকাৰী হোৱাত সকলোৱে সহযোগ কৰিব লাগিব।

১৫। জনসংখ্যাৰ অভূতপূৰ্ব বিস্ফোৰণ যিকোনো প্ৰকাৰে ৰোধ কৰাৰ ব্যৱস্থা' কৰিব লাগিব আৰু পৰিয়াল পৰিকল্পনা নীতি সমূহ সকলোৱে মানিব লাগিব।

১৬। পৰিদৰ্শনৰ সুব্যৱস্থা কৰি দোষ ক্ৰটিবোৰ আঁতৰোৱাৰ চেষ্টা কৰিব লাগিব।

১৭। চৰকাৰৰ দুৰ্বল দৃষ্টিভঙ্গী নোহোৱা কৰি সকলো ধৰণৰ সুবিধা বিদ্যালয়বোৰক দিব লাগিব।

১৮। একেবাৰে ভিতৰুৱা অঞ্চলবোৰত শিক্ষাৰ প্ৰয়োজনীয়তাৰ বিষয়ে ব্যাপক ভাবে প্ৰচাৰ কৰিব লাগিব।

১৯। মহিলা আৰু পুৰুষৰ বৈষম্যতা আঁতৰাই স্ত্ৰীশিক্ষাৰ প্ৰসাৰৰ ব্যৱস্থা কৰিব লাগিব।

## প্ৰশ্নাৱলী

১। সাৰ্বজনীন প্ৰাথমিক শিক্ষা।

২। অসমত সাৰ্বজনীন প্ৰাথমিক শিক্ষা।

৩। অসমত বাধ্যতামূলক প্ৰাথমিক শিক্ষা।

৪। অসমৰ প্ৰাথমিক শিক্ষা আৰু ইয়াৰ সমস্যা।

৫। ৰাষ্ট্ৰীয় শিক্ষানীতি আৰু সাৰ্বজনীন প্ৰাথমিক শিক্ষা।

## Exercises

1. Universalisation of primary education

2. Universalisation of primary education in Assam.

3. Compulsory primary education in Assam.

4. Primary education in Assam and its problems

5. National education policy and Universalisation of primary education.

# দ্বিতীয় অধ্যায়
## স্ত্ৰীশিক্ষা বা মহিলা সকলৰ বাবে শিক্ষা
## (Women Education or Education for Women)

**প্ৰস্তাৱনা (Introduction)** - এখন দেশৰ ভৱিষ্যত নিৰ্ভৰ কৰে দেশখনৰ শিক্ষা ব্যৱস্থাৰ ওপৰত । সেই শিক্ষা ব্যৱস্থাৰ লগত বিশেষভাৱে গুৰুত্বপূৰ্ণ মহিলা সকলৰ শিক্ষা । মহিলা সকলৰ শিক্ষাৰ ওপৰত দেশখনৰ আভ্যন্তৰীণ বিকাশ নিৰ্ভৰ কৰে । মহিলা সকল শিক্ষিত হৈ নুঠিলে ৰাষ্ট্ৰখন শিক্ষিত হ'ব নোৱাৰে । মহিলা সকল শিক্ষিত হ'লে তেওঁলোকৰ মাধ্যমেৰে সমাজৰ আন এটা গোষ্ঠীলৈ সম্প্ৰসাৰিত হয় । গণতান্ত্ৰিক ৰাষ্ট্ৰ এখনত পুৰুষৰ দৰে মহিলা সকলৰো গুৰুত্ব আছে । মহিলা সকলে তেওঁলোকৰদায়িত্ব আৰু কৰ্তব্য সম্বন্ধে বৰ্তমান সময়ত যথেষ্ট সজাগ হোৱা দেখা যায় ।

"মাতৃ হ'ল শিশু সকলৰ প্ৰথম শিক্ষয়িত্ৰী । জন্মৰ পৰা বিদ্যালয়লৈ যোৱা সময় খিনিলৈ শিশুৰ বিকাশৰ ক্ষেত্ৰত মাকৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ । পৰিয়ালৰ মাধ্যমত শিশুৱে পৰিবেশৰ শিক্ষা পায় । পৰিয়ালৰ আন সদস্যতকৈ মাকৰ প্ৰভাৱ শিশু সকলৰ ওপৰত বেছিকৈ পৰে । সেয়েহে মাতৃ সকলৰ শিক্ষা শিশুৰ বাবে বেছি প্ৰয়োজনীয় । মাতৃয়ে আদৰ্শৰ প্ৰতীক হিচাবে শিশুৰ মনত ধৰা দিয়ে । জাতিৰ পিতা মহামানৱ মহাত্মা গান্ধীয়ে প্ৰকৃত শিক্ষাৰ বিষয়ে উল্লেখ কৰি কৈছিল যে "শিশু শিক্ষাৰ সমস্যা সমাধান কৰিবলৈ হ'লে নাৰী শিক্ষাৰ সমস্যা দূৰ কৰিব লাগিব । যেতিয়ালৈকে আমাৰ দেশত প্ৰকৃত মাতৃ শিক্ষয়িত্ৰী সৃষ্টি নহয় তেতিয়ালৈকে আমি যিমানেই স্কুলত শিক্ষা নিদিও লাগিলে, শিক্ষা ফলপ্ৰসূ হ'ব নোৱাৰে বুলি ক'বলৈ মই কুণ্ঠা বোধ নকৰো ।" সেইদৰে স্বাধীন ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহেৰুৱে কৈছিল যে "এজন ল'ৰাক শিক্ষা দিয়া মানে এজন ব্যক্তিক শিক্ষা দিয়া, এগৰাকী নাৰীক শিক্ষা দান কৰা মানে সমগ্ৰ পৰিয়ালক শিক্ষিত কৰা ।"

মহিলাসকল সমাজৰ এক অবিচ্ছেদ্য অংগ । সমাজৰ বিকাশৰ ক্ষেত্ৰত মহিলাসকলৰ ভূমিকা বিশেষভাৱে উল্লেখযোগ্য । পুৰুষে যিদৰে সমাজৰ বিকাশত সহায় কৰে তেনেকৈ মহিলাসকলেও সমাজৰ বিকাশত অৰিহণা যোগায় । ভাৰতবৰ্ষৰ জাতীয় জীৱনত মহিলা সকলৰ ভূমিকা উপেক্ষা কৰিব নোৱাৰি । তাৰ বাবে আমি সকলোৱে সজাগ হোৱাটো প্ৰয়োজন । বৰ্তমান সময়ত সমাজ আৰু চৰকাৰৰ ওপৰত গুৰুত্বপূৰ্ণ দায়িত্ব আহি পৰিছে । গণতান্ত্ৰিক ৰাষ্ট্ৰসমূহে সকলো নাগৰিককে শিক্ষা দিয়াৰ দায়িত্ব গ্ৰহণ কৰিছে । মহিলা আৰু পুৰুষৰ মাজত থকা ব্যৱধান আজি সমাজ

ব্যৱস্থাৰ পৰা আঁতৰ হ'ব ধৰিছে। ইয়াৰ মূলতে হ'ল স্ত্ৰীশিক্ষাৰ সম্প্ৰসাৰণৰ খৰতকীয়া প্ৰচেষ্টা। মহিলা সকলকো শিক্ষাৰ ক্ষেত্ৰত সকলো ধৰণৰ সুবিধা প্ৰদান কৰাটো প্ৰয়োজন। মহিলা সকল শিক্ষিত হ'লেহে শিশুসকল শিক্ষিত হ'ব আৰু শিশু সকল শিক্ষিত হ'লে দেশৰ পৰা নিৰক্ষৰতাৰ দৰে সামাজিক ব্যাধি আঁতৰ হ'ব।

## ঐতিহাসিক পটভূমি (Historical Background)

অতীতৰ পৰাই ভাৰতবৰ্ষৰ শিক্ষা ব্যৱস্থাত মহিলা শিক্ষাৰ প্ৰচলন আছিল। বৈদিক যুগৰ শিক্ষা ব্যৱস্থাত স্ত্ৰীশিক্ষাৰ প্ৰচলন হৈছিল। সেই সময়ত পুৰুষ আৰু মহিলাৰ ব্যৱধান বৰ বেছি নাছিল। ঋগবেদৰ সময়তে ২৭ গৰাকী বিদুষী মহিলাই শিক্ষা লাভ কৰিবলৈ সক্ষম হৈছিল। পুৰুষৰ দৰে মহিলাৰ বাবেও 'উপনয়ণ' অনুষ্ঠান পতা হৈছিল। সেই সময়ত মহিলা সকলক দুটা ভাগত ভাগ কৰা হৈছিল। ভাগ দুটা হ'ল 'সদ্যবধু' আৰু 'ব্ৰহ্মবধিনী । 'সদ্যবধু' সকলতকৈ 'ব্ৰহ্মবধিনী' সকল অধিক মুক্ত আছিল। ব্ৰহ্মবধিনী সকলে নিজ ইচ্ছা অনুসৰি শিক্ষা লাভ কৰিবলৈ সক্ষম হৈছিল। 'গুৰুকুল' আৰু আশ্ৰমবোৰত পুৰুষ আৰু মহিলাই একেলগে শিক্ষা লাভ কৰিছিল। ঋগবেদত কেইবাগৰাকীও বিদুষী মহিলাৰ নাম উল্লেখ আছে, তেওঁলোক হ'ল ৰামাচা, লোপামুদ্ৰা, আপালা, কদ্ৰু, বিচভৃভৰা, ঘোচা ইত্যাদি। সমাজ ব্যৱস্থাৰ ফলস্বৰূপে কালক্ৰমত এই ধাৰণাৰ সলনি হ'ল। মানুহৰ মনত ৰক্ষণশীল মনোভাবে ঠাই পালে। স্ত্ৰী আৰু পুৰুষৰ মাজত ব্যৱধান আহিল। মহিলা সকলৰ স্বাধীনতা লোপ পালে আৰু সমাজ ব্যৱস্থা হৈ পৰিল পিতৃ প্ৰধান। শিক্ষাৰ সকলো দিশ ধৰ্ম গুৰুৰ হাতলৈ গ'ল। বিভিন্ন ধৰণৰ সামাজিক পৰিবৰ্তন অহাৰ ফলত স্ত্ৰীশিক্ষাৰ প্ৰতি কোনো ধৰণৰ সদ্ভাব নোহোৱা হ'ল। মহিলা সকল ঘৰুৱা কামতে সীমাবদ্ধ হৈ থাকিব লগীয়া হ'ল। বৈদিক যুগৰ অন্ত পৰাৰ পিছতে আমি বুদ্ধ যুগৰ কথা এই ক্ষেত্ৰত উল্লেখ কৰিব পাৰো। বুদ্ধযুগতো স্ত্ৰীশিক্ষাৰ প্ৰতি পুৰুষ আৰু মহিলাই পবিত্ৰ আদৰ্শৰ মাজেৰে শিক্ষা লাভ কৰিছিল। প্ৰথম অৱস্থাত কিন্তু ভিক্ষুনী সকলৰ বাবে আচুতীয়াকৈ মনাষ্টিক বিদ্যালয় স্থাপন কৰাৰ ব্যৱস্থা কৰা হৈছিল। বুদ্ধ ধৰ্মৰ বহল প্ৰচাৰে শিক্ষা ব্যৱস্থাৰ মানদণ্ডও উন্নত কৰায়। পৃথিৱীৰ বিভিন্ন দেশৰ শিক্ষাৰ্থীৰ সমাবেশ সেইসময়ত ঘটিছিল। শিক্ষা ব্যৱস্থাৰ সম্প্ৰসাৰণে অকল মহিলা সকলৰ চৰিত্ৰ আৰু বৌদ্ধিক শক্তিৰ বিকাশতে সীমাবদ্ধ হৈ থকা নাছিল। কেইবাগৰাকীও মহিলাই ধৰ্ম আৰু দৰ্শনৰ ক্ষেত্ৰত উচ্চ স্থান পাইছিল। কেইগৰাকীমান মহিলাই নিজকে সমাজত দাৰ্শনিক আৰু কবি হিচাপে পৰিগণত কৰাইছিল, কেইগৰাকীমান আছিল উপযুক্ত সমাজকৰ্মী। বুদ্ধধৰ্ম প্ৰচাৰৰ বাবে মহিলা সকলে বিদেশলৈ যোৱা উদাহৰণো আছে। উদাহৰণ স্বৰূপে অশোকৰ ভনী সংঘমিত্ৰাই ধৰ্ম প্ৰচাৰৰ বাবে সিংহললৈ গৈছিল। উল্লেখযোগ্য আন আন ভিক্ষুনী সকল হ'ল সুভা, অনুপমা আৰু সুমেধা। তেওঁলোকে জীৱনযোৱা

সেৱাৰ ব্ৰত আকোৱালি লৈছিল। উচ্চশিক্ষা লাভ কৰা মহিলা সকলে শিক্ষয়িত্ৰীৰ দায়িত্বও লৈছিল। তেওঁলোকক 'উপাধ্যায়া' বোলা হৈছিল। সেইসময়ত কেইবাগৰাকীও মহিলা কবিৰ নাম উল্লেখ পোৱা যায় তাৰ ভিতৰত শিলাভট্টৰিকা, প্ৰভূদেৱী আৰু বিজয়াংকই প্ৰধান। বিজয়াংকক কালিদাসৰ পিছত বুলি উল্লেখ পোৱা যায়। ৰজাসকলৰ মৃত্যুৰ পিছত ৰাণীসকলে ৰাজনৈতিক দায়িত্ব লোৱাৰ কথাও ইতিহাসত স্মৰণীয় হৈ আছে। এই ক্ষেত্ৰত নয়নিকা প্ৰভাৱতী আৰু বিজয়া মহাৰিকাৰ নাম উল্লেখযোগ্য। ন্যায়শাস্ত্ৰৰ ক্ষেত্ৰতো মহিলাৰ নাম উল্লেখ আছে। ইয়াৰ উপৰিও বেদান্ত, আয়ুৰ্বেদ সাহিত্য আদি.. ক্ষেত্ৰতো মহিলাসকলে পাৰ্গতালি দেখুৱাইছিল।

মধ্যযুগত স্ত্ৰীশিক্ষাৰ বিলুপ্তি ঘটাৰ কথা ইতিহাসত উল্লেখ পোৱা যায় যদিও কেইগৰাকীমান মহিলা শিক্ষা লাভ কৰিবলৈ সক্ষম হৈছিল। সেইসময়ত সমাজ ব্যৱস্থাত 'বোৰ্খা' (Purdah) বা ওৰণি প্ৰথা আছিল। এই প্ৰথামতে কোনো বিবাহিতা মহিলাই আন পুৰুষক মুখ দেখুৱাব নোৱাৰে। এই প্ৰথা চলি থকাৰ ফলস্বৰূপেই স্ত্ৰীশিক্ষাৰ সম্প্ৰসাৰণত বাধা জন্মিছিল। কেতিয়াবা সৰু ছোৱালীবোৰক শিক্ষা দিয়া হৈছিল যদিও খুব সোনকালে তেওঁলোকে স্কুল এৰি আহিছিল। হেৰেমবোৰত সম্ৰাটসকলে মহিলাসকলক শিকোৱাৰ ব্যৱস্থা কৰিছিল আৰু কিছুমান মহিলাই শিক্ষাৰ ক্ষেত্ৰত সুনাম অৰ্জন কৰিছিল। আমি এই ক্ষেত্ৰত কেইগৰাকীমান মহিলাৰ নাম উল্লেখ কৰিব পাৰো। তেওঁলোক হ'ল 'চুলতানা ৰেজিয়া', 'চান্দ চুলতানা', 'গুলবদন বেগম', 'চালিমা চুলতানা', 'মোহন আনাগা', 'নুৰজাহান', 'জাহানাৰা' আৰু 'জিবুন্নিছা' ইত্যাদি। আমি এই ক্ষেত্ৰত F E Keay ৰ এষাৰ মন্তব্য উল্লেখ কৰিব পাৰো। মন্তব্য শাৰী হ'ল "It is probable that many other royal noble ladies, whose names have not been recorded also received some education behind the 'purdah', but even so they were few compared with the great mass of Muslim women who received no education at all, except a domestic training in the performance of the duties of the household"

অতীত ভাৰতবৰ্ষত স্ত্ৰীশিক্ষাৰ বিকাশ বিশেষভাৱে হোৱা নাছিল যদিও ইংৰাজ শাসন ব্যৱস্থাৰ আৰম্ভণিতো এই শিক্ষাৰ বিকাশ হোৱা বুলি ক'ব নোৱাৰি। ইংৰাজসকলে আধুনিক ভাৰতবৰ্ষত শিক্ষাৰ পাতনি মেলিছিল যদিও ইংৰাজসকলৰ মূল উদ্দেশ্য আছিল ভাৰতবৰ্ষৰ ঐশ্বৰ্য বিভূতি লৈ গৈ নিজৰ দেশ চহকী কৰা। এই উদ্দেশ্যৰ বাবেই তেওঁলোকে মাত্ৰ কেৰাণী, মহৰী প্ৰস্তুত কৰাতহে মনোনিবেশ কৰিছিল। স্ত্ৰীশিক্ষাৰ বিকাশৰ ক্ষেত্ৰত মিছনেৰী সকলৰ ভূমিকা বিশেষভাৱে উল্লেখযোগ্য। কেইগৰাকীমান মিছনেৰীৰ আপ্ৰাণ প্ৰচেষ্টাৰ ফলত তেওঁলোকৰ মহিলাসকলে ভাৰতবৰ্ষৰ মহিলাসকলৰ বাবে 'জানানা স্কুল' (Zanana School) স্থাপন কৰিছিল। ভাৰতীয় মানুহৰ পৰিয়ালবোৰলৈ গৈ মহিলা সকলক শিক্ষিত

কৰিবলৈ চেষ্টা কৰিছিল। ১৮১৮ চনত 'চুচুৰা' নামে ঠাইত এখন সুকীয়া মহিলাৰ শিক্ষানুষ্ঠান স্থাপন কৰা হৈছিল। এই স্কুলখন স্থাপন কৰাৰ ক্ষেত্ৰত 'ৰেভাৰেণ্ড মে' নামৰ মিছনেৰীজন বিশেষভাৱে জড়িত। মিছনেৰীসকলৰ সহযোগত বহুতো ইংৰাজ বিষয়া আৰু তেওঁলোকৰ পত্নীসকলে স্ত্ৰীশিক্ষাৰ শিক্ষানুষ্ঠান স্থাপনত আগভাগ লৈছিল। ইংৰাজ মহিলাসকলে ১৮২০ চনত 'কলিকতা ফিমেল জুভেনাইল চোছাইটি' স্থাপন কৰিছিল আৰু স্ত্ৰীশিক্ষাৰ ক্ষেত্ৰত অৰিহণা যোগাইছিল। সেইদৰে লেডি আৰ্মহাষ্টৰ পৃষ্ঠপোষকতাত ১৮২৪ চনত 'লেডিজ চোছাইটি ফৰ লেটিন ফিমেল এডুকেশ্বন' গঢ়ি উঠিছিল। পিতৃ-মাতৃ হেৰুৱা ছোৱালীৰ বাবে 'অনাথ আশ্ৰম' স্থাপন কৰি শিক্ষা দিয়াৰ ব্যৱস্থা কৰিছিল। এই সময়ছোৱাৰ আটাইতকৈ উল্লেখযোগ্য অৱদান হ'ল 'বেথুন স্কুল'। ভাৰতবৰ্ষত 'বেথুন স্কুল' স্থাপন হোৱাত স্ত্ৰীশিক্ষাৰ ক্ষেত্ৰত মানুহৰ মনত এটা নতুন ধাৰণা সৃষ্টি হৈছিল।

ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তত বাল্যবিবাহ, সতীদাহ প্ৰথা আদি চলি আছিল। সতীদাহ প্ৰথা বন্ধ কৰাৰ ক্ষেত্ৰত লৰ্ড বেণ্টিঙ্কে আগভাগ লয় আৰু কু-সংস্কাৰ সমূহ সমাজৰ পৰা আঁতৰোৱাৰ চেষ্টা কৰিছিল। ভাৰতবৰ্ষৰ স্ত্ৰীশিক্ষাৰ বিকাশত লৰ্ড ডেলহাউচিৰ উদগনিও মন কৰিবলগীয়া। ডেলহাউচিয়ে ৰাজকোষৰ পৰা স্ত্ৰীশিক্ষাৰ বাবে অৰ্থব্যয়ৰ কথাৰ পোষকতা কৰিছিল। স্ত্ৰীশিক্ষাৰ বিকাশৰ বাবে ১৮৫৪ চনৰ উডৰ ঘোষণা পত্ৰত নিৰ্দেশনা আগবঢ়োৱা হয়। উডৰ ঘোষণা পত্ৰত কোৱা হৈছিল যে ৰাজ্যচৰকাৰসমূহে পুৰুষ মহিলা উভয়ৰ শিক্ষাৰ বাবে অৰ্থব্যয় কৰিব। মহিলা শিক্ষানুষ্ঠানৰ বাবে অনুদান ব্যৱস্থা আগবঢ়াব। মহিলাসকলৰ বাবে সাংসাৰিক আৰু কাৰ্যকৰী বিষয়ৰ ব্যৱস্থা কৰিব। মহিলা শিক্ষাৰ্থীৰ সুবিধাৰ বাবে ছাত্ৰী নিবাস আৰু জলপানিৰ ব্যৱস্থা কৰিব। স্কুলসমূহত যোগ্যতাসম্পন্ন শিক্ষয়িত্ৰী নিয়োগৰ কথাও প্ৰতিবেদনত উল্লেখ কৰা হৈছিল। ভাৰতবৰ্ষৰ সকলো প্ৰদেশত মহিলা শিক্ষানুষ্ঠান স্থাপন কৰাৰ বাবে উদগনি আগবঢ়াইছিল।

ভাৰতবৰ্ষৰ প্ৰথম শিক্ষা আয়োগ গঠন কৰা হয় ১৮৮২ চনত। W. W. Hunter ৰ নেতৃত্বত এই আয়োগ গঠন কৰা হৈছিল। এই আয়োগে বেচৰকাৰী অনুষ্ঠানৰ যোগেদি স্ত্ৰীশিক্ষাৰ বিকাশ সাধন কৰিবলৈ বিচাৰিছিল যদিও এই ক্ষেত্ৰত চৰকাৰে সক্ৰিয় অংশ গ্ৰহণ কৰা নাছিল। কুৰি শতিকাৰ আৰম্ভণিতহে স্ত্ৰীশিক্ষাৰ প্ৰতি মানুহৰ মন ধাৱিত হৈছিল। এই ক্ষেত্ৰত আমি লৰ্ড কাৰ্জনৰ শিক্ষানীতিৰ কথা উল্লেখ কৰিব পাৰো। কাৰ্জন এজন বিদ্যোৎসাহী গৱৰ্ণৰ জেনেৰেল আছিল। কাৰ্জনৰ শিক্ষানীতিত স্ত্ৰীশিক্ষা সম্প্ৰসাৰণৰ কাৰণে সুকীয়া অনুষ্ঠান পতাৰ সপক্ষে মতামত পোষণ কৰা দেখা যায়। এনেধৰণৰ স্কুল সমূহ স্থাপন কৰি আৰ্থিক সাহায্য লগে লগে শিক্ষক নিযুক্তিৰ ক্ষেত্ৰতো গুৰুত্ব আৰোপ কৰা দেখা গৈছিল। কুৰি শতিকাৰ প্ৰথম দশকৰ পিচত স্ত্ৰীশিক্ষাৰ বিকাশ বহুলভাৱে হৈছিল। বিভিন্ন ঠাইত স্ত্ৰীশিক্ষাৰ বিদ্যালয় স্থাপন কৰা হৈছিল, জলপানিৰ ব্যৱস্থাকৰণ, অধিকতৰ শিক্ষয়িত্ৰী নিয়োগ, মহিলা বিদ্যালয় পৰিদৰ্শিকা নিয়োগ আদি কৰাৰ ব্যৱস্থা কৰা হৈছিল।

ভাৰতবৰ্ষত জাতীয় জাগৰণৰ সূত্ৰপাত হোৱাৰ লগে লগে স্ত্ৰীপুৰুষ উভয়ৰে উৎসাহ উদ্দীপনা বৃদ্ধি হৈছিল । পুৰুষৰ নিচিনাকৈ মহিলা সকলকো শিক্ষা দিয়াৰ ব্যৱস্থা কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰা হ'ল । সমাজৰ পৰা কুসংস্কাৰবোৰ যেনে--বাল্যবিবাহ, সতীদাহ প্ৰথা আদি ৰোধ কৰাৰ বাবে চলোৱা চৰকাৰী প্ৰচেষ্টাই স্ত্ৰীশিক্ষাৰ অৰিহণা যোগালে । বিশেষকৈ 'সাৰদা আইন' পাচ হোৱাৰ লগে লগে অভিভাৱক সকলে তেওঁলোকৰ ছোৱালীক স্কুললৈ পঠোৱাৰ দিহা কৰিলে । দেশজোৰা অসহযোগ আন্দোলনৰ সূত্ৰপাত হোৱাৰ ফলত মহিলা সকলৰ বিকাশৰ ওপৰত গুৰুত্ব আহি পৰিল । শিক্ষিত মহিলাৰ প্ৰয়োজন সমাজত আহি পৰিল আৰু মহিলা সকলো উচ্চ শিক্ষাৰ বাবে আগ্ৰহী হ'ল । বিশ্ববিদ্যালয় সমূহৰ প্ৰগতিশীল মনোভাবে এই ক্ষেত্ৰত মহিলা সকলক উদগণি যোগাইছিল । ইংৰাজী শিক্ষাৰ প্ৰচলনে স্ত্ৰীপুৰুষৰ মনৰ পৰা ভেদাভেদ ভাব কিছু আতৰ কৰালে । এইদৰে মহিলা সকলৰ শিক্ষাৰ বিকাশৰ গতি কিছু ক্ষিপ্ৰতৰ হ'ল ।

১৯২৯ চনত ভাৰতবৰ্ষৰ শিক্ষাৰ আসোঁৱাহ সমূহ অধ্যয়ন কৰাৰ বাবে 'চাৰ ফিলিপ হাৰটগ'ৰ নেতৃত্বত এটা কমিটি গঠন কৰি দিয়া হয় । এই কমিটিয়ে শিক্ষাৰ অৱস্থাৰ বিষয়ে অধ্যয়ন কৰি বিশেষকৈ স্ত্ৰীশিক্ষাৰ ক্ষেত্ৰত তলত দিয়া ধৰণে মত পোষণ কৰিছিল—

১। মহিলাৰ বাবে শিক্ষানুষ্ঠান স্থাপনত গুৰুত্ব দি প্ৰাথমিক আৰু মাধ্যমিক শিক্ষাৰ অনুষ্ঠান বৃদ্ধি কৰা ।

২। উপযুক্ত শিক্ষয়ত্ৰী নিয়োগ কৰা ।

৩। মহিলা বিদ্যালয় পৰিদৰ্শিকাৰ সংখ্যা বৃদ্ধি কৰা ।

৪। প্ৰত্যেকটো অঞ্চলত একোগৰাকীকৈ মহিলা কৰ্মচাৰী নিয়োগ কৰা ।

৫। অনুষ্ঠান আৰু সংস্থাসমূহত মহিলা সদস্যাৰ বাবে আসন সংৰক্ষণ কৰাৰ ব্যৱস্থা হাতত লোৱা ।

৬। মহিলাৰ বাবে বৃত্তি শিক্ষাৰ ব্যৱস্থা কৰা ।

ভাৰতবৰ্ষত মহিলা সকলৰ শিক্ষাৰ বাবে সুচিন্তা কৰা সকলৰ ভিতৰত শ্ৰীমতী এনি বেচান্তৰ নাম বিশেষভাবে উল্লেখযোগ্য । বেচান্তে স্ত্ৰীশিক্ষা সম্প্ৰসাৰণ কৰাৰ কাৰণে লোৱা পৰিকল্পনাক জাতিৰ পিতা মহাত্মা গান্ধীয়ে স্থায়ী ৰূপদান দিয়াৰ ব্যৱস্থা কৰিছিল । এই প্ৰচেষ্টাই ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনত অৰিহণা যোগাইছিল । এই আন্দোলনৰ সফলতাৰ বাবে মহিলা সকলৰ শিক্ষা যে অতি প্ৰয়োজনীয় মহাত্মা গান্ধীয়ে তাক উপলব্ধি কৰিছিল । মহাত্মা গান্ধীৰ আহ্বানৰ প্ৰতি মহিলা সকলে সঁহাৰি দিছিল আৰু শ' শ' ভাৰতীয় মহিলাই শিক্ষাৰ প্ৰতি আগ্ৰহী হোৱাৰ লগতে স্বাধীনতা আন্দোলনৰ কাৰ্যসূচি সমূহতো অংশ গ্ৰহণ কৰিছিল । ভাৰতবৰ্ষৰ স্বাধীনতা লাভত মহিলা সকলৰ অৱদান বিশেষভাবে উল্লেখযোগ্য ।

ভাৰতবৰ্ষ স্বাধীন হোৱাৰ লগে লগে স্বাধীন চৰকাৰ গঠন হ'ল আৰু স্ত্ৰী শিক্ষাৰ ক্ষেত্ৰত নতুন দিগন্তৰ উদয় হ'ল। ভাৰতীয় সংবিধানত উল্লেখ কৰা হ'ল যে স্ত্ৰী-পুৰুষ উভয়ে লিঙ্গ ভেদে ৬ বছৰৰ পৰা ১২ বছৰ বয়সলৈ সাৰ্ব্বজনীন প্ৰাথমিক শিক্ষা লাভ কৰিব পাৰিব। স্বাধীন ভাৰতৰ প্ৰথম শিক্ষা আয়োগ গঠন কৰা হয় ১৯৪৮ চনত। এই আয়োগত ডঃ ৰাধাকৃষ্ণণে মহিলা সকলৰ উচ্চশিক্ষাৰ ক্ষেত্ৰত সকলো ধৰণৰ আৰ্থিক সাহায্য দিয়াৰ কথা উল্লেখ কৰিছিল। ৰাধাকৃষ্ণণ আয়োগৰ মতে সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক অনুন্নয়নৰ প্ৰতি লক্ষ্য ৰাখি আমি এই কথা স্পষ্টকৈ অনুভৱ কৰো যে নাৰীৰ ব্যক্তিত্বৰ বিকাশ আৰু আৰ্থ-সামাজিক উন্নয়নত তেওঁলোকৰ অৰিহণা আগবঢ়াবৰ কাৰণে শিক্ষাই মূল পন্থা। ৰাধাকৃষ্ণণে কৈছিল যে "নাৰীও মানৱ, পুৰুষৰ দৰে তেওঁলোকৰো বিকাশৰ অধিকাৰ আছে। এখন সমাজৰ সাংস্কৃতিক বা আধ্যাত্মিক দিশৰ প্ৰতিফলন কৰে নাৰীয়েই। শিক্ষিত মহিলা বিহীনে শিক্ষিত পুৰুষ হব নোৱাৰিব। যদি সৰ্ব্বসাধাৰণ শিক্ষা মাথো স্ত্ৰী অথবা পুৰুষকহে দিব লাগে, তেনেহলে শিক্ষা মহিলাকহে দিব লাগে, যাতে পিছৰ পুৰুষো তেওঁলোকৰ দ্বাৰা শিক্ষিত হব পাৰে"। আৰৌ এই আয়োগৰ দ্বাৰা কোৱা হৈছিল "They shall not try to imitate men, but shall desire as good education as women, as men get as men Women's and men's education should have many elements in common, but should not in general be identical in all respect as is usually the case to day." ১৯৫২-৫৩ চনত মুডালিয়ৰ আয়োগ আৰু ১৯৬৪-৬৬ চনৰ কোঠাৰী আয়োগত স্ত্ৰীশিক্ষাৰ বিকাশৰ বাবে নানাধৰণৰ পৰামৰ্শৱলী আগবঢ়াইছিল। এই আয়োগ আৰু সমিতি সমূহৰ পৰামৰ্শৱলীৰ উপৰিও স্ত্ৰীশিক্ষা সন্দৰ্ভত কেইবাটাও পদক্ষেপ লোৱাৰ কথা উল্লেখ পোৱা যায়। সেইবোৰ হ'ল —

## শ্ৰীমতী নাথিবাই দামোদৰদেউ থেকাৰচি মহিলা বিশ্ববিদ্যালয়- - (S.N.D.T. WOMEN UNIVERSITY)

স্ত্ৰীশিক্ষাৰ বিকাশৰ বাবে ১৮৯৬ চনত পুণাত অধ্যাপক দি, কে, কাৰ্ভেই শ্ৰীমতী নাথিবাই দামোদৰদেউ থেকাৰচি নামৰ মহিলা বিশ্ববিদ্যালয়খন স্থাপন কৰিছিল। ইয়াৰ মূলতে আছিল হিন্দু বিধবা মহিলা সকলৰ সমস্যা সমাধান কৰা। এই অনুষ্ঠানখন প্ৰথমতে এখন স্কুল আছিল তাত প্ৰাথমিক স্কুল, মহিলা নিবাস, মাধ্যমিক স্কুল আৰু প্ৰাথমিক স্কুলৰ শিক্ষক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা আছিল। আৰম্ভণিতে অভিভাৱক সকলে এই অনুষ্ঠানলৈ শিক্ষাৰ্থী পঠোৱাত দ্বিধাবোধ কৰিছিল যদিও সময়ৰ লগে লগে অবিবাহিতা মহিলা সকলকো পঠাবলৈ ধৰিছিল। এইদৰে এই অনুষ্ঠানখনত সকলো পৰ্য্যায়ৰ শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছিল। ১৯১৬ চনত ইয়াক পূৰ্ণাঙ্গৰূপে বিশ্ববিদ্যালয় পৰ্য্যায়লৈ অনা হয়। ১৯৩০ চনত অনুষ্ঠানখনৰ মুখ্য কাৰ্য্যালয় বোম্বেলৈ স্থানান্তৰিত কৰা হয়। এই অনুষ্ঠানখন স্থাপন কৰাৰ বাবে

যোশ্বেৰ এজন সদাগৰে নিজ মাতৃৰ স্মৃতিৰ অৰ্থে যথেষ্ট টকা পইচা খৰছ কৰি মহিলা শিক্ষাৰ বিকাশত বৰঙণি যোগাইছিল। সেই অনুসৰি চমুকৈ অনুষ্ঠানখন S.N.D.T. women University বুলি জনা যায়।

**স্ত্ৰীশিক্ষাৰ জাতীয় পৰিষদ ১৯৫৯— (National council of women Education 1959) :-** স্ত্ৰীশিক্ষাৰ জাতীয় পৰিষদ গঠন কৰা হয় ১৯৫৯ চনত। ইয়াক পুনৰগঠন কৰা হয় ১৯৬৪ চনত। ইয়াৰ সম্পাদক আৰু সভাপতিৰ লগতে আন আন ২৭ জন সদস্য আছে। এই পৰিষদখনে তলত দিয়া কাৰ্য্যাৱলী সমূহ সম্পাদন কৰে। যেনে –

১। এই পৰিষদখনে কেন্দ্ৰীয় চৰকাৰক স্ত্ৰীশিক্ষাৰ সমস্যা সম্বন্ধে উপদেশ দিয়ে।

২। এই পৰিষদখনে স্ত্ৰীশিক্ষাৰ বিকাশ আৰু সম্প্ৰসাৰণৰ বাবে লক্ষ্য, নীতি, আঁচনি প্ৰস্তুত কৰাৰ লগতে প্ৰাধান্যতাৰ বিষয়ে সিদ্ধান্ত কৰে।

৩। এই পৰিষদখনে স্বেচ্ছামূলক সংগঠন সমূহৰ লগত চৰকাৰৰ সমন্বয় গঢ়ি তোলে।

৪। পৰিষদখনে সমাজখনক স্ত্ৰীশিক্ষাৰ গুৰুত্বৰ বিষয়ে অৱগত কৰাৰ লগতে মনৰ প্ৰাবল্যতা সৃষ্টি কৰে।

৫। পৰিষদখনে আলোচনাচক্ৰ, জৰীপ আৰু গৱেষণামূলক কাম হাতত লয় আৰু জাতীয় ভিত্তিক বিকাশৰ চেষ্টা কৰে।

৬। এই পৰিষদখনে স্ত্ৰীশিক্ষাৰ অগ্ৰগতিৰ খণ্ড খণ্ডভাবে মূল্যায়ণ কৰে।

**দুৰ্গাবাই দেশমুখ কমিটি ১৯৫৯— (Durgabai Deshmukh Committee 1959) :-** ভাৰতবৰ্ষৰ জাতীয় চৰকাৰে ১৯৫৯ চনত স্ত্ৰীশিক্ষাৰ বিকাশৰ বাবে দুৰ্গাবাই দেশমুখৰ নেতৃত্বত এখন কমিটি গঠন কৰি দিয়ে। এই কমিটিখনে তলত দিয়া পৰামৰ্শ সমূহ আগবঢ়ায়—

১। কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰে স্ত্ৰীশিক্ষাক প্ৰাধান্য দিয়া উচিত।

২। কেন্দ্ৰীয় চৰকাৰত এটা স্ত্ৰীশিক্ষা বিভাগ স্থাপন কৰা উচিত।

৩। প্ৰত্যেকখন প্ৰদেশত স্ত্ৰীশিক্ষাৰ দিশটোত নজৰ দিয়াৰ বাবে একোজন শিক্ষাধিকাৰ নিয়োগ কৰা উচিত।

৪। উচ্চ শিক্ষাৰ অনুষ্ঠানবোৰত সহশিক্ষাৰ ব্যৱস্থা কৰা দৰ্কাৰ।

৫। বিশ্ববিদ্যালয় অনুদান আয়োগে স্ত্ৰীশিক্ষাৰ ক্ষেত্ৰত খৰছ কৰাৰ বাবে সুকীয়া অৰ্থ দেখুৱাব লাগে আৰু এই অৰ্থ স্ত্ৰীশিক্ষাৰ শিতানত খৰছ কৰাৰ নিৰ্দেশ দিব লাগে।

৬। প্ৰথম পদক্ষেপ হিচাপে স্ত্ৰীশিক্ষাৰ বিকাশৰ বাবে অষ্টম শ্ৰেণীলৈ মুক্ত শিক্ষাৰ ব্যৱস্থা কৰিব লাগে।

৭। মহিলা সকলে নিজ ইচ্ছা অনুসৰি লব পৰা অতিৰিক্ত বিষয়ৰ ব্যৱস্থা অনুষ্ঠানবোৰত থাকিব লাগে।

৮। মহিলাসকলে মুক্তভাবে প্ৰশিক্ষণ লব পৰাৰ ব্যৱস্থা কৰা উচিত।

৯। গ্ৰাম্যাঞ্চলৰ মহিলা সকলে যাতে শিক্ষা লাভ কৰিবলৈ সক্ষম হয় তাৰ বাবে উদগণি যোগাব লাগে।

১০। বিভিন্ন কৰ্মক্ষেত্ৰত মহিলা সকলৰ বাবে খালী পদ ৰখাৰ ব্যৱস্থা কৰিব লাগে।

১১। নিৰক্ষৰ মহিলা সকলক শিক্ষা দিয়াৰ বাবে ব্যৱস্থা ৰাখি উপযুক্তভাবে উৎসাহ দিয়া দৰ্কাৰ।

**শ্ৰীমতী হংস মেহতা কমিটিৰ প্ৰতিবেদন ১৯৬২ (Srimati Hansa Mehta Commitee Report 1962)**

'ৰাষ্ট্ৰীয় স্ত্ৰীশিক্ষা সংসদে' ১৯৬২ চনত শ্ৰীমতী হংস মেহতাৰ নেতৃত্বত মহিলা সকলৰ ক্ষেত্ৰত শিক্ষাৰ পাঠ্যক্ৰমৰ দিশৰ বিভিন্নতাৰ বিষয়ে অধ্যয়ণ কৰিবলৈ এখন কমিটি গঠন কৰি দিয়ে। এই কমিটিখনে পাঠ্যক্ৰম সম্বন্ধে তলত দিয়া পৰামৰ্শ সমূহ আগবঢ়ায়।

ক) ১। প্ৰাথমিক স্তৰত ল'ৰা-ছোৱালীৰ বাবে সমপৰ্য্যায়ৰ পাঠ্যক্ৰম যুগুত কৰা হব। আমাৰ প্ৰচলিত প্ৰথা অনুযায়ী ল'ৰা আৰু ছোৱালীৰ কৰ্ম বিভাজনৰ দৃষ্টিভংগী নানিবলৈ সকলোৰে বাবে একেধৰণৰ পাঠ্যক্ৰম প্ৰস্তুত কৰিব লাগে।

২। মহিলা শিক্ষয়িত্ৰী বা মহিলা কৰ্মীৰ সংখ্যা বঢ়াব লাগে।

খ) ১। আমাৰ দেশৰ শিক্ষাৰ লক্ষ্য হব ৬ ৰ পৰা ১৪ বছৰৰ শিশুৰ কাৰণে বিনামূলীয়া বাধ্যতামূলক শিক্ষা প্ৰবৰ্ত্তন কৰা আৰু লিঙ্গ পৃথকতাৰ ভেটিত পাঠ্যক্ৰম প্ৰস্তুত কৰা নহব। মহিলা সকলৰ বাবে গাৰ্হস্থ্য বিজ্ঞান শিক্ষাৰ ব্যৱস্থা কৰিব লাগিব।

২। যিহেতু ১১ অথবা ১২ বছৰ নিৰ্দিষ্ট বিষয় নিৰ্বাচনীৰ কাৰণে থৰ আলসুৱা স্তৰ সেয়েহে মধ্যস্তৰৰ পিচতহে বৃত্তিমূলক শিক্ষাৰ ব্যৱস্থা কৰিব লাগে।

৩। শিক্ষানুষ্ঠানত স্থানীয় প্ৰয়োজনীয়তাৰ সৈতে ৰজিতা খুৱাই এটা বা তাতকৈ অধিক হস্তশিল্পৰ ব্যৱস্থা থাকিব লাগে।

৪। মাধ্যমিক স্তৰত শিক্ষক-শিক্ষয়িত্ৰী উভয়কে নিযুক্তি দিব লাগে।

৫। মাধ্যমিক শিক্ষাৰ অনুষ্ঠান সমূহত মহিলাৰ নামভৰ্ত্তি বঢ়াবৰ বাবে চেষ্টা কৰিব লাগে।

৬। মহিলা সকলৰ সুবিধাৰ অৰ্থে যাতায়ত ব্যৱস্থা সুচল হব লাগে।

গ) ১। উচ্চ মাধ্যমিক স্তৰৰ শিক্ষানুষ্ঠানত বৃত্তিমূলক শিক্ষাৰ প্ৰশিক্ষণ আচুতীয়াকৈ দিয়াৰ ব্যৱস্থা নকৰিলেও সকলোবোৰৰ বাবে একোটাকৈ শিল্পকেন্দ্ৰিক অথবা উৎপাদনমুখী ক্ৰিয়া অন্তৰ্ভূক্ত কৰিব লাগে।

২। এই স্তৰত একছৰৰ পৰা তিনিবছৰীয়া বৃত্তিমূলক শিক্ষা প্ৰবৰ্ত্তন কৰিব লাগে। শিক্ষা ব্যৱস্থা পৰিৱৰ্ত্তিত সমাজ ব্যৱস্থাৰ লগত খাপখোৱা উচিত।

৩। এই স্তৰৰ অন্তত পুনৰ শাখা বিভাজন যুক্ত পাঠ্যক্ৰমৰ ব্যৱস্থা কৰিব লাগে। কলা, বিজ্ঞান আদি বিষয়ও অন্তৰ্ভূক্ত কৰিব লাগে। এই স্তৰত গাৰ্হস্থ্য বিজ্ঞান, সংগীত, সুকুমাৰ কলা, অৰ্থনীতি, যৌনশিক্ষা আদিৰ দৰে বিষয় অন্তৰ্ভূক্ত কৰিব লাগে।

**ভক্তবৎসলম কমিটিৰ প্ৰতিবেদন ১৯৬৩ (Bhaktabatsalam Committee Report 1963)**

ৰাষ্ট্ৰীয় স্ত্ৰীশিক্ষা সংসদে ১৯৬৩ চনত শ্ৰীএম, ভক্তবৎসলমৰ নেতৃত্বত এখন কমিটি গঠন কৰে। তেওঁ মাদ্ৰাজৰ মুখ্যমন্ত্ৰী আছিল আৰু স্ত্ৰীশিক্ষাৰ ক্ষেত্ৰত সৰ্বসাধাৰণ ৰাইজৰ আগ্ৰহ কমি যোৱাৰ সমস্যা সমূহৰ বিষয়ে অধ্যয়ণ কৰিছিল।

প্ৰতিবেদনত তলত দিয়া ধৰণে পৰামৰ্শ সমূহ আগবঢ়াইছিল।

১। স্ত্ৰীশিক্ষাৰ প্ৰসাৰৰ বাবে চৰকাৰ আৰু ৰাইজে সমূহীয়া ভাবে কাম কৰি যাব লাগিব। ভবিষ্যতৰ বাবে আঁচনি গ্ৰহণ কৰি তেওঁলোকৰ দায়িত্বৰ উপলব্ধি কৰিব লাগিব।

২। প্ৰাথমিক পৰ্য্যায়ত সহশিক্ষাক জনপ্ৰিয় কৰা উচিত।

৩। শিক্ষণ প্ৰক্ৰিয়াত বিবাহিত মহিলা সকলৰ সেৱা অংশকালীন ভাবে ব্যৱহৃত হোৱাৰ ব্যৱস্থা কৰা উচিত।

৪। ৰাজ্যিক চৰকাৰ সমূহে সৰ্বসাধাৰণ ৰাইজক স্ত্ৰীশিক্ষাৰ বিকাশৰ বাবে উদগণি দিব লাগিব। এই ক্ষেত্ৰত সমাৰোহ, আলোচনা চক্ৰ আৰু শ্ৰবনদৰ্শন আহিলাৰ প্ৰয়োগৰ ব্যৱস্থাপনা কৰিব লাগিব।

৫। সেইদৰে কেন্দ্ৰীয় চৰকাৰে স্ত্ৰীশিক্ষাৰ বাবে মুক্তভাবে অৰ্থনৈতিক সাহায্য আগবঢ়াব লাগিব।

৬। গ্ৰামাঞ্চলত অধিক সংখ্যক সামাজিক শিক্ষাৰ কেন্দ্ৰ স্থাপন কৰাৰ ব্যৱস্থা কৰিব লাগিব।

৭। শিক্ষয়িত্ৰী সকলক উপযুক্ত দৰ্মহা দিয়াৰ লগতে, চুটিৰ সুব্যৱস্থা আৰু যোগাযোগ বানচ দিয়াৰ ব্যৱস্থা কৰিব লাগে।

৮। মহিলা শিক্ষানুষ্ঠান সমূহ নিয়মিত ভাবে ফলপ্ৰসূ হোৱাকৈ পৰিদৰ্শন কৰিব লাগে।

৯। গ্ৰাম্যাঞ্চলৰ পৰা যোৱা শিক্ষয়িত্ৰীৰ বাবে শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰ সমূহত ঠাই সংৰক্ষণ কৰাৰ ব্যৱস্থা ৰাখিব লাগিব।

১০। প্ৰাপ্ত বয়স্ক মহিলা সকলৰ বাবে কৰ্মপ্ৰসূ পাঠ্যক্ৰমৰ ব্যৱস্থা কৰি শিক্ষা দিব লাগিব।

## কোঠাৰীআয়োগৰ (১৯৬৪-৬৬) পৰামৰ্শ সমূহ
**(Recommendations of Kothari Commission 1964-66)**

১৯৬৪-৬৬ চনৰ কোঠাৰী আয়োগত স্ত্ৰীশিক্ষাৰ বিকাশ সম্বন্ধে তলত দিয়া ধৰণে পৰামৰ্শ আগবঢ়ায়। এই আয়োগে স্ত্ৰীশিক্ষাৰ বিকাশৰ বাবে দুটা ধাৰণা প্ৰকাশ কৰে (ক) সাধাৰণ কৰ্ম আঁচনি (খ) বিশেষ কাৰ্য্যাৱলী।

**সাধাৰণ কৰ্ম আঁচনি (General work plan)**

এই আঁচনিত স্ত্ৰীশিক্ষাৰ বিভিন্ন পৰ্য্যায়ৰ অগ্ৰগতি সম্বন্ধে সামৰি লোৱা হৈছে। ল'ৰা আৰু ছোৱালীৰ মাজত কোনো বৈসম্য নাৰাখি সমভাৱে শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগে। জিৰণিৰ সময়ত মহিলা সকলক অংশকালীন কৰ্মৰ সুবিধা দিব লাগিব। দেৰিকৈ বিবাহ হোৱাৰ বাবে তেওঁলোকক সমাজৰ উপযোগী উৎপাদনমূলক কৰ্মৰ সুবিধা দিব লাগিব। আমি জাতিৰ পুনৰগঠনত মহিলাৰ স্থানৰ কথা উপেক্ষা কৰিব নোৱাৰো। তেওঁলোকে শিক্ষকতা, শুশ্ৰূষা আৰু সামাজিক সেৱাৰ ক্ষেত্ৰত বিশেষভাৱে অৰিহণা যোগাব পাৰিব।

**বিশেষ কাৰ্য্যাৱলী (Special Programmes)**

এই ধাৰণামতে দীৰ্ঘম্যাদী আঁচনিৰ কথা কোৱা হৈছে। স্ত্ৰীশিক্ষাৰ বিকাশ ৰাষ্ট্ৰীয়ভাৱে হোৱা প্ৰয়োজন। এই আঁচনিৰ মূল উদ্দেশ্য হ'ল ল'ৰা আৰু ছোৱালীৰ শিক্ষাৰ মাজত থকা বৈসাদৃশ্য আঁতৰ কৰা। ইয়াৰ অৰ্থে আৰ্থিক সাহায্যৰ বিশেষ ব্যৱস্থা থকা দৰ্কাৰ। কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰ সমূহে স্ত্ৰীশিক্ষা কাৰ্যকৰী কৰিবলৈ উপযুক্ত ব্যৱস্থা গ্ৰহণ কৰিব লাগিব। এই ক্ষেত্ৰত চৰকাৰী প্ৰচেষ্টাই যথেষ্ট নহয় সাধাৰণ ৰাইজৰো পূৰ্ণ সহযোগ প্ৰয়োজন। এইবোৰৰ উপৰিও স্ত্ৰীশিক্ষাক ফলপ্ৰসু কৰি তুলিবলৈ জলপানী ব্যৱস্থা, আন আন আৰ্থিক সাহায্যৰ মুক্তভাৱে ব্যৱস্থা কৰিব লাগিব। ভাৰতবৰ্ষৰ স্ত্ৰীশিক্ষাৰ বিকাশ কৰিবলৈ হলে 'স্ত্ৰীশিক্ষাৰ জাতীয় অনুষ্ঠান' এটি স্থাপন কৰাৰ ব্যৱস্থা কৰিব লাগিব আৰু প্ৰত্যেকখন প্ৰদেশত ইয়াৰ একোটা কেন্দ্ৰ গঢ়ি তুলিব লাগিব।

**স্ত্ৰীশিক্ষাৰ জাতীয় কমিটি ১৯৭০ (National committee of women Education 1970)**

ভাৰতবৰ্ষত স্ত্ৰীশিক্ষাৰ বিকাশ কৰিবলৈ ১৯৭০ চনত স্ত্ৰীশিক্ষা জাতীয় কমিটি এখন গঠন কৰা হয়। এই কমিটিৰ লক্ষ্য হ'ল স্ত্ৰীশিক্ষা সম্প্ৰসাৰণ, বিকাশ আৰু উন্নতি কৰণৰ ক্ষেত্ৰত ভৱিষ্যতে উপায় উলিওৱা। কমিটিয়ে তলত দিয়া পৰামৰ্শ সমূহ আগবঢ়ায়। যেনে —

১। ৰাষ্ট্ৰৰ শিক্ষাৰ ভৱিষ্যত আঁচনি লওঁতে সেই আঁচনিত স্ত্ৰীশিক্ষাক প্ৰাধান্য দিব লাগিব।

২। ল'ৰা আৰু ছোৱালীৰ মাজৰ বৈসম্য আতৰ কৰিব লাগিব আৰু সমানে সমানে আগবাঢ়ি যোৱাৰ সুবিধা দিব লাগিব।

৩। ভাৰতবৰ্ষৰ ৰাষ্ট্ৰীয় চৰকাৰে ৰাজ্য সমূহক উদগণি দিব লাগিব আৰু স্ত্ৰীশিক্ষাৰ বাবে বিভিন্ন আঁচনি লোৱাত সহায় কৰিব লাগিব।

৪। গ্ৰাম্যাঞ্চলত কাম কৰা মহিলা সকলক উপযুক্ত সুবিধা আৰু ৰক্ষণাবেক্ষণ দিয়াৰ ব্যৱস্থা কৰিব লাগিব।

## স্ত্ৰীশিক্ষাৰ ৰাষ্ট্ৰীয় কমিটি ১৯৭৪ (National committee of women Education 1974)

স্ত্ৰীশিক্ষাৰ ৰাষ্ট্ৰীয় কমিটি গঠন কৰা হয় ১৯৭৪। এই কমিটিয়ে ভাৰতবৰ্ষৰ বিভিন্ন স্থানত অধ্যয়ন আৰু পৰ্য্যবেক্ষণ কৰি মতামত আগবঢ়াইছে যে ভাৰতবৰ্ষৰ শতকৰা ৬৯.৮২ জন জনগণে শিক্ষাৰ ক্ষেত্ৰত পুৰুষ আৰু মহিলাৰ বৈসম্যতা থকাটো নিবিচাৰে। কিছুক্ষেত্ৰত অভিভাবক সকলে তেওঁলোকৰ জীয়াৰী সকলৰ শিক্ষা বিবাহৰ বাবে যাতে উপোযোগী হয় তাক বিচাৰে। এই কমিটিয়ে তলত দিয়া পৰামৰ্শ সমূহ আগবঢ়ায়।

১। মহিলা সকলে বিজ্ঞান আৰু অঙ্কৰ ক্ষেত্ৰত অধিক আগ্ৰহশীল হোৱা বাবে তেনে ব্যৱস্থা কৰিব লাগে।

২। গাৰ্হস্থ বিজ্ঞানৰ জনপ্ৰিয়তা আৰু প্ৰয়োজনীয়তালৈ লক্ষ্য কৰি এই বিষয় বিজ্ঞান ভিত্তিক আৰু আধুনিক কৰাটো প্ৰয়োজন।

৩। ওপৰৰ দিশ সমূহৰ প্ৰতি লক্ষ্য ৰাখি দশমমানলৈকে সাধাৰণ পাঠ্যক্ৰম প্ৰৱৰ্ত্তন কৰিব লাগে।

৪। প্ৰাথমিক পৰ্য্যায়ত চিলাই কৰা, নৃত্য, সংগীত আদি বিষয় অন্তৰ্ভূক্ত হোৱাটো প্ৰয়োজন।

৫। মাধ্যমিক স্তৰত কৰ্ম অভিজ্ঞতাৰ জৰিয়তে পৃথক বিষয় শিকাব লাগে।

৬। উচ্চতৰ মাধ্যমিক স্তৰত বৃত্তিমুখী কাৰিকৰী শিক্ষালাভৰ সুবিধা দিব লাগে।

৭। বিশ্ববিদ্যালয় পৰ্য্যায়ত বিস্তৃত পাঠ্যক্ৰমৰ ব্যৱস্থা কৰিব লাগে।

### তালিকা ১

**তালিকাখনত মহিলা সকলৰ শিক্ষিতৰ হাৰ শতকৰা হিচাপত দেখুওঁৱা হৈছে ১৯০১ চনৰ পৰা ১৯৯১ চনলৈ।**

## তালিকা ১

তালিকাখনত মহিলা সকলৰ শিক্ষিতৰ হাৰ শতকৰা হিচাপত দেখুওঁৱা হৈছে ১৯০১ চনৰ পৰা ১৯৯১ চনলৈ।

| [illegible] | [illegible] | [illegible] |
|---|---|---|
| ১৯০১ | ৯.৮৩ | ০.৮০ |
| ১৯১১ | ১০.৫৬ | ১.০৫ |
| ১৯২১ | ১২.২১ | ১.৮১ |
| ১৯৩১ | ১৫.৫৯ | ২.৯৩ |
| ১৯৪১ | ২৪.৯০ | ৭.৩০ |
| ১৯৫১ | ২৪.৯৫ | ৭.৯৩ |
| ১৯৬১ | ৩৪.৪৪ | ১২.৯৫ |
| ১৯৭১ | ৩৯.৪৫ | ১৮.৯৬ |
| ১৯৮১ | ৪৬.৭৪ | ২৪.৮৮ |
| ১৯৯১ | ৫২.১১ | ৩৯.৪২ |

সমল — University News (A I U) 1982 December Monorama Guide 1995

**ৰাষ্ট্ৰসংঘ আৰু মহিলাৰ শিক্ষা (U.N.O. and Education of women)**

মহিলা সকলৰ শিক্ষাৰ বাবে আজি সমগ্ৰ বিশ্বতে বিভিন্ন ধৰণৰ পন্থা হাতত লোৱা দেখা গৈছে। ১৯৬৭ চনত ৰাষ্ট্ৰসংঘই মহিলা আৰু পুৰুষৰ মাজৰ পাৰ্থক্য নিৰ্মূল কৰিবলৈ কাৰ্যসূচী হাতত লৈছিল। এই কাৰ্যসূচীত কোৱা হৈছে যে বিবাহিতা বা অবিবাহিতা সকলো নাৰীয়ে পুৰুষৰ সৈতে একে অধিকাৰ লাভ কৰাৰ ক্ষেত্ৰত পাবলগীয়া সুবিধা সমূহৰ বিষয়ে জ্ঞাত হব লাগিব। সকলো স্তৰতেই শিক্ষামূলক সা-সুবিধা পাব লাগিব বিশেষকৈ নিম্নলিখিত দিশ সমূহত।

১। বিশ্ববিদ্যালয়ৰ শিক্ষা, কাৰিকৰী শিক্ষা আৰু বৃত্তিমূলক শিক্ষাৰ সকলো অনুষ্ঠানতে সমান অধিকাৰ পাব লাগিব।

২। সহশিক্ষাৰ অনুষ্ঠানেই হওঁক বা অন্য শিক্ষানুষ্ঠানেই হওঁক, মহিলাই একে ধৰণৰ শিক্ষক, একেধৰণৰ পৰীক্ষা আৰু একেধৰণৰ সা-সুবিধা পাব লাগিব।

৩। বৃত্তিমূলক শিক্ষা অথবা তেনে ধৰণৰ আন আন সুবিধাৰ ক্ষেত্ৰত অধ্যয়ণ আৰু শিক্ষা অনুষ্ঠানৰ আৰ্থিক সাহায্য লাভ কৰাত একেধৰণৰ সুবিধাৰ পাব লাগিব।

৪। প্ৰাপ্ত বয়স্ক শিক্ষাৰ বিকাশ ঘটাই সকলোৱে শিক্ষা লাভৰ সুবিধা পাব

লাগিব। মহিলা সকলৰ বাবে অবিৰত শিক্ষাৰ ব্যৱস্থা কৰিব লাগিব।

৫। মহিলা সকলক পৰিয়াল কল্যাণ, পৰিয়াল নিয়ন্ত্ৰণ আৰু স্বাস্থ্য শিক্ষাৰ নীতি সম্বন্ধে অবগত কৰাব লাগিব।

৬। মহিলা সকলক আইন সম্বন্ধে শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগিব।

**সহশিক্ষাৰ প্ৰয়োজনীয়তা (Necesity of co-education)**

স্ত্ৰীশিক্ষাৰ বিকাশৰ ক্ষেত্ৰত সহশিক্ষাৰ প্ৰয়োজনীয়তা বিশেষভাবে উল্লেখযোগ্য। সহশিক্ষা বুলিলে মুক্ত বাতাবৰণৰ মাজত ল'ৰা-ছোৱালীয়ে সমপৰ্য্যায়ৰ পোৱা শিক্ষাখিনিকেই কোৱা হয়। একেখন শিক্ষানুষ্ঠানত এটা শ্ৰেণী কোঠাত একেধৰণৰ সা-সুবিধাৰ মাধ্যমেৰে একে শিক্ষকে যি শিক্ষা দিয়ে সেয়ে সহশিক্ষা। এনেধৰণৰ শিক্ষানুষ্ঠানত ল'ৰা-ছোৱালীয়ে বিনাদ্বিধাই নামভৰ্তি কৰিবলৈ সক্ষম হয়। মহাত্মা গান্ধীয়ে সহশিক্ষা সন্দৰ্ভত তলত দিয়া ধৰণে মত প্ৰকাশ কৰিছে। তেওঁ কৈছে—"Co-education must be allowed, boys and girls must cultivate healthy and harmonious relationship based on a strong moral code" সেইদৰে মাধ্যমিক শিক্ষা আয়োগে কৈছে --"Co-education of boys and girls on a poting of equality in the same institution"

সহশিক্ষাৰ বিভিন্ন দিশলৈ লক্ষ্য কৰি ক'ব পাৰি যে ইয়াৰ প্ৰয়োজনীয়তা খুব বেছি। এই শিক্ষাই দেশৰ অৰ্থনীতিতো সহায় কৰে আৰু আৰ্থিক অপচয় ৰোধ কৰে। বিশেষকৈ মহিলা শিক্ষা সম্প্ৰসাৰণৰ ক্ষেত্ৰত সহশিক্ষাৰ ভূমিকা বিশেষভাবে তাৎপৰ্য্যপূৰ্ণ। সহশিক্ষা ব্যৱস্থাই ল'ৰা-ছোৱালীৰ আচহুৱা ব্যক্তিত্বৰ ধাৰণা লোপ পোৱায়। এই শিক্ষাৰ সহায়ত ল'ৰাই ছোৱালীৰ বিষয়ে আৰু ছোৱালীয়ে ল'ৰাৰ বিষয়ে জানিবলৈ সক্ষম হয়। সহশিক্ষাৰ শিক্ষানুষ্ঠান সমূহে ল'ৰা-ছোৱালীৰ চাৰিত্ৰিক, মনোবৈজ্ঞানিক, আবেগিক আৰু বৌদ্ধিক দিশ শক্তিশালী কৰি তোলে। এই শিক্ষাই ল'ৰা-ছোৱালীৰ মনত স্বাধীনচিতীয়া মনোভাব, আত্মবিশ্বাস, সাহস আদি সৃষ্টি কৰে। মনোবিশ্লেষক ফ্ৰয়দে কৈছে যে 'মাথো সহশিক্ষাইহে উঠি অহা ডেকা গাভৰুৰ মাজত মানসিক ৰোগ বিৰত ৰাখিব পাৰে।' কিন্তু মনোবিজ্ঞানী ষ্টেনলী হলে সহশিক্ষাৰ তীব্ৰ বিৰোধিতা কৰিছে আৰু কৈছে যে প্ৰথম কৈশোৰ কালছোৱাত কিশোৰ কিশোৰীৰ যি শাৰীৰিক পৰিবৰ্ত্তন পৰিলক্ষিত হয় তাৰ বাবে এই সময়ছোৱাত পাৰস্পৰিক যোগাযোগ হোৱা উচিত নহয়। ইয়াক ক্ষতিকাৰক বুলি কব পাৰি।

**অসমত স্ত্ৰীশিক্ষাৰ বিকাশ (Development of women education in Assam)**

অসমত স্ত্ৰীশিক্ষাৰ বিকাশৰ গতি অতি ধীৰ। ইংৰাজবিলাক অহাৰ আগতে অসমত স্ত্ৰীশিক্ষাৰ প্ৰচলন নাছিল বুলিয়েই কোৱা হয়। ইংৰাজ সকল অহাৰ বহুদিন পিচলৈকেও স্ত্ৰীশিক্ষাৰ প্ৰসাৰ হোৱা নাছিল। কোম্পানী আৰু মিছনেৰী সকলে

স্ত্ৰীশিক্ষাৰ বিকাশৰ বাবে আগভাগ লোৱা নাছিল । ইয়াৰ মূল কাৰণ হ'ল সামাজিক ব্যৱস্থাত ৰক্ষণশীল মনোভাবৰ গভীৰ ধাৰণা । আঢ্যৱন্ত পৰিয়ালৰ ছোৱালীয়ে শিক্ষানুষ্ঠানলৈ আহি শিক্ষালাভ কৰাৰ বাস্তৱ কল্পনা সেই সময়ৰ সমাজত প্ৰচলন হোৱা নাছিল । সমাজ ব্যৱস্থাত এনেকুৱা ধাৰণাৰ সৃষ্টি হোৱা বাবে প্ৰশাসক সকলেও নিৰ্বিকাৰ ভাবে চলি আছিল । ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তত স্ত্ৰীশিক্ষাৰ প্ৰচলন হোৱাত মিছনাৰী সকলে অসমতো স্ত্ৰীশিক্ষা প্ৰচাৰৰ বাবে আগভাগ লৈছিল । মিছনেৰী সকলৰ প্ৰচেষ্টাতে অসমৰ বিভিন্ন স্থানত মহিলা শিক্ষানুষ্ঠান স্থাপন কৰা হৈছিল যদিও মহিলা সকলৰ পৰা বিশেষ ধৰণৰ সহাৰি পোৱা নগৈছিল । মিছনেৰী সকলৰ মহিলা কৰ্মীবোৰৰ উদ্যোগত অসমীয়া মহিলা সকলে শিক্ষাৰ দিশলৈ মনোনিবেশ কৰিছিল । এই ক্ষেত্ৰত Baptist মিছনেৰী সকলৰ ভূমিকা উল্লেখযোগ্য । তেওঁলোকে শিৱসাগৰ, নগাওঁ আৰু কামৰূপ জিলাত কেইবাখনো প্ৰাথমিক শিক্ষানুষ্ঠান গঢ়ি তুলিছিল ।

মিছনেৰী সকলৰ মূল উদ্দেশ্য যদিও খৃষ্টধৰ্ম প্ৰচাৰ কৰাটোৱে আছিল তাৰ মাজেদিয়েই স্ত্ৰীশিক্ষাৰ ক্ষেত্ৰত তেওঁলোকে মনোনিবেশ কৰিছিল । এই উদ্দেশ্যেৰে তেওঁলোকে পাহাৰীয়া অঞ্চল সমূহত সোমাই পৰিছিল । 'বেলচ' গোটৰ মিছনেৰীসকলে বৰ্ত্তমান মেঘালয়ৰ খচীয়া জয়ন্তীয়া পাহাৰত স্ত্ৰীশিক্ষাৰ প্ৰসাৰৰ চেষ্টা কৰিছিল । ১৮৭৫-৭৬ চনত অসমৰ বিভিন্ন ঠাইত মুঠ ৪০ খন প্ৰাথমিক স্কুল স্থাপন কৰা হৈছিল । মিছনাৰী সকলৰ এই প্ৰচেষ্টাত ইংৰাজ চৰকাৰেও কিছু সঁহাৰি যোগাইছিল আৰু প্ৰাথমিক বিদ্যালয়ত উত্তীৰ্ণ হোৱা শিক্ষাৰ্থী সকলক জলপানি দিয়াৰ ব্যৱস্থা কৰিছিল । এই জলপানি ব্যৱস্থাই মহিলা সকলক মাধ্যমিক শিক্ষালাভত সহায় কৰিছিল । ১৮৮৯ চনলৈ মহিলা সকলৰ অৰ্থে স্থাপন কৰা সুকীয়া প্ৰাথমিক বিদ্যালয়ৰ সংখ্যা হৈছিলগৈ ১৮৫ খন । মহিলা সকলৰ বাবে সুকীয়া মাধ্যমিক বিদ্যালয় স্থাপন কৰা হোৱা নাছিল যদিও ল'ৰাৰ স্কুলবোৰতে মহিলা সকলে নামভৰ্ত্তি কৰিছিল । মহিলা সকলৰ সুবিধাৰ্থে কিছুমান স্কুলত সুকীয়া মাধ্যমিক শিক্ষাৰ শ্ৰেণী খোলাৰ ব্যৱস্থা কৰা হৈছিল ।

প্ৰাথমিক বিদ্যালয়ৰ পৰা উত্তীৰ্ণ হোৱা মহিলাৰ সংখ্যা ক্ৰমাগতভাবে বৃদ্ধি হোৱাত মহিলা মাধ্যমিক বিদ্যালয়ৰ প্ৰয়োজন অধিকতৰ হৈ পৰিল আৰু সমাজৰ পৰা ৰক্ষণশীল মনোভাব কিছু আঁতৰ হ'ল । ১৮৯১ চনত অসমত মুঠ ৩ খন মাধ্যমিক বিদ্যালয় স্থাপন কৰা হ'ল, এখন ধুবুৰীত, এখন ডিব্ৰুগড়ত আৰু এখন চিলঙত । চিলঙৰখন ইংৰাজী মাধ্যমৰ আৰু বাকী দুখন আছিল অসমীয়া মাধ্যমৰ । এইদৰে মাধ্যমিক শিক্ষাৰ বিকাশ আৰম্ভ হ'ল । অসমত সাধাৰণ উচ্চশিক্ষাৰ বিকাশৰ প্ৰচেষ্টা কৰা হয় ১৯শ শতিকাৰ শেষৰ ফালে । তাৰ ফলস্বৰূপে ১৯০১ চনত গুৱাহাটীত কটন কলেজ স্থাপন কৰা হয় । কটন কলেজত ১৯২৯ চনত এজনী মহিলাই নামভৰ্তি কৰাত মহিলাৰ উচ্চশিক্ষাৰ আৰম্ভণি হয় । অসমত প্ৰথমখন মহিলা

কলেজ স্থাপন কৰা হয় চিলঙত আৰু নাম ৰখা হয় 'লেডী কীন মহিলা কলেজ'। এইদৰে উচ্চশিক্ষাৰ বিকাশ আৰম্ভ হয়।

সমগ্ৰ ভাৰতবৰ্ষৰ লগতে অসমতো জাতীয় জাগৰণৰ সূত্ৰপাত হয়। দেশৰ সামাজিক ৰাজনৈতিক পৰিবৰ্তন হোৱাৰ লগে লগে মানুহৰ ধ্যান ধাৰণাৰো সলনি হ'ল। মহিলা শিক্ষাৰ উন্নতিৰ বাবে মানুহৰ মনত বহুল দৃষ্টিভঙ্গীয়ে ঠাই পালে। মহাত্মা গান্ধীৰ নেতৃত্বত চলা অসহযোগ আন্দোলনত মহিলা সকলে সহযোগ আগবঢ়ালে। ১৯৩৬-৩৭ চনত মহিলা শিক্ষাৰ অগ্ৰগতিত ৭৯৩ খন প্ৰাথমিক বিদ্যালয়, ২০ খন মধ্য অসমীয়া আৰু ইংৰাজী বিদ্যলয়, ১৩ খন উচ্চ মাধ্যমিক বিদ্যালয় আৰু ১খন মহাবিদ্যালয়ে অৰিহণা যোগাইছিল। ১৯৬৪-৬৫ চনত এই সংখ্যা ক্ৰমে মধ্য অসমীয়া ৭৭ খন, মধ্য ইংৰাজী ১১৭ খন, উচ্চ মাধ্যমিক ১১৩ খন, উচ্চতৰ মাধ্যমিক ৯খন আৰু মহাবিদ্যালয় হৈছিলগৈ ৯ খন।

ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰে১৯৪৭ চনত। স্বাধীনতাৰ আগে আগে জনসাধাৰণৰ স্ত্ৰীশিক্ষাৰ প্ৰতি আগ্ৰহ বৃদ্ধি হৈছিল আৰু চৰকাৰেও বিভিন্ন ধৰণৰ আঁচনি গ্ৰহণ কৰি স্ত্ৰীশিক্ষাৰ বিকাশত সহায় কৰিছিল। স্বাধীনতাৰ পিছতহে অসমত বিশ্ববিদ্যালয় স্থাপন হোৱাত উচ্চশিক্ষাৰ ক্ষেত্ৰত বিশেষ ধৰণৰ উন্নতি হোৱা নাছিল। মহিলা সকলৰ শিক্ষাৰ বিকাশ ঘটিলেও পুৰুষৰ অনুপাতে শিক্ষিতা মহিলাৰ সংখ্যা বৃদ্ধি হোৱা নাছিল। ১৯৫১ চনত শিক্ষিতা মহিলাৰ শতকৰা হাৰ ৯% জনী আছিল ১.৯৬১ চনৰ পিয়ল মতে হয়গৈ ১৬% জনী আৰু ১৯৭১ চনৰ লোকপিয়ল মতে ১৮.৬৩% জনী। ১৯৮১ চনত অসমত বিদেশী বিতাৰণ আন্দোলন হোৱা হেতুকে লোকপিয়ল হোৱা নাছিল।

**মহিলাৰ শিক্ষিতৰ হাৰ তালিকাখনত দেখুওৱা হৈছে**

| চন | পুৰুষ (১০০%) | মহিলা (১০০%) | মুঠ (১০০%) |
|---|---|---|---|
| ১৯৫১ | | ৯% | |
| ১৯৬১ | ৩৭.৩% | ১৬% | ২৭.৪% |
| ১৯৭১ | | ১৮.৬৩% | |
| ১৯৮১ | | | |

সমল - Education in Assam B K Nath, NCERT Shillong 1971

**ৰাজ্যিক স্ত্ৰীশিক্ষা পৰিষদ অসম ১৯৬৩ ( State council of Women Education, Assam 1963)**

অসমত ৰাজ্যিক স্ত্ৰীশিক্ষা পৰিষদ গঠন কৰা হয় ১৯৬৩ চনত। ৰাজ্যিক স্ত্ৰীশিক্ষা পৰিষদে স্ত্ৰীশিক্ষাৰ বিকাশৰ বাবে তলত দিয়া ধৰণে পৰামৰ্শ আগবঢ়ায়। পৰামৰ্শসমূহ হ'ল —

১। মাধ্যমিক স্তৰত মহিলাৰ বাবে বেলেগকৈ বিদ্যালয় স্থাপন কৰি মাধ্যমিক শিক্ষাৰ দ্রুত সম্প্রসাৰণ কৰিব লাগে।

২। ষষ্ঠ শ্রেণীলৈকে অতি সোনকালে বিনামূলীয়া শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগে।

৩। অসমৰ অৰ্থনৈতিক দিশলৈ লক্ষ্য ৰাখি স্ত্রীশিক্ষাক আনন্দ উৎসৱৰ উপকৰণ বুলি ধৰি নলৈ প্রয়োজনীয় বুলি ধৰি ল'ব লাগে।

৪। প্রাথমিক শিক্ষাৰ বিকাশ সাধিবলৈ অধিক সংখ্যক শিক্ষয়িত্রী নিয়োগৰ ব্যৱস্থা কৰিব লাগে। তেওঁলোকক প্রশিক্ষণ দিয়াৰ উপৰিও প্রশিক্ষণৰ সা-সুবিধা অধিক কৰা উচিত। ইয়াৰ লগতে ঘৰদুৱাৰ আদি নির্মাণৰ বাবে আর্থিক সাহায্য আৰু গ্রাম্যাঞ্চলৰ শিক্ষার্থীৰ বাবে বিনামূলীয়াকৈ পাঠ্যপুথি দিব লাগে। প্রাথমিক বিদ্যালয়ত প্রাক-প্রাথমিক শ্রেণী খোলাৰ ব্যৱস্থা কৰিব লাগে।

৫। সহশিক্ষাৰ অনুষ্ঠানবোৰৰ সা-সুবিধা উন্নত কৰি মহিলাৰ বাবে বৃত্তিৰ সংখ্যা বঢ়াব লাগে।

৬। ল'ৰাৰ বাবে যেনেকৈ প্রত্যেকখন মহকুমাৰ সদৰ স্থানত একোখনকৈ চৰকাৰী বিদ্যালয় স্থাপন কৰা হৈছে ঠিক তেনেকৈ ছোৱালীৰ বাবেও একোখনকৈ বিদ্যালয় স্থাপন কৰিব লাগে।

৭। নতুনকৈ স্থাপন কৰিবলৈ বিচৰা ছোৱালী বিদ্যালয়বোৰৰ ক্ষেত্রত মঞ্জুৰীৰ চর্তবোৰ ধৰাবন্ধা হ'ব নালাগে।

৮। স্ত্রীশিক্ষাক উদগনি দিয়াৰ বাবে প্রত্যেকখন জিলাতে একোখনকৈ মহাবিদ্যালয় স্থাপন কৰাৰ ব্যৱস্থা কৰিব লাগে। এই মহাবিদ্যালয়ত বিজ্ঞান আৰু কলা দুয়োটা বিভাগ শিকোৱাৰ ব্যৱস্থা কৰিব লাগে।

৯। মহিলাৰ বাবে স্নাতকোত্তৰ বৃত্তিৰ সংখ্যা বৃদ্ধি কৰিব লাগে।

১০। বিদেশত শিক্ষালাভ কৰিবলৈ বিচৰা মহিলাৰ বৃত্তিৰ সংখ্যা বৃদ্ধি কৰিব লাগে।

১১। মহিলা শিক্ষয়িত্রীৰ প্রশিক্ষণৰ বাবে নতুন প্রশিক্ষণ মহাবিদ্যালয় স্থাপন কৰিব লাগে আৰু চলি থকা প্রশিক্ষণ কেন্দ্রবোৰত সুবিধা বৃদ্ধি কৰিব লাগে।

১২। বয়স্ক মহিলা, বিধবা, নিঠৰুৱা মহিলা সকলৰ বাবে গ্রাম সেবিকা, ধাই শিল্পকলা আদিৰ প্রশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিব লাগে, যাতে তাৰ মাধ্যমেৰে তেওঁলোকে জীৱিকা নির্বাহ কৰিব পাৰে। ৰাজ্যিক পলিটেকনিকবোৰত শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগিব। মহিলাসকলে শিক্ষানুষ্ঠানলৈ নোযোৱাকৈ যাতে মজলীয়া বিদ্যালয়ৰ শেহান্ত পৰীক্ষা দিব পাৰে তাৰ ব্যৱস্থা ৰাখিব লাগে।

১৩। শিক্ষানুষ্ঠানবোৰত মহিলা শিক্ষার্থীৰ সংখ্যা বৃদ্ধি কৰাৰ যত্ন কৰিব লাগে। ৰাজ্যিক শিক্ষা বিভাগ আৰু স্ত্রীশিক্ষাৰ ৰাজ্যিক পৰিষদে সভাসমিতি পাতি মহিলা শিক্ষাৰ প্রতি সাধাৰণ ৰাইজক সজাগ কৰি তুলিব লাগে। শ্রৱনদর্শন আহিলাৰ (ৰেডিঅ' বক্তৃতা, প'ষ্টাৰ) ব্যৱহাৰৰ যোগেদি প্রচাৰকার্য চলাব লাগে। গ্রাম্যাঞ্চলত চৰকাৰে লোৱা আঁচনিবোৰৰ প্রচাৰ চলাব লাগে।

১৪। প্ৰত্যেকটো চৰ্কোলত মহিলা শিক্ষাৰ সম্প্ৰসাৰণ আৰু প্ৰশাসনৰ বিষয়ে চকু দিয়াৰ বাবে এগৰাকী মহিলা সহকাৰী বিদ্যালয় পৰিদৰ্শিকা নিযুক্তি দিব লাগে।

১৫। প্ৰত্যেকখন সদৰ কাৰ্যালয়ত এগৰাকী যুটীয়া সঞ্চালক পৰ্যায়ৰ বিষয়া নিযুক্তি দিব লাগে। স্ত্ৰীশিক্ষাৰ সকলো পৰ্যায়ৰ তত্ত্বাৱধানত এই বিষয়া গৰাকীয়ে ব্যৱস্থা ল'ব লাগে।

অসমত 'ৰাজ্যিক স্ত্ৰীশিক্ষা পৰিষদ' গঠন হোৱাৰ পিছত মহিলা শিক্ষাৰ বিকাশ কিছু ক্ষিপ্ৰগতিৰ হয়। বিভিন্ন স্থানত ৰাইজৰ সহযোগত মহিলা শিক্ষানুষ্ঠান স্থাপন হ'বলৈ ধৰিলে। ১৯৬৬-৬৭ চনত অসমত মুঠ প্ৰাথমিক (চৰকাৰী) বিদ্যালয় আছিল ৮৮০ খন আৰু মহিলা শিক্ষাৰ্থী আছিল ৫৮,৬১৯ গৰাকী। বৰ্তমান সময়ত ৰাজ্যৰ বিভিন্ন স্থানত অনুষ্ঠান আদি স্থাপন আৰু মহিলা শিক্ষাৰ্থীৰ সংখ্যা পুৰুষতকৈ অধিক হ'বলৈ ধৰিলে। বিশ্ববিদ্যালয় স্তৰতো কলা আৰু বিজ্ঞান বিষয়ত শিক্ষাৰ্থী সংখ্যা যথেষ্ট বৃদ্ধি পাইছে। ইয়াৰ উপৰিও চিকিৎসা বিজ্ঞান, ইঞ্জিনিয়াৰিং, আইন, বাণিজ্য আদি বিভাগতো মহিলা শিক্ষাৰ্থীৰ সংখ্যা বৃদ্ধি পাবলৈ ধৰিছে। বিশ্ববিদ্যালয়ৰ বিশেষকৈ, শিক্ষা বিজ্ঞান, দৰ্শন, অসমীয়া, প্ৰাণী বিজ্ঞান, উদ্ভিদ বিজ্ঞান, ইংৰাজী আদি বিভাগত মহিলাৰ সংখ্যা যথেষ্ট সংখ্যক দেখা যায়। বিশেষকৈ কলা বিভাগত মহিলাৰ পাৰদৰ্শিতা অধিক বুলি ক'ব পাৰি। গুণগত দিশত বৃদ্ধি পালেও সংখ্যাগত বৃদ্ধি অধিক বুলি ক'ব নোৱাৰি।

চৰকাৰৰ তৰফৰ পৰাও স্ত্ৰীশিক্ষাৰ বিকাশৰ বাবে প্ৰচেষ্টা হাতত লোৱা দেখা যায়। সাধাৰণ শিক্ষাৰ উপৰিও কেইখনমান সুকীয়া শিক্ষানুষ্ঠান স্থাপন কৰি স্ত্ৰীশিক্ষাক পুৰুষৰ লগত সমানে আগবঢ়াই নিয়াৰ ব্যৱস্থা কৰা হৈছে। তাৰ ভিতৰত নাৰ্চিং মহাবিদ্যালয়, গাৰ্লছ পলিটেকনিক, মহিলা অধ্যয়ন সঞ্চালকালয় (গুৱাহাটী বিশ্ববিদ্যালয়) আদিয়েই প্ৰধান। উচ্চ শিক্ষাৰ বিকাশৰ ক্ষেত্ৰত প্ৰত্যেকখন চহৰত এখন দুখনকৈ মহিলা বিদ্যালয় স্থাপন কৰা হৈছে। পুৰুষৰ অনুষ্ঠানতকৈ মহিলা শিক্ষানুষ্ঠান সমূহক চৰকাৰৰ তৰফৰ পৰাও সোনকালে সাহায্য তথা উদগনি দিয়াৰ ব্যৱস্থা কৰা হয়। এই বিলাকৰ লগতে সহশিক্ষাৰ অনুষ্ঠানবোৰত মহিলা শিক্ষাৰ্থী সকলে শিক্ষা আহৰণ কৰিব পাৰে।

## স্ত্ৰীশিক্ষাৰ সমস্যাসমূহ (Problems of women education)

স্ত্ৰীশিক্ষা বিকাশৰ ক্ষেত্ৰত বিভিন্ন ধৰণৰ আসোঁৱাহ আজিও আমাৰ সমাজত বিদ্যমান। তলত আমি কেইটিমান সমস্যাৰ আলোচনা দাঙি ধৰিলো।

### ১। সহশিক্ষাৰ সমস্যা (Problems of co-education)

পৃথিৱীৰ সকলোপিনে মহিলা আৰু পুৰুষৰ সম অধিকাৰৰ কথা প্ৰকাশ হৈছে তথাপি স্ত্ৰী আৰু পুৰুষৰ মাজৰ বৈষম্য আজিও আঁতৰ হোৱা নাই। স্ত্ৰীশিক্ষাৰ সম্প্ৰসাৰণ সুকীয়া শিক্ষানুষ্ঠানৰ মাধ্যমেৰে কৰিবলৈ বিচৰা দেখা যায়। তাৰ ফলস্বৰূপে পিছপৰা সমাজত বৈষম্য অধিকতৰ পৰিলক্ষিত হয়। চহৰ অঞ্চলত

সহশিক্ষাৰ প্ৰচলন কমছে দেখা যায় কাৰণ তাত সুকীয়া শিক্ষানুষ্ঠানৰ সংখ্যা অধিক। ইয়াৰ উপৰিও শিক্ষাৰ্থী নিবাসবোৰ তুলনামূলক ভাবে মহিলাৰ ক্ষেত্ৰত কম সুবিধাৰ বা অৱহেলিত হৈ থকা দেখা যায়। সমাজত বিভিন্ন ধৰণৰ অপৰাধমূলক কাম কাজ চলি থকাত অভিভাৱক সকল এই ক্ষেত্ৰত চিন্তিত হৈ পৰা দেখা যায়। তাৰ ফলস্বৰূপে মহিলা শিক্ষাৰ্থীক শিক্ষানুষ্ঠানলৈ পঠোৱাত হেলা কৰা দেখা যায়।

## ২। শিক্ষানুষ্ঠানৰ সমস্যা (Problems of Institutions)

স্ত্ৰীশিক্ষাৰ বিকাশত শিক্ষানুষ্ঠানৰ অভাৱে বেছি সমস্যাৰহুল কৰি তুলিছে। মহিলাৰ বাবে সুকীয়া শিক্ষানুষ্ঠানৰ সংখ্যা কম হোৱা বাবে ইয়াৰ বিকাশত বাধা আহি পৰিছে। ইয়াৰ মূলতে মানুহৰ মনত থকা ৰক্ষণশীল মনোভাব। অভিভাৱক সকলে সুকীয়া অনুষ্ঠান নাপালে শিক্ষানুষ্ঠানলৈ পঠোৱাত হেলা কৰা দেখা যায়।

## ৩। অভিভাৱকৰ অৰ্থনৈতিক দুৰাৱস্থা (Guardians economic inability)

কৃষিয়েই আমাৰ দেশৰ মূল আয়ৰ এটি পথ। অধিক সংখ্যক অভিভাৱকেই কৃষিৰ ওপৰত ভিত্তি কৰি জীৱন নিৰ্ব্বাহ কৰে। এই অভিভাৱক সকল আৰ্থিক ভাবে দুৰ্বল। সেয়েহে পৰিয়ালৰ ল'ৰাটোকহে কোনোমতে পঢ়াৰ সুবিধা কৰি দিয়ে। ছোৱালীৰ ক্ষেত্ৰত মনোযোগ দিবলৈ ইচ্ছা নকৰে। এই ধাৰণাতো বৰ্ত্তমানেও অভিভাকৰ মনত ঠাই পোৱাত স্ত্ৰীশিক্ষাৰ বিকাশত বাধা আহি পৰা দেখা যায়।

## ৪। কুসংস্কাৰ আৰু ৰক্ষণশীল মনোভাব (Superstition and conservative attitude)

অতীতৰ পৰাই বৰ্ত্তমানলৈ সামাজিক ব্যৱস্থাত কুসংস্কাৰ আৰু ৰক্ষণশীল মনোভাবৰ প্ৰভাব বিদ্যমান হৈ আছে। কিছুমান সমাজত পৰদাৰ ব্যৱস্থা আছিল। নাৰীয়ে পৰ পুৰুষক মুখ দেখুৱাব নোৱাৰিছিল। বৰ্ত্তমান সমাজতো কোনো কোনো ক্ষেত্ৰত ইয়াৰ প্ৰভাব থকা দেখা যায়। জন জাগৰণে কুসংস্কাৰ আৰু ৰক্ষণশীলতা আঁতৰ কৰিবলৈ বিচাৰিলেও আজিও মানুহে ছোৱালীবোৰক ল'ৰাৰ সমান বুলি ধৰি লবলৈ নিবিচাৰে। ইয়াৰ ফলতেই স্ত্ৰীশিক্ষাত বাধা আহি পৰে।

## ৫। ঘৰুৱা কামকাজৰ দায়িত্ব (Household Responsibilities)

ছোৱালীবোৰৰ ওপৰত ঘৰুৱা কামকাজৰ দায়িত্ব অৰ্পণ কৰা হয়। ছোৱালীৰ ইচ্ছা থাকিলেও কৰ্মৰ দায়িত্ব হেতু শিক্ষাৰ ক্ষেত্ৰৰ পৰা আঁতৰি আহিবলগীয়া হয়। সাধাৰণতে বয়স্কা বয়সৰ আদিত মহিলা সকলেই আগভাগ লবলগীয়া হয়। ইয়াৰ উপৰিও গ্ৰাম্যাঞ্চলত তাঁত-বোৱা, এৰি কটা আদিৰ দৰে কামবো প্ৰচলন আছে।

## ৬। বাল্য বিবাহ (Early Marriage)

আমাৰ সমাজ ব্যৱস্থাত আজিও বাল্যবিবাহ প্ৰচলন হৈ থকা দেখা যায়।

অভিভাৱক সকলে ছোৱালীৰ জন্মটো এটা গুৰুত্বপূৰ্ণ সমস্যা বুলি ধৰি লয় । সেয়েহে বিয়াৰ সোনকালে পৰা যায় ছোৱালীক বিয়া দিব লাগে । অতীতৰ সমাজ ব্যৱস্থাত ইয়াৰ প্ৰভাৱ বাৰুকৈয়ে আছিল বিশেষকৈ উচ্চ সমাজত । সকতে ছোৱালীক বিয়া দিবলৈ বিচৰাত স্কুলৰ পৰা আতৰাই আনিবলগীয়া হয় আৰু ইয়ে মহিলা শিক্ষাত সমস্যাৰূপে পৰিগণিত হয় ।

## ৭। অভিভাৱকৰ নিৰক্ষৰতা (Illiteracy of Guardian)

মহিলা সকলৰ ক্ষেত্ৰত সমস্যাৰ সৃষ্টি হোৱাৰ মূলতে আছে নিৰক্ষৰ অভিভাৱক সকল । অভিভাৱক সকল নিৰক্ষৰ হোৱা হেতুকে কোনোমতে ল'ৰাবিনিকহে পঢ়োৱাৰ চেষ্টা কৰে । ছোৱালীয়ে পঢ়ি কি হ'ব সেই ধাৰণা মনত লয় । এনেদৰে নিৰক্ষৰতাৰ ক্ষেত্ৰত অবিহণাহে যোগোৱা দেখা যায় । সেয়েহে সমাজৰ পৰা প্ৰথমতে বয়স্ক সকলৰ মাজৰ পৰা নিৰক্ষৰতাৰ দৰে সামাজিক ব্যাধি আঁতৰ কৰাৰ প্ৰচেষ্টা হাতত লব লাগিব ।

## ৮। মহিলা শিক্ষয়িত্ৰীৰ অভাৱ (Dearth of Female Teacher)

বৰ্তমান সময়ৰ শিক্ষানুষ্ঠান সমূহতো শিক্ষয়িত্ৰীৰ সংখ্যা যথেষ্ট কম দেখা যায় । ইয়াৰ কাৰণ হ'ল নিয়োগৰ সময়ত নথকা বিশেষ সুবিধা । নিয়োগৰ সময়ত মকৰল কমিটি সমূহে মহিলা শিক্ষয়িত্ৰী নিয়োগ কৰিবলৈ বিচৰা দেখা নেযায় । ইয়াৰোপৰি ১/২ গৰাকী শিক্ষয়িত্ৰী নিয়োগ হলে এটা আচহুৱা অৱস্থা সৃষ্টি হব বুলিয়েই এনেকুৱা ধাৰণা মনত লোৱা দেখা যায় ।

## ৯। যাতায়তৰ সমস্যা (Problems of communication)

মহিলা সকলৰ শিক্ষাৰ ক্ষেত্ৰত যাতায়ত ব্যৱস্থাও হেঙাৰস্বৰূপ হৈ সমস্যা সৃষ্টি কৰে । কিছুমান ঠাইত স্কুল কলেজ বহু দূৰৈত, অকলে অহাযোৱা কৰাটো সম্ভৱ হৈ নুঠে । তাৰ উপৰিও যানবাহন থকা ঠাইত জনসংখ্যা বেছি হেতুকে যানবাহনত অহাযোৱা কৰাটোও অসম্ভৱ হৈ পৰে । সাধাৰণ পৰিয়ালবোৰে সেয়েহে আধাশিক্ষা লাভ কৰি থাকোতেও ছোৱালীবোৰক শিক্ষানুষ্ঠানৰ পৰা একৰাই আনে ।

## ১০। চৰকাৰৰ মনোভাৱ (Government Attitude)

চৰকাৰৰ তৰফৰ পৰাও মহিলা শিক্ষাৰ বিকাশৰ অৰ্থে বিশেষ মনোযোগ দিয়া দেখা নেযায় । যি দুই এখন অনুষ্ঠান ইতিমধ্যে স্থাপন হৈছে সেইবোৰৰ অৱস্থাও শোচনীয় হৈ থকা দেখা যায় । শিক্ষানুষ্ঠান সমূহৰ পৰিদৰ্শন ব্যৱস্থা থাকিলেও পৰিদৰ্শকৰ সংখ্যা কম হোৱাত পৰিদৰ্শন সম্ভৱ হৈ নুঠে । ছোৱালী স্কুলৰ পৰিদৰ্শন আৰু পৰিচালনাৰ কাৰণে বেলেগ পৰিদৰ্শিকাৰ প্ৰয়োজন । চৰকাৰৰ তৰফৰ পৰা এই ক্ষেত্ৰত বিশেষ মনোযোগ দিয়া দেখা নেযায় । ইয়াৰ উপৰিও অনুষ্ঠানবোৰলৈ প্ৰয়োজন অনুসৰি আৰ্থিক সাহায্যও দিয়া নেযায় । তাৰ ফলত বিকাশত বাধা আহি পৰে ।

## ১১। অনুপযোগী পাঠ্যক্ৰম (Unsuitable curriculum)

মহিলাৰ শিক্ষানুষ্ঠান সুকীয়াকৈ স্থাপন কৰিলেও পাঠ্যক্ৰম একেই থাকে। শিক্ষানুষ্ঠানৰ পাঠ্যক্ৰমত মহিলাৰ জীৱনৰ ব্যৱহাৰিক বিষয় নথকা কাৰণে ইয়াৰ প্ৰয়োজনীয়তা অভিভাৱক সকলে অনুভৱ নকৰে। মহিলা সকলৰ ভৱিষ্যত জীৱনৰ উপযোগী বিষয় সন্নিবিষ্ট কৰিলেহে এই ক্ষেত্ৰত লাভৱান হ'ব পৰা যাব। মহিলা সকলৰ শিক্ষানুষ্ঠানৰ পাঠ্যক্ৰম ল'বাৰ শিক্ষানুষ্ঠানতকৈ পৃথক হ'ব নালাগে বুলি কলেও গ্ৰাম্যাঞ্চলৰ ক্ষেত্ৰত ব্যৱহাৰিক বিষয় থাকিলে মহিলা শিক্ষাৰ্থী সকলৰ মনোযোগ বাঢ়িব। মহিলা সকলক বিয়াৰ পিছত সুগৃহিনী হ'বলৈ যিবোৰ কাম শিকিবলৈ জোৰ দিয়া হয় তেনে বিষয়বোৰ স্কুলত শিকালে অধিক লাভান্বিত হ'ব পৰা যাব। সেয়েহে পাঠ্যক্ৰম সংশোধন কৰাৰ সময়ত মহিলাৰ বাবে সুকীয়া বিষয়ৰ ব্যৱস্থা থকা দৰকাৰ।

## ১২। সামাজিক সহযোগিতাৰ অভাৱ (Lack of social co-operation)

যিকোনা বিষয় এটা বিকাশ কৰিবলৈ হলে সকলোৰে সহযোগিতাৰ প্ৰয়োজন হয়। স্ত্ৰীশিক্ষাৰ বিকাশৰ ক্ষেত্ৰতো তেনে সামাজিক সহযোগিতাৰ প্ৰয়োজন। কিন্তু বৰ্ত্তমান সমাজত তেনে সামাজিক সহযোগিতাৰ অভাৱ হোৱা দেখা যায়। মহিলা শিক্ষাৰ্থী, শিক্ষয়িত্ৰী সকলৰ ওপৰত কোনো কোনো ক্ষেত্ৰত কুদৃষ্টি নিক্ষেপ কৰা পৰিলক্ষিত হয়। অভিভাৱক, সমাজকৰ্মী, শিক্ষিত ব্যক্তি সকল এই ক্ষেত্ৰত উদাসীন হৈ থাকে। ইয়াৰোপৰি শিক্ষাৰ্থী সকলক আবাসিক ৰক্ষণা বেক্ষণ দিয়াৰ বাবে কোনো ধৰণৰ মনোযোগ দিয়া দেখা নেযায়। মহিলা সকলৰ প্ৰগতিৰ প্ৰতি এক বিৰূপ মনোভাৱ থকাটো পৰিলক্ষিত হয়। মহিলা সকলৰ প্ৰগতিয়ে সমাজত বিশৃঙ্খলতা আনিব বুলিয়ে মানুহৰ মনত এটি ধাৰণা সোমাই পৰে।

## সমস্যা সমাধানৰ উপায় (Way to solve the problem)

ওপৰত উল্লেখ কৰা সমস্যাবোৰৰ উপৰিও স্ত্ৰীশিক্ষাৰ বিকাশৰ ক্ষেত্ৰত নানাধৰণৰ অন্তৰায় পৰিলক্ষিত হয়। এই অন্তৰায় সমূহ আঁতৰোৱাৰ প্ৰচেষ্টা কৰিলেহে স্ত্ৰীশিক্ষাৰ বিকাশ সম্ভৱ হৈ উঠিব। স্ত্ৰীশিক্ষাৰ বিকাশৰ বাবে তলত উল্লেখ কৰা উপায় সমূহ হাতত লব পাৰি। উপায় সমূহ হ'ল—

প্ৰথমতে— মহিলা শিক্ষাত উদ্ভৱ হোৱা সমস্যাৰাজি অধ্যয়ন কৰিব লাগিব আৰু সমাধানৰ বাবে বিজ্ঞানসন্মত দৃষ্টিভঙ্গী হাতত লব লাগিব। এইক্ষেত্ৰত ৰাজ্য চৰকাৰ সমূহৰ ওপৰত দায়িত্ব অৰ্পণ কৰিব পাৰি।

দ্বিতীয়তে— দৰিদ্ৰতা দূৰীকৰণৰ ওপৰত গুৰুত্ব আৰোপ কৰি অৰ্থনৈতিক দিশত সমাজখনক আগুৱাই নিয়াৰ চেষ্টা কৰিব লাগিব।

তৃতীয়তে— সকলো ধৰণৰ শিক্ষানুষ্ঠানত ছোৱালীৰ নামভৰ্তি বৃদ্ধি কৰাৰ

ব্যৱস্থা কৰিব লাগিব আৰু প্ৰয়োজন হ'লে অধিক সংখ্যক শিক্ষানুষ্ঠান স্থাপনত গুৰুত্ব দিব লাগিব।

চতুৰ্থতে— সমাজৰ পৰা ৰক্ষণশীল মনোভাব আঁতৰ কৰাৰ ব্যৱস্থা কৰি বাস্তৱ চিন্তাধাৰা মানুহৰ মনত জগাই তুলিব লাগিব আৰু স্ত্ৰীশিক্ষাৰ প্ৰতি থকা বিৰাগ মনোভাব দূৰ কৰিবলৈ যত্নপৰ হ'ব লাগিব।

পঞ্চমতে— মাধ্যমিক তথা উচ্চ শিক্ষাৰ সুকীয়া অনুষ্ঠান স্থাপন কৰি মাধ্যমিক তথা উচ্চ পৰ্য্যায়লৈ শিক্ষাক বিনামূলীয়া কৰাৰ ব্যৱস্থা কৰিলে অধিক ফল পোৱা যাব।

ষষ্ঠতে— নিৰক্ষৰতাৰ দৰে সামাজিক ব্যাধি আঁতৰ কৰাৰ বাবে সকলো ধৰণৰ প্ৰচেষ্টা হাতত লব লাগে।

সপ্তমতে— কৰ্মব্যস্ত মহিলা সকলৰ সুবিধাৰ বাবে 'নাচৰী বিদ্যালয়' স্থাপন কৰি তেওঁলোকৰ শিশু সকলক অধিক সময় ৰখাৰ ব্যৱস্থা কৰিব লাগে।

অষ্টমতে— মহিলা শিক্ষাৰ ক্ষেত্ৰত চৰকাৰে অধিক মনোযোগ দিয়া দৰ্কাৰ আৰু প্ৰত্যেকটো পৰিকল্পনাত আচুতীয়াভাবে আৰ্থিক সাহায্যৰ সুবিধা ৰাখিব লাগে।

নৱমতে— পাঠ্যক্ৰমৰ উন্নতি সাধন কৰি অধিক সংখ্যক ব্যৱহাৰিক বিষয় অন্তভূৰ্ক্ত কৰি ভৱিষ্যত জীৱনৰ উপযোগী হোৱাকৈ শিক্ষাৰ ব্যৱস্থা কৰিব লাগে।

দশমতে— শিক্ষিতা মহিলা সকলক নিয়োগৰ ব্যৱস্থা কৰি বিশেষকৈ বিভিন্ন ধৰণৰ শিক্ষানুষ্ঠান সমূহত নিয়োগ কৰিলে সকলো মহিলাৰ ক্ষেত্ৰতে উৎসাহ প্ৰদান কৰা হ'ব।

একাদশতে— পিচপৰা ভিতৰুৱা অঞ্চল সমূহত মহিলা শিক্ষাৰ্থী আৰু কৰ্মীৰ সুবিধাৰ বাবে মহিলা নিবাসৰ ব্যৱস্থা কৰিব লাগে। যাতায়তৰ সুচল ব্যৱস্থা হাতত লব লাগে।

দ্বাদশতে— স্ত্ৰীশিক্ষাৰ বহুল প্ৰচাৰৰ বাবে জনসংযোগৰ মাধ্যম সমূহ ব্যৱহাৰ কৰিব লাগে। ইয়াৰ মাধ্যমত যাতে সমাজ সচেতন হয় তাৰ প্ৰতি লক্ষ্য ৰখা প্ৰয়োজন।

ত্ৰয়োদশতে— স্ত্ৰীশিক্ষাৰ সম্প্ৰসাৰণ কৰিবলৈ হ'লে সামাজিক সহযোগিতা, অভিভাৱক সকলৰ সকলো প্ৰকাৰ সাহায্য পোৱাৰ ব্যৱস্থা কৰিব লাগিব।

চতুৰ্দশতে—সকলো সময়তে মহিলা সকলক গৃহকৰ্মত নিয়োগ নকৰি তেওঁলোকৰ বাবে আঁহৰি সময়ৰ ব্যৱস্থা কৰিব লাগিব। সেই আঁহৰি সময়ৰ যাতে সফল প্ৰয়োগ হয় তাৰ প্ৰতিও চকু ৰখা দৰ্কাৰ।

পঞ্চদশতে— স্ত্ৰীশিক্ষাৰ সম্পূৰ্ণ বিকাশ কৰিবলৈ হ'লে প্ৰত্যেকখন প্ৰদেশত সুকীয়া স্ত্ৰীশিক্ষা সঞ্চালকালয় গঠন কৰি উপযুক্তভাবে পৰিদৰ্শন ব্যৱস্থা হাতত লব লাগিব। মহিলা পৰিদৰ্শিকাৰ সংখ্যা বৃদ্ধি কৰিব লাগিব। তেতিয়াহে স্ত্ৰীশিক্ষাৰ বিকাশ সম্ভৱ হৈ উঠিব।

## প্ৰশ্নাৱলী

১। 'স্ত্ৰী শিক্ষা'।

২। ভাৰতবৰ্ষৰ স্ত্ৰীশিক্ষাৰ বিকাশৰ চমু বিবৰণ দিয়া।

৩। তোমাৰ দেশৰ স্ত্ৰীশিক্ষা।

৪। অসমৰ স্ত্ৰীশিক্ষা আৰু ইয়াৰ সমস্যা সমূহ।

## EXercises

1. Women Education

2. Give a description of the development of women Education in India

3 Women education of your state.

4. Women education of Assam and its problems.

# তৃতীয় অধ্যায়
# কাৰিকৰী শিক্ষা
# (Technical Education)

## প্ৰস্তাৱনা (Introduction)

শিক্ষাৰ প্ৰত্যাহ্বান হ'ল সমাজখনৰ প্ৰয়োজনীয়তা সমূহ পূৰণৰ প্ৰচেষ্টা কৰা। বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ বিকাশে আজি সমগ্ৰ পৃথিৱীৰ ৰূপ সলনি কৰি দিছে। বিজ্ঞানৰ প্ৰভাৱত প্ৰকৃতি, পৃথিৱী আৰু স্বৰ্গৰ মাজৰ দূৰত্ব মানৱ সমাজৰ বাবে কমাই দিছে। অতি কম সময়ৰ ভিতৰতে চন্দ্ৰতো পদাৰ্পন হব পৰা ক্ষমতা মানুহে আয়ত্ব কৰিছে। বিকাশ হোৱা দেশবোৰ বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ সহায়ত অধিক বিকশিত হৈ পৰিছে। এই বিকাশৰ অন্তৰালত আছে পৰিপুষ্ট অধ্যয়ন আৰু বিভিন্ন ধৰণৰ বস্তু লগতে সমল সমূহ। সমল সমূহৰ সফল প্ৰয়োগৰ বিনিময়ত দেশ সমূহৰ উদ্যোগিক বিকাশ সম্ভৱ হৈ উঠিছে।

ভাৰতবৰ্ষৰ ক্ষেত্ৰত কাৰিকৰী শিক্ষাই বিশেষ ধৰণে প্ৰভাৱান্বিত কৰিব পৰা নাই। ভাৰতবৰ্ষৰ বৰ্ত্তমান প্ৰয়োজন হ'ল যিকোনো প্ৰকাৰে অধিক উৎপাদন কৰা। জনসংখ্যা অনুপাতে উৎপাদনৰ হাৰ অতি কম হোৱা হেতুকে বিকাশ সম্ভৱ হৈ উঠা নাই। আধুনিক শিক্ষাৰ বিকাশৰ লগে লগে কাৰিকৰী বা শিল্প উদ্যোগিক শিক্ষাৰ বিকাশ ভাৰতবৰ্ষত বহু দেৰিকৈ হৈছিল। ইংৰাজ ৰাজত্ব কালত কাৰিকৰী শিক্ষাৰ বিকাশ সম্ভৱ হৈ উঠা নাছিল কাৰণ তেওঁলোকে বহুল পৰিসৰত অৰ্থনৈতিক উন্নয়ণমূলক আঁচনি গ্ৰহণ কৰা নাছিল। পৃথিৱীৰ আন আন দেশৰ দৰে ভাৰতবৰ্ষৰ শিক্ষানীতিত কাৰিকৰী শিক্ষাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰা হোৱা নাই। বৰ্ত্তমান সমাজৰ চাহিদালৈ লক্ষ্য ৰাখি কাৰিকৰী শিক্ষাৰ মাজত ব্যৱধান থকা দেখা যায়। এই ক্ষেত্ৰত P.L. Rawat ৰ মন্তব্য এনেদৰে উল্লেখ কৰিব পাৰি "Technical education in contrast to the other types of education, is that which emphasises on thelearning of techniques or technical procedures and necessary skills and aims at preparing technicians usually above the secondary level."

ভাৰতবৰ্ষত কাৰিকৰী শিক্ষাৰ বিকাশ কৰাৰ প্ৰচেষ্টাৰ মানসেৰে উডএবট প্ৰতিবেদনত তলত দিয়া কথাষাৰ উল্লেখ কৰিছিল। প্ৰতিবেদনৰ মতে 'If general education brings about the development of the non-material culture of a country, vocational and technical education do the same for the material culture, hence, both are necessary for the progress of a country." বৃত্তিমূলক শিক্ষাক কেৱল বিদ্যালয়ৰ মাজতে সীমাবদ্ধ নেৰাখি শিল্প আৰু বাণিজ্য, উদ্যোগপতি আৰু বাণিজ্যপতি আদিৰ প্ৰতিষ্ঠানৰ সৈতে সংযোগ ৰাখি সম্প্ৰসাৰণৰ ব্যৱস্থা কৰা দৰকাৰ।

ভাৰতবৰ্ষৰ শাসন যন্ত্ৰৰ পৰিৱৰ্তন হোৱাৰ লগে লগে শিক্ষাৰ দিশটোৰো সালসলনি হয়। স্বাধীনতা লাভৰ পিচতে ১৯৫৩ চনৰ ভাৰতৰ বিজ্ঞান নীতিৰ প্ৰস্তাৱনাত কোৱা হৈছে যে "India's enormous resources of manpower can only become an asset in the modern world when trained and educated. The use of human material for industrialisation demands its education in science and training in technical and vocational skills." সেইদৰে ষষ্ঠ পৰিকল্পনাত কোৱা হৈছে যে "The technical education system represents a national resource of science and technologies with specialised laboratories, sophisticated instrumentation facilities, and move importantly, teams of highly qualified scientific and engineering personal on their faculty. These internal resources should be utilised not merely towards technological self reliance but also to bring about progressive improvement in the quality of technical education."

## কাৰিকৰী শিক্ষাৰ উদ্দেশ্য (objectives of technical education)

কাৰিকৰী শিক্ষা বুলিলে সাধাৰণতে আমি স্কুল পৰ্য্যায়ৰ বৃত্তিমুখী শিক্ষাকে বুজো। শিক্ষাৰ্থী সকলে বিশেষ কোনো এটা কামৰ বাবে বিশেষ জ্ঞান লাভ কৰি জীৱিকা উপাৰ্জনৰ বাবে যি বৃত্তি অৱলম্বন কৰে তাকেই সাধাৰণ অৰ্থত কাৰিকৰী শিক্ষা বোলা হয়। এই শিক্ষাৰ উদ্দেশ্য সম্বন্ধে বিভিন্ন ধৰণৰ মত পোষণ কৰা দেখা যায়। তাৰ ভিতৰত তলত উল্লেখ কৰা খিনিকে প্ৰধান বুলি কব পাৰি।

১। এই শিক্ষাই কাৰিকৰী দক্ষতাৰ বিভিন্ন পথৰ সন্ধান দিয়ে।

২। এই শিক্ষাই উপযুক্ত শিক্ষা লাভ কৰা ব্যক্তিক কৰ্মৰ ৰক্ষণা-বেক্ষণ দিয়ে।

৩। এই শিক্ষাই শিল্প উদ্যোগৰ বিকাশত সহায় কৰে।

৪। এই শিক্ষাই উদ্যোগিক দিশত নতুন জ্ঞানৰ সন্ধান দিয়ে।

৫। এই শিক্ষাই বিভিন্ন ধৰণৰ বৃত্তি, ব্যৱসায় আৰু শিল্পৰ দক্ষতা শিক্ষাৰ্থী সকলক দিয়ে।

৬। এই শিক্ষাই সমাজৰ পৰা নিবনুৱা সমস্যা আতৰ কৰে, বৃত্তিৰ সুবিধা দিয়ে আৰু পেচামুখী চিন্তাধাৰাৰ বিকাশ কৰে।

৭। এই শিক্ষাই উপযুক্ত ভাবে কাৰিকৰী শিক্ষা আহৰণ কৰা ব্যক্তিৰ চাহিদা পূৰণ কৰে।

৮। এই শিক্ষাই কৰ্মৰ সুঅভ্যাস সৃষ্টি কৰি সুচৰিত্ৰ আৰু সহযোগ লাভ কৰাত শিক্ষাৰ্থীক সহায় কৰে।

৯। এই শিক্ষা লাভ কৰি শিক্ষাৰ্থী সকলে উপযুক্ত স্থান পাবলৈ সক্ষম হয় আৰু আত্মদক্ষতা দেখুৱাবলৈ সুযোগ পায়।

১০। এই শিক্ষা লাভে শিক্ষাৰ্থী সকলক সত্য আৰু ন্যায়ৰ মাধ্যমেৰে কৰ্ম ক্ষেত্ৰত অৱতীৰ্ণ হোৱাৰ সুযোগ দিয়ে।

১১। এই শিক্ষা আহৰণৰ দ্বাৰা শিক্ষাৰ্থী সকলে নিজৰ মস্তিষ্কক কামত খটোৱাৰ সুযোগ পায় আৰু নিজ হাতে সৃষ্টি কৰাৰ আনন্দ লাভ কৰে।

১২। কাৰিকৰী শিক্ষাৰ ফলস্বৰূপে জাতীয় উৎপাদন বৃদ্ধি হয় আৰু দেশৰ অৰ্থনীতি টনকীয়াল হয়।

প্ৰযুক্তি বিদ্যাৰ বিকাশৰ ক্ষেত্ৰত আজি সমগ্ৰ পৃথিৱীৰ দেশবোৰে বিভিন্ন ধৰণৰ ভূমিকা গ্ৰহণ কৰিবলৈ ধৰিছে। আজি বিশ্বৰ আগশাৰীৰ দেশবোৰে বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ বিকাশৰ বাবে নানা ধৰণৰ আঁচনি গ্ৰহণ কৰি সমগ্ৰ মানব সমাজৰ জীৱন ধাৰণৰ প্ৰতিচ্ছবি সলনি কৰি পেলাইছে। বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ বিকাশৰ উদ্দেশ্য অতি গভীৰ। ইয়াৰ অন্তৰালত লুকাই আছে মানব কল্যাণৰ ধাৰণা। আধুনিক যুগটোক বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ বিকাশৰ যুগ বোলা হয়।

## ঐতিহাসিক দৃষ্টিপাত (Historical Background)

আমি কাৰিকৰী শিক্ষাৰ বিষয়ে জানিবলৈ যোৱাৰ লগে লগে কি ধৰণে কাৰিকৰী শিক্ষাৰ বিকাশ হৈছিল তাৰ মূল্যায়ন কৰাটো প্ৰয়োজন হব। কাৰিকৰী শিক্ষাৰ ইতিহাস অধ্যয়ন কৰিলে আমি দেখিবলৈ পাওঁ যে ১৮০০ চনৰ আগত ভাৰতবৰ্ষত কাৰিকৰী শিক্ষাৰ ওপৰত কোনো ধৰণৰ গুৰুত্ব আৰোপ কৰা হোৱা নাছিল। কিন্তু উনৈশ শতিকাৰ দ্বিতীয় দশকত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে তেওঁলোকৰ শিক্ষাৰ নীতি সলনি কৰাৰ ফলস্বৰূপে ভাৰতবৰ্ষৰ শিক্ষাৰ স্বৰূপ সলনি হৈ পৰে। ইষ্ট ইণ্ডিয়া কোম্পানীৰ শৈক্ষিক মনোবৃত্তিৰ বাবে কোম্পানীয়ে ভাৰতীয় শিক্ষাৰ অৰ্থে বছৰি একলাখ টকাকৈ আৰ্থিক সাহায্য দিয়াৰ ব্যৱস্থা কৰিলে। কোম্পানীৰ বিভিন্ন কাম কাজৰ বাবে দক্ষতা সম্পন্ন ব্যক্তিৰ প্ৰয়োজন হ'ল। এই প্ৰয়োজন পূৰণৰ বাবে কোম্পানীয়ে শিক্ষাৰ দিশটো নিজৰ আয়ত্বত নিবলগীয়া হ'ল। কোম্পানীৰ বিষয়ববীয়া সকলৰ উপৰিও সৈনিক সকলৰ বাবে চিকিৎসকৰ প্ৰয়োজন উপলব্ধি কৰা দেখা গ'ল। আদালতৰ বিভিন্ন কাম-কাজ ওকালতি আৰু ন্যায় বিচাৰৰ বাবে আইন শিক্ষাৰ প্ৰয়োজন হ'ল আৰু প্ৰয়োজন হৈ পৰিল গড়কাপ্তানি বিভাগৰ বাবে অভিযন্তাৰ। এই প্ৰয়োজনীয়তা সমূহ উপলব্ধি কৰিলেও কোম্পানীয়ে শিক্ষানুষ্ঠান পতাত বিশেষ গুৰুত্ব আৰোপ কৰা নাছিল। মাত্ৰ ১৮৪৪ চনত কলিকতাৰ হিন্দু কলেজত কাৰিকৰী শিক্ষাৰ এটি শ্ৰেণী মুকলি কৰিছিল। এই শাখাটো বহুদিনলৈ চলি আছিল। ১৮৫৬ চনলৈ এনেধৰণৰ শিক্ষাৰ অনুষ্ঠান এইখনেই চলি থকা বুলি উল্লেখ পোৱা যায়। ১৮২৬ চনত বোম্বে নেটিভ ছোচাইটিয়ে মাতৃভাষাত কাৰিকৰী শিক্ষাৰ শ্ৰেণী খুলিছিল। ১৮৪৪ চনত এলফিনষ্টোন (Elphinstone Institute) ইনষ্টিউটিত কাৰিকৰী শিক্ষাৰ শ্ৰেণী খোলাৰ কথা উল্লেখ পোৱা যায় আৰু ১৮৫৪ চনত পুনাতো কাৰিকৰী শিক্ষাৰ শ্ৰেণী খোলাৰ ব্যৱস্থা কৰা হৈছিল।

ভাৰতবৰ্ষত উচ্চ শিক্ষাৰ উন্নতিকল্পে ১৮৫৭ চনত বোম্বে, কলিকতা আৰু মাদ্ৰাজত তিনিখন বিশ্ববিদ্যালয় স্থাপন কৰা হৈছিল। মাদ্ৰাজ বিশ্ববিদ্যালয় স্থাপন

হোৱাৰ পিছত কোম্পানীয়ে কাৰিকৰী শিক্ষাৰ অনুষ্ঠান পতাত মনোনিৱেশ কৰা দেখা গৈছিল। ১৭৯৩ চনৰ পৰা চলি থকা জৰীপ বিদ্যালয়খন মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ অন্তভূৰ্ক্ত কৰা হৈছিল। ১৮৪৭ চনত ৰুৰকীত এখন কাৰিকৰী মহাবিদ্যালয় স্থাপন কৰা হৈছিল আৰু সেইখনক ১৮৫৪ চনত 'থমচন কলেজ' নামেৰে নামকৰণ কৰা হয়। আমি ১৮০০ চনৰ পৰা ১৮৫৭ চনলৈ কাৰিকৰী শিক্ষাৰ বিকাশ ভাৰতবৰ্ষত ওপৰত উল্লেখ কৰা ধৰণে হোৱা বুলি কব পাৰো।

ইংৰাজ শাসনৰ সময়ছোৱাত ১৮৫৭ চনৰ পৰা ১৯০২ চনলৈ কাৰিকৰী শিক্ষাৰ ওপৰত গুৰুত্ব আৰোপ কৰা বিশেষ ধৰণে পৰিলক্ষিত হয়। কোম্পানীয়ে কাৰিকৰী শিক্ষাৰ বিকাশৰ অৰ্থে কিছু কাম হাতত লৈছিল। ইয়াৰ মূল কাৰণ হ'ল দক্ষতা সম্পন্ন কাৰিকৰী দিশৰ কৰ্মীৰ প্ৰয়োজনীয়তা। এই প্ৰয়োজনীয়তা সমূহ পুৰণ কৰিবলৈ কোম্পানীয়ে কাৰিকৰী শিক্ষাৰ শিক্ষানুষ্ঠান পতাত উদগণি যোগোৱা দেখা গৈছিল। শিল্প বিপ্লৱৰ পিচত ভাৰতবৰ্ষতো ৰাজহুৱা খণ্ডত নলা, নৰ্দমা, পথ, ৰেলপথ আদি নিৰ্মাণৰ প্ৰয়োজনীয়তা আহি পৰিছিল। ৰাজ্যিক আৰু পৌৰ পৰিষদ সমূহে বিকাশ লাভ কৰাৰ পিচত বিভিন্ন স্থানত মৰাপাট আৰু সুতাৰ কল কিছুমান গঢ় লৈ উঠিছিল। সেই কলবোৰত দক্ষতাসম্পন্ন শ্ৰমিকৰ প্ৰয়োজন হৈছিল। তাৰ ফলস্বৰূপে শিক্ষানুষ্ঠানৰ প্ৰয়োজনীয়তা অধিক হৈ পৰিল। ১৮৬৫ চনত বঙ্গদেশৰ প্ৰেসিডেন্সী কলেজত বঙ্গ কাৰিকৰী মহাবিদ্যালয়খন লগ লাগিছিল আৰু ইয়াক শিবপুৰলৈ স্থানান্তৰিত কৰা হৈছিল। ১৮৫৪ চনত পুণাত কাৰিকৰী আৰু অভিযান্ত্ৰিক শিক্ষাৰ ক্ষেত্ৰত গুৰুত্ব আৰোপ কৰা হৈছিল আৰু পুনা ইঞ্জিনিয়াৰিং কলেজ স্থাপন কৰা হৈছিল। পুনা ইঞ্জিনিয়াৰিং কলেজখন বোম্বে বিশ্ববিদ্যালয়ৰ অন্তভূৰ্ক্ত কৰা হৈছিল। ইয়াৰ উপৰিও ১৯০১ চনৰ পৰা ১৯০২ চনলৈ এই সময়খিনিত বিজ্ঞান কৃষি আৰু বন শিক্ষা দিয়াৰ বাবে বিভিন্ন ধৰণৰ অনুষ্ঠান গঢ় লৈ উঠিছিল। সেই সময়লৈ ভাৰতবৰ্ষত চাৰিখন অভিযান্ত্ৰিক মহাবিদ্যালয় স্থাপন কৰা হৈছিল। সেই মহাবিদ্যালয় কেইখন হ'ল (১) ৰুৰকী অভিযান্ত্ৰিক মহাবিদ্যালয়, ৰুৰকী (২) বঙ্গ অভিযান্ত্ৰিক মহাবিদ্যালয়, শিবপুৰ (৩) পুনা অভিযান্ত্ৰিক মহাবিদ্যালয়, পুনা। (৪) মাদ্ৰাজ অভিযান্ত্ৰিক মহাবিদ্যালয়, মাদ্ৰাজ। এই চাৰিখন শিক্ষানুষ্ঠানত শিক্ষাৰ্থীৰ সংখ্যা আছিল মুঠ ৮৬৫ জন।

এই অনুষ্ঠানবোৰৰ উপৰিও ভাৰতবৰ্ষৰ আন আন ঠাইত কাৰিকৰী আৰু বৃত্তিমূলক শিক্ষাৰ বাবে শিক্ষানুষ্ঠান গঢ় লৈ উঠিছিল। ১৮৮৭ চনৰ বোম্বেৰ ভিক্টোৰীয়া জুবিলী টেকনিকেল ইনষ্টিটিউট (Victoria Jubilee Technical Institute) এই ক্ষেত্ৰত বিশেষভাৱে উল্লেখযোগ্য। ১৯০২ চনলৈ ভাৰতবৰ্ষত কাৰিকৰী শিক্ষাৰ অনুষ্ঠানৰ সংখ্যা হৈছিল গৈ মুঠ ৮০ খন আৰু শিক্ষাৰ্থীৰ সংখ্যা আছিল ৪৮৯৪ জন। 'কেমাইন আয়োগৰ' নিৰ্দেশমৰ্মে ভাৰত চৰকাৰে ভাৰতবৰ্ষৰ বিভিন্ন স্থানত কিছুমান কাৰিকৰী বিদ্যালয় স্থাপন কৰিছিল। ভাৰতবৰ্ষত বিবিলাক পুৰণা শিক্ষানুষ্ঠান আছিল সেইবোৰ ইতিমধ্যে বন্ধ হৈ গৈছিল। ইংৰাজ চৰকাৰৰ এটা গুৰুত্বপূৰ্ণ

দায়িত্ব আছি পৰিছিল নতুন আধুনিক শিক্ষানুষ্ঠান পতাত মনোযোগ দিয়াৰ ক্ষেত্ৰত। জনগণৰ তৰফৰ পৰাও এই শিক্ষাৰ উন্নতিৰ বাবে নানা ধৰণৰ প্ৰচেষ্টা হাতত লোৱা দেখা গৈছিল।

কুৰি শতিকাৰ আৰম্ভণিতে কাৰিকৰী শিক্ষাই ভাৰতবৰ্ষত এটা নতুন ৰূপৰ সূচনা কৰিছিল। বিশেষকৈ ১৯০২ চনৰ পিচত ভাৰতবৰ্ষই নিজাববীয়াকৈ উদ্যোগ স্থাপন কৰাত মনোনিবেশ কৰিছিল। সাধাৰণ শিক্ষাৰ দ্বাৰা উদ্যোগৰ কৰ্মী সৃষ্টি নোহোৱাত এই ক্ষেত্ৰত সমস্যাৰ উদ্ভব হৈছিল। কাৰণ সেই সময়ৰ শিক্ষাৰ উদ্দেশ্য আছিল অফিচ কাছাৰীৰ বাবে কেৰাণী, মহৰি আদি সৃষ্টি কৰা। কিন্তু কাৰিকৰী শিক্ষাৰ উদ্দেশ্য সেইটো নাছিল। এই শিক্ষা ব্যৱস্থাই শিক্ষাৰ দিশ নিৰ্ণয় অন্যভাবেহে কৰিছিল। কুৰি শতিকাৰ প্ৰথম ভাগত 'যাদবপুৰত' কাৰিকৰী আৰু প্ৰযুক্তি বিদ্যাৰ শিক্ষানুষ্ঠান স্থাপন কৰা হৈছিল। ১৯১৭ চনত বেনাৰচ হিন্দু বিশ্ববিদ্যালয়ত কাৰিকৰী শিক্ষাৰ শ্ৰেণী খোলা হৈছিল। সেইদৰে পাটনা কাৰিকৰী মহাবিদ্যালয় আৰু কৰাচী কাৰিকৰী মহাবিদ্যালয়ৰ লগতে লাহোৰত এখন কাৰিকৰী মহাবিদ্যালয় স্থাপন কৰা হৈছিল। ১৯২১ চনৰ পৰা ১৯৩৭ চনলৈ ভাৰতবৰ্ষৰ ঠায়ে ঠায়ে কেইবাখনো বিভিন্ন ধৰণৰ কাৰিকৰী শিক্ষাৰ অনুষ্ঠান গঢ় লৈ উঠিছিল। তাৰ ভিতৰত ইণ্ডিয়ান স্কুল অৱ মাইনচ্, ধানবাদ, হাৰকোৰ্ট টেকন'লজিকেল ইনষ্টিটিউট, কানপুৰ আৰু 'স্কুল অৱ কেমিকেল টেকন'লজি, বোম্বে' এই ক্ষেত্ৰত উল্লেখযোগ্য। এইদৰে ১৯৪৭ চনলৈ এনেধৰণৰ শিক্ষানুষ্ঠান হৈছিলগৈ ৩৮ খন।

ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পিচত কাৰিকৰী শিক্ষাৰ গুৰুত্ব অধিক হৈ পৰা দেখা গৈছিল। ১৯৪৮ চনত এন, আৰ, চৰকাৰ কমিটি গঠন কৰি দিয়া হৈছিল। এই কমিটিয়ে ভাৰতবৰ্ষৰ চাৰিটা দিশত চাৰিখন ডাঙৰ অভিযান্ত্ৰিক মহাবিদ্যালয় স্থাপন কৰাৰ বাবে চৰকাৰক পৰামৰ্শ দিয়ে। ১৯৪৯ চনৰ ৰাধাকৃষ্ণণ আয়োগেও এই ক্ষেত্ৰত কেইবাটিও উল্লেখযোগ্য পৰামৰ্শ আগবঢ়ায়। সদৌ ভাৰত কাৰিকৰী শিক্ষা সংসদে (All India council for technical education) ভাৰতবৰ্ষৰ কাৰিকৰী প্ৰশিক্ষণ প্ৰাপ্ত ব্যক্তি বৃদ্ধি কৰাৰ অৰ্থে এখন কাৰিকৰী মানব শক্তি সমিতি গঠন কৰি দিয়ে। ইয়াৰ উপৰিও আন দুটা সমিতি গঠন কৰি দিয়ে। সেই কমিটি দুটা হ'ল "চাইন্টিফিক মেনপাৱাৰ কমিটি আৰু অভাৰচিজ স্কলাৰশ্বিপ কমিটি।" সদৌ ভাৰত কাৰিকৰী শিক্ষা সংসদ গঠন কৰা হৈছিল ১৯৪৫ চনত।

ভাৰতবৰ্ষৰ চৰকাৰে কাৰিকৰী শিক্ষাৰ বিকাশ সাধন কৰাৰ অৰ্থে ১৯৫১ চনত 'ইউনেচকোৰ' (UNESCO) আমেৰিকা, ৰাছিয়া, পশ্চিম জাৰ্মানী আৰু কলম্বো আঁচনিৰ পৰা বৈদেশিক সাহায্য লাভ কৰে। ১৯৫৮ চনত বাঙ্গালোৰৰ 'ইন্ডিয়ান ইনষ্টিটিউট অৱ চায়েন্স' অনুষ্ঠানখনক বিশ্ববিদ্যালয় পৰ্য্যায়লৈ উন্নত কৰা হয়। এই অনুষ্ঠানখনৰ আৰম্ভণি হৈছিল ১৯১১ চনত 'টাটা' পৰিয়ালৰ আৰ্থিক সাহায্যৰ দ্বাৰা। এই অনুষ্ঠানখনৰ লগতে ভাৰত চৰকাৰে ৫ খন এনে ধৰণৰ শিক্ষানুষ্ঠান

গঢ়ি তুলিছিল । সেই কেইখন হ'ল ইণ্ডিয়ান ইনষ্টিটিউট অব টেকন'লজি, খড়গপুৰ ১৯৫১ চনত, বোম্বে ১৯৫৮ চনত, মাদ্ৰাজ ১৯৫৯ চনত, কানপুৰ ১৯৬০ চনত আৰু দিল্লীত ১৯৬৩ চনত । ইয়াৰ লগতে ভাৰত চৰকাৰে সপ্তম পাঁচ বছৰীয়া পৰিকল্পনাত এনেকুৱা এখন অনুষ্ঠান অসমতো স্থাপন কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে ।

ভাৰত চৰকাৰে পৰিকল্পনা মন্ত্ৰণালয়ৰ তত্ত্বাৱধানত ১৯৭১ চনত বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যা বিভাগ নামেৰে এটা নতুন বিভাগ স্থাপন কৰে । এই বিভাগটোৱে শক্তিশালী বিভাগ হিচাবে বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ বিকাশত অৰিহণা যোগাবলৈ সক্ষম হৈছে । এই বিভাগটোৰ তত্ত্বাৱধানত কাৰিকৰী শিক্ষাৰ বিকাশৰ বাবে বিভিন্ন ধৰণৰ কাৰ্য্যপন্থা হাতত লোৱা হৈছে । কেন্দ্ৰীয় চৰকাৰে এই ক্ষেত্ৰত তলত উল্লেখ কৰা দায়িত্বসমূহ পালন কৰিবলগীয়া হয় । দায়িত্ববোৰ হ'ল—

১। সমগ্ৰ ৰাষ্ট্ৰৰ কল্যাণৰ অৰ্থে সুসংগত বিকাশৰ আঁচনি গ্ৰহণ ।
২। সমগ্ৰ ভাৰতৰ গুৰুত্ব অনুযায়ী বিশেষ পাঠ্যক্ৰমৰ অনুষ্ঠান স্থাপন ।
৩। কাৰিকৰী শিক্ষানুষ্ঠান সমূহৰ বিকাশৰ বাবে আৰ্থিক সাহায্য প্ৰদান ।
৪। কাৰিকৰী শিক্ষাৰ বিকাশৰ মানদণ্ড উন্নত কৰাৰ অৰ্থে চোকা নজৰ দিয়া ।

আধুনিক ভাৰতবৰ্ষৰ পূৰ্ণ বিকাশ কৰাৰ অৰ্থে বিভিন্ন সময়ত নিয়োগ কৰা আয়োগ আৰু শিক্ষানীতি সমূহে কাৰিকৰী আৰু প্ৰযুক্তি বিদ্যাৰ ওপৰত গুৰুত্ব আৰোপ কৰি এটা নতুন দিশ প্ৰবৰ্ত্তন কৰাৰ মানস কৰা দেখা গৈছিল । বিশেষকৈ শিক্ষা ৰাষ্ট্ৰীয়কৰণ, আধুনিকীকৰণ, উৎপাদনমুখী শিক্ষাৰ ব্যৱস্থা কৰাব কথাৰ ওপৰত বেছি গুৰুত্ব দিয়া দেখা গৈছিল । সমাজ পৰিবৰ্ত্তনৰ লগে লগে শিক্ষানীতিৰো পৰিবৰ্ত্তন সাধন হ'ল । আধুনিক সমাজৰ প্ৰয়োজন অনুসৰি শিক্ষানীতিক প্ৰস্তুত কৰি তুলিবলৈ বিচৰা হয় । এই শিক্ষানীতিৰ সহায়ত মানব সম্পদক সম্পূৰ্ণভাৱে কাৰ্য্যক্ষম কৰি তোলাৰ ব্যৱস্থা কৰা হয় । সেয়েহে আধুনিক দৃষ্টিভঙ্গীত সবাতোকৈ মূল্যবান দিশ হিচাপে মানব সম্পদক গণ্য কৰা হয় । এই মানব সম্পদক সমৃদ্ধিশালী কৰি তোলাৰ উদ্দেশ্যেৰে ৰাষ্ট্ৰীয় শিক্ষানীতিত তলৰ কথা ফাকি উল্লেখ কৰা হৈছে । কথা ফাকি হ'ল "ভাৰতীয় আৰ্থ সামাজিক জীৱন ধাৰাত এজন ব্যক্তিয়েই হৈছে সবাতোকৈ লাগতিয়াল সম্পদ —ইয়ে মহামূল্যবান ৰাষ্ট্ৰীয় সম্পত্তি যাক সুৰক্ষা আৰু সাবধানতাৰ এনাজৰীৰে বিকাশৰ সুবিধা দিব লাগিব । ব্যক্তিৰ সুবিশাল অৰ্হতা সমূহৰ পূৰ্ণ বিকাশ ঘটাব লাগিব । জীৱনৰ স্তৰ সমূহ জন্মৰ পৰা মৃত্যুলৈকে যিহেতু পৃথক সেয়েহে প্ৰয়োজনীয়তাৰ ভেটিত নিখুঁত পৰিকল্পনাৰে আঁচনি গ্ৰহণ কৰিব লাগিব আৰু নিপুনতাৰে কাৰ্য্যকৰী পন্থা হাতত লব লাগিব ।'

বৰ্ত্তমান সময়ছোৱাক সম্পূৰ্ণভাৱে বৈদ্যুতিক যুগ বা উদ্যোগীক যুগ বুলি কব পাৰি । বৈদ্যুতিক বিকাশ আৰু শিল্প উদ্যোগৰ বিকাশে সমাজ ব্যৱস্থাক অভিনৱ অৱস্থালৈ আগবঢ়াই লৈ গৈছে । সকলোপিনে যন্ত্ৰচালিত সামগ্ৰীৰ ব্যৱহাৰ হ'বলৈ ধৰিছে । ইয়াৰ ব্যৱহাৰে স্বয়ংচালন কম্পিউটাৰ নিৰ্ভৰশীলতা, নতুন নতুন সামগ্ৰীৰ

বিকাশ, বায়ু-টেকনলজী আৰু বহু বৈদ্যুতিক উপাদানৰ বিকাশ ঘটাত্ত উদগনি যোগাইছে। ইয়াৰ ফলত আমাৰ অন্যতম মূলধন মানবীয় সম্পদবাজিয়ে কাৰিকৰী অথবা বিজ্ঞান শিক্ষাৰ মস্তিষ্ক শক্তি আৰু সীমাবদ্ধ প্ৰাকৃতিক সম্পদৰাজিৰ সৈতে সম্পৰ্ক স্থাপন কৰিব লাগিব। দেশৰ অৰ্থনীতি উৎপাদন শক্তিৰ লগত জড়িত হৈ থাকে। সেইবাবে অধিক উৎপাদনক্ষম পদ্ধতিৰে কৃষি শিক্ষা আৰু কাৰিকৰী শিক্ষাৰ ওপৰত গুৰুত্ব আৰোপ কৰিব লাগিব। সামাজিক আৰু অৰ্থনৈতিক বিবৰ্তনত বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাই (Science and Technology) উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰি আছে। ইয়াৰ বাবে কাৰিকৰী শিক্ষাক সম্পূৰ্ণভাৱে আধুনিকীকৰণ কৰাৰ ওপৰত গুৰুত্ব দিব লগা হৈছে। ৰাষ্ট্ৰৰ উচ্চশিক্ষা পদ্ধতিটোক কাৰিকৰী শিক্ষাৰ লগত সংশ্লিষ্ট কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিলেহে কাৰিকৰী শিক্ষাৰ বিকাশ সম্ভৱপৰ হ'ব।

ৰাষ্ট্ৰীয় শিক্ষানীতিৰ ষষ্ঠ অধ্যায়ত কাৰিকৰী শিক্ষা সম্বন্ধে তলত দিয়া ধৰণে উল্লেখ পোৱা যায়। এই অধ্যায়টো কাৰিকৰী আৰু পৰিচালন শিক্ষা সম্পৰ্কৰ সৈতে জড়িত। কুৰি শতিকাৰ শেষ স্তৰত এতিয়া পৰিবৰ্তিত অৰ্থনীতি, সামাজিক পাৰিপাৰ্শ্বিকতা উৎপাদন আৰু পৰিচালন প্ৰক্ৰিয়া, জ্ঞানৰ দ্ৰুত সম্প্ৰসাৰণ আৰু বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ অগ্ৰগতিৰ সৈতে সম্বন্ধ ৰাখি কাৰিকৰী শিক্ষাৰ বিকাশ হোৱাটো বাঞ্চনীয়। কাৰখানা আৰু উদ্যোগ সমূহৰ আভ্যন্তৰীণ বিকাশ, অসাংগঠনিক গ্ৰাম্য এলেকাৰ বাবে উন্নত প্ৰযুক্তিৰ প্ৰয়োজন, তাৰবাবে প্ৰয়োজন কাৰিকৰী কৌশলপূৰ্ণ নিপুন মানৱ সম্পদৰ। চৰকাৰে এই ক্ষেত্ৰত দায়িত্ব গ্ৰহণ কৰিব। অবিৰত শিক্ষাৰ দ্বাৰা ইতিপূৰ্বে প্ৰবৰ্তিত আৰু বিকাশমুখী যান্ত্ৰিক সম্পদৰ ব্যৱস্থা কৰা হ'ব। স্কুলীয়া পৰ্য্যায়ৰ পৰাই সম্প্ৰসাৰিতভাৱে কম্পিউটাৰ স্বাক্ষৰতা বৰ্ধনৰ বাবে ব্যৱস্থা কৰা হ'ব, কিয়নো বৰ্ত্তমান যুগত কম্পিউটাৰৰ ব্যৱহাৰ অপৰিহাৰ্য্য, ইয়াক বৃত্তিমূলক শিক্ষাৰ অন্তৰ্ভূক্ত কৰা উচিত। যিহেতু কাৰিকৰী শিক্ষাৰ অনুষ্ঠানত শিক্ষাৰ্থীৰ ভিৰ অতি বেছি সেয়েহে দূৰত্ব শিক্ষণ মাধ্যমৰে ইয়াৰ বিকাশ ঘটাব লাগিব। মহিলা, অৰ্থনৈতিকভাৱে অনগ্ৰসৰ আৰু সমাজিকভাৱে দুৰ্বল সম্প্ৰদায় আৰু বিকলাঙ্গৰ সুবিধাৰ বাবে উপযুক্ত আনুষ্ঠানিক আৰু অনানুষ্ঠানিক শিক্ষাৰ ব্যৱস্থা লোৱা হ'ব। গ্ৰাম্য এলেকাত পলিটেকনিকৰ দ্ৰুত সম্প্ৰসাৰণ ঘটাব লাগিব। লগতে 'আত্মনিয়োগ' (Self Employment) উপযোগী শিক্ষাৰ বিকাশ ঘটোৱা হ'ব।

ভাৰতবৰ্ষৰ কাৰিকৰী শিক্ষাৰ ইতিহাসত বিশেষকৈ যোৱা দশকটোৱে এটা গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে। যোৱা দশকত কাৰিকৰী শিক্ষাৰ বিকাশ বহুলভাৱে হোৱা পৰিলক্ষিত হৈছে। ১৯৫১ চনত ভাৰতবৰ্ষত ৫৩ খন কাৰিকৰী মহাবিদ্যালয় আৰু ৮৯ খন বিভিন্ন ধৰণৰ কাৰিকৰী শিক্ষাৰ কেন্দ্ৰ আছিল। কিন্তু ১৯৮৫ চনত সেই অনুষ্ঠানৰ সংখ্যা যথাক্ৰমে ১৪১ খন আৰু ২৭৭ খন হয়গৈ আৰু শিক্ষাৰ্থীৰ সংখ্যা হয় ২৫,০০০ (পচিশ হেজাৰ) জন। ইয়াৰ উপৰিও কেইবাখনো স্নাতকোত্তৰ শিক্ষাৰ অনুষ্ঠান স্থাপন কৰা হয়।

ভাৰতবৰ্ষৰ শিক্ষা পৰিকল্পনা সমূহৰ ভিতৰত সপ্তম পৰিকল্পনাত কাৰিকৰী শিক্ষাৰ জঠৰতা দূৰীকৰণ আৰু আধুনিকীকৰণৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰা হয়। এই ক্ষেত্ৰত উপযুক্ত লক্ষ্যত উপনীত হ'বলৈ হ'লে পৰিকল্পনা সমূহৰ বিকেন্দ্ৰীকৰণ ব্যৱস্থা, সাংগঠনিক সংশোধন, কম ব্যয় সাপেক্ষ সঁজুলিৰ ব্যৱহাৰ আৰু সম্পদ সমূহৰ চূড়ান্ত ব্যৱহাৰৰ ব্যৱস্থা, উদ্যোগ আৰু শিক্ষাৰ সৈতে ওতঃপ্ৰোতভাৱে সম্বন্ধ স্থাপন, সামাজিক সম্পদ সমূহৰ সুচল ব্যৱহাৰ আৰু সামাজিক ভাৱে সক্ৰিয়তা বিকাশ আদিৰ সুব্যৱস্থা গ্ৰহণ কৰিব লাগিব।

## অসমত কাৰিকৰী শিক্ষাৰ বিকাশ (Development of Technical education in Assam)

ভাৰতবৰ্ষৰ আন আন ৰাজ্যৰ তুলনাত কাৰিকৰী শিক্ষাৰ ক্ষেত্ৰত অসম বহু পিচপৰা। ইয়াৰ মূল কাৰণ হ'ল উদ্যোগীক বিকাশৰ অনগ্ৰসৰতা। ইংৰাজ সকল অসমলৈ ১৮২৬ চনৰ পৰা অহাৰ ফলত সকলো ক্ষেত্ৰতে অসমৰ অগ্ৰগতিত বাধাৰ সৃষ্টি হোৱা দেখা যায়। ইংৰাজ শাসক সকল অসমৰ প্ৰাকৃতিক শিল্প সম্পদৰ উন্নতিকৰণ আৰু ব্যৱহাৰ সম্পৰ্কে তেনেই উদাসীন হৈ আছিল। কাৰিকৰী শিক্ষাৰ বিকাশৰ অৰ্থে তেওঁলোকে কোনো অনুষ্ঠান স্থাপন কৰাৰ ব্যৱস্থা কৰা নাছিল। পোনপ্ৰথমে উইলিয়ামচন নামৰ এজন ইংৰাজে শিল্পজাত শিক্ষানবিচ প্ৰশিক্ষণ দিয়াৰ বাবে এখন এনেধৰণৰ স্কুল পতাৰ ব্যৱস্থা কৰি এটা আৰ্থিক কোষ স্থাপন কৰিছিল। এইদৰে ১৮৮০ চনত পোন প্ৰথেমে কাৰিকৰী শিক্ষাৰ আৰম্ভণি হয়। তাৰ পিছত ডিব্ৰুগড়ত পৰিদৰ্শক প্ৰশিক্ষণৰ (Overseer training) বাবে এখন স্কুল স্থাপন কৰিছিল। শিৱসাগৰত জৰীপ স্কুল (Survey School) এখন স্থাপন কৰা হৈছিল। ডিব্ৰুগড়ৰ নিচিনাকৈ যোৰহাটত পৰিদৰ্শক প্ৰশিক্ষণৰ বাবে এখন স্কুল স্থাপন কৰাৰ কথা উল্লেখ আছে। সেইখনক 'প্ৰিন্স অৱ ওৱেলচ ইনষ্টিটিউট অৱ ইঞ্জিনিয়াৰিং এণ্ড টেকন'লজী' বুলি জনা যায়। সেই স্কুলখন আজিও চলি আছে। ডিব্ৰুগড়ৰ ৰেল কাৰখানাত কেইগৰাকীমান ছাত্ৰক যন্ত্ৰ সম্বন্ধীয় শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছিল। ইংৰাজ সকলে দক্ষ কৰ্মচাৰী প্ৰস্তুত কৰাৰ অৰ্থে ১৯০৪ চনত ৬ খন কাৰিকৰী শিক্ষাৰ প্ৰশিক্ষণ কেন্দ্ৰ খুলিছিল। এই অনুষ্ঠানবোৰ শদিয়া, তেজপুৰ, যোৰহাট, গুৱাহাটী, শিলচৰ আৰু চিলঙত খোলা হৈছিল। তাত কমাৰ, চিত্ৰবিদ্যা আৰু বাঢ়ৈৰ প্ৰশিক্ষণ দিয়া হৈছিল।

অসমৰ বিভিন্ন ঠাইত সৰু সৰু কুটিৰ শিল্প আগৰে পৰা চলি থকা আমি গম পাওঁ। সেই অনুষ্ঠানবোৰৰ মাধ্যমেৰে সুদক্ষ সাধাৰণ কৰ্মী সৃষ্টি হৈছিল। নানা ঠাইত কাঁহ শিতলৰ হস্ত উদ্যোগ চলি আছে। এই উদ্যোগবোৰে বিশেষকৈ গ্ৰাম্য অৰ্থনীতিত বিশেষভাৱে অৰিহণা যোগায় আছে। চৰকাৰৰ তৰফৰ পৰা পাৰ্বত্য অঞ্চলতো বাঢ়ৈ, কমাৰ আদি জীৱিকা নিৰ্বাহৰ কৰ্ম যোৱাকটা আদিৰ শ্ৰেণী খুলিছিল। আৰম্ভণিতে এই অনুষ্ঠানবোৰত শিক্ষাৰ্থীৰ সংখ্যা অধিক আছিল যদিও সময়ৰ লগে

লগে শিক্ষাৰ্থীৰ সংখ্যা কমি গৈছিল । ইয়াৰ ফলত অনুষ্ঠানবোৰ বন্ধ হৈ গৈছিল । এনেকুৱা অৱস্থাৰ বাবে শিক্ষা বিভাগৰ উৎসাহ কমি গৈছিল আৰু এনেকুৱা ধৰণৰ অনুষ্ঠান নতুনকৈ পতাৰ পৰা বিৰত আছিল । এই অনুষ্ঠানবোৰ শিল্প বিভাগৰ অন্তৰ্ভুক্ত হয় ১৯২০ চনত । এই সকলো সমস্যাৰ বাবে কাৰিকৰী শিক্ষা বিকাশ হোৱা নাছিল আৰু ১৯৪৭ চনলৈ অৱস্থা সন্তোষজনক হোৱা নাছিল ।

ভাৰতবৰ্ষ স্বাধীন হোৱাৰ লগে লগে কাৰিকৰী শিক্ষাৰ ছবিখন সলনি হৈছিল । তাৰ প্ৰভাৱ অসমতো পৰা বুলি কব পাৰি । যোৰহাটৰ 'প্ৰিন্স অব ওৱেলচ' ইনচটিটিউট অব ইনজিনিয়াৰিং এণ্ড টেকনোলজীখনক ১৯৪৮ চনত উন্নত কৰাৰ ব্যৱস্থা কৰা হয় আৰু ডিপ্লোমা দিয়াৰ ব্যৱস্থা কৰা হয় । সেই একেধৰণৰ অনুষ্ঠান এখন ১৯৪৮ চনত গুৱাহাটীৰ চান্দমাৰীত স্থাপন কৰা হয় । স্বাধীনতাৰ পিচত অসমত কাৰিকৰী শিক্ষাৰ বিকাশৰ বাবে অসম চৰকাৰে বিভিন্ন ধৰণৰ আঁচনি হাতত লয় । প্ৰথম পাঁচবছৰীয়া পৰিকল্পনানত অসমত কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা নিয়ন্ত্ৰিত মাত্ৰ এখন শিল্প প্ৰশিক্ষণ কেন্দ্ৰহে আছিল । দ্বিতীয় পৰিকল্পনাত ১৯৫৫-৫৬ চনত গুৱাহাটীৰ জালুকবাৰীত প্ৰথমখন অভিযান্ত্ৰিক মহাবিদ্যালয় স্থাপন কৰা হয় । সেই সময়ৰ পৰাহে অসমৰ কাৰিকৰী আৰু উদ্যোগ শিক্ষাৰ বিকাশৰ ক্ষেত্ৰত কিছু উন্নতি হোৱা দেখা যায় ।

অসমত কাৰিকৰী শিক্ষাৰ বিকাশৰ ক্ষেত্ৰত উল্লেখযোগ্য পদক্ষেপ হ'ল সুকীয়া সঞ্চালকালয় স্থাপন কৰা । ১৯৫৮ চনত কাৰিকৰী শিক্ষাৰ বাবে সুকীয়াকৈ শিক্ষাধিকাৰ এজন নিযুক্তি দিয়া হয় । চৰকাৰে ১৯৬০-৬১ চনত যোৰহাটত এখন অভিযান্ত্ৰিক মহাবিদ্যালয় স্থাপন কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে আৰু মাত্ৰ 'চিভিল' বিষয়টোহে শিকোৱা হৈছিল কিন্তু বৰ্তমান তাত চিভিল, মেকানিকেল, ইলেকট্ৰিকেল আদি বিষয়ো অন্তৰ্ভুক্ত কৰা হৈছে । ১৯৬৬-৬৭ চনৰ বছৰটোৰ পৰা ডিব্ৰুগড় বিশ্ববিদ্যালয়ত চিভিল ইঞ্জিনিয়াৰিঙত স্নাতকোত্তৰ শাখাও খোলা হয় । ১৯৬০ চনত শিলচৰ আৰু নগাওঁত একোখনকৈ কেন্দ্ৰীয় ভাবে পলিটেকনিকেল ইনষ্টিটিউট খোলা হয় । দ্বিতীয় পাচবছৰীয়া পৰিকল্পনাত অসমৰ পাঁচখন ঠাইত একোখনকৈ কাৰিকৰী প্ৰশিক্ষণ প্ৰতিষ্ঠান স্থাপন কৰা হয় । ঠাই কেইখন হ'ল, তেজপুৰ, নগাওঁ, গুৱাহাটী, বঙাইগাওঁ আৰু শ্ৰীকোনা (শিলচৰ) । ইয়াৰ লগতে যোৰহাটতো এখন তেনেধৰণৰ অনুষ্ঠান স্থাপন কৰা হয় । এই অনুষ্ঠানবোৰে কমাৰ, ডাবনাৰ, ফিটাৰ, ওৱেলডাৰ, ড্ৰাফটমেন, মেকানিষ্ট, ইলেকট্ৰিচিয়ান, ধাতু, তীখা, কৰ্মী, মণ্ডল, ৰেডিও, দুৰদৰ্শন মেৰামতি আদিৰ সুদক্ষ ব্যক্তি গঢ়াৰ প্ৰশিক্ষণ দিয়ে । ইয়াৰ উপৰিও বৰ্তমানলৈ অসমৰ সকলো জিলাতে কাৰিকৰী প্ৰশিক্ষণ প্ৰতিষ্ঠান (I.T.I) একোখনকৈ পতাৰ দিহা কৰা হৈছে । আকৌ অসম অভিযান্ত্ৰিক মহাবিদ্যালয় (জালুকবাৰী) খনক (১৯৫৫-৫৬) উন্নত পৰ্য্যায়লৈ নিয়াৰ পৰিকল্পনা হাতত লয় । ভাৰতীয় সংবিধানে মহিলা সকলকো শিক্ষাৰ ক্ষেত্ৰত সকলো ধৰণৰ সুবিধা পোৱাৰ ক্ষেত্ৰত সুযোগ প্ৰদান কৰে । মহিলা সকলে কাৰিকৰী শিক্ষাৰ অনুষ্ঠানবোৰত শিক্ষালাভৰ সুযোগ

লাভ কৰিবলৈ সক্ষম হয়। অসমত ১৯৬৪-৬৫ চনত এখন সুকীয়াকৈ মহিলা সকলৰ বাবে পলিটেকনিক স্থাপন কৰা হয় গুৱাহাটীত। এই অনুষ্ঠানখনত প্ৰমাণপত্ৰৰ বাবে পাঠ্যক্ৰমৰ ব্যৱস্থা কৰা হয় আৰু চিভিল, ড্ৰাফটমেনশ্বিপ, ষ্টেনোগ্ৰাফী আৰু কমাৰচিয়েল প্ৰেকটিচৰ প্ৰশিক্ষণ দিয়া হয়। ১৯৭৭ চনত শিলচৰত এখন আঞ্চলিক অভিযান্ত্ৰিক মহাবিদ্যালয় খোলা হয়।

ওপৰত উল্লেখ কৰা কাৰিকৰী শিক্ষানুষ্ঠান সমূহৰ উপৰিও বন সংৰক্ষণৰ বাবে এখন বন প্ৰশিক্ষণ স্কুল স্থাপন কৰা হয় গুৱাহাটীৰ জালুকবাৰীত। এই অনুষ্ঠান খনৰ মাধ্যমেৰে বন ৰক্ষক, বন পালক, বন বিষয়া আদিৰ প্ৰশিক্ষণ দিয়া হয়। বন প্ৰশিক্ষণ স্কুলৰ লগতে অসমত বয়ন শিল্পৰ উন্নতি সাধনৰ বাবে ১৯৫৬ চনত এখন বয়ন শিক্ষানুষ্ঠান স্থাপন কৰা হয়। এই অনুষ্ঠানখন ১৯২০ চনত্ৰ স্থাপন হোৱা অনুষ্ঠান আছিল। ইয়াৰ উন্নতিকৰণ কৰি 'অসম টেকচটাইল ইনষ্টিটিউট' নামেৰে নামকৰণ কৰা হয়। এই অনুষ্ঠানখনত তিনিবিধ পাঠ্যক্ৰম শিকোৱা হয়।

১। বয়ন শিল্পৰ ডিপ্লোমা তিনিবছৰীয়া পাঠ্যক্ৰমৰ।
২। চাৰ্টিফেকেট কৰ্চ দুবছৰীয়া পাঠ্যক্ৰমৰ।
৩। হাতেবোৱা তাঁত শিক্ষাৰ এবছৰীয়া পাঠ্যক্ৰমৰ।

এই অনুষ্ঠানখন প্ৰতিষ্ঠিত কৰাৰ মূলতে উদ্যোগী ব্যক্তি আছিল স্বৰ্গীয় কনকলাল বৰুৱা, তেওঁ সেই সময়ত উদ্যোগ বিভাগৰ সঞ্চালক আছিল আৰু স্বৰ্গীয় এন এন সুন্দৰম সেই সময়ৰ বয়ন অধীক্ষক। দুয়োগৰাকী মহান ব্যক্তিৰ আপ্রাণ্ড্ৰ্ধীয়া প্ৰচেষ্টাত এই অনুষ্ঠানখন সৰ্ব্বাঙ্গসুন্দৰ হৈ পৰিছিল। তিনি বছৰীয়া ডিপ্লোমা পাঠ্যক্ৰমখন ১৯৬৭ চনত পুনৰ সংশোধন কৰা হয় আৰু নিম্নোক্ত বিষয় সমূহ অন্তভূৰ্ক্ত কৰা হয়। বিষয়বোৰ হ'ল স্পিনিং, ওৱেভিং অব হেণ্ড এণ্ড পাৱাৰলুম, ফেব্ৰিক ষ্ট্ৰাকচাৰ এণ্ড এনালাইচিচ ব্ৰিচিং, দাইং এণ্ড প্ৰিন্টিং, টেকচটাইল টেকন'লজী এণ্ড টেচটিং। ইয়াৰ লগতে সংযোজিত বিষয় হ'ল, বিজ্ঞান, ছবি আঁকা, কাঠৰ কাম আৰু সমাজ অধ্যয়ণ ইত্যাদি। বৰ্ত্তমান এই অনুষ্ঠানখনত উন্নত ধৰণৰ আহিলাপাতি সংযোজন কৰা হৈছে। অনুষ্ঠানখন অসম চৰকাৰৰ চেৰিকালচাৰ আৰু বয়ন বিভাগৰ দ্বাৰা পৰিচালিত হয়। এই অনুষ্ঠানখন স্নাতক পৰ্য্যায়লৈ উন্নীত কৰা হৈছে।

অসমত বিভিন্ন ধৰণৰ কাৰিকৰী শিক্ষাৰ অনুষ্ঠানৰ প্ৰয়োজনীয়তালৈ লক্ষ্য ৰাখি ভাৰত চৰকাৰে অসমৰ লগতে উত্তৰ পূৰ্ব্বাঞ্চলৰ প্ৰয়োজন পূৰোৱাৰ অৰ্থে এখন ভাৰতীয় প্ৰযুক্তি বিদ্যাৰ প্ৰতিষ্ঠান (Indian Institute of Technology) স্থাপন কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিছে। এই অনুষ্ঠানখনৰ স্থাপনে অসমৰ কাৰিকৰী শিক্ষাৰ মানদণ্ড উন্নত কৰিব বুলি আশা কৰিব পাৰি। এইদৰে ভাৰতবৰ্ষৰ লগতে অসমতো কাৰিকৰী শিক্ষাৰ সম্প্ৰসাৰণ ঘটে।

## কাৰিকৰী শিক্ষাৰ সমস্যাসমূহ (Problems of Technical education)

ভাৰতবৰ্ষত বিভিন্ন ধৰণৰ উদ্যোগীক বিকাশ সম্ভৱ হৈ উঠিলেও কাৰিকৰী শিক্ষাৰ ক্ষেত্ৰত যথেষ্ট সংখ্যক সমস্যা থকা দেখা যায়। এই সমস্যাসমূহৰ বাবে কাৰিকৰী শিক্ষাৰ সামগ্ৰীক বিকাশ হৈ উঠা নাই। ভাৰতবৰ্ষত বৃত্তি সম্বন্ধে এতিয়াও মানুহৰ সচেতনতা অহা নাই। অন্ধবিশ্বাসী আত্মকেন্দ্ৰিক ধাৰণাৰ বাবে ভাৰতীয় জনসাধাৰণৰ মাজত সাধাৰণ শিক্ষাৰ প্ৰাধান্য আজিও বিদ্যমান। বংশগতভাবে থকা বৃত্তিৰ ধাৰণা, চৰকাৰী নীতিৰ বিভিন্ন দিশ আদিৰ বাবে কাৰিকৰী শিক্ষা আজিও সমস্যাবহুল হৈ আছে। তলত কেইটিমান সমস্যাৰ বিষয়ে আলোচনা কৰা হ'ল।

### অনুষ্ঠানৰ নাটনি (Shortage of Institution)

বিভিন্ন ধৰণৰ অনুষ্ঠান স্থাপন হলেও জনসংখ্যা অনুপাতে শিক্ষানুষ্ঠানৰ সংখ্যা যথেষ্ট নহয়। মেধাসম্পন্ন শিক্ষাৰ্থীয়ে ইচ্ছা থাকিলেও পঢ়াৰ সুবিধাখিনি নেপায়। সকলো ধৰণৰ কাৰিকৰী শিক্ষানুষ্ঠান ৰাজ্যিক চৰকাৰ সমূহে স্থাপন কৰিব নোৱাৰে। প্ৰায়ভাগ অনুষ্ঠানৰ বাবে কেন্দ্ৰীয় চৰকাৰৰ অনুমোদন আৱশ্যক হয়। কেন্দ্ৰীয় চৰকাৰৰ পৰিকল্পনাৰ অন্তভূৰ্ক্ত নহলে অনুষ্ঠান পাতিব পৰা নেযায়। ইয়াৰ বিকাশৰ বাবে দীৰ্ঘম্যাদী পৰিকল্পনাৰ প্ৰয়োজন আৰু আৰ্থিক অৱস্থা উন্নত হোৱাটো প্ৰয়োজন। ৰাজ্যিক চৰকাৰৰ সক্ৰিয় সহযোগ আৰু সমন্বয় গঢ়ি উঠিলেহে এই সমস্যাৰ সমধান হ্‌ব।

### অনুপযুক্ত পাঠ্যক্ৰম (Unsuitable curriculum)

কাৰিকৰী শিক্ষা ব্যৱস্থাৰ পাঠ্যক্ৰমসমূহ বৰ্ত্তমান সময়ৰ বাবে উপযোগী নহয়। আধুনিক সমাজৰ প্ৰয়োজন অতি বহুল। সেই প্ৰয়োজনীয়তাৰ উপযোগীকৈ শিক্ষাৰ্থী সকলক প্ৰস্তুত কৰাত কাৰিকৰী শিক্ষাৰ পাঠ্যক্ৰম সমূহে বিশেষ ধৰণে সহায় কৰিবলৈ সক্ষম নহয়। পৃথিৱীৰ বিভিন্ন ক্ষেত্ৰত হোৱা বিকাশবোৰ শিক্ষাৰ্থী সকলক অৱগত কৰাৰ বাবে পাঠ্যক্ৰমত কোনো সুবিধা নাই। সুদক্ষ কৰ্মী প্ৰস্তুত কৰিবলৈ হলে আধুনিক পৃথিৱীত বিকাশ হোৱা দিশবোৰৰ জ্ঞান দিয়াৰ ব্যৱস্থা কৰিব লাগিব। কাৰিকৰী শিক্ষাৰ পাঠ্যক্ৰম সমূহে ব্যৱহাৰিক জ্ঞান দিয়াৰ বাবে বিশেষভাবে সক্ষম নহয়। আমাৰ দেশৰ কাৰিকৰী শিক্ষাৰ পাঠ্যক্ৰম সমূহে শিক্ষাৰ্থী সকলক সুদক্ষ কৰ্মী হোৱাৰ ক্ষেত্ৰত সহায় নকৰে।

### শিক্ষকৰ নাটনি (shortage of Teachers)

কাৰিকৰী শিক্ষাৰ বিকাশৰ আন এটি অন্তৰায় হ'ল শিক্ষকৰ নাটনি। কাৰিকৰী শিক্ষাৰ অনুষ্ঠান সমূহৰ বেছি ভাগতে শিক্ষকৰ নাটনি হৈ থাকে। বেছিভাগ বিষয়ৰে পদবোৰ খালি হৈ থাকে, কাৰণ কাৰিকৰী শিক্ষাৰ শিক্ষানুষ্ঠান সমূহলৈ শিক্ষকতা কৰিবলৈ উপযুক্ত ব্যক্তি আগুৱাই আহিব নোখোজে। এজন কাৰিকৰী স্নাতকে

চৰকাৰী বিভাগবোৰতহে কাম কৰিবলৈ বিচাৰে কাৰণ চৰকাৰী বিভাগবোৰত সুবিধা অধিক। সাধাৰণভাবে শিক্ষকতা কৰি পোৱা দৰমহাখিনিৰে জীৱন ধাৰণৰ মানদণ্ড নিম্ন স্তৰলৈ যোৱাৰ ভয়তে শিক্ষকতা বৃত্তিত সোমাবলৈ মান্তি নহয়। সেয়েহে উপযুক্ত ব্যক্তি সকলক শিক্ষকতা বৃত্তিত ৰাখিবলৈ হলে আন আন কৰ্মচাৰীৰ দৰে সুবিধা দিয়াৰ ব্যৱস্থা কৰিব লাগিব। তেতিয়া হলেহে এনে সমস্যাৰ সমাধান হ'ব।

**শিক্ষাৰ মাধ্যমৰ সমস্যা (Problem of Medium of Instruction)**

কাৰিকৰী শিক্ষাৰ ক্ষেত্ৰত মাধ্যমে বিশেষ অন্তৰায় হিচাবে দেখা দিছে। উচ্চতৰ মাধ্যমিক পৰ্য্যায়লৈ শিক্ষাৰ্থী সকলে আঞ্চলিক ভাষাৰ মাধ্যমেৰে শিক্ষা লাভ কৰি কাৰিকৰী শিক্ষাৰ অনুষ্ঠানত নামভৰ্তি কৰে। এই শিক্ষানুষ্ঠান সমূহত ইংৰাজী ভাষাৰ সন্মুখীন হয় আৰু কিছু ক্ষেত্ৰত বিমোৰত পৰে। কাৰিকৰী শিক্ষাৰ মাধ্যম সাধাৰণতে ইংৰাজীয়েই থাকে, কাৰণ আঞ্চলিক ভাষাত কিতাপ পত্ৰ এতিয়াও প্ৰকাশিত হোৱা নাই। কিন্তু আমাৰ দেশৰ বাহিৰে আন দেশবোৰত আঞ্চলিক ভাষাতে কাৰিকৰী শিক্ষাৰ ব্যৱস্থা থকা দেখা যায়। চীন, জাপান আদি দেশত দেশীয় ভাষাৰ মাধ্যমেৰে কাৰিকৰী শিক্ষা দিয়া হয়। আমাৰ দেশতো কোনো কোনো ক্ষেত্ৰত দেশীয় ভাষাক প্ৰয়োগ কৰাৰ ব্যৱস্থা কৰা দেখা গৈছে। ইয়াৰ পৰা সুফল পোৱাৰ সম্ভাৱনা অধিক।

**ব্যৱহাৰিক কৰ্ম আৰু পৰীক্ষাগাৰৰ অভাব (Problem of Laboratories and practical work)**

কাৰিকৰী শিক্ষাৰ শিক্ষানুষ্ঠান সমূহৰ অধিকৰে নিজস্ব পৰীক্ষাগাৰ নাই। যিবিলাকৰ আছে সেইবোৰো আৰ্থিক অনুদান আৰু পৰিচালকৰ অভাৱৰ বাবে ব্যৱহাৰৰ অনুপযোগী হৈ পৰি থকা দেখা যায়। কিছুমান শিক্ষানুষ্ঠানে ব্যক্তিগত কাৰখানা বোৰতহে ব্যৱহাৰিক দিশৰ পৰীক্ষা নিৰীক্ষাবোৰ কৰে। ব্যক্তিগত উদ্যোগবোৰত পৰীক্ষা নিৰীক্ষা কৰিবলৈ গলে প্ৰয়োজনীয় সুবিধাখিনি শিক্ষাৰ্থীসকলে নেপায়। তাৰ ফলত শিক্ষাৰ্থীসকল নিৰুৎসাহী হৈ পৰে আৰু ব্যৱহাৰিক কৰ্মত পিচপৰি থাকে। উপযুক্ত পৰীক্ষাগাৰৰ অভাৱৰ ফলত ব্যৱহাৰিক জ্ঞানৰ অভাব হৈ থাকে।

**উপযুক্ত গবেষণাৰ অভাব (Lack of Research work)**

শিক্ষা ব্যৱস্থাৰ উন্নতি কৰিবলৈ হলে উপযুক্ত গবেষণাৰ প্ৰয়োজন। কাৰিকৰী শিক্ষা বিকাশৰ ক্ষেত্ৰত এতিয়ালৈ উপযুক্ত গবেষণা হোৱা নাই। কোনো ক্ষেত্ৰত গবেষণাৰ ব্যৱস্থা কৰা হৈছে যদিও কাৰ্য্যক্ষেত্ৰত ফলৱতী হোৱা দেখা নেযায়। কাৰিকৰী শিক্ষাৰ জ্ঞান সত্যত প্ৰতিষ্ঠিত কৰিবলৈ হলে উপযুক্ত গবেষণাৰ ব্যৱস্থা কৰিব লাগিব। গবেষক সকলকো উদগণি দিয়াৰ ব্যৱস্থা কৰিব লাগিব। গবেষণা ফলপ্ৰসু কৰি তুলিবলৈ চৰকাৰৰ ফালৰ পৰাও সাহায্যৰ অতি প্ৰয়োজন।

**গতিহীন শিক্ষাৰ সমস্যা (Problem of discontinuation of education)**

বিশ্ববিদ্যালয়ৰ পদবী পোৱাৰ লগে লগে শিক্ষাৰ শেষ নহয়। কোনো শিক্ষাৰ পাৰদৰ্শিতা দেখুৱাব বিচাৰিলে সেই শিক্ষাৰ প্ৰচেষ্টা জীৱন জুৰি চলাব লাগিব। শিক্ষাক নতুনকৈ ৰাখিবলৈ হলে গতিহীনভাৱে আয়ত্ব কৰিব লাগিব। আমাৰ শিক্ষাৰ্থীসকলে পদবী পোৱাৰ লগে লগে কিতাপপত্ৰ সামৰি থৈ কৰ্ম হাতত লয়। এনে কৰাৰ ফলত বিষয়ৰ প্ৰকৃত জ্ঞানৰ পৰা ফালৰি কাটি আহে আৰু তেওঁলোকৰ জীৱনত সমস্যা সৃষ্টি কৰে।

**আধুনিক শিক্ষাদান পদ্ধতিৰ পাঠ্যক্ৰমৰ ব্যৱস্থা নাই (No provision for refresher course)**

এই বৈজ্ঞানিক যুগত সকলোপিনে নানাধৰণৰ আবিষ্কাৰ, অধ্যয়ন আদি হৈ আছে। সেই আবিষ্কাৰ অধ্যয়ন আদিক অভিযন্তা, দক্ষ কৰ্মচাৰী, কাৰিকৰ আদিয়ে জানিবলৈ সক্ষম হব লাগিব। তাৰ বাবে প্ৰয়োজন হয় আধুনিক শিক্ষাদান পদ্ধতিৰ পাঠ্যক্ৰমৰ (Refresher course)। এনে পাঠ্যক্ৰমৰ প্ৰয়োগে ব্যক্তিসকলক সৰ্বসময়তে প্ৰস্তুত হৈ থকাত সহায় কৰে। ভিতৰুৱা অঞ্চলবোৰত থকা ব্যক্তি সকলে প্ৰচাৰ মাধ্যমবোৰো সময়মতে নেপায়। তাৰ ফলত নতুন জ্ঞান লাভৰ পৰা আঁতৰি থাকে। তেওঁলোকক প্ৰয়োজনীয় শিক্ষাখিনি দিলেহে প্ৰকৃত উন্নতি সম্ভৱ হৈ উঠিব।

**কুটীৰ শিল্পৰ দুখলগা অৱস্থা (Poor condition of cottage industry)**

বিভিন্ন অঞ্চলত ইতিমধ্যে গঢ়ি উঠা কুটীৰ শিল্পবোৰৰ অৱস্থা বৰ শোচনীয়। এখন দেশৰ উদ্যোগীকৰণ অকল কুটীৰ শিল্পতে সীমাবদ্ধ নহয় যদিও বৃহৎ উদ্যোগবোৰত অব্যৱহৃত সামগ্ৰী সমূহক কুটীৰ শিল্পত ব্যৱহাৰ কৰি দেশৰ অৰ্থনীতিত সাহায্য কৰিব পাৰি। সকলো ধৰণৰ উদ্যোগে দেশৰ অৰ্থনীতিৰ বিকাশত সহায় কৰে। কুটীৰ শিল্পবোৰক দুৰ্বল হৈ যোৱাৰ পৰা ৰক্ষা কৰি জীয়াই ৰখাৰ ব্যৱস্থা কৰিব লাগে।

**সহযোগ আৰু সুসংগঠনৰ অভাৱ (Lack of co-operation and well organization)**

কাৰিকৰী শিক্ষাৰ এটি উল্লেখযোগ্য অন্তৰায় হ'ল সহযোগ আৰু সুসংগঠনৰ অভাৱ। বিশেষকৈ চৰকাৰ, উদ্যোগ আৰু শিক্ষানুষ্ঠান সমূহৰ মাজত সহযোগ আৰু সমন্বয় নাই। তাৰ ফলস্বৰূপে কাৰিকৰী শিক্ষাৰ মানদণ্ড নিম্ন স্তৰলৈহে গতি কৰিছে। চৰকাৰ, উদ্যোগ আৰু শিক্ষানুষ্ঠান সমূহৰ মাজত সহযোগ আৰু সমন্বয় গঢ়ি উঠিলেহে কাৰিকৰী শিক্ষাৰ বিকাশ সম্ভৱ হৈ উঠিব।

**প্ৰশাসনীয় সমস্যা (Problem of administration)**

কাৰিকৰী শিক্ষাৰ শিক্ষানুষ্ঠান সমূহত প্ৰশাসনীয় সমস্যাৰ সৃষ্টি হোৱা দেখা যায়। গৃহ ব্যৱস্থাপনা আদি থাকে গড়কপ্তানি বিভাগৰ হাতত, উদ্যোগ থাকে উদ্যোগ বিভাগৰ হাতত, অধিবিদ্যাৰ দিশটো থাকে বিশ্ববিদ্যালয়ৰ হাতত আৰু ব্যৱস্থাপনা থাকে শিক্ষা সঞ্চালকৰ হাতত। কোনো কোনো ক্ষেত্ৰত সকলোৰে অনুমোদন প্ৰয়োজন হৈ পৰে। সেয়েহে কেতিয়াবা বিসঙ্গতিৰ সৃষ্টি হয়। এই বিসঙ্গতি গুচাবলৈ হলে প্ৰশাসনীয় সমস্যা দূৰ কৰিব লাগিব। তেতিয়াহে কাৰিকৰী শিক্ষাৰ বিকাশ সম্ভৱ হব।

**পৰ্য্যালোচনা আৰু সামৰণি (Observation and conclusion)**

ওপৰৰ আলোচনাৰ পৰা আমি বুজিবলৈ সক্ষম হলো যে কাৰিকৰী শিক্ষাৰ প্ৰয়োজন অতি বেছি। ভাৰতবৰ্ষৰ কাৰিকৰী শিক্ষাৰ বিকাশ আৰম্ভ হয় ইংৰাজ ৰাজত্বৰ শেষৰ ফালে। আৰম্ভণিতে কাৰিকৰী শিক্ষাৰ ক্ষেত্ৰত ইংৰাজ সকলে কোনো ধৰণৰ নীতি হাতত লোৱা নাছিল। কাৰিকৰী শিক্ষাৰ বিকাশৰ পাতনি মেলখায় দেশ স্বাধীন হোৱাৰ পিচতহে। কাৰিকৰী শিক্ষাই মানব জীৱনৰ মূল্যবোধ সৃষ্টি কৰাত সহায়ক হয় যদিও জীৱনৰ আধ্যাত্মিক দিশটোৰ পৰা এই শিক্ষাক সম্পূৰ্ণ আতৰাই আনিব নোৱাৰি। এই শিক্ষাৰ ফলাফলে মানব জীৱনক সহায় কৰে আৰু সুখময় কৰি তোলে। প্ৰযুক্তি বিদ্যাক এবিধ উচ্চ ক্ষমতাসম্পন্ন বৌদ্ধিক দিশ হিচাবে পৰিগণিত কৰাৰ চেষ্টা কৰিব লাগিব। এই শিক্ষাৰ বিকাশে দেশৰ অৰ্থনীতিত যিদৰে সহায় কৰে তেনেকৈ এই শিক্ষাৰ বিকাশ কৰিবলৈ অধিক অৰ্থৰো প্ৰয়োজন। আমাৰ দেশত যেনেকৈ কাৰিকৰী শিক্ষাই বিশেষভাবে সহায় কৰিব পৰা নাই তেনেকৈ এই শিক্ষাৰ বাবে অধিক অৰ্থ খৰচ কৰিবও পৰা নাই। কাৰিকৰী শিক্ষাৰ বিকাশৰ গতি মন্থৰ হোৱাৰ মূলতে বহুতো সমস্যা থকা পৰিলক্ষিত হৈছে। তাৰ ভিতৰত জনসংখ্যা অনুপাতে অনুষ্ঠান স্থাপন হোৱা নাই, দৃষ্টিভংগী বহল হোৱা নাই, চৰকাৰ, উদ্যোগ আৰু শিক্ষানুষ্ঠান সমূহৰ মাজত সহযোগ আৰু সুসমন্বয় গঢ়ি উঠা নাই। উপযুক্ত পৰিকল্পনাৰ সহায়ত অন্তৰায় সমূহ আতৰ কৰি সমূহীয়া প্ৰচেষ্টা চলালে বিকাশ সম্ভৱ হৈ উঠিব।

## প্ৰশ্নাৱলী

১। তোমাৰ ৰাষ্ট্ৰৰ কাৰিকৰী শিক্ষাৰ বিকাশ।

২। তোমাৰ দেশৰ কাৰিকৰী শিক্ষাৰ বিকাশ আৰু সমস্যাৰ বিষয়ে আলোচনা কৰা।

৩। ভাৰতবৰ্ষৰ কাৰিকৰী শিক্ষা আৰু অসম সম্বন্ধে বিশেষ ধাৰণা।

৪। অসমৰ কাৰিকৰী শিক্ষা।

## Exercises

1. Development of technical education in your country.
2. Discuss the development and problems of Technical education of your state.
3. Technical education of India with special reference to Assam.
4. Technical education in Assam.

# চতুৰ্থ অধ্যায়
## ৰাষ্ট্ৰীয় সংহতিৰ বাবে শিক্ষা
## (Education for National Integration)

**প্ৰস্তাৱনা (Introduction)**

সংহতি অবিহনে কোনো কৰ্ম সম্পাদন সুচাৰুৰূপে নহয়। এখন সুস্থ-সবল ৰাষ্ট্ৰ গঢ়ি তুলিবলৈ হ'লে ৰাষ্ট্ৰীয় ঐক্য অথবা জাতীয় সংহতিৰ বিশেষ প্ৰয়োজন। ৰাষ্ট্ৰখনৰ বিকাশ সম্পূৰ্ণৰূপে জড়িত হয় ৰাষ্ট্ৰৰ ব্যক্তি তথা নাগৰিক সকলৰ একতাবোধৰ ওপৰত। সংহতি মানে এটা মনস্তাত্ত্বিক আৰু নীতিশাস্ত্ৰগত প্ৰত্যয়। মনস্তাত্ত্বিক দিশৰ পৰা বিশ্লেষণ কৰিলে দেখা যায় যে ৰাষ্ট্ৰীয় সংহতি নিৰ্ভৰ কৰে সহনশীলতা আৰু একাত্মতাবোধৰ ওপৰত। এই একাত্মতাবোধে (Feeling of oneness) নাগৰিক সকলক একত্ৰিত কৰি চিন্তাধাৰাৰ বিকাশ ঘটায়। নীতিশাস্ত্ৰৰ দিশৰ পৰা যেতিয়া ঐক্যক মৰ্যাদা দিয়া হয়, আদৰ্শ বুলি মানি লোৱা হয় তেতিয়াহি ৰাষ্ট্ৰীয় সংহতিয়ে এক গতিশীল তথা বাস্তৱ ৰূপ লয়। ৰাষ্ট্ৰ এখনৰ বিভিন্ন স্থানত বিভিন্ন ধৰণৰ জনগোষ্ঠীয়ে বাস কৰে। সেই জনগোষ্ঠীসমূহৰ মাজত পৰস্পৰ বুজাবুজি আৰু আত্মীয়তাৰ ভাব গঢ়ি তোলাৰ প্ৰয়োজন। ভিন ভিন প্ৰকাশ ভংগীৰ মাজেৰে সৃষ্টি হোৱা এটা সুৰৰ দৰে এই আত্মীয়তাৰ ভাবে এক ৰূপ লয়। এই সকলো দিশৰ অন্তৰালত থকা অনৈক্যক ঐক্যবদ্ধ কৰাটোৱে (Unity in diversity) হ'ল জাতীয় সংহতিৰ মূল উদ্দেশ্য। ৰাষ্ট্ৰীয় সংহতিৰ বিভিন্ন পৰ্যায়ৰ ক্ষেত্ৰত আমি পৃথিৱীৰ বিভিন্ন ৰাষ্ট্ৰৰ কথা এইখিনিতে উদাহৰণ হিচাপে ডাঙি ধৰিব পাৰো। ভাৰতবৰ্ষ, মিচৰ, চীন, গ্ৰীচ, মধ্য ইউৰোপ আদি ৰাষ্ট্ৰসমূহত বিভিন্ন ধৰণৰ জনগোষ্ঠী একত্ৰিত হৈ একো একোটা বৃহৎ জাতি হিচাপে আজি বিশ্বত প্ৰকাশিত হৈছে।

জাতীয় সংহতিৰ অন্তৰালত নিহিত হৈ থাকে আবেগিক সংহতি। আবেগ অনুভূতিয়ে মানুহৰ মনত একতাৰ ভাব সৃষ্টি কৰে। ব্যক্তি সকলৰ আবেগিক বিবেচনাই ঐক্যতাৰ এনাজৰী শক্তিশালী কৰি তোলে। আবেগিক সংহতিৰ বিষয়ে ক'বলৈ যাওঁতে আমি এটা কথা উল্লেখ কৰিব পাৰো যে নীচতা অথবা ক্ষুদ্ৰ স্বাৰ্থক নগণ্য জ্ঞান কৰিহে ব্যক্তি সকলৰ সামূহিক লক্ষ্য তথা উদ্দেশ্যত উপনীত কৰাব পাৰি। আবেগিক সংহতি হ'ল একাত্ম উপলব্ধি। ইয়াৰ দ্বাৰা সকলো গোষ্ঠী আৰু সাংস্কৃতিক ভেদাভেদ ঐক্যবদ্ধ হয়। এই ধাৰণাই ভাষা, জাতি আৰু ধৰ্মক একতাৰ জৰীৰে বান্ধি পেলায়। ৰাষ্ট্ৰৰ প্ৰতি আনুগত্য বৃদ্ধি পায় আবেগিক ধাৰণাৰ ফলস্বৰূপে, ই জনগণৰ মনত দেশপ্ৰেম বৃদ্ধি কৰে আৰু জাতীয় সংহতিক দৃঢ় হোৱাত সহায় কৰে। আমি এই ক্ষেত্ৰত আমাৰ প্ৰথম প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৰ এষাৰ কথা উল্লেখ কৰি পাৰো। নেহৰুৱে কৈছিল - "Whenever I go I lay stress on something that is obvious, with which everyone should agree. I lay stress on the unity of India, not merely the political unity which

we have achieved, but something for deeper, the emotional unity, the integration of our minds and hearts, the suppression of feelings of separatism "

ৰাষ্ট্ৰীয় সংহতিৰ লগত ৰাষ্ট্ৰখনৰ বহুতো কথা জড়িত হৈ থাকে । ইয়াক শক্তিশালী কৰিবলৈ হ'লে ৰাষ্ট্ৰৰ অৰ্থনৈতিক, ৰাজনৈতিক, ভাষিক, সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰত সমন্বয় গঢ়ি তুলিব লাগিব । জাতীয় সংহতি স্থাপন হোৱাত জাতীয়তাবাদৰ ধাৰণাই সহায় কৰে । বিখ্যাত ভাৰতীয় শিক্ষাবিদ হুমায়ুন কবিৰে কৈছিল যে "জাতীয়তাবাদ এটা বিশেষ জাতি, ভাষা, ধৰ্ম, ভৌগোলিক চাৰিসীমা আদিৰ মাজতে সীমাবদ্ধ নহয় । ই দেশবাসীৰ দেশৰ প্ৰতি প্ৰকাশ কৰা আনুগত্য আৰু শ্ৰদ্ধাৰ ওপৰত নিৰ্ভৰশীল ।" এখন ৰাষ্ট্ৰৰ ব্যক্তিসকলৰ মাজত যেতিয়ালৈকে ভাব, আদৰ্শ বিশ্বাস আৰু মূল্যবোধৰ ধাৰণাৰ সমতা অটুট থাকিব সেই ৰাষ্ট্ৰখনৰ সংহতি সিমান দিনলৈ বৰ্তি থাকিব । সেইদৰে যেতিয়া ব্যক্তিসকলৰ মাজত সন্দেহৰ ভাব ঘনীভূত হ'ব, সংঘাত সৃষ্টি হ'ব, অনৈক্যৰ ধাৰণাৰ উদয় হ'ব তেতিয়া সেই ৰাষ্ট্ৰখনৰ সংহতি বিনষ্ট হ'ব । ব্যক্তিসকলৰ মনত একতাবোধৰ ধাৰণা সদায় অটুত থাকিব লাগিব । এই একাত্মতাবোধৰ ধাৰণা সৃষ্টি হয় অন্তৰ্নিহিত সমতাৰ সহায়ত । জাতি এটা গঠন হ'বলৈ হ'লে বিভিন্ন ধৰণৰ জনগোষ্ঠী উপগোষ্ঠী থাকিবই লাগিব । সেই জনগোষ্ঠী আৰু উপগোষ্ঠী সমূহৰ প্ৰত্যেকৰে নিজস্বতা আৰু স্বকীয় বৈশিষ্ট্য আছে । এই নিজস্বতা আৰু স্বকীয়তাৰ লগতে কৃষ্টিগত বৈষম্যও থাকে ; সেইটো ধ্ৰুৱপ । কিন্তু মৌলিক সংগঠনৰ ক্ষেত্ৰত পৰস্পৰ গোষ্ঠীসমূহৰ মাজত ঐক্যৰ কটকটীয়া বান্ধোন সৃষ্টি হয় । আৰু ইয়েই মূল শিপা হিচাপে পৰিগণিত হয় । এই মূল শিপাৰ সামগ্ৰিক সমতাৰ ভিতৰত বিভিন্ন গোষ্ঠীৰ স্বকীয় বৈশিষ্ট্য, নিজস্বতা কৃষ্টিগত ধাৰণা সমৃদ্ধিশালী হ'লে জাতিটোৰ বিকাশ সম্ভৱ হৈ উঠিব ।

## জাতীয় সংহতিৰ প্ৰয়োজনীয়তা (Necessity of National Integration)

জাতি এটাৰ সামগ্ৰিক বিকাশৰ ক্ষেত্ৰত জাতিটোৰ সংহতি থকাটো নিতান্তই প্ৰয়োজন । সংহতি অটুট ৰাখিব নোৱাৰিলে জাতিটো শক্তিশালী জাতি বুলি পৰিগণিত নহ'ব । বিভিন্ন জাতি উপজাতি, ভাষা, কৃষ্টি আদিৰ সংমিশ্ৰণ ঘটিহে ৰাষ্ট্ৰ এখন সৃষ্টি হয় । ভাৰতবৰ্ষ এনেকুৱা এখন ৰাষ্ট্ৰ যিখন ৰাষ্ট্ৰত বিভিন্ন প্ৰকাৰৰ জনগোষ্ঠী বিভিন্ন প্ৰকাৰৰ ভাষা, সংস্কৃতি আদি মিশ্ৰিত হৈ আছে । এই বিভিন্নতা সমূহৰ মাজত একতাবোধ সৃষ্টি কৰিবলৈ জাতীয় সংহতিৰ প্ৰয়োজন । এই সংহতিৰ ধাৰণা অটুট ৰাখিব লাগিব মনৰ একতাবোধ সৃষ্টি কৰিহে । মনৰ একতাবোধ সৃষ্টি হ'লে 'ৰাষ্ট্ৰীয় মনৰ' (National Mind') সৃষ্টি হ'ব । এই ক্ষেত্ৰত আমি 'National Integration Committee' ৰ এশাৰী মন্তব্য উল্লেখ কৰিব পাৰো । কমিটিয়ে কৈছিল "One of the hardest problems before us to-day is the building up a 'National

Mind' by curbing the religious, linguistic and communal conflicts which tend to disunite us"

জাতীয় সংহতিৰ প্ৰয়োজনীয়তাৰ ক্ষেত্ৰত আমি কেইটামান কথাৰ উল্লেখ বিশেষভাবে কৰিব পাৰো। কথা কেইটা হ'ল —

১। জাতীয় সংহতিৰ প্ৰয়োজন হয় নিজৰ দেশক শত্ৰুভাবাপন্ন চুবুৰীয়া ৰাষ্ট্ৰৰ সম্ভাব্য আক্ৰমণৰ পৰা ৰক্ষা কৰাৰ ক্ষেত্ৰত।

২। জাতীয় সংহতিৰ প্ৰয়োজন হয় বিভিন্ন জনগোষ্ঠীৰ সম্মিলনত গঢ়ি উঠা এটা জাতিৰ স্থায়িত্বৰ ক্ষেত্ৰত।

৩। জাতীয় সংহতিৰ প্ৰয়োজন হয় জাতীয় মূল্যবোধ সৃষ্টি কৰি গণতান্ত্ৰিক আদৰ্শ অটুট ৰখাৰ ক্ষেত্ৰত।

৪। জাতীয় সংহতিৰ প্ৰয়োজন হয় ৰাষ্ট্ৰখনৰ সামগ্ৰিক উন্নতিৰ কাৰণে সাৰ্বভৌমত্ব ৰক্ষা কৰি জাতীয়তাবোধৰ ধাৰণাত উদ্বুদ্ধ হ'বলৈ।

## শিক্ষা আৰু জাতীয় সংহতি (Education and National Integration)

শিক্ষাই জাতীয় সংহতি বিকাশৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আছে। জাতিৰ গঠন প্ৰক্ৰিয়া আৰু সমৃদ্ধি সাধন নিৰ্ভৰ কৰে শিক্ষাৰ ওপৰত। বিভিন্ন জাতি উপজাতি সমূহক এক ভাবনাৰে একত্ৰিত কৰি এটা মহান শক্তিশালী জাতি গঢ়াত প্ৰকৃতপক্ষে শিক্ষাৰ ভূমিকাহে অতি উল্লেখযোগ্য। মানুহৰ মনত 'একজাতি একপ্ৰাণ' ভাব দৃঢ়তৰ কৰিব পাৰি একমাত্ৰ শিক্ষাৰ মাধ্যমেৰেহে। ৰাষ্ট্ৰখনক ঐক্যবদ্ধ ৰূপ দিয়াত শিক্ষা আৰু শিক্ষানুষ্ঠান সমূহে গুৰুত্বসহকাৰে উদগণি জগায়। ভাৰতবৰ্ষ এখন বৈচিত্ৰপূৰ্ণ ৰাষ্ট্ৰ। ইয়াৰ মূল সুতিদাল কটকটীয়া হোৱাৰ ক্ষেত্ৰত সচেতন ক্ৰিয়াই ব্যক্তি সকলক সক্ৰিয় কৰি তোলে। ঐক্য হ'ল এক সুসামঞ্জস্য বিকাশ, ই একেধৰণৰ ব্যৱস্থাক নুবুজায়। ৰাষ্ট্ৰৰ বিকাশৰ ক্ষেত্ৰত সকলো ব্যক্তিয়ে নিজকে একেমাতৃৰ সন্তানৰূপে বিবেচনা কৰিব লাগিব। আমাৰ চিন্তা, আমাৰ মূল্য, আমাৰ কৰ্ম আদিয়ে আমাক ৰাষ্ট্ৰীয় ঐক্য সাধনৰ পৰা বিৰত কৰিব নালাগিব। এই ক্ষেত্ৰত আমাক সহায় কৰিব শিক্ষা প্ৰক্ৰিয়াই।

শিক্ষা প্ৰক্ৰিয়াটো হ'ল অবিৰত প্ৰক্ৰিয়া। ইয়াৰ মাধ্যমত বিভিন্ন ব্যক্তিৰ মনত ঐক্য সহৃদয়তা আৰু সমন্বয় সৃষ্টি হয়। শিক্ষাৰ সূত্ৰ আৰু কৰ্মপন্থা ৰাষ্ট্ৰীয় প্ৰয়োজনীয়তাৰ ওপৰত নিৰ্ভৰশীল। সমাজৰ চৰম প্ৰয়োজনীতা হ'ল যুবগোষ্ঠীৰ মাজত ৰাষ্ট্ৰীয় চেতনাবোধ জগাই তোলা। এই ৰাষ্ট্ৰীয় চেতনাবোধ জগাই তোলাৰ ক্ষেত্ৰত শিক্ষাৰ ভূমিকা অতি তাৎপৰ্য্যপূৰ্ণ। এই চেতনা জগাই তোলাৰ ক্ষেত্ৰত শিক্ষানুষ্ঠান সমূহে বিশেষ ভূমিকা গ্ৰহণ কৰে। শিক্ষানুষ্ঠান সমূহত বিভিন্ন প্ৰান্তৰ বিভিন্ন শিক্ষাৰ্থীয়ে একেলগে শিক্ষা লাভ কৰিবলৈ আহে। তেওঁলোকৰ মাজত সামূহিক ভাবধাৰা, সামূহিক প্ৰয়োজনীয়তা, সামূহিক চিন্তাৰ ধাৰণা সোমাই দিব

লাগিব। শিক্ষাৰ মাধ্যমত শিক্ষাৰ্থী সকলৰ মনত স্বদেশানুৰাগ সৃষ্টি হয়। স্বাধীন ভাৰতৰ প্ৰথম শিক্ষা আয়োগ হ'ল বিশ্ববিদ্যালয় শিক্ষা আয়োগ ১৯৪৮-৪৯। এই আয়োগে ভাৰতবৰ্ষক এখন নতুন ভাৰত গঢ়াৰ পৰিকল্পনা কৰিছিল। এই উদ্দেশ্যেৰে ভাৰতীয় সংস্কৃতিৰ বাধাহীন গতিক শিক্ষাৰ্থী সকলৰ মনত শিক্ষাৰ মাধ্যমেৰে সোমাই দিয়াৰ কথা কৈছিল।

ৰাষ্ট্ৰীয় সংহতি বিকাশৰ ক্ষেত্ৰত শিক্ষাৰ ভূমিকা সম্পৰ্কে বিভিন্ন শিক্ষা আয়োগ আৰু সমিতি সমূহে একেমুখে গুৰুত্ব দি আহিছে। ৰাষ্ট্ৰীয় সংহতি পৰিষদৰ 'গজেন্দ্ৰ গদকাৰ কমিটিয়ে' কৈছিল যে প্ৰাথমিক শিক্ষাৰ পৰা আৰম্ভ কৰি বিশ্ববিদ্যালয় পৰ্য্যায়লৈকে শিক্ষা ব্যৱস্থাৰ পুনৰবিন্যাস ঘটোৱাৰ ব্যৱস্থা কৰিব লাগে। তেতিয়াহে 'ঐক্য আৰু সংহতি স্থাপন কৰি সৰ্বভাৰতীয় ভাবৰ সৃষ্টি কৰাত সহায় হ'ব, গণতন্ত্ৰৰ মৌলিক আদৰ্শৰ ওপৰত আস্থা বাঢ়িব আৰু পৰম্পৰাগত সমাজখনৰ মাজৰ পৰা এখন আধুনিক সমাজ গঢ়ি তোলাত জাতিটোক সহায় কৰা হ'ব।'

ৰাষ্ট্ৰীয় সংহতি বিকাশৰ ক্ষেত্ৰত ১৯৬৪-৬৬ চনৰ কোঠাৰী আয়োগে বিশেষ গুৰুত্ব আৰোপ কৰি শিক্ষানীতিত কেইটামান উল্লেখযোগ্য পদক্ষেপ হাতত লোৱাৰ কথা কৈছিল। এই আয়োগে জাতীয় সংহতিৰ ওপৰত গুৰুত্ব আৰোপ কৰি শিক্ষানীতিত জাতীয়তাবোধৰ সচেতনতা বৰ্ধিতকৰণৰ প্ৰতি দৃষ্টি ৰাখি শিক্ষাৰ্থী সকলক জাতীয় ঐক্য, জাতীয় পৰম্পৰা, সংস্কৃতি আদিৰ প্ৰতি সজাগ কৰি তোলাৰ ব্যৱস্থা গ্ৰহণ কৰাৰ কথা কৈছে। আয়োগত কোৱা হৈছে যে দেশজুৰি 'সাধাৰণ বিদ্যালয়'ৰ বিকাশ ঘটাব লাগে। সাধাৰণ বিদ্যালয় সমূহ 'পাব্লিক স্কুল' সমমানদণ্ডৰ হ'ব লাগিব। ইয়াক আঁচনিভুক্ত (বিশ বছৰীয়া) কৰি 'সাধাৰণ বিদ্যালয়' (Common School) ব্যৱস্থাৰ সফল ৰূপায়ণ কৰিব লাগিব। বিদ্যালয় অথবা মহাবিদ্যালয় সমূহত শৈক্ষিক বিষয়বস্তুৰ সমমৰ্যাদাৰে ৰাষ্ট্ৰীয় সমাজসেৱা বা সমাজসেৱা আঁচনিমূলক কাৰ্যসমূহ অন্তভূৰ্ক্ত কৰিব লাগে আৰু যিকোনো পৰ্য্যায়ৰ শিক্ষাৰ্থীয়ে অবাধ্যতামূলক বিষয়বস্তু হিচাবে লোৱাৰ ব্যৱস্থা কৰিব লাগে। শিক্ষাৰ্থী সকলে সামূহিক জীৱনৰ ক্ৰিয়াত যোগদান কৰিব লাগে। বিদ্যালয় আৰু ছাত্ৰাবাসত শিক্ষাৰ্থী সকলক কৰ্মৰ প্ৰেৰণা যোগোৱাৰ ব্যৱস্থা কৰিব লাগে। শিক্ষাৰ্থী সকলে সামূহিক জীৱনৰ ক্ৰিয়াত যোগদান কৰিব লাগে আৰু জাতীয় উন্নয়নৰ অৰ্থে নিজ নিজ সেৱা আগবঢ়াব লাগিব। এই আয়োগে তলত দিয়া নীতিসমূহ প্ৰয়োগৰ বাবে পৰামৰ্শ আগবঢ়াইছিল। নীতিসমূহ হ'ল —

১। জাতীয় সংহতি হ'ল দেশৰ সামগ্ৰিক উন্নতিৰ এটা পূৰ্বচৰ্ত্ত আৰু এই সংহতি ৰাজনৈতিক, সাংস্কৃতিক, অৰ্থনৈতিক আৰু সামাজিক উপাদানেৰে গঠিত। জাতিৰ ওপৰত আস্থা আৰু বিশ্বাস প্ৰতিষ্ঠিত হ'লেই জাতীয় সংহতি বিচ্ছিন্ন নহয়।

২। সাধাৰণ মানুহৰ জীৱন ধাৰণৰ মানদণ্ড জীৱিকা নিৰ্বাহ, নিবনুৱা সমস্যা দূৰীকৰণ, দেশৰ বিভিন্ন অঞ্চলৰ মাজত অৰ্থনৈতিক উন্নতিৰ সমতা ৰক্ষা কৰা,

জনসাধাৰণৰ মাজত ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক সা-সুবিধা প্ৰদান কৰিলেহে জাতীয় সংহতি ৰক্ষা হ'ব।

৩। কোনো বিশেষ সম্প্ৰদায়ৰ লগত নিজকে ভুক্ত নকৰি প্ৰত্যেক ব্যক্তিয়ে সমগ্ৰ দেশৰ লগত একাত্মবোধ অনুভৱ কৰি জাতীয় সংহতি সুদৃঢ় কৰাৰ ব্যৱস্থা কৰিব লাগে।

৪। পৰস্পৰৰ মাজত বুজাপৰা হোৱা, সকলোকে সমআচৰণ দেখুৱা, বিভিন্ন কৃষ্টি সংস্কৃতি বা জীৱন নিৰ্বাহ প্ৰণালীৰ প্ৰতি শ্ৰদ্ধা দেখুৱাটো সকলোৰে কৰ্ত্তব্য।

৫। সমাজসেৱা আৰু ৰাষ্ট্ৰীয় সেৱা আঁচনি সমূহৰ মাধ্যমেৰে শিক্ষাৰ্থী সকলৰ মাজত জাতীয়তাবোধৰ ধাৰণা জগাই তুলিব লাগিব লগতে দেশক ভালপোৱাৰ ভাব জগাই তুলিব লাগিব।

৬। 'সাধাৰণ স্কুল' সমূহত জাতিধৰ্ম নিৰ্বিশেষে সকলোৰে পঢ়াৰ সুবিধা পাব লাগে।

৭। হিন্দী ভাষা ৰাষ্ট্ৰীয় ভাষা হিচাপে স্বীকৃত আৰু এই ভাষা শিক্ষানুষ্ঠানত প্ৰচলন কৰি শিক্ষাৰ্থী সকলৰ মাজত জাতীয়তাবোধ জাগ্ৰত কৰিব লাগে। ইয়াৰ উপৰিও ভাৰতৰ বিভিন্ন ভাষাৰ ক্ৰমবিকাশৰ ওপৰতো গুৰুত্ব আৰোপ কৰিব লাগে।

শ্ৰীমতী ইন্দিৰা গান্ধীয়ে ১৯৮১ চনত ৰাষ্ট্ৰীয় সংহতিৰ এখনি আলোচনা চক্ৰত কৈছিল যে 'স্বাধীনতা আন্দোলনৰ কাৰণে যি দৃঢ় আন্দোলনৰ পদক্ষেপ গ্ৰহণ কৰা হৈছিল, তেনে দৃঢ়তাৰে সংহতি ৰক্ষণৰ ব্যৱস্থা কৰিব লাগে। এই ক্ষেত্ৰত প্ৰাথমিক পৰ্য্যায়ৰ শিক্ষক/শিক্ষয়িত্ৰী সকলে মূল দায়িত্ব বহন কৰি কণ কণ শিশু সকলক গঢ় দিব লাগে। শিশু সকলে দেশমাতৃৰ সেৱাৰ বাবে সংহতিৰ প্ৰয়োজনীয়তা বুজিব লাগিব, সেয়েহে পাঠ্যপুথি প্ৰণয়ন কৰোতে বিশেষ তৎপৰতাৰ অতীব প্ৰয়োজন যাতে শিশুসকলে বৰ্ণ-বৈসম্যতা ভাষাগত বিভেদ, নীচক জাতীয়তাবাদ অথবা আঞ্চলিকতাবাদৰ ঠেক দিশবিলাক শিকিব নোৱাৰে। শিক্ষক সকলে এই দিশত লবলগীয়া দায়িত্ব সম্পৰ্কত কোৱা হৈছে যে সামাজিক বিবৰ্ত্তনত শিক্ষকৰ ভূমিকা অনস্বীকাৰ্য্য।' শিক্ষক সকলৰ উপৰিও অভিভাবক বা অন্যান্য সকলেও শিশুৰ বিকাশত লেখত লবলগীয়া ভূমিকা লয়। কিয়নো শিক্ষানুষ্ঠানলৈ অহাৰ আগতেই ঘৰখনত শিশুৱে যি আকাৰ গ্ৰহণ কৰে, যি আদৰ্শৰ প্ৰতি ধাবমান হোৱাৰ সুবিধা পায় তাত গৃহ অথবা পিতৃমাতৃৰ ভূমিকা উল্লেখযোগ্য।

ৰাষ্ট্ৰীয় শিক্ষানীতিক ১৯৮৬ চনত নতুন ৰূপ দিয়া হৈছে। এই শিক্ষানীতিত এটা স্পষ্টতা দেখা যায়। শিক্ষাৰ মৌলিকতা আৰু ভূমিকা সম্পৰ্কে শিক্ষানীতিত কোৱা হৈছে যে "শিক্ষাৰ এক সাংস্কৃতিক ভূমিকা আছে। ই অনুভূতি প্ৰৱণতা আৰু বোধশক্তিক পৰিমাৰ্জিত কৰি জাতীয় সংঘবদ্ধতাত সহায় কৰে। বিজ্ঞান মানসিকতা আৰু মুক্ত মনৰ হৃদয় গঢ়ি তোলে যাৰ ফলশ্ৰুতিয়ে আমাৰ সংবিধানত ঘোষণা কৰা সমাজবাদ, ধৰ্মনিৰপেক্ষতা আৰু গণতন্ত্ৰৰ লক্ষ্য আগবঢ়াই নিয়াত সহায়

কৰিব।" ৰাষ্ট্ৰীয় শিক্ষানীতিত ৰাষ্ট্ৰীয় পাঠ্যক্ৰমৰ ভিত্তিত গোটেই দেশৰ কাৰণে এক উমৈহতীয়া ৰাষ্ট্ৰীয় শিক্ষা ব্যৱস্থাৰ কথা কোৱা হৈছে। এই উদ্দেশ্যে ৰাষ্ট্ৰীয় পাঠ্যক্ৰমত এক উমৈহতীয়া মূল পাঠ্যক্ৰমৰ উপৰিও অঞ্চল তথা পৰিবেশ সাপেক্ষে সালসলনি কৰি লব পৰা নমনীয় অংশ একোটাও থাকিব। ৰাষ্ট্ৰীয় শিক্ষানীতিত তলত দিয়া ধৰণে পাঠ্যক্ৰমৰ মূল অংশবোৰ উল্লেখ কৰা হৈছে—

১। ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাস।
২। সাংবিধানিক দায়বদ্ধতা।
৩। ৰাষ্ট্ৰীয় একতাৰ ভাব পোষণ আৰু বৃদ্ধিৰ বাবে অপৰিহাৰ্য্য হোৱা বিষয়সমূহ।
৪। ভাৰতৰ উমৈহতীয়া সংস্কৃতিৰ পৰম্পৰা।
৫। কল্যাণকামী আদৰ্শবাদ, গণতন্ত্ৰ আৰু ধৰ্মনিৰপেক্ষতা।
৬। লিংগ ভেদৰ বৈসম্যহীনতা।
৭। সামাজিক বন্ধন দূৰীকৰণ।
৮। বিজ্ঞান মানসিকতাৰ বীজ ৰোপণ।

ৰাষ্ট্ৰীয় শিক্ষানীতিত শিক্ষাৰ বিষয় আৰু প্ৰক্ৰিয়াৰ পুনৰবিন্যাস কৰিবলৈ বিচৰা হৈছে। সেই অধ্যায়তে মূল্যবোধৰ শিক্ষাৰ কথা উল্লেখ আছে। তাত কোৱা হৈছে যে "বহু সংস্কৃতিৰ অনুষ্ঠানস্থলী আমাৰ সমাজত বিশ্বজনীন এক শ্বাশ্বত মূল্যবোধ জগাই তুলি শিক্ষাই জনসমাজত ঐক্য আৰু সংহতি স্থাপন কৰিব লাগিব। এনে মূল্যবোধৰ শিক্ষাই ধৰ্মান্ধতা, হিংসা, অন্ধবিশ্বাস, অদৃষ্টতাবাদ আদিৰ বিনাশ ঘটোৱাত সহায় কৰিব লাগিব।"

জাতীয় সংহতিৰ বিকাশৰ ক্ষেত্ৰত শিক্ষাৰ কেইটিমান উল্লেখযোগ্য পদক্ষেপ আছে। এই বিষয়ে তলত আলোচনা কৰা হ'ল —

### (১) জাতীয়তাবোধৰ ধাৰণা (Concept of Nationalism)

শিক্ষাৰ এটা প্ৰধান উদ্দেশ্য হ'ল ব্যক্তিসকলৰ মনত জাতীয়তাবোধৰ ধাৰণাৰ উদ্ৰেক কৰা। এই উদ্দেশ্যৰ সহায়ত ব্যক্তিসকলে ৰাষ্ট্ৰৰ আদৰ্শৰ সৈতে নিজকে খাপ খুৱাই লবলৈ বিচাৰে। ৰাষ্ট্ৰখনৰ উন্নতিকৰণত জাতীয়তাবোধৰ ধাৰণাই সকলো প্ৰকাৰে সহায় কৰে। জাতীয়তাবোধৰ ধাৰণা জাগি উঠে মানুহৰ মনত। সেয়েহে মনস্তাত্বিক দৃষ্টিভংগীৰে জাতীয়তাবোধক 'গণ অনুভূতি' বুলি আখ্যা দিয়া হয়। নিজৰ ৰাষ্ট্ৰ, নিজৰ জাতি সম্বন্ধে মানুহৰ মনত গঢ়ি উঠা ধাৰণাক লৈ জনগণৰ মাজত যেতিয়া এক শ্ৰদ্ধাজনিত ভাব, প্ৰেম, আনন্দ-অনুভূতি আৰু গৌৰবৰ ভাব প্ৰকাশ পায় সেই মূহুৰ্ত্তটোকে জাতীয়তাবোধ বুলি কব পাৰি। মানুহৰ মনত 'যুক্তি জ্ঞান' আৰু 'উপলব্ধি' যেতিয়া প্ৰসাৰিত হয় সেইসময়তে জাতীয়তাবোধৰ ভাব গঢ়ি উঠে।

### (২) আবেগিক ঐক্যৰ ধাৰণা (Concept of Emotional unity)

আবেগিক সংহতিয়ে জাতীয় ঐক্য তথা সংহতি স্থাপনত বিশেষ অৰিহণা

যোগায় । আবেগিক বিকাশ সুসংগঠিতভাবে নহলে জাতীয়তাবোধৰ মনোভাৱ গঢ়ি নুঠে । ব্যক্তি সকলৰ জীৱনৰ আবেগিক দিশটো অতি গুৰুত্বপূৰ্ণ । সংশোধিত আবেগিক আচৰণে একতাৰ বান্ধোন শক্তিশালী কৰি তোলে ।

## (৩) নাগৰিকত্বৰ শিক্ষাৰ ধাৰণা (Concept of Citizenship Education)

ৰাষ্ট্ৰীয় সংহতি বিকাশৰ ক্ষেত্ৰত নাগৰিকত্বৰ শিক্ষাই গুৰুত্বপূৰ্ণ স্থান দখল কৰি আছে । ৰাষ্ট্ৰখনক সুন্দৰৰূপে গঢ় দিবলৈ হলে ৰাষ্ট্ৰৰ প্ৰত্যেকজন নাগৰিকে নিজ কৰ্ত্তব্য আৰু দায়িত্ব সুচাৰুৰূপে পালন কৰিব লাগিব । নাগৰিক সকলক শিক্ষাৰ দিশত আগবঢ়াই নিয়াটো ৰাষ্ট্ৰখনৰ এটি উল্লেখযোগ্য কৰ্ত্তব্য । নাগৰিক সকল সুশিক্ষিত হলেহে তেওঁলোকৰ মাজত আত্মত্যাগ, সহনশীলতা, কৰ্মতৎপৰতা, সহযোগিতা ভাতৃত্ববোধ, নিয়মানুবৰ্তিতা, অনুশাসন আৰু শৃংখলা আদিৰ ভাব জাগি উঠিব । এনেকুৱা ভাবৰ উদয় হলে ৰাষ্ট্ৰৰ সংহতি শক্তিশালী হ'ব ।

## ৪। বাধ্যতামূলক শিক্ষাৰ ধাৰণা (Concept of Compulsory Education)

শিক্ষা ব্যৱস্থাটো বাধ্যতামূলক হোৱাটো অতি প্ৰয়োজন । শিক্ষাক বাধ্যতামূলক তথা সাৰ্ব্বজনীন কৰি প্ৰত্যেখন প্ৰদেশতে শিশুসকলক বিকশিত কৰাৰ ব্যৱস্থা হাতত লব লাগিব । শিক্ষাৰ সংগঠন, প্ৰশাসন, ব্যৱস্থাপনা ক্ষেত্ৰত ৰাষ্ট্ৰীয় ভাবধাৰা থাকিব লাগিব । শিশুসকলৰ শিক্ষাৰ ফলত দেশৰ ভৱিষ্যত শক্তিশালী হ'ব আৰু ব্যক্তি সকলে জাতীয় সংহতিৰ মোল বুজিবলৈ সক্ষম হ'ব । সেয়েহে জাতীয় সংহতি বজাই ৰখাৰ ক্ষেত্ৰত বাধ্যতামূলক শিক্ষাৰ ধাৰণা অতি প্ৰয়োজন ।

## (৫) অৰ্থনৈতিক আত্মনিৰ্ভৰশীলতাৰ ধাৰণা (Concept of Economic self dependent)

অৰ্থনীতি হ'ল শক্তিশালী পদক্ষেপ সমূহৰ উল্লেখযোগ্য ইন্ধন । ৰাষ্ট্ৰখনৰ ঐক্য আৰু সম্প্ৰীতিৰ বান্ধোন বহুপৰিমাণে নিৰ্ভৰ কৰে দেশখনৰ অৰ্থনৈতিক আত্মনিৰ্ভৰশীলতাৰ ওপৰত । ৰাষ্ট্ৰখনৰ অৰ্থনৈতিক দিশটো দুৰ্বল হলে নানা ধৰণৰ সমস্যাৰ উদ্ভব হয় । ব্যক্তিসকলৰ উচ্চ চিন্তাধাৰাই ৰাষ্ট্ৰৰ বিকাশ তথা সংহতিত বিভিন্ন ধৰণেৰে সহায় কৰে । কিন্তু অৰ্থনৈতিক স্বাৱলম্বিতা নেথাকিলে ব্যক্তিসকল নৈতিক ভাবে দুৰ্বল হৈ পৰে কাৰণ তেওঁলোকে মৌলিক প্ৰয়োজন সমূহ পূৰণ কৰিব নোৱাৰা হৈ পৰে । সেয়েহে ব্যক্তিসকল আত্মনিৰ্ভৰশীল হোৱাৰ ক্ষেত্ৰত শিক্ষাই অৰিহণা যোগাব লাগিব ।

## (৬) বৃত্তিমূলক শিক্ষাৰ ধাৰণা (Concept of Vocational Education)

ৰাষ্ট্ৰীয় সংহতিৰ বিকাশৰ ক্ষেত্ৰত বৃত্তিমূলক শিক্ষাৰ ভূমিকাও নগণ্য নহয় ।

ব্যক্তি সকলৰ মাজত কৰ্মপ্ৰেৰণাৰ ভাব জগাই তুলিবলৈ হলে বৃত্তিশিক্ষাৰ ব্যৱস্থা ৰাষ্ট্ৰীয় ভিত্তিত কৰিব লাগিব। ব্যক্তি সকলৰ মাজত অৰ্থনৈতিক নিৰাপত্তা আৰু স্বাধীনতাৰ অতীব প্ৰয়োজন। নিৰাপত্তা আৰু স্বাধীনতাৰ ভাব জগাই তুলিব নোৱাৰিলে সংহতি স্থাপন হোৱাটো সম্ভব নহয়। আধুনিক ৰাষ্ট্ৰ সমূহত নিবনুৱা সমস্যা বৰ প্ৰকট হৈ পৰিছে। এই নিবনুৱা সমস্যা সমাধান কৰিবলৈ হলে বৃত্তিমূলক শিক্ষাৰ ব্যৱস্থা কৰি শক্তিশালী পদক্ষেপ হাতত লব লাগিব। সমাজৰ পৰা নিৰাশা, ব্যৰ্থতা আৰু দাৰিদ্ৰতা আদিৰ দৰে অৱস্থা সমূহ আতৰ কৰিব লাগিব তেতিয়াহে ৰাষ্ট্ৰীয় সংহতি শক্তিশালী হব।

### (৭) যুৱশিক্ষাৰ ধাৰণা (Concept of Education of the youth)

যুৱশক্তিয়েই হ'ল জাতিৰ মেৰুদণ্ড। জাতিৰ সমৃদ্ধি আৰু বিকাশ নিৰ্ভৰ কৰে যুৱক সকলৰ বিকাশৰ ওপৰত। যুৱক সকলক উচ্চ আদৰ্শ, মনোভাব, সজ আচৰণ আদিৰ ভাবৰ ধাৰণা শিক্ষাৰ সহায়ত উপলব্ধি কৰাব লাগিব। যুব শক্তিক সফল ভাবে প্ৰয়োগ কৰিব পাৰিলেহে দেশখন সমৃদ্ধিশালী হৈ উঠিব আৰু সামাজিক সমতা স্থাপনৰ ক্ষেত্ৰত আবেগিক সমতাই সহায় কৰে আৰু তাৰ ফলস্বৰূপে আহে 'ৰাষ্ট্ৰীয় সংহতি'।

### (৮) আন্তৰ্জাতিক শিক্ষাৰ ধাৰণা (Concept of International Education)

ৰাষ্ট্ৰীয় সংহতিৰ বিকাশৰ ক্ষেত্ৰত আন্তৰ্জাতিক শিক্ষাৰ অৱদান অপৰিসীম। নিজৰ ৰাষ্ট্ৰৰ প্ৰতি জাগি উঠা ভাল পোৱা ভাবৰ লগত আন ৰাষ্ট্ৰৰ প্ৰতি থকা ভাল পোৱা ভাবৰ সংমিশ্ৰণতহে নিজৰ ৰাষ্ট্ৰৰ প্ৰতি ভাল পোৱা ভাব শক্তিশালী হৈ উঠে। এখন ৰাষ্ট্ৰৰ বিকাশ নিৰ্ভৰ কৰে আন ৰাষ্ট্ৰৰ সহায় সহযোগীতাৰ ওপৰত। সেইবাবেই শিক্ষাৰ্থী সকলৰ মনত আন্তৰ্জাতিক মনোভাবৰ উদয় শিক্ষা জীৱনতে কৰিব লাগিব। ৰাষ্ট্ৰীয় শিক্ষা ব্যৱস্থাত আন্তৰ্জাতিক মনোভাবাপন্ন শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগিব। এনে শিক্ষাৰ ফলত ব্যক্তি সকলৰ দৃষ্টি ভংগী বহল হব আৰু সহনশীল মনোভাব গঢ়ি উঠিব।

## জাতীয় সংহতি আৰু ভাৰতীয় গণতন্ত্ৰ (National Integration and Indian Democracy)

বৈচিত্ৰপূৰ্ণ ভাৰতবৰ্ষ এখন সাৰ্বভৌমিক গণতান্ত্ৰিক ৰাষ্ট্ৰ। এই গণতান্ত্ৰিক ধাৰণাটো এটা ৰাজনৈতিক ধাৰণাই নহয়, ই জীৱন ধাৰণৰ প্ৰণালীও। ভাৰতীয় গণতন্ত্ৰত বিভিন্ন ভাষাভাষী, বিভিন্ন ধৰ্মৰ ব্যক্তি আৰু নানাধৰণৰ উপজাতিও আছে। এনেকুৱা ৰাষ্ট্ৰ এখন চলিবলৈ হলে নাগৰিক সকলক সহনশীলতা, শৃংখলা, আনৰ বিশ্বাসৰ প্ৰতি সন্মান দেখুৱা, সহযোগিতাৰ মনোভাব আদি ধাৰণাৰ দ্বাৰা উদ্বুদ্ধ কৰাব লাগিব। গণতন্ত্ৰৰ ধাৰণাৰ শিক্ষা দিয়া হয়. বিদ্যালয় সমূহৰ শিক্ষাৰ্থীৰ লগত

মিলিজুলি থাকিবলৈ সক্ষম হয় আৰু তেওঁলোকে গণতান্ত্রিক ধাৰণাৰ বুজ লয়। এই ক্ষুদ্র সমাজখনৰ দৰে তেওঁলোকে বৃহত্তৰ সমাজখনকো বুজিবলৈ চেষ্টা কৰাৰ ধাৰণা বিদ্যালয়ৰ মাধ্যমেৰে দিয়াৰ ব্যৱস্থা কৰিব লাগিব। এই ধাৰণাৰ বশবৰ্ত্তী হলে তেওঁলোকৰ স্বদেশানুৰাগ সৃষ্টি হব। এই ক্ষেত্রত বিদ্যালয়ৰ শিক্ষাই তেওঁলোকক সহায় কৰিব। স্বদেশানুৰাগ সম্বন্ধে মুদালিয়ৰ আয়োগে তলত দিয়া ধৰণে মন্তব্য প্রকাশ কৰিছে আৰু কৈছে যে প্রকৃত স্বদেশানুৰাগ হবলৈ মূল তিনিটা দিশৰ ওপৰত গুৰুত্ব আৰোপ কৰিব লাগিব। যেনে —

১। নিজৰ ৰাষ্ট্ৰৰ সামাজিক আৰু সাংস্কৃতিক ঐতিহ্যৰ প্রতি অকপট প্রশংসা।
২। নিজৰ সংস্কৃতিৰ দুৰ্বলতাবোৰ স্বীকাৰ কৰা আৰু গুচাবলৈ যত্ন কৰা, আৰু
৩। ব্যক্তিগত স্বাৰ্থক সামূহিক স্বাৰ্থৰ খাতিৰত তলত ৰখা।

বিদ্যালয় সমূহত এই ধাৰণা সমূহৰ বিষয়ে শিক্ষাৰ্থী সকলক জ্ঞান দিব পাৰিলেহে তেওঁলোকৰ মনত প্রকৃত স্বদেশানুৰাগৰ ভাব জাগি উঠিব।

ভাৰতীয় গণতন্ত্ৰই জাতীয় সংহতি স্থাপন কৰাৰ ক্ষেত্রত নানাধৰণেৰে প্রচেষ্টা হাতত লোৱা দেখা যায়। এই উদ্দেশ্য আগত ৰাখি দুখন কমিটি গঠন কৰা হয়। প্রয়াত প্রধান মন্ত্রী ইন্দিৰা গান্ধীৰ নেতৃত্বত গঠিত হোৱা 'জাতীয় সংহতি কমিটি' আৰু আনখন হ'ল ১৯৬১ চনত গঠিত হোৱা ডঃ সম্পূৰ্ণানন্দৰ সভাপতিত্বৰ 'আবেগিক সংহতি কমিটি।' 'আবেগিক সংহতি কমিটি'খনৰ মূল লক্ষ্য হ'ল ১। জাতীয় জীৱনত আবেগিক সংহতি ৰক্ষাৰ ক্ষেত্রত শিক্ষাৰ ভূমিকাৰ বিষয়ে অধ্যয়ন আৰু ২। এই অধ্যয়ন যোগেদি স্কুল কলেজৰ যুব সমাজ আৰু জনসাধাৰণক শিক্ষা বিষয়ৰ আঁচনি সম্পৰ্কে পৰামৰ্শ দি আৰু আবেগিক ঐক্য উন্মেষণ কৰি জাতীয় সংহতি সুদৃঢ় কৰা। আবেগিক সংহতি কমিটিয়ে এই বিষয়ে অধ্যয়ন কৰিবলৈ মুঠ চাৰিটা পদ্ধতিৰ কথা উল্লেখ কৰিছে। পদ্ধতি কেইটা হ'ল (ক) প্রমাণ (Evidence) (খ) ভ্ৰমণ (Tour) (গ) পাঠ্যপুথি (Text book) (ঘ) প্রশ্নাৱলী (Questionnaire)। এই দুখন কমিটিৰ উপৰিও ভাৰত স্কাউট আৰু গাইড্ আন্দোলনে ভাৰতবৰ্ষত জাতীয় সংহতি স্থাপনৰ অৰ্থে নানাধৰণেৰে 'জাতীয় সংহতি শিবিৰ' স্থাপন কৰাৰ ব্যৱস্থা কৰিছে।

বিভিন্ন সংস্কৃতি অনুসৰণ কৰা বিভিন্ন ভাষা-ভাষীৰে গঠিত ভাৰতীয় সমাজখন এখন বহুৰূপী সমাজ। নানা ধৰণৰ বিভিন্নতাৰ মাজতো এক অন্তঃশলিলা শক্তিয়ে আমাক সকলোকে একত্রিত কৰি ৰাখিছে। এই সকলো শক্তিৰ উৎস হ'ল ভাৰতীয় অনুভূতি, দেশৰ লগত আত্মবোধ। ভাৰতবৰ্ষৰ জান-জুৰি, নৈ আৰু সাংস্কৃতিক পৰম্পৰা সমূহে ভবিষ্যত উন্নতি আৰু একতাৰ প্রচেষ্টাত অৰিহণা যোগাইছে। এই অনুভূতিয়েই ৰাষ্ট্ৰখনক এখন কল্যাণকামী সমাজ হিচাপে গঢ় দিয়াত সহায় কৰিছে আৰু দায়বদ্ধতাৰ প্রতিও সজাগ কৰি ৰাখিছে। ভাৰতীয় সংস্কৃতিৰ বিভিন্নতা ইয়াৰ দুৰ্বলতা নহয় ই সবলতাৰ পৰিচায়কহে।

গণতান্ত্ৰিক ৰাষ্ট্ৰ হিচাবে ভাৰতবৰ্ষত জাতীয় সংহতিৰ বিকাশ সম্ভৱ হৈ উঠাৰ মূলতে বিভিন্ন ধৰণৰ দিশ সমূহ জড়িত হৈ আছে। এই দিশ সমূহৰ সফল প্ৰয়োগ হবলৈ প্ৰতিজন ব্যক্তিৰ সচেতন ক্ৰিয়া মনোভাবৰ প্ৰয়োজন। ভাৰতবৰ্ষৰ ৰাষ্ট্ৰীয় সংহতি ৰক্ষা কৰাৰ ক্ষেত্ৰত জড়িত দিশবোৰ হ'ল (১) ভাৰতবৰ্ষৰ গৌৰবোজ্জ্বল ইতিহাস, সংস্কৃতি আৰু মূল্যবোধ (২) অৰ্থনৈতিক বিকাশ অথবা উন্নয়নমূলক আঁচনি সমূহ (৩) উদ্যোগিক বিকাশ (৪) শিক্ষাৰ সম্প্ৰসাৰণ আৰু সচেতনতা (৫) বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ বিকাশ ও সম্প্ৰসাৰণ ব্যৱস্থা (৬) ব্যক্তিসকলৰ গতিশীল মনোভাব (৭), সামাজিক আৰু আঞ্চলিক বৈষম্যতা দূৰীকৰণ আৰু (৮) সৰ্বভাৰতীয় পৰিকল্পনা আৰু বিকাশৰ ব্যৱস্থাকৰণ ইত্যাদি।

ভাৰতীয় গণতন্ত্ৰত জাতীয় সংহতি ৰক্ষাৰ ক্ষেত্ৰত অকল কেন্দ্ৰীয় চৰকাৰ অথবা ৰাজ্য চৰকাৰসমূহে মুখ্য ভূমিকা লৈ থাকিলে সংহতি ৰক্ষা নহয়। সংহতি ৰক্ষা হ'ল এক অন্তৰ্নিহিত সমূহীয় দায়িত্ববোধ। প্ৰতিজন ভাৰতীয় নাগৰিকে ৰাষ্ট্ৰীয় সংহতি ৰক্ষাৰ ক্ষেত্ৰত সজাগ হব লাগিব। সকলোৱে ঐক্যবদ্ধ ভাৱে একাত্মবোধৰ মাধ্যমত কামৰ দায়িত্ব পালন কৰি গলে সংহতি ৰক্ষা কৰাটো সহজসাধ্য হব। সকলো ভাৰতীয়ই নিজকে একমাতৃৰ সন্তান স্বৰূপে বিবেচনা কৰিব লাগিব তাৰ পিচতহে আমাৰ প্ৰাদেশিক পৰিচয় সমূহে আমাক গৌৰবান্বিত কৰিব। তেতিয়াহে আমাৰ চিন্তা, মূল্য আৰু কৰ্মই ৰাষ্ট্ৰীয় ঐক্য সাধনত সহায় কৰি গণতান্ত্ৰিক ভাবধাৰা জগাই তুলিব।

## আবেগিক সংহতি আৰু শিক্ষা ( Emotional Integration and Education )

আবেগিক সংহতি বৰ্ধনৰ ক্ষেত্ৰত শিক্ষাৰ ভূমিকা বিশেষ তাৎপৰ্যপূৰ্ণ। এই উদ্দেশ্য আগত ৰাখি ডঃ সম্পূৰ্ণানন্দৰ নেতৃত্বত গঠিত হোৱা আবেগিক সংহতি কমিটিয়ে বিভিন্ন ধৰণৰ পৰামৰ্শ আগবঢ়ায়। পৰামৰ্শসমূহ তলত দিয়া ধৰণৰ—

### (১) পাঠ্যক্ৰমৰ পুনৰগঠন (Re-organization of Curriculum)

কমিটিয়ে পাঠ্যক্ৰম পুনৰগঠন কৰাৰ বাবে মত প্ৰকাশ কৰে। ভাৰতবৰ্ষৰ দৰে ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰখনত পাঠ্যক্ৰমৰ পুনৰ সংশোধন তলত দিয়া ধৰণে কৰা দৰ্কাৰ। প্ৰাথমিক স্তৰত সাধুকথা, গল্প কবিতা, সমাজ অধ্যয়ন জাতীয় সংগীত আৰু অন্যান্য সংগীত বিলাক অন্তভূৰ্ক্ত কৰিব লাগে। মাধ্যমিক স্তৰৰ পাঠ্যক্ৰমত অন্যান্য বিষয়বস্তু সমূহৰ উপৰিও ভাষা অধ্যয়ন, সমাজবিদ্যা, নৈতিক অথবা ধৰ্মীয় শিক্ষা আৰু বৰ্হি পাঠ্যক্ৰমৰ বিষয়ৰাজি অন্তভূৰ্ক্ত কৰিব লাগে। বিশ্ববিদ্যালয় স্তৰত বিভিন্ন ৲৲৲ৰ সমাজ বিজ্ঞানমূলক বিষয় ভাষা আৰু সাহিত্য সংস্কৃতি আৰু কলা শিক্ষক শিক্ষাৰ্থীৰ বিনিময়ত ব্যৱস্থা আদি গ্ৰহণ কৰিব লাগে।

### (২) বৰ্হিঃ পাঠ্যক্ৰমিক কাৰ্য্যসূচী (Extra curricular activities)

স্কুলীয়া পাঠ্যক্ৰমৰ বিষয়বস্তু বিলাকৰ উপৰিও স্কুলত বৰ্হিঃ পাঠ্যক্ৰমিক কাৰ্য্যসূচীৰ

প্ৰয়োগ কৰিব পাৰি । স্কুলীয়া পৰিবেশৰ ভিতৰতে বিভিন্ন ধৰণৰ খেলাধূলা, জাতীয় দিৱস, শিক্ষামূলক ভ্ৰমণ, বনভোজ, ৰাষ্ট্ৰীয় শিক্ষাৰ্থী বাহিনী, স্কাউট গাইড্ প্ৰশিক্ষণ, তৰ্ক প্ৰতিযোগীতা আৰু যুব মহোৎসৱ আদিৰ কাৰ্যসূচী ইয়াৰ অন্তভূৰ্ক্ত কৰিব পাৰি । ইয়াৰ উপৰিও গণসংযোগৰ বাবে ৰেডিঅ', দূৰদৰ্শন আৰু চিনেমা আদিৰ কাৰ্যসূচী হাতত লব পাৰি । এনে কাৰ্যসূচী সমূহে শিক্ষাৰ্থীসকলৰ মনত একতাৰ ভাৱ, দলগত ভাব আৰু ভাতৃত্বৰ ভাৱ জগাই তুলি দৃষ্টিভংগী বহল কৰিব, লগতে শিক্ষাৰ্থীসকলৰ ব্যক্তিত্ব গঠনত সহায়ক হ'ব ।

**(৩) সমাজবিজ্ঞান অধ্যয়নত গুৰুত্ব আৰোপ (Importance on the study of Social Science)**

ৰাষ্ট্ৰীয় সংহতি কমিটিয়ে সমাজবিজ্ঞান অধ্যয়নৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰাৰ কথা কৈছে । শিক্ষাৰ প্ৰাথমিক, মাধ্যমিক আৰু উচ্চস্তৰত সমাজবিদ্যাৰ শিক্ষা শিক্ষাৰ্থীসকলক দিব লাগিব । এই শিক্ষাৰ দ্বাৰা শিক্ষাৰ্থীসকলক পৃথিৱীৰ ইতিহাস, পৃথিৱীৰ ভৌগলিক অৱস্থা, সংস্কৃতি আদিৰ জ্ঞান দিব পৰা যাব । ইয়াৰ উপৰিও মহাপুৰুষ সকলৰ জীৱনী, ৰামায়ণ মহভাৰতৰ দৰে ধৰ্মগ্ৰন্থ আদিৰ কাহিনী আদিয়েও শিক্ষাৰ্থীসকলক জাতীয়তাবোধৰ ধাৰণাৰ জ্ঞান দিব ।

**(৪) পাঠ্যপুথি (Text Books)**

শিক্ষাৰ্থীসকলৰ মনত পাঠ্যপুথিয়ে গভীৰ ৰেখাপাত কৰে । পাঠ্যপুথি সমূহ পুনৰ সংশোধন কৰাৰ ব্যৱস্থা কৰিব লাগে আৰু নতুন নতুন দিশ অন্তভূৰ্ক্ত কৰি দৃষ্টিভংগী বহল কৰিব লাগে । পাঠ্যপুথি সমূহ ৰচনা কৰোতে যাতে কোনোধৰণে অতিৰঞ্জিত ধাৰণা অন্তভূৰ্ক্ত নহয় তাৰ প্ৰতি লক্ষ্য ৰাখিব লাগিব ।

বিশেষকৈ ইতিহাস ৰচনা কৰোতে যাতে অসত্য ঘটনাই ঠাই নাপায় আৰু আতিশয্যপূৰ্ণ কাহিনী অন্তভূৰ্ক্ত নহয় সেই বিষেয়ে সজাগ হোৱাটো প্ৰয়োজন ।

**(৫) একেধৰণৰ পোছাকৰ ব্যৱস্থা (School Uniform System)**

আবেগিক সংহতি অনাৰ ক্ষেত্ৰত বিদ্যালয়ত একেধৰণৰ পোছাকৰ ব্যৱস্থা কৰণ বিশেষভাবে গ্ৰহণযোগ্য । সমগ্ৰ ৰাষ্ট্ৰতে এনেকুৱা ব্যৱস্থাৰ প্ৰয়োগ কৰিব পাৰি । ইয়াৰ ফলত শিক্ষাৰ্থীসকলৰ মনত 'ধনী-দুখীয়া' ভাবৰ উদয় নহ'ব ।

**(৬) জাতীয় সংগীত (National Anthem)**

জাতীয় সংগীতৰ ব্যৱহাৰে ব্যক্তিসকলৰ মনত পবিত্ৰ ভাবৰ উদয় কৰে । ব্যক্তিসকলৰ মনত দেশপ্ৰেমৰ ধাৰণা জগাই তোলাৰ ক্ষেত্ৰত ৰাষ্ট্ৰীয় সংগীতৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ । শিক্ষাৰ্থীসকলে যাতে নিৰ্ভুল আৰু স্পষ্টভাবে জাতীয় সংগীত গাব পাৰে আৰু তাৰ তাৎপৰ্য্য উপলব্ধি কৰিবলৈ সক্ষম হয় তাৰ ওপৰত গুৰুত্ব আৰোপ কৰিব লাগিব ।

### (৭) জাতীয় পতাকাৰ প্ৰতি সন্মান (Honour to National Flag)

ৰাষ্ট্ৰসমূহৰ প্ৰতীকৰূপে জাতীয়পতাকাৰ ভূমিকা উল্লেখযোগ্য। শিক্ষাৰ্থীসকলক ৰাষ্ট্ৰীয় পতাকাখনৰ মৰ্য্যদা আৰু ঐতিহাসিক বিবৰণৰ বিষয়ে জ্ঞান দিব লাগিব।

### (৮) জাতীয় দিবস পালন (Observation of National days)

শিক্ষানুষ্ঠান সমূহত জাতীয় দিবস পালনৰ ব্যৱস্থা কৰিব লাগে। বিশেষকৈ স্বাধীনতা দিবস (১৫ আগষ্ট) গণতন্ত্ৰ দিবস (২৬ জানুৱাৰী) গান্ধীজয়ন্তী (২ অক্টোবৰ) শিক্ষক দিবস (৫ চেপ্তেম্বৰ) আদিৰ দৰে দিবস সমূহ পালনৰ ব্যৱস্থা কৰিলে তেওঁলোকৰ মনত দেশাত্মবোধ জাগি উঠিব আৰু ৰাষ্ট্ৰীয় সংহতি সুদৃঢ় হব।

### (৯) বিশেষ বক্তৃতা ব্যৱস্থা (Special Lecture System)

সংহতি স্থাপনৰ ক্ষেত্ৰত সম্পদপূৰ্ণ ব্যক্তিৰ (Resourceful person) বক্তৃতাইয়ো সহায় কৰে। শিক্ষানুষ্ঠান সমূহত বিশেষ বক্তৃতা প্ৰদানৰ ব্যৱস্থা কৰিব লাগে। ইয়াৰ উপৰিও 'আলোচনা চক্ৰ' আদি অনুষ্ঠিত কৰিব পাৰি।

### (১০) শপত গ্ৰহণ (Taking pledge)

শিক্ষাৰ্থীসকলক শিক্ষানুষ্ঠানত বছৰত অন্ততঃ দুবাৰ শপত গ্ৰহণ কৰাব পাৰি। এই শপত গ্ৰহণৰ মূল উদ্দেশ্য হ'ল দেশমাতৃৰ কল্যাণৰ অৰ্থে সেৱা মনোভাবেৰে সহযোগিতা আগবঢ়োৱা। শপত গ্ৰহণ তলত দিয়া ধৰণেৰে কৰিব পাৰি।

'ভাৰতবৰ্ষ মোৰ দেশ। প্ৰতিজন ভাৰতবাসীয়েই মোৰ আপোন ভাই-ভনী'

'মই মোৰ দেশক ভাল পাওঁ দেশৰ উজ্জ্বল আড়ম্বৰপূৰ্ণ ইতিহাসৰ দ্বাৰা মই গৌৰৱান্বিত। দেশৰ ঐতিহ্যৰ বাবে মই সদাসৰ্বদা সচেষ্ট হৈ থাকিম।'

'মোৰ পিতা-মাতা, শিক্ষকবৃন্দ অথবা গুৰুজনক মই শ্ৰদ্ধাভক্তি কৰিম আৰু সন্মানপূৰ্ব্বক আচৰণ প্ৰকাশ কৰিম। জীৱ-জন্তুৰ প্ৰতি মোৰ চেনেহ অটুট থাকিব।'

'মই মোৰ দেশ আৰু দেশবাসীৰ প্ৰতি শ্ৰদ্ধাভক্তি আৰু কৰ্ত্তব্য নিষ্ঠাৰে শপত গ্ৰহণ কৰিছো, কিয়নো দেশৰ আৰু দেশবাসীৰ প্ৰগতি আৰু মংগলৰ মাজত মোৰ সুখ নিহিত হৈ আছে।'

### (১১) মুকলি মঞ্চত অভিনয় (Acting in open Stage)

শিক্ষাৰ্থীসকলক মুকলি মঞ্চত অভিনয় কৰাৰ সুযোগ দিব লাগে। ঐতিহাসিক তথা পৌৰাণিক নাট সমূহৰ অভিনয়ৰ মাজেৰে পৌৰাণিক সম্প্ৰীতিৰ আৰ্হি সমাজক দেখুৱাব পাৰি। ধৰ্মীয় ধাৰণাৰ নাটসমূহো অভিনয় কৰিব পাৰি।

### (১২) শিক্ষামূলক ভ্ৰমণ (Educational Tour)

শিক্ষামূলক ভ্ৰমণে শিক্ষাৰ্থীসকলক সংহতিসম্পন্ন কৰি তুলিব পাৰে। দেশৰ বিভিন্ন স্থানলৈ গৈ সেই ঠাইৰ ভাষা, সাহিত্য, লোকাচাৰ আদিৰ বুজ লব পাৰে। সেয়েহে শিক্ষামূলক ভ্ৰমণৰ ব্যৱস্থা কৰিব লাগে। চৰকাৰে যুৱ নিবাস স্থাপন কৰি উদ্গনি যোগাব লাগিব।

**(১৩) বিদ্যালয় উন্নয়ন আৰু নামভৰ্ত্তিকৰণ (School Development and Admission)**

বিদ্যালয় উন্নতি সাধন কৰাৰ ওপৰতো গুৰুত্ব আৰোপ কৰিব লাগিব । বিদ্যালয়ৰ চৌহদ চাফ চিকুনকৈ ৰখাৰ ক্ষেত্ৰত শিক্ষাৰ্থীসকলক নিয়োগ কৰিব লাগে । বিদ্যালয়ৰ দ্বাৰা গৌৰবান্বিত অনুভব কৰাৰ ধাৰণা জগাই তুলিব লাগিব । শিক্ষাৰ্থীৰ নামভৰ্ত্তিকৰণ ব্যৱস্থা জাত-পাতৰ ওপৰত ভিত্তি কৰি কৰিব নালাগিব । শিক্ষাৰ্থীসকলৰ যোগ্যতা অনুযায়ী নামভৰ্ত্তি কৰাৰ ব্যৱস্থা কৰিব লাগে ।

**(১৪) শিক্ষানুষ্ঠানলৈ স্বীকৃতি (Recognition to School)**

যিবিলাক শিক্ষানুষ্ঠান বিতৰ্কমূলক অৱস্থাৰ নহয় আৰু বিভেদকামী শক্তিৰ দ্বাৰা পৰিচালিত নহয় তেনেবোৰশিক্ষানুষ্ঠানক স্বীকৃতি দিব লাগে ।

**(১৫) বিনামূলীয়া শিক্ষা আৰু জলপানিৰ ব্যৱস্থা (Free-education and Scholarship system)**

শিক্ষা ব্যৱস্থাক বিনামূলীয়া কৰি যোগ্যতা অনুযায়ী জলপানী দিয়াৰ ব্যৱস্থা কৰিব লাগে ।

**(১৬) সৰ্ব্বভাৰতীয় পুৰস্কাৰ (All India Award)**

উন্নত পৰ্য্যায়ৰ শ্ৰেষ্ঠ ৰচনাৰাজিৰ বাবে সদৌ ভাৰত ভিত্তিত পুৰস্কাৰ দিয়াৰ ব্যৱস্থা কৰিব লাগে । এনেকুৱা ব্যৱস্থা কৰিলে শিক্ষাৰ্থীসকল উৎসাহিত হ'ব আৰু সৃষ্টিৰ বাবে আগ্ৰহী হ'ব ।

**(১৭) বিদ্যালয় প্ৰকল্প (School complex)**

বিদ্যালয় প্ৰকল্পৰ সুচনা কৰি নিজ ৰাষ্ট্ৰৰ সুপৰিচয় পাব পৰা কিছুমান প্ৰকল্প শিক্ষাৰ্থীসকলক অবগত কৰাব লাগিব । যেনে—'তোমাৰ দেশখন সম্পৰ্কে জ্ঞান আহৰণ কৰা' অথবা 'সাধাৰণ জ্ঞান সম্পৰ্কীয় প্ৰকল্প' লব লাগিব । এই সকলো ক্ষেত্ৰতে শিক্ষাৰ্থীসকলক সক্ৰিয় অংশ গ্ৰহণ কৰাৰ সুবিধা দিব লাগে ।

**(১৮) শিক্ষক বিনিময় (Exchange of Teachers)**

শিক্ষানুষ্ঠান সমূহত শিক্ষক বিনিময় প্ৰথাৰ প্ৰচলন কৰিব লাগে । এখন বিদ্যালয়ৰ পৰা আন এখন বিদ্যালয়লৈ সম্পদসুলভ শিক্ষকক নিৰ্দিষ্ট সময়ৰ বাবে নিয়োগ কৰি শিক্ষাৰ্থীসকলৰ জ্ঞানৰ পৰিসৰ বঢ়াবৰ চেষ্টা কৰিব লাগে ।

**(১৯) শিক্ষামূলক কথাছবি প্ৰদৰ্শন (Educational cinema show)**

শিক্ষানুষ্ঠান সমূহত সময়োপযোগী হোৱাকৈ শিক্ষামূলক কথাছবি প্ৰদৰ্শন কৰাৰ ব্যৱস্থা কৰিব লাগে । সেই কথাছবি সমূহ সংহতি সম্পন্ন হোৱাটো প্ৰয়োজন ।

**(২০) শিক্ষকৰ বাবে সুবিধা (Opportunities to teachers)**

শিক্ষক সকলৰ বাবে অধিক সংখ্যক সুবিধা প্ৰদান কৰিব লাগে । শিক্ষকসকলৰ সুবিধাৰ্থে প্ৰয়োজনীয় হাতপুথি প্ৰকাশ কৰাৰ ব্যৱস্থা কৰিব লাগে । লগতে আৰ্থিক অৱস্থা উন্নত কৰাৰ বাবে দৰমহা সংশোধন আৰু বৃদ্ধি কৰাৰ ব্যৱস্থা কৰিব লাগে ।

**(২১) সৰ্বৌ ভাৰত যুৱ পৰিষদ (All India youth council)**

যুৱক সমাজ হ'ল সংহতি স্থাপনৰ মূল অংগ । সেয়েহে সদৌ ভাৰত যুৱ পৰিষদৰ দ্বাৰা সকলো যুৱকক একত্ৰিত কৰি ৰাষ্ট্ৰীয় সংহতি উন্নত কৰাৰ অৰ্থে আবেগিক সংহতি শক্তিশালী কৰি তুলিব লাগিব ।

**ৰাষ্ট্ৰীয় সংহতিৰ সমস্যাসমূহ আৰু বিনাসৰ কাৰণ (Causes of disintegration and problems of National Integration)**

ৰাষ্ট্ৰীয় সংহতিৰ বিকাশৰ ক্ষেত্ৰত নানা ধৰণৰ সমস্যা দেখা যায় । এই সমস্যাসমূহৰ ফল স্বৰূপে ৰাষ্ট্ৰীয় সংহতি বিনাশ হয় । তলত এই বিষয়ে আমি আলোচনা দাঙি ধৰিলো ।

**১। আঞ্চলিকতাবাদ (Regionalism)**

বৰ্ত্তমান সময়ত ভাৰতবৰ্ষৰ সকলো প্ৰান্ততে আঞ্চলিকতাবাদৰ ধাৰণা জাগি উঠা দেখা যায় । নিজৰ মাতৃভূমিক ভালপোৱাটো মানুহৰ কৰ্ত্তব্য কিন্তু উগ্ৰ জাতীয়তাবাদৰ ধাৰণাই ৰাষ্ট্ৰীয় মনোভাবৰ পৰা ব্যক্তিসকলক আতৰাই আনে । উগ্ৰ জাতীয়তাবাদ, বৰ্ণভেদ, ভাষাভেদ, অন্ধবিশ্বাস, লোকপ্ৰবাদ আদিক বেচিঁকৈ গুৰুত্ব দিলে ৰাষ্ট্ৰীয় সংহতি বিনাশ হোৱাৰ সম্ভাৱনা অধিক ।

**২। সাম্প্ৰদায়িকতাবাদ (Communalism)**

জাতীয় সংহতি বিপদাপন্ন হোৱাৰ আন এটি মূল কাৰণ হ'ল সাম্প্ৰদায়িকতাবাদৰ ধাৰণা । আমি অসমীয়া, আমি বঙালী আদিৰ ভাবে সমগ্ৰ সত্বাৰ ধাৰণাৰ পৰা আতৰি অহাৰ ক্ষেত্ৰত পোষকতা কৰা দেখা যায় । মোৰ আইক ভালপালে আনৰ আইক বেয়া পোৱাটো নুবুজায় সচা, কিন্তু সেই মনোভাব মানুহৰ মনত উদয় হলেই সংকীৰ্ণ ধাৰণা মানুহে আয়ত্ব কৰিবলৈ ধৰে । এটা জাতে আন এটা জাতক কৰা ঘৃণা আদিৰ ধাৰণা আমাৰ মনৰ পৰা আতৰ নহলে ৰাষ্ট্ৰীয় সংহতি গা কৰি নুঠিব ।

**৩। প্ৰাদেশিকতাবাদ (Provincialism)**

ভাৰতীয় মানুহৰ মনত আজি কিছু বছৰৰ পৰা প্ৰাদেশিকতাবাদৰ ধাৰণাৰ উদয় হৈছে । একোটা গোষ্ঠীৰ নিজস্ব ধাৰণাখিনিক লৈয়ে একোখন প্ৰদেশ গঢ়ি তুলিবলৈ বিচাৰে । উত্তৰ পূৰ্ব্বাঞ্চলৰ বৰ্ত্তমান প্ৰদেশ সমূহক আঙুলিয়ালে ইয়াৰ প্ৰমাণ পোৱা যায় । এখন অসম ভাঙি চিঁঙি চুৰমাৰ হ'ল । আকৌ নতুনকৈ ভাঙোনমুখী চিন্তাধাৰা এচাম মানুহৰ মনত সোমায়েই আছে । ইয়াৰ মূলতে আছে সম্প্ৰীতিৰ অভাৱ প্ৰাদেশিকতাৰ ভাবে ভাৰতবৰ্ষক খণ্ডিত কৰি ২২ খন প্ৰদেশলৈ ৰূপান্তৰ কৰিলে

৪। বৰ্ণবৈষম্যতা (Caste Difference)

ৰাষ্ট্ৰীয় সংহতি বিনাসৰ আন এটি মূল কাৰণ হ'ল বৰ্ণ বৈষম্যতা। অতীতৰ সমাজ ব্যৱস্থাত মানুহৰ জীৱিকাৰ দিশ অনুযায়ী মানুহ চাৰিভাগত বিভক্ত হৈছিল। সেই কৰ্মৰ বিভাজনে আজিৰ সমাজত বৰ্ণৰ বিভাজন আনিলে। উচ্চ, নীচ, ব্ৰাহ্মণ, ক্ষত্ৰিয়, শূদ্ৰ, বৈশ্য আদি ভাগত মানুহ বিভক্ত হ'ল। ইটোৱে সিটোৰ ওপৰত বিদ্বেষ ভাব জন্মিল। এনেকুৱা মনোভাবৰ ফলত জাতীয় সংহতিৰ ক্ষেত্ৰত সমস্যাৰ সৃষ্টি হ'ল।

৫। অৰ্থনৈতিক বৈষম্যতা (Economic Differences)

অৰ্থনৈতিক বৈষম্যতাও ৰাষ্ট্ৰীয় সংহতি বিনাসৰ এটি উল্লেখযোগ্য কাৰণ। ভাৰতবৰ্ষৰ বিভিন্ন দিশত অৰ্থনৈতিক তাৰতম্যতাই সবল আৰু দুৰ্বল হিচাপে দুটা শ্ৰেণী সৃষ্টি কৰিছে। কিছুমান অঞ্চলভেদেও এই তাৰতম্য সৃষ্টি হোৱা দেখা যায়। অৰ্থনৈতিক ভাবে দুৰ্বল আৰু বঞ্চিত হৈ থকা গোষ্ঠীসমূহ সদায় অনুন্নত হৈ থকা দেখা যায়। এনেকুৱা অৱস্থা সৃষ্টি হোৱাৰ ফলত সামগ্ৰীকভাবে ৰাষ্ট্ৰীয় সংহতিত আঘাত হনা দেখা যায়।

৬। ৰাজনৈতিক বিৰোধভাৱ (Political conflicts)

ৰাষ্ট্ৰ সমূহত বৰ্তমান সময়ত ৰাজনীতি সকলোৰে উৰ্ধত হৈ পৰিছে। ৰাজনৈতিক পৰিসৰ বৃদ্ধি হোৱাৰ ফলস্বৰূপে সংকীৰ্ণ মনোভাবৰ উদয় হৈ উদাৰ ৰাজনৈতিক ধাৰাবোৰ নিৰ্মূল হৈছে। ৰাজনৈতিক বিৰোধে চূড়ান্ত ৰূপ পালে জাতীয় সংহতি বিনষ্ট হয়, জনজীৱনত অশুভ পৰিবৰ্তনৰ সোঁত বয় আৰু জনসাধাৰণৰ মনত সন্দেহ আৰু বিদ্বেষ ভাবৰ উদয় হয়।

৭। নেতৃত্বৰ অভাৱ (Lack of Leadership)

এখন ৰাষ্ট্ৰৰ ঐক্য আৰু সংহতি অটুট ৰাখিবলৈ হলে শক্তিশালী ব্যক্তিত্ব সম্পন্ন নেতৃত্বৰ প্ৰয়োজন। আমাৰ দেশত বৰ্তমান নেতৃত্বৰ অভাব পৰিলক্ষিত হৈছে। নেতাসকল দূৰদৰ্শিতাসম্পন্ন, যোগ্য নোহোৱা হেতুকে দেশৰ সকলো প্ৰান্ততে খেলিমেলিৰ সৃষ্টি হৈছে। ৰাষ্ট্ৰীয় সংহতি সুদৃঢ় কৰিব পাৰে একমাত্ৰ সুদক্ষ ব্যক্তিত্বসম্পন্ন নেতৃত্ব দিব পৰা ব্যক্তিয়েহে। কিন্তু আমাৰ সমাজত ইয়াৰ অভাব পৰিলক্ষিত হৈছে।

৮। আৰ্থ-সামাজিক বৈষম্যতা (Socio-economic differences)

ৰাষ্ট্ৰীয় সংহতি বিনাসৰ আন এটি মূল কাৰণ হ'ল আৰ্থ-সামাজিক বৈষম্যতা। দেশৰ সকলো প্ৰান্ততে আৰ্থ সামাজিক বিকাশ সুচাৰুৰূপে নহলে ঐক্যতাৰ ক্ষেত্ৰত হেঙাৰ স্বৰূপ হব আৰু সংহতি সমস্যাবহুল হব।

৯। যোগাযোগৰ ভাষাৰ অভাৱ (Lack of Link language)

ৰাষ্ট্ৰীয় সংহতি ৰক্ষাৰ ক্ষেত্ৰত সকলোৰে গ্ৰহণযোগ্য হোৱাকৈ এটা যোগাযোগৰ

ভাষাৰ প্ৰয়োজন । ভাৰতবৰ্ষত এতিয়ালৈকে এটা জাতীয় ভাষাৰ পূৰ্ণ বিকাশ হোৱা নাই । হিন্দী ভাষাক ৰাষ্ট্ৰীয় ভাষা কৰা হৈছে যদিও ই যোগাযোগৰ উপযুক্ত মাধ্যম হিচাপে পৰিগণিত হোৱা নাই । সেয়েহে ভাৰতবৰ্ষৰ অখণ্ডতা ৰক্ষাৰ যোগাযোগৰ ভাষাই সহায় কৰিব পৰা নাই ।

**১০। নিয়োগ ব্যৱস্থাৰ সমস্যা (Problems of Employment system)**

বিভিন্ন কৰ্মক্ষেত্ৰত নিয়োগনীতিৰ বৈষম্যতা থকা হেতুকে সামাজিক সমস্যাৰ সৃষ্টি হোৱা দেখা যায় । দেশৰ শিক্ষা ব্যৱস্থাৰ আঁসোৱাহ থকা হেতুকে শিক্ষিত নিবনুৱা অধিক হৈ পৰাত সামাজিক বিকাশতো বাধাৰ সৃষ্টি হৈছে । কৰ্মহীনতাই যুব শক্তিৰ অপপ্ৰয়োগ হোৱাত অৰিহণা যোগাইছে আৰু যুবক সকলৰ মন হতাশাগ্ৰস্ত কৰি তুলিছে । কৰ্ম সংস্থানৰ অনিশ্চয়তাৰ হেতুকে যুৱক সকল ৰাষ্ট্ৰীয় সুঁতিৰ পৰা আতৰি আহিবলৈ উপক্ৰম হৈছে । নিয়োগৰ সমস্যা দিনক দিনে প্ৰকট হৈ পৰাত সংহতিৰ মনোভাব নোহোৱা হৈ পৰিবলৈ ধৰিছে ।

**১১। ধৰ্ম নিৰপেক্ষতাবাদৰ প্ৰতি অনাস্থা (No-confidence to Secularism)**

সমাজ ব্যৱস্থা অত্যাধুনিক হোৱাৰ পিছতো ধৰ্মান্ধতা ভাৰতবৰ্ষত অধিক হৈ পৰিছে । ইটো ধৰ্মৰ বিৰোধ ভাবৰ প্ৰভাব সিটো ধৰ্মত পৰিছে তাৰফলত সামাজিক বিশৃংখলতা সৃষ্টি হৈছে । ধৰ্ম বিৰোধভাব প্ৰকত হৈ পৰিলে ধৰ্ম সংঘৰ্ষ হোৱাৰ সম্ভাৱনা দেখা যায় । ধৰ্ম নিৰপেক্ষতাৰ ধাৰণাৰ প্ৰতি জনসমাজত অনাস্থাৰ মনোভাব উদয় হোৱা দেখা যায় । এনেভাবৰ উদয় হলে সংহতি বিনাস হোৱাৰ সম্ভাৱনা অধিক ।

**১২। জাতীয় শিক্ষানীতিৰ প্ৰভাৱ (Influence of National policy of education)**

ৰাষ্ট্ৰীয়, সংহতি স্থাপন কৰিবলৈ হলে ৰাষ্ট্ৰীয় শিক্ষানীতি শক্তিশালী হব লাগিব । শিক্ষাৰ দায়িত্বৰ বিকেন্দ্ৰীকৰণ হোৱা বাবে ৰাজ্যিক পৰ্য্যায়ত শিক্ষাৰ বৈসম্যতা দেখা যায় । ভাৰত চৰকাৰে জাতীয় উদ্দেশ্য সাধনৰ অৰ্থে ৰাষ্ট্ৰীয় শিক্ষানীতি প্ৰবৰ্ত্তন কৰে যদিও প্ৰদেশভেদে এই নীতিৰ প্ৰয়োগ নহয় । ফলত শিক্ষাৰ্থী সকলৰ মাজত মানসিক জটিলতাৰ সৃষ্টি হয় । শিক্ষা ব্যৱস্থা সমভাবে প্ৰয়োগ নোহোৱা হেতুকে এখন প্ৰদেশৰ এগৰাকী শিক্ষাৰ্থীয়ে আনখন প্ৰদেশত শিক্ষা লাভ কৰিবলৈ সমৰ্থবান নহয় ।

**ৰাষ্ট্ৰীয় সংহতি শক্তিশালী কৰাৰ উপায় (Way to strengthen the National Integration)**

ৰাষ্ট্ৰীয় সংহতি শক্তিশালী কৰাৰ ক্ষেত্ৰত আয়োগ সমূহে নানাধৰণৰ পৰামৰ্শ

আগবঢ়াইছে যদিও সেই পৰামৰ্শ সমূহ কাৰ্য্যকৰী কৰাৰ পিচতো ৰাষ্ট্ৰীয় সংহতি শক্তিশালী হৈ উঠা নাই । সেই পৰামৰ্শ সমূহৰ লগতে আমি আন কিছুমান উপায় হাতত লব পাৰো । উপায় সমূহ তলত উল্লেখ কৰা হ'ল ।

**১। অনুবাদ সাহিত্যৰ বিকাশ সাধন —**

ৰাষ্ট্ৰীয় সংহতি শক্তিশালী কৰিবৰ্লৈ হলে অনুবাদ সাহিত্যৰ বিকাশ সাধন কৰা প্ৰয়োজন । পাঠ্যক্ৰমৰ উপৰিও শিক্ষামূলক সাহিত্যৰাজি যিমান সোনকালে পৰা যায় অনুবাদ কৰি শিক্ষাৰ্থী তথা জনগণৰ উপযোগী আৰু সহজলভ্য কৰি তুলিব লাগিব ।

**২। বিজ্ঞান শিক্ষাৰ প্ৰসাৰতা —**

ৰাষ্ট্ৰীয় সংহতি শক্তিশালী কৰাৰ আন এটা উপায় হ'ল বিজ্ঞান শিক্ষাৰ প্ৰসাৰতা বঢ়োৱা । বিজ্ঞান শিক্ষাৰ জনপ্ৰিয়তা বৃদ্ধি কৰি শিক্ষাৰ্থী সকলৰ মানসিক দৃষ্টিভংগীত বৈজ্ঞানিক চেতনা জগাই তুলিব লাগিব । বিজ্ঞান শিক্ষাৰ প্ৰসাৰতাই শিক্ষাৰ্থী সকলৰ মানসিক চেতনা যুক্তিসংগত কৰিব আৰু প্ৰকৃত প্ৰমূল্য জগাই তুলিব ।

**৩। দেশপ্ৰেমমূলক গীতৰ প্ৰচলন —**

ৰাষ্ট্ৰীয় সংহতি শক্তিশালী কৰাৰ আন এটা অভিনব উপায় হ'ল দেশ প্ৰেমমূলক সংহতি সম্পন্ন গীতৰ প্ৰচলন সমাজত বৃদ্ধি কৰা । ভাৰতবৰ্ষৰ সকলো ভাষাৰে গীতৰ কেচেট তৈয়াৰ কৰি সহজলভ্য কৰি তুলিলে লাভবান হব পৰা যাব ।

**৪। ৰাষ্ট্ৰীয় শিক্ষানুষ্ঠান স্থাপন —**

ৰাষ্ট্ৰীয় সংহতি শক্তিশালী কৰাৰ ক্ষেত্ৰত ৰাষ্ট্ৰীয় ভিত্তিৰ শিক্ষানুষ্ঠানে সহায় আগবঢ়ায় । এনেকুৱা অনুষ্ঠান সমূহত দেশৰ বিভিন্ন প্ৰান্তৰ পৰা শিক্ষাৰ্থী সকল আহে আৰু তাত ভাবৰ বিনিময় হয় । কেন্দ্ৰীয় বিদ্যালয় সমূহৰ ভূমিকা এই ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ।

**৫। ত্ৰিভাষা সূত্ৰৰ সফল প্ৰয়োগ—**

ৰাষ্ট্ৰীয় সংহতি শক্তিশালী কৰি তুলিবলৈ বিচাৰিলে ত্ৰিভাষিক সূত্ৰটোৰ সফল প্ৰয়োগ হব লাগিব । এই সূত্ৰটো সফলভাবে প্ৰয়োগ কৰাৰ বাবে ৰাজ্য চৰকাৰ সমূহে দৃঢ় সংকল্পবদ্ধ হৈ ক্ষিপ্ৰভাবে কাম কৰি যাব লাগিব ।

**৬। উপযুক্ত শিক্ষক প্ৰশিক্ষণ—**

ৰাষ্ট্ৰীয় সংহতি শক্তিশালী কৰাৰ ক্ষেত্ৰত শিক্ষক সকলৰ ভূমিকা তাৎপৰ্য্যপূৰ্ণ । শিক্ষক সকলৰ অৰ্হতা অৰ্জনৰ বাবে সমগ্ৰ ৰাষ্ট্ৰজুৰি সমমৰ্যাদাৰ শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰ স্থাপনত গুৰুত্ব আৰোপ কৰিব লাগিব । তেওঁলোকৰ বাবে সমমানদণ্ড বিশিষ্ট পাঠ্যসূচী আৰু পাঠ্যপুথিৰ ব্যৱস্থা কৰিব লাগে । ইয়াৰ উপৰিও সংখ্যালঘু ভাষা সমূহৰ শিক্ষক সকলৰ প্ৰশিক্ষণৰ বাবে উপযুক্ত বন্দবস্ত কৰিব লাগিব । 'ৰাষ্ট্ৰীয়

শৈক্ষিক গবেষণা আৰু প্ৰশিক্ষণ পৰিষদৰ' সহায়ত শিক্ষক প্ৰশিক্ষণৰ সুব্যৱস্থা কৰি শিক্ষক সকলক অগ্ৰগণীয় ভূমিকা লোৱাত সহায় কৰিব লাগিব ।

৭। সমমান বিশিষ্ট শিক্ষা প্ৰবৰ্ত্তন —

ৰাষ্ট্ৰীয় ঐক্য স্থাপন কৰিবলৈ হলে শিক্ষা ব্যৱস্থা সমপৰ্য্যায়ৰ হ'ব লাগিব । সকলো শিক্ষানুষ্ঠানত 'ৰাষ্ট্ৰীয় শৈক্ষিক গবেষণা আৰু প্ৰশিক্ষণ পৰিষদৰ' দ্বাৰা প্ৰস্তুত পাঠ্যপুথিৰ প্ৰবৰ্ত্তন কৰা দৰ্কাৰ । এনেকুৱা ব্যৱস্থা হাতত ললে শিক্ষাৰ মানদণ্ড সমপৰ্য্যায়ৰ হব ।

৮। স্থানীয় তাৰতম্যৰ প্ৰতি লক্ষ্য ৰাখি প্ৰয়োজন পূৰণ—

স্থানীয় প্ৰয়োজন পূৰণৰ ওপৰতো গুৰুত্ব আৰোপ কৰা দৰ্কাৰ । স্থানীয় প্ৰয়োজন পূৰণ হলে সংহতি স্থাপনত সহায়ক হয় । ৰাষ্ট্ৰীয় শৈক্ষিক গবেষণা আৰু প্ৰশিক্ষণ পৰিষদৰ দ্বাৰা প্ৰস্তুত কৰা পাঠ্যপুথি সমূহকে স্থানীয় তাৰতম্যৰ প্ৰতি লক্ষ্য ৰাখি ৰাজ্য সমূহৰ শিক্ষানুষ্ঠানত প্ৰবৰ্ত্তন কৰিব পাৰি ।

৯। গ্ৰন্থ ক্ৰমণিকা প্ৰস্তুত কৰি বিতৰণ—

ৰাজ্য পৰ্য্যায়ত শিক্ষাৰ প্ৰসাৰতা আনিবলৈ 'ৰাষ্ট্ৰীয় শৈক্ষিক গবেষণা আৰু প্ৰশিক্ষণ পৰিষদ'ৰ সাহায্যত গ্ৰন্থ ক্ৰমণিকা প্ৰস্তুত কৰি বিতৰণৰ ব্যৱস্থা কৰিব লাগে । গ্ৰন্থাগাৰ সমূহকো এই গ্ৰন্থ ক্ৰমণিকাৰ যোগান ধৰাৰ ব্যৱস্থা কৰিব লাগে । ইয়াৰ ফলত শিক্ষাৰ্থী সকলে নতুন দিশৰ সৈতে পৰিচয় হব আৰু জ্ঞানৰ প্ৰসাৰতা বঢ়াব পাৰিব ।

১০। ৰাষ্ট্ৰীয় শৈক্ষিক গবেষণা আৰু প্ৰশিক্ষণ পৰিষদৰ ওপৰত গুৰুত্ব আৰোপ—

ৰাষ্ট্ৰীয় সংহতিৰ উন্নতি সাধন কৰিবলৈ হলে ভাৰতবৰ্ষৰ 'ৰাষ্ট্ৰীয় শৈক্ষিক গবেষণা আৰু প্ৰশিক্ষণ পৰিষদ'ৰ ওপৰত গুৰুত্ব আৰোপ কৰিব লাগিব । কাৰণ পৰিষদৰ সৌজন্যত কিছুমান সাংস্কৃতিক কেন্দ্ৰ নিৰ্বাচন কৰি বিভিন্ন কাৰ্যসূচী হাতত লব পৰা যাব আৰু 'যুবক কেন্দ্ৰ' সমূহৰ মাধ্যমেৰে শিক্ষক আৰু শিক্ষাৰ্থী সকলক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিব পাৰি । ইয়াৰ উপৰিও দেশৰ কলাকৃষ্টি আৰু সংস্কৃতিৰ জ্ঞান প্ৰশিক্ষাৰ্থী সকলক দিব পৰা যাব । পৰিষদৰ (N.C.E.R.T.) দ্বাৰা প্ৰণয়ন কৰা পুথি যেনে বুৰঞ্জী, ভূগোল, সমাজ অধ্যয়ন ইত্যাদি মাধ্যমিক পৰ্য্যায়ত সকলো প্ৰদেশতে প্ৰয়োগ কৰিব পাৰি । পৰিষদৰ (N.C.E.R.T.) সাহায্যলৈ ৰাজ্য সমূহৰ পৰিবেশ আৰু সংস্কৃতিৰ উপযোগীকৈ পাঠ্যপুথি প্ৰস্তুত কৰিব পৰা যায় । ইয়াৰ উপৰিও নতুন নতুন দিশৰ সূচনা কৰি প্ৰস্তুত কৰা পাঠ্যক্ৰমৰ লগত সম্বন্ধ ৰাখি অধিক পৰিমাণে আঞ্চলিক দিশসমূহৰ বৈশিষ্টপূৰ্ণতাৰ লগত জড়িত বিষয়বস্তু পৰিষদৰ (N.C.E.R.T) পাঠ্যপুথি সমূহত অন্তভূৰ্ক্ত কৰিব পৰা যায় ।

## সমাৰণি (Conclusion)

বিভিন্ন সংস্কৃতিক অনুসৰণ কৰা, বিভিন্ন ধৰ্মৰ পুণ্যক্ষেত্ৰ আৰু বিভিন্ন ভাৰাভাষীৰ জনগণৰে গঠিত ভাৰতবৰ্ষ এখন বৈচিত্ৰময় সমাজ। এই বৈচিত্ৰপূৰ্ণতাৰ মাজতো এক অন্তঃসলিলা শক্তিৰ সহায়ত আমি একত্ৰিত হ'বলৈ সক্ষম হৈছো। এই শক্তিৰ অন্তৰালত নিহিত হৈ আছে ভাৰতীয় অনুভূতি আৰু ৰাষ্ট্ৰীয় একতাবোধ। আমি ৰাষ্ট্ৰীয় সংহতি বুলি কলে অকল ভিন ভিন গোট বা গোষ্ঠী বিলাকৰ স্বকীয় বৈশিষ্ট্য সমূহক বাদ দিব নোৱাৰো। সকলো ধৰণৰ গোটৰ স্বকীয় বৈশিষ্ট্যতাৰ মাজত যি ঐক্যতাৰ সৃষ্টি হয় সেয়ে হ'ল ৰাষ্ট্ৰীয় সংহতি। ৰাষ্ট্ৰীয় সংহতি কোনো ধনাত্মক প্ৰত্যয় নহয়, বা যান্ত্ৰিক ঐক্যতাও নহয় আৰু ই কেতিয়াও নিষ্প্ৰাণ হ'ব নোৱাৰে। ইয়াৰ মূলতে থাকে আবেগিক সংহতি (Emotional Integration)। ভিন ভিন জনগোষ্ঠী, ভাষা, ধৰ্ম আদিক ঐক্যবদ্ধ কৰোতে যাতে সামাজিক চেতনা ধ্বংসপ্ৰাপ্ত নহয় তাৰ প্ৰতি সজাগ হোৱা দৰ্কাৰ। তেতিয়াহে সংহতিৰ মূল সুঁতিটো কটকটীয়া হ'ব। ঐক্যতাৰ নামত যাতে কোনো প্ৰকাৰে অনৈক্যৰ সংঘাত সোমায় নপৰে তাৰ প্ৰতি সজাগতা অৱলম্বন কৰিব লাগিব। ৰাষ্ট্ৰীয় সংহতি উন্নীত কৰাত শিক্ষাৰ ভূমিকা অপৰিসীম। সেয়েহে শিক্ষক সকলে ইয়াৰ অৰ্থ অনুধাৱন কৰিব লাগিব। উপযুক্ত কাৰ্য্যপন্থা হাতত ললে সংহতি সদায়েই অটুট থাকিব।

### প্ৰশ্নাৱলী

১। 'জাতীয় সংহতি স্থাপনত শিক্ষাৰ ভূমিকা।'
২। 'জাতীয় সংহতি আৰু শিক্ষা।'
৩। ভাৰতৰ জাতীয় সংহতিত শিক্ষাৰ ভূমিকা। (১৯৯১ গু.বি.)
৪। ৰাষ্ট্ৰীয় সংহতিৰ বাবে শিক্ষা। (১৯৯০ গু.বি.)

### Exercise

1. Role of Education in National Integration.
2. National Integration and Education.
3. Role of education in Naional Integration of India. (1991 G.U.)
4. Education for National Integration. (1990 G.U.)

# পঞ্চম অধ্যায়
# পৰীক্ষা ব্যৱস্থা আৰু মূল্যায়ন
# (Examination system and Evaluation)

## প্ৰস্তাৱনা (Introduction)

পৰীক্ষা হ'ল শিক্ষাৰ্থী সকলে লাভ কৰা জ্ঞানৰ জোখ লোৱা এবিধ প্ৰয়োজনীয় ব্যৱস্থা। পৰীক্ষা শিক্ষা ব্যৱস্থাৰ এবিধ অপৰিহাৰ্য্য অংগ। ইয়াক প্ৰয়োগ নকৰিলে শিক্ষাৰ্থী সকলৰ শৈক্ষিক দক্ষতাৰ পৰিমাপন কৰিব নোৱাৰি। শিক্ষা প্ৰক্ৰিয়াত শিক্ষাদান আৰু শিক্ষা আহৰণৰ সাফল্যতাক বুজ লোৱাৰ বাবে পৰীক্ষা প্ৰয়োগ কৰা হয়। পৰীক্ষা শিক্ষা ব্যৱস্থাত কেনেকৈ অন্তভূৰ্ক্ত হ'ল তাক সঠিককৈ কোৱা টান যদিও ইয়াৰ প্ৰথম প্ৰয়োগ চীন দেশত নিয়োগ ব্যৱস্থাৰ সমস্যা সমাধানৰ কাৰণে হোৱা বুলি উল্লেখ পোৱা যায়। ইয়াক প্ৰয়োগ কৰোতে বিভিন্ন ধৰণৰ উদ্দেশ্য নিহিত হৈ থাকে। এই উদ্দেশ্যবোৰৰ সফলতা আনিবলৈ হলে শিক্ষা ব্যৱস্থাটোৰ উন্নতি সাধন হব লাগিব। এই ক্ষেত্ৰত Wren নামৰ শিক্ষাবিদ গৰাকীয়ে কৈছিল যে "Examination system is a good servant but a bad master" পৰীক্ষাৰ দ্বাৰা শিক্ষাৰ্থী সকলৰ বৌদ্ধিক কৃতকাৰ্য্যতাৰ জোখ লব পাৰি। এই বুদ্ধিৰ জোখ লোৱা ব্যৱস্থাটোক বুদ্ধিৰ পৰীক্ষাও বোলা হয়।

আনহাতে মূল্যায়ণ এটা ব্যৱস্থা যিটো ব্যৱস্থাৰ দ্বাৰা শিক্ষাৰ্থী সকলৰ বৌদ্ধিক বিকাশ আৰু উন্নতিৰ বাহিৰেও মন, শৰীৰ আৰু মস্তিষ্কৰ বিভিন্ন গুণাগুণৰ জোখ লব পাৰি। যি ব্যৱস্থাৰে শিক্ষাৰ্থীৰ সকলো ধৰণৰ গুণাগুণৰ জোখ লোৱা হয় তাকেই মূল্যায়ণ (Evaluation) বোলে। মূল্যায়ণত বিভিন্ন ধৰণৰ পদ্ধতি ব্যৱহাৰ কৰা হয়। যেনে নিয়মিত লিখিত পৰীক্ষা, মনোবিজ্ঞান সম্মত অভীক্ষা, পঞ্জীভূত অভিলেখ (Cumulative record) আৰু আন আন অভীক্ষা সমূহ (প্ৰশ্নাৱলী, নিৰীক্ষণ, দিনলিপি, কাহিনী সংক্ৰান্ত অভিলেখ, সাক্ষাৎকাৰ আৰু প্ৰতিবেদন)।

## পৰীক্ষাৰ উদ্দেশ্য আৰু প্ৰয়োজনীয়তা ( Aims and necessities of Examination )

পৰীক্ষা ব্যৱস্থাৰ কিছুমান নিৰ্দিষ্ট লক্ষ্য আছে। সেই নিৰ্দিষ্ট লক্ষ্যত উপনীত হোৱাৰ ক্ষেত্ৰত শিক্ষা ব্যৱস্থাটোৱে বিভিন্ন প্ৰকাৰে প্ৰভাৱান্বিত কৰে। পৰীক্ষাৰ উদ্দেশ্য আৰু প্ৰয়োজন সমূহ তলত উল্লেখ কৰা হ'ল—

প্ৰথমতে-- পৰীক্ষা শিক্ষাৰ্থী সকলৰ জ্ঞানৰ জোখ লোৱাৰ মাপকাঠি। শিক্ষাৰ্থী সকলে শিক্ষা বছৰটোত কিমানখিনি জ্ঞান আয়ত্ব কৰিলে কোনখিনিত তেওঁলোকৰ দুৰ্বলতা আছে এই গোটেইখিনিৰ পৰিমাপ পৰীক্ষাৰ দ্বাৰাই কৰা হয়।

দ্বিতীয়তে-- পৰীক্ষাই শিক্ষক শিক্ষাৰ্থী আৰু শিক্ষানুষ্ঠানক উৎসাহ যোগায়। পৰীক্ষাৰ ফলাফলে শিক্ষাৰ্থীৰ জীৱনৰ গতি সলনি কৰি দিয়ে। শিক্ষাৰ্থী সকলক

পঢ়িবলৈ আৰু শিক্ষক সকলক পঢ়াবলৈ সকীয়াই দিয়ে । উন্নত ফলাফলে শিক্ষানুষ্ঠানলৈ যশস্যা কঢ়িয়াই আনে ।

তৃতীয়তে-- পৰীক্ষা ব্যৱস্থাৰ দ্বাৰা শিক্ষাৰ্থীৰ ত্ৰুটী আৰু বিচ্যুতিৰ প্ৰকৃত অৱস্থা স্পষ্টভাবে নিৰ্ণয় কৰিব পাৰি । শিক্ষাৰ্থী সকল কোনখিনিত পিচপৰি আছে আৰু কি ধৰণেৰে তাৰ সমাধান কৰিব পাৰি তাক সংশোধনৰ কাৰণে শিক্ষানুষ্ঠানে ব্যৱস্থা হাতত লব পাৰে ।

চতুৰ্থতে-- পৰীক্ষাই শিক্ষাৰ্থীৰ জীৱনৰ লক্ষ্য নিৰ্ণয় কৰাত সহায় কৰে । ই শিক্ষাৰ্থীৰ জীৱনলৈ সজাগতা আনি দিয়ে । শিক্ষাৰ্থীৰ জীৱনৰ লক্ষ্যক কাৰ্যকৰীকৰণৰ ক্ষেত্ৰত পৰীক্ষাই উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে ।

পঞ্চমতে-- পৰীক্ষাই শিক্ষক সকলৰ দক্ষতাৰো নিৰ্ণয় কৰে । কাৰণ নিৰ্দিষ্ট একোটা বিষয় যিহেতু একোজন শিক্ষকে পঢ়াই সেয়েহে সেই বিষয়টোৰ ফলাফলে শিক্ষকজনৰ দক্ষতাৰ জোখ নিৰ্ণয় কৰে ।

ষষ্ঠতে-- পৰীক্ষাই শিক্ষাৰ্থী সকলক শিক্ষা লাভৰ ক্ষেত্ৰত উদ্দীপনা যোগায় । সেই উদ্দীপনাৰফল স্বৰূপে কাৰ্য্যক্ষেত্ৰত শিক্ষাৰ্থী সকলে আগবাঢ়ি যায় । পৰীক্ষাই শিক্ষাৰ্থী সকলক এটা স্তৰত কিমানখিনি জ্ঞান অৰ্জন কৰিব পাৰে তাৰ নিদেৰ্শনা দিয়ে । সেইদৰে শিক্ষাৰ্থী সকলেও জ্ঞান অৰ্জন কৰি দক্ষতা দেখুৱাবলৈ যথেষ্ট পৰিশ্ৰম কৰিবলৈ চেষ্টা কৰে ।

সপ্তমতে-- পৰীক্ষাই শিক্ষক শিক্ষাৰ্থীৰ চিন্তাশক্তি বৃদ্ধি কৰে । শিক্ষকে শিক্ষাদান কৰা বস্তুখিনি পাঠ্যপুথিৰ লগত জুকিয়াই চায় আৰু পৰীক্ষাত প্ৰশ্নকাকতৰ সহায়ত প্ৰকাশিত কৰে । সেই সময়তে চিন্তাশক্তিৰ প্ৰয়োজন হয় । সেয়ে শিক্ষককো চিন্তাচৰ্চা কৰিবলৈ সকিয়াই দিয়ে যাতে নিৰ্ভুল তথ্য শিক্ষকে শিক্ষাৰ্থীক যোগান ধৰিব পাৰে । চিন্তাশক্তিৰ বিকাশৰ উপৰিও পৰীক্ষাই পৰীক্ষাৰ্থীৰ বিচাৰশক্তিৰো বিকাশ তথা উৎকৰ্ষ সাধন কৰিবলৈ সক্ষম হয় ।

অষ্টমতে-- পৰীক্ষা ব্যৱস্থাই শিক্ষাৰ মানদণ্ড উন্নত কৰি ৰাখে । একে স্তৰৰ শিক্ষানুষ্ঠান সমূহৰ শৈক্ষিক মানদণ্ড একে আছেনে নাই তাক বুজি পোৱাত সহায় কৰে । বাহ্যিক পৰীক্ষা সমূহৰ ফলাফললৈ চকু ৰাখি শিক্ষাদান কাৰ্য্য সম্পাদন কৰাৰ ব্যৱস্থা কৰা হয় । তাৰ প্ৰকৃত উদ্দেশ্য হ'ল শৈক্ষিক মানদণ্ডৰ সমতা ৰক্ষা কৰা ।

নৱমতে-- পৰীক্ষা প্ৰাৰ্থী নিৰ্বাচন প্ৰক্ৰিয়াৰ বাবে প্ৰয়োজন । বিভিন্ন ক্ষেত্ৰত নিয়োগ, মকৰল আদি কৰাৰ বাবে পৰীক্ষা পতা হয় । প্ৰাৰ্থীৰ দক্ষতা পৰীক্ষাৰ দ্বাৰা নিৰূপণ কৰি নিযুক্তি দিয়াৰ ব্যৱস্থা কৰা হয় ।

দশমতে-- পৰীক্ষাই উচ্চ শিক্ষা আৰু প্ৰতিযোগিতামূলক দিশত শিক্ষাৰ্থীক অগ্ৰসৰ হোৱাত সহায় কৰে । ইটো শ্ৰেণীৰ পৰা সিটো শ্ৰেণীলৈ উত্তীৰ্ণ কৰাবলৈ

পৰীক্ষকৰ প্ৰয়োজন। ইয়াৰ উপৰিও এখন অনুষ্ঠানৰ পৰা পিচৰ পৰ্য্যায়ৰ এখন অনুষ্ঠানলৈ যাবলৈ হ'লে পৰীক্ষাৰ মাধ্যমতহে যাব পাৰি।

একাদশতে— পৰীক্ষাই শিক্ষাৰ্থীৰ ভৱিষ্যতৰ সফলতা নিৰ্ণয় কৰাত সহায় কৰে। শিক্ষাৰ্থীৰ সাফল্য আৰু অসাফল্যৰ নিৰ্ণয় পৰীক্ষাৰ দ্বাৰাই কৰা হয়। ইয়াৰ সহায়ত শিক্ষাৰ্থীৰ ভৱিষ্যত সাফল্যৰ গণনাও কৰা হয়।

**পৰীক্ষাৰ প্ৰকাৰ (Types of Examination)**

শিক্ষা ব্যৱস্থাত বিভিন্ন ধৰণৰ পৰীক্ষাৰ প্ৰয়োগ হোৱা দেখা যায়। সেইবোৰ হ'ল—

১। মৌখিক পৰীক্ষা (Oral Examination)

২। ৰচনাত্মক পৰীক্ষা (Essay Type Examination)

৩। নতুন ধৰণৰ অভীক্ষা বা বস্তুনিষ্ঠ অভীক্ষা (Objective Type test)

৪। বহিঃপৰীক্ষা আৰু আন্তঃপৰীক্ষা (External and Internal Examinination)

৫। অৰ্হতাদায়ক আৰু প্ৰতিযোগিতামূলক পৰীক্ষা (Qualifying and compitative Examination)

**মৌখিক পৰীক্ষা (Oral Examination)**

শিক্ষা আহৰণৰ ধাৰণা আয়ত্ব কৰাৰ পিছৰে পৰা মৌখিক পৰীক্ষাৰ প্ৰচলন হোৱা বুলি জনা যায়। এই পৰীক্ষা ব্যৱস্থাটো অতি পুৰণি। পৰীক্ষাৰ্থী সকলৰ দক্ষতাৰ জোখ মুখে মুখে কিছুমান প্ৰশ্নৰ অৱতাৰণা কৰি লোৱা হয়। ইয়াত আখৰ বানান, পৰিষ্কাৰ পৰিচ্ছন্নতা আদিৰ প্ৰভাব নপৰে। পৰীক্ষকে মুখে মুখে পৰীক্ষাৰ্থী সকলক প্ৰশ্ন সুধি তৎক্ষণাত বুজিবলৈ সক্ষম হয়। চাকৰিত নিয়োগ কৰাৰ ক্ষেত্ৰত মৌখিক পৰীক্ষাৰ ব্যৱহাৰ বিশেষভাবে কৰা হয়। এই পৰীক্ষাত একে সময়তে বহু ধৰণৰ প্ৰশ্নৰ অৱতাৰণা কৰা হয়। এই পৰীক্ষাই মূল্যাংকণৰ ওপৰত প্ৰভাব নেপেলায়। মৌখিক পৰীক্ষাক দোষক্ৰটীৰ পৰা মুক্ত বুলি যদিও কোৱা হয় ইয়াৰ পৰাও নানাধৰণৰ অসুবিধাৰ সন্মুখীন হোৱা দেখা যায়। এই পৰীক্ষা ব্যৱস্থাত বহুত সময়ৰ প্ৰয়োজন হয়। এজন এজনকৈ প্ৰত্যেককে পৰীক্ষা লওঁতে অতি দীঘলীয়া হৈ পৰে। পৰীক্ষকৰ ধ্যান ধাৰণাত পৰীক্ষাৰ্থী বিৰক্ত হ'বও পাৰে। মৌখিক পৰীক্ষাৰ প্ৰচলন আছে যদিও বৰ্ত্তমান অৱস্থাত লিখিত পৰীক্ষাকহে অধিক গুৰুত্ব দিয়া হয়।

**ৰচনাত্মক পৰীক্ষা (Essay Type Examination)**

এই পৰীক্ষা ব্যৱস্থাৰ উত্তৰ সমূহ ৰচনাৰ নিচিনাকৈ দীঘলীয়া ধৰণে লিখিবলগীয়া হেতুকে ইয়াক ৰচনাত্মক পৰীক্ষা বুলি কোৱা হয়। এই পৰীক্ষা ব্যৱস্থাত লিখাৰ ওপৰত প্ৰাধান্য দিয়া হয় বাবে ইয়াক লিখিত পৰীক্ষা বুলিও কোৱা হয়। এই পৰীক্ষাত সীমিত ভাবে নিৰ্ধাৰিত সময় নিৰূপণ কৰি দিয়া হয়। নিৰ্দিষ্ট সময়ৰ ভিতৰত পৰীক্ষাৰ্থীয়ে ৫ টা অথবা ৬টা প্ৰশ্নৰ উত্তৰ কৰিব লাগে। প্ৰত্যেকটো

প্ৰশ্নৰ অৱতাৰণা একেধৰণৰ হয়। ইয়াত প্ৰশ্নটোৰ আৰম্ভণি, আলোচনা, সমালোচনা আৰু সামৰণি আদি ভাগৰ মাধ্যমেৰে পৰীক্ষাৰ্থীসকলে প্ৰশ্নৰ সমাধান কৰে। এই পৰীক্ষা সাধাৰণতে স্কুল কলেজত শিক্ষাৰ্থীৰ অৰ্হতাৰ জোখ লোৱাৰ ক্ষেত্ৰত ব্যৱহৃত হয়।

**ৰচনাত্মক পৰীক্ষাৰ সুবিধা আৰু অসুবিধা সমূহ (Merits and Demerits of Essay Type Examination)**

ৰচনাত্মক পৰীক্ষাৰ দ্বাৰা পৰীক্ষাৰ্থী আৰু পৰীক্ষক উভয়ৰে কিছুমান সুবিধা হোৱা দেখা যায়। তাৰ ভিতৰত তলত দিয়াখিনিয়েই প্ৰধান।

১। ৰচনাত্মক পৰীক্ষা পৰিচালনা কৰোঁতে বিশেষ কঠিনতা পোৱা নাযায়। এই পৰীক্ষাৰ প্ৰশ্ন কাকতত ৯ টা অথবা ১০ টা প্ৰশ্ন দিয়া থাকে। পৰীক্ষাৰ্থীয়ে নিজ ইচ্ছামতে ৫ টা অথবা কোনো কোনো বিষয়ত ৬ টা প্ৰশ্নৰ উত্তৰ কৰিব লাগে।

২। ৰচনাত্মক পৰীক্ষাৰ দ্বাৰা শিক্ষাৰ্থীয়ে আয়ত্ত কৰা জ্ঞানৰ পৰিমাণ জুখিব পাৰি। ইয়াৰ মাধ্যমত শিক্ষাৰ্থীৰ উচ্চ মানসিক শক্তিৰ বিকাশ হৈছে নে নাই তাক নিৰ্ণয় কৰিব পাৰি।

৩। ৰচনাত্মক পৰীক্ষাই পৰীক্ষাৰ্থী সকলক লিখাৰ ক্ষেত্ৰত অধিক স্বাধীনতা দিয়ে। ইয়াৰ মাধ্যমত পৰীক্ষাৰ্থীয়ে নিজৰ চিন্তা আৰু কল্পনাশক্তিক ব্যৱহাৰ কৰাৰ লগতে নিজ ইচ্ছাৰ প্ৰভাৱেৰে প্ৰশ্নৰ উপস্থাপন কৰিবলৈ ক্ষমতা পায়।

৪। ৰচনাত্মক পৰীক্ষাত লিখনিৰ মাধ্যমেৰে পৰীক্ষাৰ্থীয়ে নিজৰ বিচাৰ বুদ্ধি আৰু যুক্তিৰ প্ৰদৰ্শন কৰিবলৈ সক্ষম হয়।

৫। ৰচনাত্মক পৰীক্ষাৰ মাধ্যমেৰে শিক্ষাৰ্থীয়ে নিজৰ ভাষা প্ৰয়োগ কৰি লিখা শক্তিৰ বিকাশ কৰিব পাৰে।

৬। ৰচনাত্মক পৰীক্ষা ব্যৱস্থাই পৰীক্ষাৰ্থীক উত্তেজনাপূৰ্ণ কৰি তোলে। উত্তেজনাপূৰ্ণ পৰিবেশত, নিৰ্দিষ্ট সময়ৰ ভিতৰত শিক্ষাৰ্থীয়ে নিজৰ বুদ্ধি, জ্ঞান ৰচনাকৌশল, নিৰ্বাচন আৰু উপযুক্ত বিন্যাস আদি সহজে কৰিব পাৰে। ইয়াৰ মাজেৰে পৰীক্ষাৰ্থী সকলৰ শৃংখলাবোধ প্ৰকাশ পায়।

ৰচনাত্মক পৰীক্ষাৰ সুবিধা সমূহৰ লগতে নানাধৰণৰ অসুবিধাও আছে। সুবিধাতকৈ অসুবিধাৰ সংখ্যাহে অধিক বুলি কব পাৰি। অসুবিধা (Demerits) সমূহৰ বিষয়ে তলত আলোচনা কৰা হ'ল।

১। ৰচনাত্মক পৰীক্ষাৰ ক্ষেত্ৰত নৈৰ্ব্যক্তিতাৰ অভাৱ হোৱা দেখা যায়। পৰীক্ষাৰ ফলাফল নিৰ্ণয়ৰ ক্ষেত্ৰত বস্তুনিষ্ঠ ভাৱধাৰাৰ পথা আতৰি অহা দেখা যায়। ইয়াত পৰীক্ষকৰ ৰুচি, ধাৰণা, পছন্দ অপছন্দ আদিৰ প্ৰভাৱ পৰে।

২। ৰচনাত্মক পৰীক্ষাৰ দ্বাৰা শিক্ষাৰ্থী সকলৰ বিষয়ৰ সম্পূৰ্ণ জ্ঞান পৰীক্ষা কৰিব নোৱাৰি।

৩। ৰচনাত্মক পৰীক্ষাৰ প্ৰশ্ন প্ৰস্তুত কৰোতে আৰু ফলাফল নিৰ্ণয় কৰোতে কোনো ধৰণৰ বিজ্ঞান সম্মত পদ্ধতি হাতত লোৱা নহয়।

৪। ৰচনাত্মক পৰীক্ষা নিৰ্ভৰশীল (Reliable) নহয়। এনেধৰণৰ পৰীক্ষাৰ প্ৰশ্ন বহীত পৰীক্ষকে বিভিন্ন সময়ত বিভিন্ন নম্বৰ দিয়া দেখা যায়। ইয়াৰ ফলাফলৰ ওপৰত নিৰ্ভৰ কৰাটো সুবিধাজনক নহয়।

৫। ৰচনাত্মক পৰীক্ষাৰ পৰিধি বৰ ঠেক গণ্ডীৰ। এনেধৰণৰ পৰীক্ষাৰ মাধ্যমত অকল শিক্ষাৰ্থী সকলৰ বৌদ্ধিক দিশটোকহে মূল্যায়ন কৰা হয়। শিক্ষাৰ্থী সকলৰ আন আন দিশবোৰৰ মূল্যায়ন এই পৰীক্ষাৰ মাধ্যমেৰে কৰিব নোৱাৰি।

৬। ৰচনাত্মক পৰীক্ষাই শিক্ষাৰ্থী সকলৰ অধ্যয়নত সীমাবদ্ধতা আনে। নিৰ্বাচন প্ৰক্ৰিয়াৰ দ্বাৰা পাঠ্যক্ৰমৰ এটা অংশহে অধ্যয়ন কৰা দেখা যায়।

৭। ৰচনাত্মক পৰীক্ষাই অকল শিক্ষাৰ্থী সকলক মুখস্থ কৰি প্ৰশ্নোত্তৰ সম্পূৰ্ণ কৰাৰ ক্ষেত্ৰত উদ্গণি যোগায়।

৮। ৰচনাত্মক পৰীক্ষাৰ সম্পূৰ্ণ ধাৰণাটোৰ বৈধতা অনিশ্চিত হৈ থাকে। পৰীক্ষা সমূহৰ প্ৰকৃত উদ্দেশ্য হ'ল শিক্ষাৰ্থী সকলৰ জ্ঞানৰ উপযুক্ত জোখ লোৱা। এই জ্ঞানৰ জোখ লওতে পৰীক্ষাৰ্থীৰ বিষয়টোৰ জ্ঞানতকৈ তেওঁৰ আখৰ, চাফচিকুণতা, ভাষা, প্ৰকাশভংগী আদিৰহে জোখ লোৱা পৰিলক্ষিত হয়।

৯। ৰচনাত্মক পৰীক্ষাত পৰীক্ষাৰ্থী সকলৰ নিজস্ব চেষ্টা, আত্মবিশ্বাস বঢ়োৱা আৰু লিখনীৰ মাজেৰে কোনোধৰণৰ সৃজনী শক্তিৰ বিকাশ সম্ভব হৈ নুঠে।

১০। ৰচনাত্মক পৰীক্ষাৰ প্ৰাধান্যতা অধিক হোৱা বাবে শিক্ষকে শিক্ষাদানৰ ক্ষেত্ৰত সফলতা অৰ্জন কৰা দেখা নেযায়।

১১। ৰচনাত্মক পৰীক্ষাই শিক্ষাৰ্থী সকলক অসৎ উপায় অৱলম্বন কৰাৰ ক্ষেত্ৰত উদ্গণি যোগায়। ইয়াৰ প্ৰভাৱত শিক্ষাৰ্থীৰ মনত অস্বাস্থ্যকৰ প্ৰতিযোগিতাৰ সৃষ্টি হয়।

১২। ৰচনাত্মক পৰীক্ষাৰ ফলাফল নিৰ্ণয় কৰা সময়লৈ বহু অৰ্থৰ ব্যয় হয়। ইয়াৰ প্ৰয়োগৰ ক্ষেত্ৰত অধিক সময়, শক্তি আৰু অৰ্থৰ প্ৰয়োজন হয়।

১৩। ৰচনাত্মক পৰীক্ষাই পৰীক্ষাৰ্থীৰ ওপৰত অধিক শাৰীৰিক আৰু মানসিক হেঁচা পেলায়। সুদীৰ্ঘদিন শিক্ষালাভ কৰি অতি কম সময়ৰ ভিতৰতে সকলোখিনি ব্যক্ত কৰিবলগীয়া হোৱাত কোনো কোনো সময়ত শিক্ষাৰ্থীয়ে ভাৰসাম্যতাও হেৰুৱা দেখা যায়।

১৪। ৰচনাত্মক পৰীক্ষাত পৰীক্ষকৰ প্ৰভাব খুব বেছিকৈ পৰে। সেই কাৰণেই ইয়াৰ কোনো সুনিৰ্দিষ্টমান ৰক্ষা কৰিব নোৱাৰে।

## নতুন ধৰণৰ অভীক্ষা বা বস্তুনিষ্ঠ অভীক্ষা (Objective Type Test)

ৰচনাত্মক পৰীক্ষাৰ দোষক্ৰুটী অধিক হোৱাত শিক্ষাৰ্থী সকলৰ জ্ঞানৰ জোখ

প্ৰকৃতভাবে নিৰ্ণয় নহয় । এই সকলোবোৰ দোষত্ৰুটী আতৰ কৰাৰ অৰ্থে শিক্ষা ব্যৱস্থাত নতুন ধৰণৰ অভীক্ষাৰ (New Type Test) প্ৰয়োগ কৰা হৈছে । নতুন ধৰণৰ অভীক্ষা প্ৰয়োগ কৰাৰ আগমূহুৰ্ত্তত শিক্ষাবিদ সকলৰ মাজত পৰীক্ষা ব্যৱস্থাক সম্পূৰ্ণভাবে আতৰ কৰাৰ বিষয়েও মত পোষণ কৰা দেখা গৈছিল । বিভিন্ন ধৰণৰ মতামতলৈ লক্ষ্য কৰি পৰীক্ষা ব্যৱস্থাৰ সংশোধনৰ বাবে পশ্চিমীয়া দেশবোৰত চিন্তা, গবেষণা, আলোচনা আদি অনুষ্ঠিত হৈছিল । সকলোৰে অন্তত এবিধ নতুন ধৰণৰ অভীক্ষা বা বিষয়াত্মক অভীক্ষাৰ (Objective test) ব্যৱস্থা কৰা হয় । ইয়াক বিষয়নিষ্ঠ অভীক্ষাও বোলা হয় ।

বস্তুনিষ্ঠ অভীক্ষাৰ উত্তৰ সদায় এটা হয় । ইয়াৰ উত্তৰ দুবিধ হব নোৱাৰে । শুদ্ধ উত্তৰ লিখিলে সম্পূৰ্ণ নম্বৰ আৰু অশুদ্ধ উত্তৰ লিখিলে শূণ্য দিয়া হয় । এনেধৰণৰ উত্তৰত আংশিক নম্বৰ দিয়াৰ ব্যৱস্থা নাথাকে । এনেধৰণৰ পৰীক্ষাত লাভ কৰা কোনো নম্বৰ কোনো ক্ষেত্ৰতে পৰীক্ষকৰ ওপৰত নিৰ্ভৰ নকৰে । বস্তুনিষ্ঠ অভীক্ষাৰ প্ৰশ্ন কাকতত বহু সংখ্যক প্ৰশ্ন দিয়া থাকে । এনেবোৰ প্ৰশ্নৰ উত্তৰ পৰীক্ষকে নিজস্ব দৃষ্টিভংগীৰে চাব নোৱাৰে । এনেধৰণৰ পৰীক্ষাত প্ৰশ্নবোৰৰ উত্তৰ নিচেই সৰু হোৱা বাবে একেলগে বহু প্ৰশ্ন পৰীক্ষাৰ্থীয়ে উত্তৰ কৰিব লগীয়া হয় । তাৰ ফলস্বৰূপে জ্ঞান অৰ্জনৰ ক্ষমতা বৃদ্ধি পায় ।

বস্তুনিষ্ট অভীক্ষাৰ কেইবাটাও উল্লেখযোগ্য বৈশিষ্ট্য আছে । তাৰ ভিতৰত তলত উল্লেখ কৰা কেইটাই প্ৰধান ।

১। বস্তুনিষ্ঠ অভীক্ষাৰ প্ৰত্যেকটো প্ৰশ্নতে প্ৰত্যেকজন শিক্ষাৰ্থীয়ে এটা নিৰ্ধাৰিত সমস্যাৰ সন্মুখীন হয় ।

২। বস্তুনিষ্ঠ অভীক্ষাত পৰীক্ষাৰ্থীয়ে কেইবাটাও বিকল্প উত্তৰৰ পৰা এটা উত্তৰ নিৰ্বাচন কৰিব লাগে ।

৩। বস্তুনিষ্ঠ অভীক্ষাত পৰীক্ষাৰ্থীয়ে বহুত প্ৰশ্নৰ উত্তৰ কৰিবলগীয়া হয় ।

৪। বস্তুষ্ঠি অভীক্ষাৰ প্ৰত্যেকটো প্ৰশ্নতে পূৰ্ব নিৰ্ধাৰিত এক সংকেত অনুসৰি নম্বৰ দিয়া হয় ।

**বস্তুনিষ্ঠ অভীক্ষাৰ নমুনা সমূহ (Modelties of objective test)**

বস্তুনিষ্ঠ অভীক্ষাৰ বিভিন্ন ধৰণৰ নমুনা আছে । এই নমুনাসমূহৰ সহায়ত পৰীক্ষাৰ্থী সকলৰ জোখ লোৱা হয় । কেইবিধমান নমুনা তলত উল্লেখ কৰা হ'ল ।

**(১) সত্যাসত্য অভীক্ষা (True false test)**

প্ৰশ্ন সমূহৰ সত্য অসত্য নিৰূপণ কৰাৰ বাবে কেইটিমান প্ৰশ্নৰ অৱতাৰণা কৰা হয় । পৰীক্ষাৰ্থীয়ে সত্য নে অসত্য নিৰ্ণয়কৰিব লাগে । যদি প্ৰশ্নটোৰ সত্যতা আছে তলত চিহ্নিত কৰিব লাগে । সত্যতা নাথাকিলে অসত্যৰ তলত চিহ্নিত কৰিব লাগে । যেনে—

(ক) ভাৰতৰ ৰাজধানী দিল্লী। সত্য/অসত্য।

(খ) আগ্ৰাৰ তাজমহল জাহাংগীৰে বনাইছিল সত্য/অসত্য।

(গ) সৰ্বপল্লী ৰাধাকৃষ্ণণ ভাৰতৰ প্ৰথম ৰাষ্ট্ৰপতি আছিল সত্য/অসত্য।

**(২) বহুবিকল্প বাচনি অভীক্ষা (Multiple choice Test)**

এনেধৰণৰ অভীক্ষাৰ এটা প্ৰশ্নত কেইবাটাও সাম্ভাব্য উত্তৰ দিয়া থাকে। তাৰ প্ৰকৃত উত্তৰটো নিৰ্ণয় অথবা বাচি উলিয়াব লাগে। যেনে –

ক) ভাৰতবৰ্ষ স্বাধীন হৈছিল– ১৯৫০ চনত।
১৯৪৭ চনত
১৯৪২ চনত

খ) ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী হ'ল– ইন্দিৰা গান্ধী
লালবাহাদুৰ শাস্ত্ৰী
গুলজাৰিলাল নন্দ
জৱাহৰলাল নেহৰু

গ) ব্ৰহ্মপুত্ৰৰ প্ৰথম দলংখন হ'ল– ডোমোৰাগুৰিৰ দলং
শৰাইঘাটৰ দলং
নৰনাৰায়ণ সেতু

**(৩) পুনঃ স্মৰণ অভীক্ষা (Recall Test)**

পুনঃস্মৰণ অভীক্ষাৰ প্ৰশ্নোত্তৰ পৰীক্ষাৰ্থীসকলে আগতে আয়ত্ত্ব কৰা জ্ঞানৰ পৰা দিব লাগে। যেনে–

(ক) 'মৃত্যুঞ্জয়' উপন্যাসৰ ৰচক কোন ?
(খ) এভাৰেষ্ট শৃংগ কোন পৰ্বতত অৱস্থিত ?
(গ) গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম উপাচাৰ্য্য কোন আছিল ?

**(৪) সমাপন অভীক্ষা (Completion Test)**

এনেধৰণৰ অভীক্ষাৰ প্ৰশ্নত কেইবাটাও শব্দ দিয়া থাকে তাৰ মাজৰ খালি থকা শব্দটো বা সংখ্যাটো পূৰ্ণ কৰিব লাগে। যেনে–

ক) -মহাত্মাগান্ধীক হত্যা কৰিছিল।
খ) -কৌটিল্যই ৰচনা কৰিছিল।
গ) -হুমায়ুনৰ পুতেক আছিল।

**৫। সমিলীকৰণ অভীক্ষা (Matching test)**

এনেধৰণৰ অভীক্ষাত প্ৰশ্ন সমূহৰ বিপৰীতে উত্তৰটো সিচৰিতকৈ দিয়া থাকে। যিটো প্ৰশ্নৰ লগত উত্তৰটোৰ মিল আছে সেইটো সজাই লব লাগে। যেনে—

ক) মহাত্মা গান্ধী - প্ৰয়োগবাদ ।
খ) জনডিউইয়ে - বুনিয়াদী শিক্ষা ।
গ) মেৰীয়ামণ্টেছৰী - প্ৰকৃতিবাদ ।
ঘ) ৰুছ - মণ্টেছৰী পদ্ধতি ।

**৬। সজোৱা অভীক্ষা (Arrangement test)**

এনেধৰণৰ অভীক্ষাত কিছুমান তথ্য দিয়া থাকে । সুন্দৰকৈ সজাই লব লাগে ।

ক) সৰু সংখ্যাৰ পৰা ডাঙৰ সংখ্যালৈ সজোৱা - ৮,৭,১১,১৫,২০,৩ ।

খ) ঘটনাক্ৰমলৈ সজাই লোৱা-ভাৰত পাকিস্থান যুদ্ধ, শৰাইঘাটৰ যুদ্ধ, মান আৰু ইংৰাজৰ যুদ্ধ ।

গ) ডাঙৰৰ পৰা সৰুলৈ সজোৱা-শিয়াল, সিংহ, হাতী, মেকুৰী ।

**বস্তুনিষ্ঠ অভীক্ষাৰ সুবিধা আৰু অসুবিধা সমূহ (Merits and Demerits of objective type test)**

বস্তুনিষ্ঠ শিক্ষাৰ বহুতো সুবিধা (Merits) আছে । সুবিধাবোৰ তলত দিয়া ধৰণৰ-

১। বস্তুনিষ্ঠ অভীক্ষাৰ সমস্যাটো সুন্দৰ আৰু স্পষ্টকৈ লিখা থাকে । প্ৰশ্নটো বেলেগ ধৰণে ব্যাখ্যা কৰাৰ কোনো সুবিধা নেথাকে । ইয়াৰ ফলত প্ৰত্যেক শিক্ষাৰ্থীয়ে একোটা সুস্পষ্ট আৰু নিৰ্ধাৰিত সমস্যাৰ সন্মুখীন হোৱা দেখা যায় ।

২। বস্তুনিষ্ঠ পৰীক্ষা সমূহ পৰীক্ষকৰ ব্যক্তিগত প্ৰভাবৰ পৰা মুক্ত ।

৩। বস্তুনিষ্ঠ অভীক্ষা সন্দেহাতীত ভাবে নিৰ্ভৰযোগ্য আৰু এনে অভীক্ষাৰ সিদ্ধান্ত অভ্ৰান্ত ।

৪। বস্তুনিষ্ঠ পৰীক্ষাৰদ্বাৰা পৰীক্ষাৰ্থীৰ আৰ্জিত জ্ঞান আৰু দক্ষতা সুন্দৰকৈ জুখিব পাৰি ।

৫। বস্তুনিষ্ঠ অভীক্ষাৰ প্ৰশ্নবোৰ লিখাৰ ধৰণ, বিষয়বস্তুৰ উপস্থাপন কৰা প্ৰণালী, ভাষা আৰু হাতৰ আখৰে মূল্যায়ন কৰাত প্ৰভাব পেলাব নোৱাৰে ।

৬। বস্তুনিষ্ঠ অভীক্ষাত পাঠৰ সম্পূৰ্ণ জ্ঞান আয়ত্ব নকৰাকৈ ভাষা আদি ঘটুৱাই প্ৰশ্নৰ উত্তৰ কৰিব নোৱাৰি ।

৭। বস্তুনিষ্ঠ অভীক্ষাই শিক্ষক আৰু শিক্ষাৰ্থীৰ ত্ৰুটিবিচ্যুতিবোৰ নিৰ্ণয় কৰাত সহায় কৰে ।

৮। বস্তুনিষ্ঠ অভীক্ষাত পৰীক্ষাৰ্থীয়ে অন্ধভাবে মুখস্থ কৰি প্ৰশ্নৰ উত্তৰ কৰিব নোৱাৰে ।

৯। বস্তুনিষ্ঠ পৰীক্ষাৰ প্ৰশ্নোত্তৰ সমূহৰ কোনো মতদ্বৈধ নাই বাবেই পৰীক্ষকৰ বাহিৰে আনে চালেও মূল্যায়ন ব্যৱস্থা একেই হব ।

১০। বস্তুনিষ্ঠ অভীক্ষাৰ প্ৰশ্নসমূহ সকলো পৰীক্ষাতে ব্যৱহাৰ কৰিব পাৰি । বস্তুনিষ্ঠ অভীক্ষাৰ যেনেকৈ সুবিধা আছে তেনেকৈ বিভিন্ন ধৰণৰ অসুবিধাও আছে ।

এনেধৰণৰ অভীক্ষা প্ৰয়োগৰ ক্ষেত্ৰত অসুবিধা সমূহেও প্ৰভাবান্বিত কৰে। প্ৰধান অসুবিধা সমূহ উল্লেখ কৰা হ'ল—

১। বস্তুনিষ্ঠ পৰীক্ষাই পৰীক্ষাৰ্থীৰ চিন্তাশক্তি অথবা প্ৰকাশভংগীৰ উৎকৰ্ষ সাধন কৰিব নোৱাৰে।

২। বস্তুনিষ্ঠ অভীক্ষাত প্ৰশ্ন প্ৰস্তুত কৰা জনৰ ব্যক্তিনিষ্ঠতা থাকে। প্ৰশ্নকৰ্ত্তাৰ ইচ্ছা অনুযায়ী প্ৰশ্নবোৰ নিৰ্বাচন কৰিব পাৰে।

৩। বস্তুনিষ্ঠ অভীক্ষা শ্ৰম সাপেক্ষ আৰু বৰ ব্যয়বহুল।

৪। বস্তুনিষ্ঠ অভীক্ষাই শিক্ষাৰ্থীৰ ভাগ্যৰ লগতো খেল খেলিব পাৰে। শিক্ষাৰ্থী সকলে নভবা নিচিন্তাকৈ যিকোনো এটা উত্তৰত দাগ দিলেও শুদ্ধ উত্তৰতে দাগ পৰাৰ কিছু সম্ভাৱনা থাকে।

৫। বস্তুনিষ্ঠ অভীক্ষাৰ পৰা শিক্ষাৰ্থীয়ে ভুল কথা শিকাৰ সম্ভাৱনীয়তাও থাকে। এনেধৰণৰ অভীক্ষাত শুদ্ধ উত্তৰৰ লগতে ভুল উত্তৰো দিয়া থাকে বাবেহি ভুলটোকো শুদ্ধ বুলি পৰীক্ষাৰ্থীয়ে ধৰি লব পাৰে।

৬। বস্তুনিষ্ঠ অভীক্ষাৰ প্ৰশ্নকাকত প্ৰস্তুত কৰা জটিল। নতুন পৰীক্ষাৰ কৌশলবোৰৰ জ্ঞান-নাথাকিলে এনে পৰীক্ষাৰ প্ৰশ্ন কৰাটো সহজ নহয়। ইয়াত বিশেষজ্ঞৰ সহায় প্ৰয়োজন।

৭। বস্তুনিষ্ঠ অভীক্ষা প্ৰয়োগ কৰাৰ ক্ষেত্ৰত জটিলতা থাকে। প্ৰয়োগশীলতাৰ অভাব হোৱা হেতুকে সৰ্বসাধাৰণে ইয়াক প্ৰচলন কৰাত অসুবিধা পায়।

৮। বস্তুনিষ্ঠ পৰীক্ষাৰ প্ৰশ্নবোৰ অতি চমু আৰু সৰু হোৱা বাবে ইয়াৰ সহায়ত পৰীক্ষাৰ্থীৰ লিখাৰ ক্ষমতা নাবাঢ়ে।

৯। বস্তুনিষ্ঠ অভীক্ষাৰ ফলস্বৰূপে পৰীক্ষাৰ্থীৰ ভাষা সাহিত্যৰ প্ৰতিভা আৰু সৌন্দৰ্যবোধৰ ধাৰণাৰ বিলুপ্তি ঘটাৰ সম্ভাৱনা থাকে।

১০। বস্তুনিষ্ঠ অভীক্ষাত শিক্ষাৰ্থীৰ অকল তথ্যগত গুণৰ ওপৰতহে গুৰুত্ব দিয়া হয়।

**বহিঃপৰীক্ষা আৰু আন্তঃপৰীক্ষা ( External examination and Internal Examination )**

পৰীক্ষাৰ প্ৰকাৰ সমূহক আকৌ দুটা ভাগত ভাগ কৰিব পাৰি। এবিধ হ'ল বহিঃপৰীক্ষা আৰু আনবিধ আন্তঃপৰীক্ষা।

**বহিঃপৰীক্ষা—**

বহিঃপৰীক্ষা সমূহ শিক্ষানুষ্ঠানৰ বাহিৰৰ সংসদ, গোট, পৰিষদ, বিশ্ববিদ্যালয় আদিয়ে পৰিচালনা কৰে। পৰীক্ষা সংক্ৰান্তৰ ব্যৱস্থা এই গোট সমূহৰ দ্বাৰা পৰিচালনা কৰা হয় বাবেই ইয়াক বহিঃপৰীক্ষা বোলে। উদাহৰণ স্বৰূপে হাইস্কুল লিভিং চাৰ্টিফিকেট পৰীক্ষা, উচ্চতৰ মাধ্যমিক পৰীক্ষা, স্নাতক, স্নাতকোত্তৰ পৰীক্ষা আদিবোৰ বহিঃপৰীক্ষা। বিদ্যালয়, মহাবিদ্যালয় সমূহত একেধৰণৰ পাঠ্যক্ৰমৰ

সহায়ত জ্ঞান দান কৰা হয় । একেধৰণৰ পাঠ্যক্রম গ্রহণ কৰি শেষ কৰাৰ পিচত সেই পাঠ্যক্রমৰ বাবে সমূহীয়া পৰীক্ষা অনুষ্ঠিত কৰা হয় । তেনেধৰণৰ পৰীক্ষাকে বহিঃপৰীক্ষা (External Examination) বোলে । বহিঃপৰীক্ষাত প্রশ্নকাকত প্রস্তুত কৰা, পৰিচালনা কৰা, প্রশ্নৰ বহী পৰীক্ষা কৰা, ফলাফল ঘোষণা কৰা ইত্যাদি কামবোৰ বাহিৰৰ গোট সমূহে সম্পাদন কৰে । বহিঃপৰীক্ষাত কোনো ধৰণৰ ব্যক্তিগত মতামত, পচন্দ অপচন্দ আদিয়ে প্রভাব পেলাব নোৱাৰে । বহিঃপৰীক্ষাত পৰীক্ষক আৰু পৰীক্ষাৰ্থীৰ মাজত চা-চিনাকি নাথাকে । বহিঃপৰীক্ষাত উত্তীর্ণ হোৱা পৰীক্ষাৰ্থী সকলে উচ্চ শিক্ষাৰ বিভিন্ন শিক্ষানুষ্ঠানলৈ যাবলৈ সক্ষম হয় । বহিঃপৰীক্ষাত পক্ষপাতিতা নোহোৱাকৈ পৰীক্ষাৰ ফলাফল ঘোষণা কৰা হয় বুলি ধাৰণা কৰা হয়, কাৰণ বিভিন্ন দিশৰ শিক্ষানুষ্ঠান সমূহৰ শিক্ষাৰ্থী সকলে ইয়াত একেলগে পৰীক্ষা দিয়ে । বহিঃপৰীক্ষাত অধিক সংখ্যক পৰীক্ষকে সহযোগ আগবঢ়ায় আৰু অচিনাকি ভাবে পৰীক্ষাৰ প্রশ্নোত্তৰ বহীসমূহ পৰীক্ষা কৰে । সেইবাবে ইয়াৰ দৃষ্টিভংগী নিৰপেক্ষ হোৱা বুলি কোৱা হয় । বহিঃপৰীক্ষাৰ পৰিচালনা আৰু পৰিকল্পনা নিৰপেক্ষ হলেও এই পৰীক্ষাক নানাধৰণে সমালোচনা কৰা দেখা যায় । বিভিন্ন জনে প্রকাশ কৰা মতামত সমূহলৈ লক্ষ্য কৰি ইয়াক দোষমুক্ত বুলি কব নোৱাৰি ।

**বহিঃপৰীক্ষাৰ অসুবিধা সমূহ ( Demerits of External Examination )**

১। বহিঃপৰীক্ষাত শিক্ষাৰ্থী সকলৰ শিক্ষণীয় বিষয়বস্তুৰ সম্যক জ্ঞান আয়ত্ব নহয় । কাৰণ ইয়াৰ প্রশ্ন সমূহৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰা দেখা যায় ।

২। বহিঃপৰীক্ষাত মুখস্থ শক্তিৰ ওপৰত অধিক গুৰুত্ব দিয়া হয় তাৰ ফলত শিক্ষাৰ্থীৰ বৌদ্ধিক বিকাশ সম্ভব হৈ নুঠে ।

৩। বহিঃপৰীক্ষা দিয়াৰ বছৰ অথবা তাৰ আগৰ বছৰৰ পৰা শিক্ষক শিক্ষাৰ্থী সকলোবোৰ পৰীক্ষাৰ বাবে প্রস্তুত হবলৈ প্রচেষ্টা কৰা দেখা যায় ।

৪। বহিঃপৰীক্ষাৰ বাবে প্রস্তুত হোৱাৰ ফলস্বৰূপে শিক্ষাৰ্থী সকলৰ চিন্তাশক্তি, স্বাধীনতা আৰু বৌদ্ধিক শক্তিৰ বিকাশ সাধন সম্ভব হৈ নুঠে ।

৫। বহিঃপৰীক্ষা সমূহ লিখিত পৰীক্ষা হোৱা হেতুকে লিখিত পৰীক্ষাৰ অসুবিধা সমূহ ইয়াতো প্রকাশিত হয় ।

৬। বহিঃপৰীক্ষাৰ ফলাফল নির্ভৰযোগ্য নহয় । পৰীক্ষাৰ প্রশ্নোত্তৰ সমূহ পৰীক্ষা কৰোতে বিভিন্ন পৰীক্ষকৰ প্রভাব পৰে আৰু মানদণ্ডবো হেৰফেৰ হয় ।

৭। বহিঃপৰীক্ষাই শিক্ষা ব্যৱস্থাৰ ওপৰত প্রতিকূল প্রভাব পেলায় । বহিঃপৰীক্ষাৰ ফলাফলৰ ভিত্তিত উচ্চ শিক্ষাৰ অনুষ্ঠান অথবা চাকৰি-বাকৰিত যোগদান কৰিব পৰা যায় ।

**আন্তঃপৰীক্ষা ( Internal Examination )**

অনুষ্ঠান সমূহৰ দ্বাৰা নিয়ন্ত্রিত আৰু পৰিচালিত আভ্যন্তৰীণ পৰীক্ষা সমূহক

আন্তঃপৰীক্ষা বোলে । এনেবিধ পৰীক্ষাই শ্ৰেণীত শিক্ষকে যিখিনি পঢ়াইছে সেইখিনিক মাজে সময়ে বা বছৰৰ শেষত পৰীক্ষাৰ মাধ্যমত জোখ লোৱাৰ কাৰ্য্য সম্পন্ন কৰে । আন্তঃ পৰীক্ষাত প্ৰশ্নকাকত তৈয়াৰ কৰা, প্ৰশ্নোত্তৰ সমূহ মূল্যায়ণ কৰা, ফলাফল ঘোষণা কৰা ইত্যাদি কামবোৰ অনুষ্ঠান সমূহৰ ভিতৰতে কৰা হয় । আন্তঃ পৰীক্ষাৰ সহায়ত শিক্ষাৰ্থী সকলৰ বৌদ্ধিক বিকাশৰ সহজে জোখ লব পাৰি আৰু বুজিব পাৰি । শিক্ষাৰ্থী সকলৰ জ্ঞান আহৰণৰ ক্ষমতা নিৰ্ণয় কৰাৰ ক্ষেত্ৰত আন্তঃপৰীক্ষা সমূহে সহায় কৰাৰ লগতে শিক্ষক সকলকো উদগণি যোগায় । আন্তঃপৰীক্ষা সমূহ হ'ল-- তিনিমহীয়া পৰীক্ষা, ছমহীয়া পৰীক্ষা, বছৰেকীয়া পৰীক্ষা ইত্যাদি । আন্তঃপৰীক্ষাৰো সুবিধা অসুবিধা আছে । এই বিষয়ে তলত আলোচনা কৰা হ'ল ।

**আন্তঃপৰীক্ষাৰ সুবিধা আৰু অসুবিধা সমূহ ( Merits and Demerits of Internal Examination )**

**সুবিধা সমূহ—**

১। আন্তঃপৰীক্ষাৰ সকলোখিনি কাম একেখিনি ব্যক্তিৰ দ্বাৰা পৰিচালিত আৰু নিয়ন্ত্ৰিত হয় ।

২। আন্তঃপৰীক্ষাৰ বাবে শিক্ষাদান আৰু পৰীক্ষাকৰণ শিক্ষক সকলৰ দ্বাৰা সম্পন্ন হয় ।

৩। আন্তঃপৰীক্ষাৰ ফলাফল যিহেতু শিক্ষানুষ্ঠানৰ দ্বাৰা ঘোষিত হয় সেয়েহে ইয়াৰ ফলস্বৰূপে শিক্ষাৰ মানদণ্ড উন্নত কৰাৰ ক্ষেত্ৰত শিক্ষক সকলে আগভাগ লব পাৰে ।

৪। আন্তঃপৰীক্ষাৰ ফলাফলৰ পৰাই শিক্ষক সকলে তেওঁলোকৰ শিক্ষাদান কাৰ্য্য কিমানদূৰ সফল হৈছে তাক সহজে বুজিব পাৰে ।

৫। আন্তঃপৰীক্ষাৰ ফলস্বৰূপে শিক্ষাৰ্থী সকল পঢ়া-শুনাৰ প্ৰতি আগ্ৰহী হৈ পৰে ।

**অসুবিধা সমূহ—**

১। আন্তঃপৰীক্ষাই শিক্ষাৰ্থী সকলক অধিক সজাগ হোৱাত উদ্গণি নোযোগায় । কাৰণ এই পৰীক্ষাৰ লগত শিক্ষানুষ্ঠানৰ শিক্ষক সকল জড়িত হৈ থাকে ।

২। আন্তঃপৰীক্ষাই সকলো সময়তে শিক্ষাদানৰ মানদণ্ড উন্নীত কৰাত সহায় নকৰে ।

৩। আন্তঃপৰীক্ষাই শিক্ষাৰ মানদণ্ড সমতা ৰক্ষা কৰাত সহায় নকৰে ।

**অৰ্হতাদায়ক আৰু প্ৰতিযোগিতামূলক পৰীক্ষা (Qualifying and competative examination)**

পৰীক্ষা ব্যৱস্থাত অৰ্হতাদায়ক আৰু প্ৰতিযোগীতামূলক পৰীক্ষাইও এটি গুৰুত্বপূৰ্ণ স্থান দখল কৰি আছে । উচ্চ পৰ্য্যায়ৰ পদবী সমূহত নিয়োগৰ বাবে প্ৰতিযোগীতামূলক

পৰীক্ষাৰ ব্যৱস্থা কৰা হয়। এনেধৰণৰ পৰীক্ষাৰ দ্বাৰা ব্যক্তি সকলৰ বৌদ্ধিক, মানসিক আদি দিশবোৰৰ জোখ লোৱা হয়। এনেধৰণৰ পৰীক্ষাৰ দ্বাৰা ব্যক্তি সকলৰ অৰ্হতাৰ জোখ লোৱা হয়। এইবিধ পৰীক্ষাত বস্তুনিষ্ঠ অভীক্ষাই বিশেষভাবে প্ৰভাবান্বিত কৰে। এনেধৰণৰ পৰীক্ষা সমূহ হ'ল, কেন্দ্ৰীয় লোকসেৱা আয়োগৰ পৰীক্ষা, অসম লোকসেৱা আয়োগৰ পৰীক্ষা, ক্লাৰিকেল গ্ৰেড পৰীক্ষা, বেংক ৰিক্ৰুইটমেণ্ট অভীক্ষা ইত্যাদি।

**বৰ্ত্তমান পৰীক্ষাৰ দোষ সমূহ ( Demerits of present Examination system )**

আধুনিক শিক্ষা ব্যৱস্থাতো পৰীক্ষাৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। পৰীক্ষা ব্যৱস্থাটোক আজিও বিশেষ ধৰণৰ প্ৰাধান্য দিয়া দেখা যায়। বৰ্ত্তমান পৰীক্ষা ব্যৱস্থাও দোষমুক্ত নহয়। জনসংখ্যা বিস্ফোৰণৰ ফলস্বৰূপে শিক্ষানুষ্ঠান সমূহ শিক্ষাৰ্থীৰে ভৰি পৰিল। নতুন নতুন শিক্ষানুষ্ঠান স্থাপন হ'ল যদিও পৰীক্ষা ব্যৱস্থা অধিক দোষেৰে পৰিপূৰ্ণ হ'ল। তলত দোষ সমূহৰ বিষয়ে আলোচনা কৰা হ'ল।

**প্ৰথমতে**— বৰ্ত্তমান পৰীক্ষা ব্যৱস্থাৰ দ্বাৰা শিক্ষাৰ্থী সকলে তেওঁলোকৰ মূল উদ্দেশ্যাত উপনীত হব নোৱাৰে। পৰীক্ষাৰ উন্নতি সাধন কৰাৰ বাবে প্ৰচেষ্টা চলালেও প্ৰচলিত পৰীক্ষা পদ্ধতিত ৰচনাত্মক ধাৰণাই অধিক ঠাই দখল কৰা দেখা যায়। ৰচনাত্মক প্ৰশ্ন আয়ত্ব কৰিবলৈ হলে শিক্ষাৰ্থীয়ে মুখস্থ শক্তিৰ প্ৰয়োগ কৰিবলগীয়া হয়। প্ৰচলিত পৰীক্ষা ব্যৱস্থাত অকল পৰীক্ষা পাচ কৰাৰ লক্ষ্যহে নিহিত হৈ থাকে। জ্ঞান লাভ, সৌন্দৰ্য্যবোধ, আদৰ্শবোধ, আগ্ৰহ আদিৰ দৰে ধাৰণাৰ প্ৰাধান্য বৰ্ত্তমান পৰীক্ষাত নাথাকে। ইয়াৰ ফলস্বৰূপে শিক্ষক সকলেও শিক্ষাৰ্থীৰ মুখস্থ শক্তিকহে স্বীকৃতি দিয়া পৰিলক্ষিত হয়।

**দ্বিতীয়তে**-- প্ৰচলিত পৰীক্ষা ব্যৱস্থাৰ মূল্যাংকন কৰিবলৈ কোনো মানদণ্ড স্থিৰ কৰা নহয়। ইয়াৰ ফলত পৰীক্ষক সকলৰ ব্যক্তিগত প্ৰভাব অধিকভাবে পৰে। সেয়েহে প্ৰচলিত পৰীক্ষাক বিশ্বাসযোগ্য বুলি কব নোৱাৰি। পৰীক্ষাৰ্থী সকলে প্ৰশ্নোত্তৰ বহীত যিখিনি ব্যক্ত কৰিছে অকল সেইখিনিকহে গুৰুত্ব সহকাৰে পৰিমাপন কৰিবলৈ বিচৰা হয়। শিক্ষাৰ্থী সকলৰ আন আন দিশৰ বিকাশক পৰিমাপন কৰাৰ কোনো সুযোগ নাই।

**তৃতীয়তে**-- বৰ্ত্তমান পৰীক্ষা ব্যৱস্থাত নৈতিকতাৰ অভাব হোৱা দেখা যায়। পৰীক্ষাৰ্থী সকলৰ পৰীক্ষাৰ বহী সমূহত পৰীক্ষকে স্বকীয় দৃষ্টিভংগীৰেহে মূল্যায়ন কৰিবলৈ বিচাৰে। আন কোনো ধাৰণাক অন্তভূৰ্ক্ত কৰিবলৈ বিচৰা নহয়। এনেকৰাৰ ফলত মূল্যায়নৰ তাৰতম্য হোৱাৰ সম্ভাৱনা অধিক থাকে।

**চতুৰ্থতে**— প্ৰচলিত পৰীক্ষা ব্যৱস্থা নিৰ্ভৰযোগ্য আৰু বৈধ নহয়। পৰম্পৰাগত দৃষ্টিভংগী আগত ৰাখি পৰীক্ষাৰ প্ৰশ্ন কাকত তৈয়াৰ কৰা, পৰীক্ষাৰ প্ৰশ্নোত্তৰ মূল্যায়ন কৰা, নম্বৰ দিয়া আদিৰ ব্যৱস্থা কৰা হয়। পৰীক্ষাৰ বাবে তৈয়াৰ কৰা প্ৰশ্ন কাকতত

কোনো নিয়ম কানুন অৱতীৰ্ণ নকৰাত মূল্যায়ন কৰোতেও কোনো নিয়মৰ বশৱৰ্ত্তী হোৱা দেখা নেযায়।

**পঞ্চমতে**-- বৰ্ত্তমান চলি থকা পৰীক্ষা ব্যৱস্থাৰ দ্বাৰা শিক্ষাৰ্থী সকলৰ প্ৰকৃত জ্ঞানৰ জোখ লব পৰা নেযায়। প্ৰশ্ন কাকতত দিয়া নিৰ্ধাৰিত সময়ৰ ভিতৰত উত্তৰ কৰিব পৰাকৈ প্ৰশ্ন সমূহ দিয়াৰ ফলত পৰীক্ষাৰ্থীয়ে পঢ়া-শুনা কৰোতেও বহুতো দিশ বাদ দিয়া দেখা যায়। আগৰ বছৰৰ প্ৰশ্ন কাকতৰ প্ৰশ্ন সমূহ বাদ দিয়াৰ ফলত পাঠ্যক্ৰমৰ অধিক অংশ বাদ পৰি যায়। ইয়াৰ উপৰিও সমগ্ৰ পাঠ্যক্ৰম পঢ়ি পৰীক্ষা দিয়া পৰীক্ষাৰ্থীতকৈ নিৰ্বাচন কৰি পঢ়ি পৰীক্ষা দিয়া পৰীক্ষাৰ্থীয়ে অধিক নম্বৰ পোৱা দেখা যায়।

**ষষ্ঠতে**-- প্ৰচলিত পৰীক্ষা পদ্ধতিয়ে পাঠ্যক্ৰমৰ মূল উদ্দেশ্যত উপনীত হোৱাত সহায় নকৰে। পাঠ্যক্ৰমক সাধাৰণতে অভিজ্ঞতাৰ সমষ্টি বুলি ধৰা হয় যদিও বৰ্ত্তমান পৰীক্ষাৰ ক্ষেত্ৰত ইয়াক পৰীক্ষাৰ বাবে প্ৰয়োজনীয় বিষয়ৰ সমষ্টি বুলিহে প্ৰয়োগ হয়। পৰীক্ষাৰ বাবে শিক্ষাৰ্থী সকলে সেই পাঠ্যক্ৰমৰ পৰা নিৰ্বাচন কৰি কেইটিমান পাঠ আয়ত্ব কৰে আৰু পৰীক্ষা পাচ কৰাৰ বাবে যিকোনো প্ৰকাৰে চেষ্টা কৰে।

**সপ্তমতে**-- প্ৰচলিত পৰীক্ষা পদ্ধতিয়ে শিক্ষাৰ্থী সকলৰ ব্যক্তিগত চৰিত্ৰতো প্ৰভাব পেলায়। পৰীক্ষাত উত্তীৰ্ণ হব নোৱাৰিলে ভবিষ্যত এন্ধাৰ হব বুলিয়েই পৰীক্ষাত বিভিন্ন ধৰণেৰে অসৎ প্ৰকৃতি অৱলম্বন কৰিবলৈ প্ৰচেষ্টা কৰা দেখা যায়।

**অষ্টমতে**-- পৰীক্ষাৰ চিন্তাৰ বাবে শিক্ষাৰ্থী সকলৰ স্বাস্থ্যৰ অবনতি হোৱাও দেখা যায়। পৰীক্ষাৰ ভয়ত খোৱা, লোৱা, টোপনি আদি নোহোৱা হৈ পৰাৰ ফলত শিক্ষাৰ্থী সকলৰ স্বাস্থ্যৰ অবনতি ঘটে। আনকি কিছুমান পৰীক্ষাৰ্থী পৰীক্ষা সম্পূৰ্ণ কৰিবলৈও অক্ষম হৈ পৰে।

**নৱমতে**-- বৰ্ত্তমানৰ পৰীক্ষা ব্যৱস্থাই শিক্ষাৰ্থী সকলৰ অযথা সময় আৰু শক্তি ক্ষয় কৰে। পৰীক্ষা বছৰৰ মূৰত হোৱা বাবে এবাৰ অকৃতকাৰ্য্য হলে আকৌ এবছৰ সময় অপেক্ষা কৰিবলগীয়া হৈ পৰে। তাৰ ফলত সময়ো খৰছ হয় শিক্ষাৰ্থী সকলৰ শক্তিৰো অপচয় হয়।

**দশমতে**— প্ৰচলিত পৰীক্ষা পদ্ধতি অতিশয় অৰ্থব্যয়পূৰ্ণ। পৰীক্ষাৰ প্ৰশ্নকাকত প্ৰস্তুত কৰাৰ পৰা ফলাফল ঘোষণা কৰা সময়লৈ বহু অৰ্থৰ প্ৰয়োজন হৈ পৰে। এই সকলোখিনি খৰছ শিক্ষাৰ্থী সকলৰ পৰাই তোলাৰ ব্যৱস্থা কৰা হয়। ইয়াৰ উপৰিও অকৃতকাৰ্য্য হলে তেনে শিক্ষাৰ্থীয়ে পুনৰবাৰ তেনে খৰছকে কৰিবলৈ বাধ্য হৈ পৰে। সেয়েহে পৰীক্ষা ব্যৱস্থাক অৰ্থব্যয়পূৰ্ণ বুলি অভিহিত কৰা হয়।

**পৰীক্ষা পদ্ধতিৰ সংস্কাৰ সাধন (Reforms of Examination system)**

ওপৰত আলোচনা কৰা পৰীক্ষাৰ বিভিন্ন প্ৰকাৰ সমূহৰ পৰ্য্যালোচনা কৰি বুজা

গল যে পৰীক্ষা পদ্ধতিৰ সংস্কাৰ সাধনৰ প্ৰয়োজন। পৰীক্ষা সংস্কাৰৰ সমস্যাটো দুটা ভাগত ভাগ কৰিব পাৰি। প্ৰথম ভাগত প্ৰকৃততে কি মূল্যায়ন কৰিবলৈ বিচৰা হৈছে অৰ্থাৎ শিক্ষাৰ উদ্দেশ্য সমূহৰ কোন কেইটা দিশ লক্ষ্য হিচাপে লোৱা হৈছে তাক সুন্দৰভাৱে বুজি লৈ প্ৰকৃততে কোন দিশত মূল্যায়ন কৰা হ'ব সেই বিষয়ে জনাটো প্ৰয়োজন। দ্বিতীয়তে, মূল্যায়নৰ পদ্ধতি কেনেকুৱা হোৱা দৰ্কাৰ সেই বিষয়ে সম্যক জ্ঞান থকা প্ৰয়োজন। বৰ্ত্তমান সময়ত মূল্যায়ন পদ্ধতিৰ সংস্কাৰৰ ওপৰতে অধিক গুৰুত্ব আৰোপ কৰা দেখা যায় যদিও পৰীক্ষা ব্যৱস্থাৰ সামগ্ৰিক সংস্কাৰ সাধন কৰিবলৈ হলে প্ৰথমটো সমস্যাৰো সংস্কাৰৰ ওপৰত গুৰুত্ব দিব লাগিব।

পৰীক্ষা ব্যৱস্থাৰ সংস্কাৰ সাধনৰ অৰ্থে ভাৰতবৰ্ষৰ শিক্ষা আয়োগ সমূহে নানাধৰণে মত প্ৰকাশ কৰিছে। পৰীক্ষা সংস্কাৰৰ বাবে ১৯৪৮-৪৯ চনৰ ৰাধাকৃষ্ণণ আয়োগে দিয়া মতামত এই ক্ষেত্ৰত বিশেষভাৱে উল্লেখযোগ্য। ৰাধাকৃষ্ণণ আয়োগত কোৱা হৈছে যে "যোৱা অৰ্ধশতিকা জুৰি ভাৰতীয় শিক্ষা ব্যৱস্থাৰ পৰীক্ষা পদ্ধতিয়েই আটাইতকৈ শোকলগা বুলি অভিহিত কৰা হৈছে। বিভিন্ন আয়োগ আৰু কমিটিয়ে সময়ে সময়ে পৰীক্ষা পদ্ধতিয়ে শিক্ষা ব্যৱস্থাত প্ৰচুৰ প্ৰভাব আৰু আধিপত্য বিস্তাৰ কৰিছে বুলি সকীয়াই থৈ গৈছে। পৰীক্ষা পদ্ধতিৰ বেয়া দিশটো আৰু ইয়াৰ পৰা উদ্ভৱ হোৱা সংকটবোৰৰ কথা ১৯০২ চনৰ বিশ্ববিদ্যালয় আয়োগ, ১৯০৪ চনৰ কেন্দ্ৰীয় শিক্ষা উপদেষ্টা পৰিষদ, চৰকাৰী প্ৰস্তাৱ আদিৰ দ্বাৰা বিষদভাৱে আলোচনা কৰা হৈছে। আমি উক্ত প্ৰতিবেদনত দাখিল কৰা আলোচনা সমূহৰ লগত একমত। এই পদ্ধতিৰ শোচনীয় ফলাফল আৰু পৰিণতিৰ কথা এই প্ৰতিবেদনত পুংখানুপুংখভাৱে আলোচনা নকৰো। এইখিনিতেই উল্লেখ কৰিব পাৰি যে পৰীক্ষা সমস্যা বিশাল আকাৰ ধাৰণ কৰি বাঢ়ি আহিছে আৰু সংস্কাৰৰ নামত বাস্তৱিকতে আজিলৈকে একো কাম হাতত লোৱা নাই।"

"আমি স্থিৰ সিদ্ধান্তত উপনীত হৈছো যে যদি বিশ্ববিদ্যালয় সমূহে কিবা সংস্কাৰ সাধন কৰিব লাগে তেন্তে আমি একেমুখে কম যে পৰীক্ষা ব্যৱস্থা সংস্কাৰ কৰাটোহে প্ৰথম কাম। ভাৰতৰ বহুটো স্বনামধন্য শিক্ষাবিদ আৰু অনুষ্ঠানে পৰীক্ষা পদ্ধতি সম্পূৰ্ণৰূপে উঠাই দিয়াটোকে বাঞ্চা কৰে, কিন্তু আমি উক্ত মত সমৰ্থন নকৰি কওঁ যে পৰীক্ষা সমূহ উপযুক্তভাৱে গঢ়িব পাৰিলে শিক্ষা ব্যৱস্থাৰ আৰু উন্নতি হ'ব।"

বিশ্ববিদ্যালয় আয়োগৰ মতামত সমূহৰ পিছতে পৰীক্ষা সংস্কাৰৰ বিষয়ে উল্লেখযোগ্য মতামত আগবঢ়াইছিল ১৯৬৪-৬৬ চনৰ কোঠাৰী আয়োগে। আয়োগৰ প্ৰতিবেদনত তলৰ কথাখিনি উল্লেখ আছে। আয়োগৰ মতে "মূল্যাংকন এটা নিৰবচ্ছিন্ন প্ৰক্ৰিয়া। কিন্তু লিখিত পৰীক্ষাই যিহেতু আজিকালি সাধাৰণ পদ্ধতি সেইবাবে এই পৰীক্ষা প্ৰথমতে উন্নত কৰিব লাগিব, পৰ্যাবেক্ষণ কৌশল, মৌখিক পৰীক্ষা আৰু প্ৰয়োগাত্মক পৰীক্ষা আদি পৰীক্ষাবোৰ তৈয়াৰ কৰিব লাগিব। ১৯৫৮

চলত পৰীক্ষা সংস্কাৰৰ কাৰণে প্ৰশিক্ষণ প্ৰাপ্ত বিজ্ঞানীৰে গঠিত এটা কেন্দ্ৰীয় পৰীক্ষা শাখা স্থাপন কৰা হৈছে। উক্ত শাখাটোৱে নতুন কৌশলত প্ৰশ্ন পত্ৰ প্ৰণয়নৰ বাবে শিক্ষক আৰু প্ৰশ্নকৰ্ত্তাক প্ৰশিক্ষণ দিছে। বাজিক মূল্যাংকন সংস্থাত বিশেষজ্ঞ সকলৰ সহায়ত তৈয়াৰ কৰা উচ্চ পৰ্য্যায়ৰ বিশুদ্ধ পৰীক্ষণৰ সহায়ত জিলাৰ শিক্ষা কৰ্তৃপক্ষই ছাত্ৰ সকলৰ নিষ্পাদনৰ মান নিৰ্ণয় কৰিব।"

প্ৰচলিত পৰীক্ষা পদ্ধতিৰ সংস্কাৰ সাধনৰ অৰ্থে ১৯৮৬ চনৰ শিক্ষানীতিত তলত দিয়া ধৰণে কৈছে যে 'যি পদ্ধতিত সকলোবোৰেই 'পৰীক্ষা আৰু গ্ৰেডৰ' তলতীয়া তাত গুণগত কথাই আকৰ্ষণ কৰিব নোৱাৰে যদিহে ইয়াক অন্য ধৰণেৰে মূল্যাংকন কৰা নেযায়। এইখিনি কৰিবলৈ যাওতে পাঠ্যক্ৰম শিক্ষাবিষয়, শিক্ষা আৰু শিকোৱা পদ্ধতিৰ আমূল পৰিবৰ্ত্তন অৱশ্যম্ভাৱী। এই কথাটো শীঘ্ৰে প্ৰযোজ্য হোৱা উচিত, কিন্তু কোনে কৰিবলৈ আগবাঢ়ি আহিব সেয়ে হৈছে প্ৰশ্ন। গুণগত দিশৰ অধোগতিৰ মূলতে হৈছে বছৰেকীয়া পৰীক্ষাৰ কথাটো। এই ৰীতিৰ পৰিবৰ্তন হোৱা উচিত। পাঠ্যক্ৰম আৰু মূল্যায়ন পদ্ধতিৰ মাজত বিৰাট ফাট বৈ গৈছে। পৰীক্ষা পৰিচালনা কৰা, শিকোৱা আৰু ব্যৱস্থাপনা কাৰ্যত ব্যাঘাত হোৱা বাবেই পৰীক্ষাত শতকৰা কমভাগ ছাত্ৰই পাচ কৰে আৰু নিম্ন গ্ৰেড পায়। পাঠদান কৰা পদ্ধতিৰ উপৰিও ছাত্ৰ ছাত্ৰীৰ ভাব-ভংগী, ছাত্ৰ-ছাত্ৰীৰ গ্ৰহণ যোগ্যতাৰ বিচাৰ হব লাগে। পাঠ্যক্ৰম নিৰ্ণয়তো পদ্ধতি বিশ্লেষণ, লক্ষণ নিৰ্ণয় গবেষণা কাৰ্য্যক্ৰমৰ অভাব দেখা যায়।

আয়োগ সমূহৰ প্ৰতিবেদনৰ উপৰিও ১৯৫৮ চনত বিশ্ববিদ্যালয় অনুদান আয়োগে (University Grants Commission) পৰীক্ষা সংস্কাৰ কমিটি এখন গঠন কৰি দিছিল। সেই কমিটিৰ দায়িত্বত আছিল ডঃ বি এচ ব্লুম। এই কমিটিখনে নানা ধৰণৰ অধ্যয়নৰ মুৰত তলত দিয়া ধৰণে মন্তব্য প্ৰকাশ কৰি শ্ৰেণী বিভাজন কৰি দেখুৱাইছে। সেইবোৰ হ'ল–

১। জ্ঞান (Knowledge)

২। বোধগম্য (Comprehension)

৩। প্ৰয়োগ (Application)

৪। বিশ্লেষণ (Analysis)

৫। সংশ্লেষণ (Synthesis)

৬। মূল্যায়ণ (Evaluation)

কমিটিখনৰ প্ৰতিবেদনত কোৱা হৈছে যে এজন পৰীক্ষকে নিৰ্দিষ্ট কেইটামান উদ্দেশ্য স্থিৰ কৰি লব লাগিব। উদ্দেশ্য সমূহত ওপৰত উল্লেখ কৰা দিশবোৰ থাকিব লাগিব। সকলো পৰীক্ষকৰে লক্ষ্য সম্পৰ্কে জ্ঞান থাকিব লাগিব তেতিয়াহে পৰীক্ষাটোৰ দ্বাৰা কি মূল্যায়ন কৰিবলৈ বিচৰা হৈছে তাক জনা যাব।

**পৰীক্ষা সংস্কাৰ আৰু নতুন ভাবধাৰা (Examination Reform and New Trends)**

পৰীক্ষা সংস্কাৰৰ ক্ষেত্ৰত বিভিন্ন ধৰণৰ নতুন ভাবধাৰা প্ৰয়োগ কৰা দেখা যায়। বিশ্ববিদ্যালয় অনুদান আয়োগৰ দ্বাৰা নিয়োজিত পৰীক্ষা বিশেষজ্ঞ কমিটিয়ে ভাৰতবৰ্ষৰ বাহিৰৰ বিশ্ববিদ্যালয় সমূহৰ পৰা 'চেমিষ্টাৰ' (Semester) নামৰ এবিধ নতুন পৰীক্ষাৰ ধাৰা আনি ভাৰতীয় শিক্ষাৰ ক্ষেত্ৰত প্ৰয়োগ কৰিছে। এই চেমিষ্টাৰৰ পদ্ধতি জামনীৰ বিশ্ববিদ্যালয় সমূহত প্ৰচলিত আছিল। জাৰ্মান ভাষাত চেমিষ্টাৰ মানে হ'ল ছমাহ। এটা শৈক্ষিক বছৰক দুভাগ কৰি দুটা চেমিষ্টাৰ হিচাবে ধৰা হয়। 'চেমিষ্টাৰ' শব্দৰ প্ৰকৃত অৰ্থৰ বিষয়ে 'Oxford Dictionary' ত কৈছে 'জাৰ্মান বিশ্ববিদ্যালয় আৰু আমেৰিকাৰ কলেজ সমূহত প্ৰচলিত ছমাহ কাল কলেজৰ শৈক্ষিক বছৰৰ ছমাহ।' আনহাতে 'Dictionary of Education' ত চেমিষ্টাৰ শব্দৰ অৰ্থৰ বিষয়ে কৈছে যে 'এটা শৈক্ষিক বছৰৰ অৰ্ধেক সচৰাচৰ ১৬ ৰ পৰা ১৮ সপ্তাহ কাল।'

ভাৰতবৰ্ষৰ কাৰিকৰী আৰু প্ৰযুক্তি বিদ্যাৰ অনুষ্ঠান সমূহত (Indian Institute of Technology) প্ৰথম পদক্ষেপ হিচাপে চেমিষ্টাৰ পদ্ধতি প্ৰয়োগ কৰা হয়। আমেৰিকাৰ 'লেণ্ড গ্ৰাণ্ট কলেজৰ' আৰ্হিত তৈয়াৰী এই চেমিষ্টাৰ ভাৰতবৰ্ষৰ 'পণ্টন নগৰ' আৰু 'লুধিয়ানাত' থকা দুইখন কৃষি বিশ্ববিদ্যালয়ত প্ৰয়োগ কৰা হৈছিল। বৰ্ত্তমান ভাৰতবৰ্ষৰ বিভিন্ন বিশ্ববিদ্যালয়ত এই চেমিষ্টাৰ পদ্ধতি প্ৰয়োগ কৰি সুফল পোৱা দেখা গৈছে। ভাৰতবৰ্ষত বৰ্ত্তমান ৪০ খন বিশ্ববিদ্যালয়ে চেমিষ্টাৰ পদ্ধতি প্ৰয়োগ কৰিছে আৰু ৫ খন বিশ্ববিদ্যালয় মৰ্যাদা পোৱা শিক্ষানুষ্ঠানেও ইয়াৰ প্ৰয়োগ কৰাত সেই অনুষ্ঠান সমূহত পাঠদান আৰু মূল্যাংকন ব্যৱস্থাৰ পৰিবৰ্ত্তন সাধন হৈছে।

'গ্ৰেড ক্ৰেডিট পদ্ধতিও' পৰীক্ষা সংস্কাৰৰ ক্ষেত্ৰত লোৱা এটি নতুন ভাব ধাৰা। 'গ্ৰেড ক্ৰেডিট পদ্ধতিৰ' বিষয়ে ডঃ ডি. জি. চামাণ্টে এটি সমীক্ষা চলাই ভাৰতীয় বিশ্ববিদ্যালয় সমূহত গ্ৰেড পইণ্ট স্কেল ব্যৱহাৰৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। গ্ৰেড পদ্ধতিৰ মূল উদ্দেশ্য হৈছে শিক্ষণ আৰু মূল্যায়নৰ মাজত যোগসূত্ৰ স্থাপন কৰা আৰু লিখিত পৰীক্ষাই মূল্যাংকন কৰিব নোৱাৰা শিক্ষাৰ্থী সকলৰ দক্ষতা সমূহৰ মূল্যায়ন কৰা। এই পদ্ধতিত শিক্ষাৰ্থী সকলৰ শৈক্ষিক বছৰৰ বিভিন্ন ভাগবোৰত কিমানখিনি বিষয়বস্তু আয়ত্ব কৰিব পাৰিলে তাৰ মূল্যাংকন গ্ৰেডৰ সহায়ত দেখুৱা হয়। এডাল চাৰি পইণ্ট স্কেলত ইংৰাজী আখৰ A B C D গ্ৰেড দিয়া হয় আৰু ইয়াৰ বিপৰীতে সংখ্যাৰে ০,১,২,৩ পইণ্ট দিয়া হয়। আখৰে গুণগত আৰু সংখ্যাই সংখ্যাগত মান বুজায়। এই ক্ষেত্ৰত তলত দিয়া উদাহৰণ দেখুৱা হ'ল।

| গ্ৰেড | গুণগত মান | সংখ্যাগত মান |
|---|---|---|
| A | Excellent (প্ৰথম শ্ৰেণী) | ৩ পইণ্ট |

| | | |
|---|---|---|
| B | Good (দ্বিতীয় শ্ৰেণী) | ২ পইণ্ট |
| C | Average (তৃতীয় শ্ৰেণী) | ১ পইণ্ট |
| D | Poor | (অকৃতকাৰ্য্য) ০ পইণ্ট |

পৰীক্ষা ব্যৱস্থাৰ সংশোধনৰ ক্ষেত্ৰত আভ্যন্তৰীণ মূল্যায়নৰ প্ৰয়োজনীয়তাৰ কথাও উল্লেখ কৰিব পাৰি। আভ্যন্তৰীণ মূল্যায়নৰ ওপৰত গ্ৰেড ক্ৰেডিট মূল্যায়নৰ সফলতা নিৰ্ভৰ কৰে। শিক্ষাৰ্থী সকলক যিসকল শিক্ষকে পাঠদান কৰে সেই শিক্ষক সকলৰ দ্বাৰাই শিক্ষাৰ্থী সকলক মূল্যায়ন কৰি গ্ৰেড পইণ্ট দিয়াকে আভ্যন্তৰীণ মূল্যায়ন (Internal Assessment) বোলে। আধুনিক শিক্ষা ব্যৱস্থাত আভ্যন্তৰীণ মূল্যায়নৰ ওপৰত যথেষ্ট গুৰুত্ব দিয়া হৈছে। আভ্যন্তৰীণ মূল্যায়নৰ দ্বাৰা শিক্ষণ আৰু মূল্যায়নৰ সমন্বয় স্থাপন কৰিবলৈ বিচৰা হয়। আভ্যন্তৰীণ মূল্যায়নে গ্ৰেড আৰু পইণ্ট দিয়াৰ উপৰিও শিক্ষা পদ্ধতিত ই যথেষ্ট ইন্ধন যোগায়। এই ক্ষেত্ৰত কিউমুলেটিভ ৰেকৰ্ড কাৰ্ডৰ ব্যৱহাৰো বিশেষভাবে উল্লেখযোগ্য।

পৰীক্ষা ব্যৱস্থা সংশোধন কৰাৰ অৰ্থে পৰীক্ষা ব্যৱস্থাত বস্তুনিষ্ঠ পৰীক্ষা (Objective Test) প্ৰয়োগ কৰা হৈছে। ৰচনাত্মক পৰীক্ষাৰ দোষত্ৰুটি অধিক হোৱাত শিক্ষাৰ্থী সকলৰ জ্ঞানৰ জোখ প্ৰকৃতভাবে নিৰ্ণয় নহয়। এই সকলোবোৰ দোষত্ৰুটি আতৰোৱাৰ অৰ্থে শিক্ষা ব্যৱস্থাত নতুন ধৰণৰ অভীক্ষাৰ প্ৰয়োগ কৰা হৈছে। ইয়াৰ কেইবাটাও উল্লেখযোগ্য বৈশিষ্ট আছে। যেনে--

(১) বস্তুনিষ্ঠ অভীক্ষাৰ প্ৰত্যেকটো প্ৰশ্নতে প্ৰত্যেকজন শিক্ষাৰ্থীয়ে এটা নিৰ্ধাৰিত সমস্যাৰ সন্মুখীন হয়।

(২) বস্তুনিষ্ঠ অভীক্ষাত পৰীক্ষাৰ্থীয়ে কেইবাটাও বিকল্প উত্তৰৰ পৰা এটা উত্তৰ নিৰ্বাচন কৰিব লাগে।

(৩) বস্তুনিষ্ঠ অভীক্ষাত পৰীক্ষাৰ্থীয়ে বহুত প্ৰশ্নৰ উত্তৰ কৰিবলগীয়া হয়।

(৪) বস্তুনিষ্ঠ অভীক্ষাৰ প্ৰত্যেকটো প্ৰশ্নতে পূৰ্ব নিৰ্ধাৰিত এক সংকেত অনুসৰি নম্বৰ দিয়া হয়।

পৰীক্ষা সংস্কাৰৰ ক্ষেত্ৰত লোৱা আন এটি উল্লেখযোগ্য পদক্ষেপ হ'ল প্ৰশ্ন ভাণ্ডাৰ (Question Bank) প্ৰস্তুত কৰা। পশ্চিমীয়া দেশ সমূহত বহু দিন আগৰ পৰাই প্ৰশ্ন ভাণ্ডাৰৰ ব্যৱস্থা আছিল। ভাৰতবৰ্ষতো প্ৰায়ভাগ বিশ্ববিদ্যালয়ে প্ৰশ্ন ভাণ্ডাৰৰ ব্যৱস্থা কৰি পৰীক্ষা ব্যৱস্থাক অধিক প্ৰয়োগিক কৰিবলৈ বিচাৰিছে। এই প্ৰশ্ন ভাণ্ডাৰ সমূহত বিষয়টোৰ ওপৰত সকলো ধৰণৰ সৰু বৰ প্ৰশ্ন সন্নিবিষ্ট কৰা হয় যাতে শিক্ষাৰ্থী সকল অধিকভাবে উপকৃত হয়। এই প্ৰশ্ন ভাণ্ডাৰ সমূহ বিশেষকৈ শিক্ষাৰ্থী আৰু শিক্ষক উভয়ৰে পাঠদান আৰু মূল্যায়নৰ সহায়ক হিচাপে ব্যৱহৃত হয়। ইয়াৰ উদ্দেশ্য আগন্তুক পৰীক্ষাত আহিব পৰা সাম্ভাব্য প্ৰশ্নসমূহক বাচি উলিওৱাতে সীমাবদ্ধ হৈ থাকিব নেলাগিব। ইয়াক শিক্ষণ ব্যৱস্থাৰ আহিলা স্বৰূপেহে

ব্যৱহৃত কৰিব লাগিব। প্ৰশ্ন ভাণ্ডাৰ সমূহৰ ওপৰত নানা ধৰণৰ সমালোচনাও নোহোৱা নহয়। প্ৰশ্ন ভাণ্ডাৰ প্ৰস্তুত কৰাৰ লগে লগে সেই প্ৰশ্ন ভাণ্ডাৰ সমূহৰ প্ৰশ্নোত্তৰো বাহিৰ হয়। ইয়াৰ ফলত কেতিয়াবা প্ৰকৃত উদ্দেশ্যৰ পৰা কালৰি কাটি আহিব লগীয়াও হয়।

পৰীক্ষা ব্যৱস্থা সংশোধনৰ ক্ষেত্ৰত ভাৰতবৰ্ষত ৰাষ্ট্ৰীয় পৰ্য্যায়ত নানা ধৰণেৰে প্ৰচেষ্টা কৰা দেখা যায়। বিশ্ববিদ্যালয় অনুদান আয়োগ (University Grants Commission) ৰাষ্ট্ৰীয় শিক্ষা গবেষণা আৰু প্ৰশিক্ষণ পৰিষদ (N.C.E.R.T.) আদিয়ে ৰাষ্ট্ৰীয় পৰ্য্যায়ত আৰু ৰাজ্যিক পৰ্য্যায়ত 'ৰাজ্যিক শিক্ষা গবেষণা আৰু প্ৰশিক্ষণ পৰিষদ, (S C E R T) ৰাজ্যিক শিক্ষা সংস্থান আদিয়ে এই ক্ষেত্ৰত আগভাগ লোৱা দেখা গৈছে। ১৯৮৬ চনত 'ৰাষ্ট্ৰীয় টেষ্টিং চাৰ্ভিচ (National Testing Service) নামৰ এটি সেৱা আঁচনি গঢ়ি তোলা হৈছে। এই আঁচনিৰ যোগেদি সমগ্ৰ দেশৰে শৈক্ষিক মানদণ্ডৰ সমতা ৰক্ষা কৰাৰ ব্যৱস্থা কৰা হৈছে।

পৰীক্ষা ব্যৱস্থাৰ মানদণ্ড উন্নত কৰিবলৈ হলে আমি কেইটিমান দিশৰ ওপৰত গুৰুত্ব আৰোপ কৰিব লাগিব। সেইবোৰ হ'ল —

প্ৰথমতে-আমি পৰীক্ষা ব্যৱস্থাক ব্যক্তি নিৰপেক্ষ, নিৰ্ভৰযোগ্য আৰু বৈধ কৰি তুলিব লাগিব।

দ্বিতীয়তে- বিষয়নিষ্ঠ প্ৰশ্ন সন্নিবিষ্ট কৰিব লাগিব।

তৃতীয়তে - সঠিকভাবে প্ৰশ্নবোৰ নিৰ্বাচন কৰিব লাগিব

চতুৰ্থতে- উপযুক্ত পৰীক্ষক নিৰ্বাচন কৰিব লাগিব।

পঞ্চমতে - প্ৰশ্নৰ সংখ্যা বৃদ্ধি কৰাৰ ওপৰত গুৰুত্ব দিব লাগিব।

ষষ্ঠতে- প্ৰশ্নৰ ভাষা সহজ সৰল আৰু বোধগম্য হব লাগিব।

সপ্তমতে- বহিঃপৰীক্ষাৰ সংখ্যা কমোৱাৰ ব্যৱস্থা কৰিব লাগিব।

অষ্টমতে- পৰীক্ষা আৰু শিক্ষা কাৰ্য্যৰ মাজৰ ব্যৱধান আতৰ কৰিব লাগিব।

নৱমতে- পৰীক্ষাৰ বহী সমূহ মূল্যায়ন কৰোতে নম্বৰ দিয়াতকৈ মানমাত্ৰাৰ ব্যৱহাৰত গুৰুত্ব দিব লাগিব।

দশমতে- মূল্যায়ন পদ্ধতি সমূহৰ সফল প্ৰয়োগৰ মাধ্যমেৰে সমগ্ৰ শিশুটোৰে মূল্যায়ন কৰাৰ ব্যৱস্থা কৰিব লাগিব।

## প্ৰশ্নাৱলী

১। পৰীক্ষা ব্যৱস্থা আৰু মূল্যায়ন।

২। ৰচনাত্মক পৰীক্ষা ব্যৱস্থাৰ সুবিধা আৰু অসুবিধা সমূহ।

৩। পৰীক্ষা ব্যৱস্থাৰ সুবিধা আৰু অসুবিধা সমূহ।

৪। পৰীক্ষা ব্যৱস্থাৰ সংস্কাৰ সাধন।

## Exercises

1. Examination system and Evalustion.
2. Merits and Demerits of Essay type examination.
3. Merits and Demerits of Examination system.
4. Reforms of Examination system.

# ষষ্ঠ অধ্যায়
# সুনাগৰিকত্বৰ বাবে শিক্ষা
# বা
# গণতন্ত্ৰৰ বাবে শিক্ষা
## (Education for good citizenship or Education for Democracy)

**প্ৰস্তাৱনা (Introduction) :-** নাগৰিকৰ শিক্ষাৰ ধাৰণাটো অতি পুৰণা ধাৰণা । এই ধাৰণাৰ পৰিপ্ৰেক্ষিততেই সুদুৰ অতীতৰপৰা এনে ধৰণৰ শিক্ষা ব্যৱস্থা এটা আজিলৈ প্ৰচলিত হৈ আছে । এটা গোষ্ঠীয়ে আন এটা গোষ্ঠীক উচ্ছেদ কৰি শাসন যন্ত্ৰ নিজৰ হাতলৈ নিয়ে কিন্তু নাগৰিকৰ ধাৰণাটো সদায় একেধৰণৰে থাকে । মাত্ৰ প্ৰশাসকৰ নিজৰ জ্ঞানৰ পৰিসীমা আৰু উদাৰ মনোভাবৰ ফলত নাগৰিক সকলৰ বিকাশ কৰাৰ পদ্ধতিটোৰ কিছু সালসলনি হয় । আমি নাগৰিকৰ শিক্ষাৰ বিষয়ে জানিবলৈ যাওঁতে প্ৰকৃততে নাগৰিকনো কোন ? তেওঁলোকৰ দায়িত্বনো কি ? তেওঁলোকক শিক্ষা দিয়াৰ ধৰণ কেনেকুৱা ? সেই সকলো দিশৰ বিষয়ে জনাটো প্ৰয়োজন হব । বিখ্যাত দাৰ্শনিক প্লেটোৱে তেওঁৰ অমৰ গ্ৰন্থ 'গণতন্ত্ৰ'ত এই বিষয়ে বিশদভাবে বিশ্লেষণ কৰি দেখুৱাইছে । নাগৰিক বুলি কবলৈ যাওঁতে গণতন্ত্ৰৰ কথা উল্লেখ কৰিব লাগিব । যিখন ৰাষ্ট্ৰত গণতন্ত্ৰৰ বীজ সিচা হৈছে সেইখন ৰাষ্ট্ৰতহে নাগৰিকৰ ধাৰণাটো সুন্দৰভাবে প্ৰয়োজ্য হয় । ৰাজতন্ত্ৰ সমূহত জনসাধাৰণক প্ৰজা বুলি কোৱা হৈছিল । আধুনিক ধাৰণাত জনসাধাৰণক নাগৰিক আখ্যা দিয়া হৈছে । গণতন্ত্ৰ বৰ্ত্তি থাকিবলৈ নাগৰিকৰ প্ৰয়োজন । তেওঁলোকৰ মূল্যবান ভোটাধিকাৰ সাব্যস্ত কৰি ৰাষ্ট্ৰখনৰ দায়িত্ব লবলৈ নেতা নিৰ্বাচন কৰাটোও নাগৰিক সকলৰ এটা প্ৰধান দায়িত্ব তথা কৰ্ত্তব্য । দেশখনৰ কল্যাণৰ বাবে চিন্তা কৰাটোও নাগৰিক সকলৰ দায়িত্ব । নাগৰিক সকলৰ গণতান্ত্ৰিক নাগৰিকত্ব বিকাশ কৰিবলৈ শৃংখলাবোধ, সহযোগিতা, সামাজিক সচেতনতা, সহনশীলতা আদিৰ ধাৰণা সমূহ নাগৰিক সকলে আয়ত্ব কৰিব লাগিব ।

নাগৰিক সকলে গণতান্ত্ৰিক ৰাষ্ট্ৰত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে । সেই ৰাষ্ট্ৰৰ বিকাশ নিৰ্ভৰ কৰিব ৰাষ্ট্ৰখনৰ নাগৰিক সকলৰ সুশিক্ষাৰ ওপৰত । যিখন ৰাষ্ট্ৰৰ নাগৰিক সকল কোনো ধৰণেৰে শিক্ষিত নহয় সেই ৰাষ্ট্ৰখনৰ বিকাশ কোনো প্ৰকাৰে হব নোৱাৰে । নাগৰিক সকল শিক্ষিত হলেহে ৰাষ্ট্ৰৰ সকলো প্ৰকাৰৰ উন্নতিৰ ক্ষেত্ৰত অংশ গ্ৰহণ কৰি নাগৰিক সকলে নিজৰ ৰাষ্ট্ৰখনৰ উন্নতি সাধন কৰিবলৈ সক্ষম হব । গতিকে দেখা যায় যে শিক্ষাই নাগৰিক সকলক শিক্ষিত কৰি ৰাষ্ট্ৰৰ বিকাশৰ বাবে কাৰ্য্য কৰিবলৈ প্ৰস্তুত কৰি তোলে ।

সমাজ বিজ্ঞানৰ অগ্ৰগতিৰ লগে লগে সমাজৰ উঠি অহা কিশোৰ-কিশোৰী সকলক সুনাগৰিক ৰূপে গঢ়ি তোলাৰ আদৰ্শই ক্ৰমান্বয়ে সামাজিক জীৱনত জনপ্ৰিয় হৈ পৰিছে । এই সন্দৰ্ভত চিন্তাবিদ সকলে বিশ্বাস কৰে যে শিশু সকলক ভৱিষ্যত

সমাজৰ উপযুক্ত কৰি তুলিব আৰু নাগৰিকৰ ধাৰণাত উদ্বুদ্ধ কৰিব পাৰিব একমাত্ৰ শিক্ষাইহে। নাগৰিক সকলৰ সু চিন্তাধাৰাৰ দ্বাৰাহে গণতন্ত্ৰৰ মূলভেটি ৰচিত হ'ব। সেয়েহে শিক্ষাৰ মূল উদ্দেশ্য আৰু ধাৰণা নাগৰিক সকলৰ শিক্ষাৰ ওপৰত ন্যস্ত হোৱাটো প্ৰয়োজন। এখন ৰাষ্ট্ৰৰ আদৰ্শ ভাবধাৰা আৰু উদ্দেশ্য সকলোখিনি যিহেতু নিৰ্ভৰ কৰে তাৰ জনসাধাৰণৰ ওপৰত সেয়েহে সেই জনসাধাৰণৰ বিকাশ কৰাটোও ৰাষ্ট্ৰখনৰ এটা উল্লেখযোগ্য উদ্দেশ্য। এখন দেশৰ ৰাষ্ট্ৰীয় বিকাশত শিক্ষাৰ সম্বন্ধ অতি নিবিড়। ৰাষ্ট্ৰখনৰ বিকাশত নাগৰিক সকলৰ বিকাশে এটি গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিব।

দেশখনৰ শিক্ষা ব্যৱস্থা মানেই হ'ল নাগৰিক সকলৰ বাবে লোৱা শিক্ষা ব্যৱস্থা। নাগৰিক সকল হ'ল দেশখনৰ সম্পদ অথবা ইয়াক মানব সম্পদ বুলি ধৰা হয়। দেশখনৰ সমস্যা, সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক আদি সকলো ধৰণৰ বিষয় শিক্ষানুষ্ঠান সমূহত তত্বগধুৰ আলোচনা কৰি উক্ত সমস্যাবোৰ সমাধানৰ পথত আগবাঢ়ি যোৱাত সহায় কৰে। গতিকে দেশখনৰ সামগ্ৰিক বিকাশত শিক্ষাৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ আৰু স্পষ্ট। শিক্ষাৰ জৰিয়তে নাগৰিক সকলে বিভিন্ন ধৰণৰ জ্ঞান অৰ্জন কৰাৰ লগতে দেশখনৰ বিষয়ে সম্যক জ্ঞান লাভ কৰি দেশৰ বিভিন্ন কাৰ্য্যত অংশগ্ৰহণ কৰিবলৈ সক্ষম হয় আৰু বিভিন্ন বিষয়ত নিজৰ সুস্থ সবল মতামত ডাঙি ধৰিব পাৰে। ৰাষ্ট্ৰীয়বিকাশত নাগৰিকৰ সক্ৰিয় অংশগ্ৰহণ অতি প্ৰয়োজনীয় তথা অপৰিহাৰ্য্য।

নাগৰিক সকলৰ মনত স্বদেশপ্ৰেম আৰু সামাজিক চেতনাবোধ জগাই তোলাত শিক্ষাই অধিক অৰিহণা যোগায়। নাগৰিক সকলৰ সামাজিক চেতনাবোধ আৰু স্বদেশপ্ৰেমে ৰাষ্ট্ৰৰ বিকাশৰ ক্ষেত্ৰত অধিক সহায় কৰে। নাগৰিক সকলৰ মনত জাতীয়তাবোধ জগাই তোলাটোও ৰাষ্ট্ৰৰ শিক্ষা ব্যৱস্থাৰ এটা গধুৰ দায়িত্ব। শিক্ষাই নাগৰিক সকলৰ মনত সামাজিক চেতনাবোধ জগাই তোলাৰ উপৰিও, তেওঁলোকক সংযত, ঐক্যতা আৰু ভাতৃত্ববোধৰ ভাবেৰে অনুপ্ৰণিত কৰি তোলে। নাগৰিক সকলৰ এই সকলোবোৰ গুণেই ৰাষ্ট্ৰখনৰ বিকাশত সহায় কৰে। আকৌ জাতীয় ঐক্য আৰু সংহতিৰ শিক্ষাই মূল চাবিকাঠি বুলি কব পাৰি।

### গণতন্ত্ৰত শিক্ষাৰ ভূমিকা (Role of Education in Democracy)

সুনাগৰিকৰ বাবে শিক্ষাৰ প্ৰয়োজনীয়তাৰ বিষয়ে আলোচনা কৰিবলৈ যাওতে আমি এখন গণতন্ত্ৰত শিক্ষাৰ ভূমিকাৰ বিষয়ে আলোচনা কৰাটো প্ৰয়োজনীয় হ'ব। গণতন্ত্ৰৰ প্ৰকৃত উদ্দেশ্য হ'ল নাগৰিক সকলৰ সৰ্বাংগীন কল্যাণ সাধনৰ মাধ্যমত ৰাষ্ট্ৰখনৰ প্ৰগতিৰ কামনা কৰা। গণতন্ত্ৰৰ প্ৰকৃত অৰ্থ যদি জনসাধাৰণৰ দ্বাৰা গঠিত, জনসাধাৰণৰ কাৰণে, জনসাধাৰণৰ চৰকাৰ হয় তেতিয়াহলে নাগৰিক সকলৰ কল্যাণ সাধন কৰাই ইয়াৰ মূল উদ্দেশ্য হ'ব। সমতা আৰু স্বাধীনতা হ'ল এখন গণতান্ত্ৰিক ৰাষ্ট্ৰৰ মূল বৈশিষ্ট্য। গণতন্ত্ৰৰ ধাৰণাটো হ'ল সুপৰিকল্পিত ধাৰণা যিটোৰ মাধ্যমত

সুন্দৰভাবে জীৱন ধাৰণ কৰিব পাৰি । গণতন্ত্ৰৰ মাধ্যমত জনসাধাৰণে সাম্য আৰু স্বাধীনতাৰ সোৱাদ উপলদ্ধি কৰি স্বাধীনভাবে জীৱন যাপন কৰিব পাৰে । এখন দেশৰ চৰকাৰ আৰু সেই দেশৰ শিক্ষা ব্যৱস্থাৰ মাজত নিবিড় সম্বন্ধ আছে । দুয়ো ওতঃপ্ৰোতভাবে জড়িত । এখন দেশৰ চৰকাৰ ব্যৱস্থাৰ পৰা শিক্ষা ব্যৱস্থা পৃথক কৰিব নোৱাৰি । ইটো সিটোৰ লগত যেনেকৈ জড়িত তেনেকৈ নিৰ্ভৰশীলো । সেয়েহে গণতান্ত্ৰিক ৰাষ্ট্ৰ এখনৰ শিক্ষাৰ লক্ষ্য তাৰ চৰকাৰ ব্যৱস্থাৰ ওপৰত ভিত্তি কৰিয়েই গ্ৰহণ কৰা হয় ।

সমতা স্থাপন কৰাহি হ'ল গণতন্ত্ৰৰ মূল লক্ষ্য তথা উদ্দেশ্য । গণতন্ত্ৰ সাম্যৰ ওপৰত প্ৰতিষ্ঠিত । সেয়েহে শিক্ষাৰ লক্ষ্যও সাম্যৰ ওপৰত প্ৰতিষ্ঠিত হোৱাটো প্ৰয়োজন । গণতন্ত্ৰৰ সকলো নাগৰিককে জাতি, ধৰ্ম, বৰ্ণ নিৰ্বিশেষে শিক্ষাৰ সমান অধিকাৰ দিয়াটো দৰ্কাৰ, তাৰ ফলতেই ৰাষ্ট্ৰসমূহত অবৈতনিক বাধ্যতামূলক শিক্ষাৰ ব্যৱস্থা কৰা হৈছে । নাগৰিকসকলে অবৈতনিক শিক্ষা ব্যৱস্থাৰ মাধ্যমত দেশৰ প্ৰগতিত সহায় কৰিবলৈ সক্ষম হৈছে । গণতন্ত্ৰ ব্যক্তি স্বাধীনতাৰ ওপৰত প্ৰতিষ্ঠিত বুলি অভিহিত কৰা হয় । গতিকে গণতন্ত্ৰত নাগৰিক সকলে স্বাধীনভাবে নিজৰ ৰুচি অভিৰুচি অনুযায়ী শিক্ষালাভৰ সুবিধা পাব লাগিব । এখন গণতন্ত্ৰত নাগৰিকসকলক শিক্ষা দিয়াৰ কামখিনি সমাধা কৰিবলৈ যিবিলাক শিক্ষানুষ্ঠান গঢ়ি তোলা হয় সেই সকলোখিনি গণতন্ত্ৰৰ চৰকাৰী যন্ত্ৰৰ দ্বাৰা নিয়ন্ত্ৰন কৰা হয় । যেতিয়ালৈ শিক্ষা ব্যৱস্থাটো সকলোৰে বাবে প্ৰযোজ্য হৈ থাকিব তেতিয়ালৈ গণতন্ত্ৰ বৰ্ত্তি থাকিব । গণতন্ত্ৰত নাগৰিক সকলৰ শিক্ষাৰ গুৰুত্ব লক্ষ্য কৰি **Stead** নামৰ চিন্তাবিদ গৰাকীয়ে কৈছিল "Education in a democracy must be of the community, by the community and for the community"

গণতন্ত্ৰ এখনত নাগৰিক সকলে সকলো ক্ষেত্ৰতে সক্ৰিয় অংশ গ্ৰহণ কৰে । সেই সক্ৰিয় অংশগ্ৰহণৰ তলত নিহিত হৈ থাকে গণতান্ত্ৰিক দেশখনৰ নাগৰিক সকলৰ শিক্ষাৰ দিশটো । এই বৈশিষ্টৰ পৰিপ্ৰেক্ষিতত জনসাধাৰণক শিক্ষা প্ৰদান কৰি ৰাষ্ট্ৰৰ বিভিন্ন কাৰ্য্য কলাপত অংশগ্ৰহণ কৰিবলৈ প্ৰস্তুত কৰি তোলাটো শিক্ষাৰ লক্ষ্য হোৱাটো দৰ্কাৰ । শিক্ষানীতি, শিক্ষা পৰিকল্পনা, শিক্ষাৰ উদ্দেশ্য, শিক্ষাৰ আঁচনি আদি প্ৰস্তুত কৰোতে জনসাধাৰণক অংশ গ্ৰহণ কৰিব দিয়াটোও শিক্ষাৰ লক্ষ্য হব লাগে । গণতন্ত্ৰত জনমতৰ ভূমিকা অতি তাৎপৰ্য্যপূৰ্ণ তথা প্ৰয়োজনীয় । জনমতক উপেক্ষা কৰি গণতন্ত্ৰ বৰ্ত্তি থকাটো যেনেকৈ অসম্ভৱ তেনেকৈ শাসন কাৰ্য্য চলোৱাটো সম্ভৱ নহয় । সেয়েহে শিক্ষা ব্যৱস্থাত জনমতৰ ভূমিকাও অধিক হোৱাটো প্ৰয়োজন । গণতান্ত্ৰিক ৰাষ্ট্ৰত শিক্ষা ব্যৱস্থা প্ৰস্তুত কৰোতে সুনাগৰিক, শিক্ষাবিদ আৰু জনমতৰ অনুকূলে গ্ৰহণ কৰিব লাগে । জনমতৰ অনুকূলে শিক্ষা ব্যৱস্থা গ্ৰহণ কৰিলে জনসাধাৰণ তথা নাগৰিক সকল উপকৃত হব আৰু গণতন্ত্ৰৰ সাফল্যতাও নিৰ্ভৰ কৰিব । গণতান্ত্ৰিক দেশ এখনৰ প্ৰকৃত লক্ষ্য হোৱা উচিত

জনসাধাৰণক উপযুক্ত নাগৰিক কৰি গঢ়ি তোলা।

শিক্ষা ব্যৱস্থা হ'ল এখন ৰাষ্ট্ৰৰ এটা অত্যাৱশ্যকীয় দায়িত্ব। ৰাষ্ট্ৰৰ ৰাজনৈতিক উদ্দেশ্য, সমাজতান্ত্ৰিক উদ্দেশ্যেৰে সমাজবাদ প্ৰতিষ্ঠা কৰিবলৈ হ'লে শিক্ষিত নাগৰিকৰ প্ৰয়োজন। সেই শিক্ষিত নাগৰিক সকলে দেশখনৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক উন্নতি সাধনত অৰিহণা যোগাব পাৰিব। ৰাষ্ট্ৰখনৰ বিকাশ তথা উন্নতি নিৰ্ভৰ কৰিব নাগৰিক সকলৰ উৎপাদন শক্তিৰ ওপৰত। ৰাষ্ট্ৰৰ উন্নতি আৰু বিকাশৰ স্বাৰ্থতে নাগৰিক সকলক প্ৰকৃত শিক্ষা দিয়াৰ দায়িত্বটো ৰাষ্ট্ৰৰ ওপৰত নিহিত হৈছে। তাৰ ফলস্বৰূপে শিক্ষা ব্যৱস্থাৰ প্ৰসাৰ আৰু উন্নতি সাধনৰ বাবে ৰাষ্ট্ৰৰ দায়িত্ব আগতকৈ অধিক বাঢ়িছে। আধুনিক সময়ত ৰাষ্ট্ৰসমূহে নাগৰিক সকলৰ শিক্ষাৰ দায়িত্ব লোৱা নাছিল। শিক্ষাৰ দায়িত্ব লৈছিল নানাধৰণৰ বেচৰকাৰী অনুষ্ঠান সমূহে। উচ্চ শ্ৰেণীৰ নাগৰিক সকলক মাধ্যমিক শিক্ষা আৰু সাধাৰণ শ্ৰেণীৰ নাগৰিকৰ বাবে প্ৰাথমিক শিক্ষাৰ ব্যৱস্থা চলি আছিল। এই ক্ষেত্ৰত ৰাষ্ট্ৰই উদাসীন মনোভাব লৈয়ে আছিল। পশ্চিমীয়া দেশত বিজ্ঞান আৰু শিল্পৰ বিকাশ সাধন হ'ল আৰু দেশবোৰে গণতান্ত্ৰিক স্বত্ব গ্ৰহণ কৰিলে। সেই সময়তো নাগৰিক সকলৰ সুশিক্ষাৰ দায়িত্বটো ৰাষ্ট্ৰই বহন কৰা নাছিল। কিন্তু লাহে লাহে ৰাষ্ট্ৰসমূহে সমাজ কল্যাণকামী ভাবধাৰাৰে উদ্বুদ্ধ হ'ল আৰু নাগৰিক সকলৰ শিক্ষাৰ দায়িত্ব ৰাষ্ট্ৰসমূহে ললে। গণতান্ত্ৰিক দেশবোৰেও নাগৰিক সকলৰ জীৱনৰ সকলো শিক্ষাৰ দায়িত্ব নিজহাতেৰে বহন কৰি আহিছে।

নাগৰিক সকলক শিক্ষা দিয়াটো যিহেতু ৰাষ্ট্ৰৰ দায়িত্ব হ'ল আৰু কৰ্ত্তব্য হিচাবে পৰিগণিত কৰিলে সেয়েহে গণতান্ত্ৰিক ৰাষ্ট্ৰসমূহে নিজস্ব ৰাষ্ট্ৰীয় শিক্ষা নীতিৰ প্ৰবৰ্ত্তন কৰিবলগীয়া হ'ল। নাগৰিক সকলক সমাজত সমান অধিকাৰ দিয়াৰ দায়িত্ব ৰাষ্ট্ৰৰ ওপৰত পৰিল। সেই সমান অধিকাৰৰ মাজত শিক্ষাৰ অধিকাৰো এবিধ। সকলোকে সমান ভাবে শিক্ষা দিয়াৰ বাবে শিক্ষানীতিৰ প্ৰচলন কৰা হ'ল। সংসদ ব্যৱস্থাৰ মাধ্যমেৰে অধিক সদস্যৰ সম্মতিৰ সাপেক্ষে এই ৰাষ্ট্ৰীয় শিক্ষানীতি নাগৰিক সকলৰ কল্যাণৰ অৰ্থে দেশত প্ৰবৰ্ত্তন কৰা হয়। এই নীতিৰ অন্তৰালত বাধ্যতামূলক শিক্ষা প্ৰবৰ্ত্তন কৰাৰ উদ্দেশ্যও থাকে। দেশৰ নাগৰিক সকলৰ মাজৰ পৰা নিৰক্ষৰতা দূৰ কৰা শিক্ষানীতিৰ এটি মূল উদ্দেশ্য। ৰাষ্ট্ৰসমূহে আইন প্ৰণয়ন কৰি এটা নিৰ্দিষ্ট সময় সীমালৈ নাগৰিক সকলক বাধ্যতামূলক ভাবে বিনামূলীয়া শিক্ষা দিয়াৰ ব্যৱস্থা কৰা দেখা যায়। এই নীতি ৰাষ্ট্ৰভেদে বিভিন্ন ধৰণৰ। শিশু সকলৰ সৰ্বাংগীন বিকাশ সাধন কৰাটোও ৰাষ্ট্ৰসমূহৰ দায়িত্বত পৰিগণিত হৈছে।

ৰাষ্ট্ৰসমূহে আইন প্ৰণয়ন, নীতি গ্ৰহণ আৰু অন্যান্য কামত জড়িত থকাৰ লগতে বিভিন্ন ধৰণৰ শিক্ষানুষ্ঠান স্থাপন কৰাৰ দায়িত্ব বহন কৰিব লাগে। দেশৰ বিভিন্ন প্ৰান্তৰ নাগৰিক সকলৰ বাবে বিভিন্ন ধৰণৰ অনুষ্ঠান স্থাপনৰ দায়িত্ব ৰাষ্ট্ৰীয় চৰকাৰে নিজৰ হাতত লৈছে। বিশেষকৈ কাৰিকৰী, চিকিৎসা, বিশ্ববিদ্যালয় আদিৰ শিক্ষা

সম্প্ৰসাৰণৰ বাবে শিক্ষানুষ্ঠান আদি ৰাষ্ট্ৰীয় চৰকাৰৰ অনুমতিৰ সাপেক্ষেহে পতাৰ দিহা কৰা হয়। নাগৰিক সকলৰ বিভিন্ন শিক্ষা ব্যৱস্থাৰ বাবে আৰ্থিক সাহায্য ৰাষ্ট্ৰৰ ফালৰপৰাহি দিয়াৰ ব্যৱস্থা আছে। বেচৰকাৰী অনুষ্ঠান সমূহেও চৰকাৰৰ তৰফৰ পৰা আৰ্থিক সাহাৰ্য্য লাভ কৰি নাগৰিক সকলৰ শিক্ষাৰ বিকাশ কৰে। দুখীয়া মেধাবী শিক্ষাৰ্থী সকলক চৰকাৰৰ তৰফৰ পৰাহি আৰ্থিক সাহায্য দিয়াৰ ব্যৱস্থা কৰা হয়।

নাগৰিক সকলৰ বিকাশ সাধনৰ ফলস্বৰূপেহি কল্যাণকামী ৰাষ্ট্ৰ সাফল্যমণ্ডিত হৈ উঠে। সেয়েহে প্ৰগতিশীল দেশসমূহে নাগৰিক সকলৰ শিক্ষাৰ ক্ষেত্ৰত অধিক গুৰুত্ব আৰোপ কৰিব ধৰিছে। আনকি সাধাৰণ শিক্ষা দিয়াৰ লগতে নাগৰিক সকলৰ শাৰীৰিক, মানসিক, আধ্যাত্মিক আদি সকলো দিশতে সুস্থতা বজাই ৰখাৰ দায়িত্ব বহন কৰিছে। অধিক উন্নতশীল দেশসমূহে শিক্ষাৰ সম্প্ৰসাৰণৰ লগে লগে নাগৰিক সকলৰ আহাৰ, স্বাস্থ্য, বাসস্থান, জিৰণিকেন্দ্ৰ, বিশেষ বিদ্যালয় স্থাপন, শিক্ষাৰ সা-সঁজুলি, স্কুল পোচাক আৰু যাতায়ত আদিৰ ব্যৱস্থাও ৰাষ্ট্ৰৰ ফালৰ পৰা বহন কৰা দেখা যায়। আনকি ভাৰতবৰ্ষৰ দৰে দেশতো নাগৰিক সকলৰ সুশিক্ষাৰ ব্যৱস্থা কৰাৰ বাবে ৰাষ্ট্ৰীয় চৰকাৰে প্ৰচেষ্টা চলাই আছে। বৰ্ত্তমান আমাৰ দেশ সমৰ্থবান নহলেও এটা সময়ত সকলো ধৰণৰ দায়িত্ব ৰাষ্ট্ৰই বহন কৰিব লাগিব। কোঠাৰী আয়োগে (১৯৬৪-৬৬ চনত) জাতীয় শিক্ষা আঁচনিৰ মাধ্যমেৰে নাগৰিক সকলৰ শিক্ষাৰ ব্যৱস্থা কৰিবলৈ চৰকাৰক নিৰ্দেশ দিছিল। সেইদৰে ১৯৬৮ চনৰ জাতীয় শিক্ষানীতি আৰু অন্যান্য নিৰ্দেশনা সমূহেও সুনাগৰিক গঢ়ি তোলাৰ বাবে শিক্ষাৰ গুৰুত্বৰ কথা উল্লেখ কৰিছে।

**নাগৰিকৰ গুণাৱলী (Qualities of citizen)**

উন্নয়নমূখী দেশসমূহৰ শিক্ষা ব্যৱস্থাৰ মূল লক্ষ্য হ'ল নাগৰিক সকলক উপযুক্তভাবে শিক্ষা আৰু প্ৰশিক্ষণ দিয়া। সেই উন্নয়নশীল দেশ সমূহে নাগৰিক সকলক প্ৰশিক্ষণৰ মাধ্যমেৰে সামাজিক মূল্যবোধ, জ্ঞান আহৰণৰ লিপ্সা আৰু দক্ষতাসূচক ধাৰণা জগাই তোলে। এই প্ৰক্ৰিয়াবোৰ গণতন্ত্ৰৰ বাবে শিক্ষাৰ অংশ স্বৰূপ। গণতন্ত্ৰৰ বাবে শিক্ষাৰ ধাৰণাটোৰ বিষয়ে বিভিন্ন দেশে বিভিন্ন ধৰণেৰে অধ্যয়ন সমাপ্ত কৰিছে। সামাজিক আৰু ৰাজনৈতিক পৰিবৰ্ত্তনৰ লগে লগে গণতন্ত্ৰৰ ধাৰণাটোৰ সম্প্ৰসাৰণ দিনকদিনে বাঢ়ি আহিবলৈ ধৰিলে। এই অধ্যয়নৰ কোনো ধৰণৰ সংক্ষেপ অৰ্থ পোৱা নাযায় যদিও দুটা ধাৰণা পোৱা হৈছে। এটা ধাৰণাৰ দ্বাৰা কব পাৰি যে এখন গণতান্ত্ৰিক সমাজৰ সুনাগৰিক সকলৰ অধিকাৰ আৰু কৰ্ত্তব্য সমূহৰ শিক্ষাই হ'ল নাগৰিক সকলৰ শিক্ষা। আন এটা ধাৰণাত প্ৰকাশিত হৈছে যে মানব জীৱনৰ অৰ্থনৈতিক, সামাজিক, ৰাজনৈতিক, নৈতিক আৰু নীতিগত দিশটোৰ শিক্ষাই হ'ল নাগৰিক সকলৰ শিক্ষা। 'Harris' নামৰ চিন্তাবিদ গৰাকীয়ে তেওঁৰ অমূল্য গ্ৰন্থ "Encyclopadia of Educational Research" খনত নাগৰিক

সকলৰ শিক্ষা অথবা গণতন্ত্ৰৰ বাবে শিক্ষাৰ বিষয়ে দুটা অধ্যয়নৰ কথা কহিয়াই দেখুৱাইছে। তেওঁৰ প্ৰথম অধ্যয়ন "Citizenship Education Study" ত তেওঁ নাগৰিক সকলৰ পাঁচবিধ গুণাৱলীৰ কথা উল্লেখ কৰিছে আৰু কৈছে সুনাগৰিক হবলৈ হলে এই পাঁচবিধ গুণৰ অধিকাৰী হব লাগিব। সেইবোৰ হ'ল (a) is aware of the importance of meeting basic human needs and is concerned with the extension of the essentials of life to individual, (b) gives allegiance to the ideals of democracy. (c) practises the kinds of human relationships that are consistent with a democratic society, (d) recognises and endevours to help in the solution of the social problems of the time, and (e) possesses and uses knowledge, skills and abilities to facilitate the process of democratic living.

এই ক্ষেত্ৰত আমাৰ আন এটা অধ্যয়নৰ কথা আলোচনা কৰাৰ থল আছে। 'সমাজ অধ্যয়নৰ জাতীয় পৰিষদে' প্ৰতিৰক্ষা বিভাগৰ সশস্ত্ৰ বাহিনী তথ্য আৰু শিক্ষা সংমণ্ডলৰ' সহযোগত এলানি অধ্যয়ন সমাপ্ত কৰিছিল। এই অধ্যয়নত সুনাগৰিক সকলৰ প্ৰয়োজনীয় গুণাৱলী সমূহৰ লগতে তেওঁলোকৰ সুশিক্ষাৰ কথা উল্লেখ কৰিছে। এই অধ্যয়নৰ ফলস্বৰূপে নাগৰিক সকলৰ চাৰিটা গুণৰ কথা উল্লেখিত হৈছে। সেই গুণাৱীলৰ মূলকেইটা তলত দিয়া হ'ল। (a) Believes in quality of opportunity for all people, (b) values and respect, human rights and priviledge guaranteed by the constitution (c) respects and upholds the law and its agencies, (d) understands that in the long-run people will govern themselves better than any self appointed group would govern them, and (e) recognise taxes as payment for community services and play them promptly.

গণতন্ত্ৰৰ ভেটি সুদৃঢ় হয় লাহে লাহে আৰু বিকাশ লাভ কৰাৰ বাবে প্ৰয়োজন হয় বহু সময়ৰ। ইয়াক দীৰ্ঘম্ভ পৰিকল্পনা হিচাপে ললেহে ইয়াৰ বিকাশ সম্ভৱ হৈ উঠিব। ইয়াক প্ৰতিষ্ঠা কৰিবলৈ হলে সুন্দৰ বতাহ, পানী, পোহৰ আৰু উপযুক্ত ভূমিৰ প্ৰয়োজন। গণতন্ত্ৰৰ বাবে শিক্ষা অকল নাগৰিক সকলৰ শিক্ষাদানতে সীমাবদ্ধ নহয় আৰু ই অকল নাগৰিক সকলক জ্ঞানদানেই নকৰে ইয়াৰ মাধ্যমত দক্ষতা গভীৰ বুজাপৰা, বহল মনোভাব আৰু আগ্ৰহ প্ৰকাশিত হয়। ইয়াক কোনো বিজ্ঞানৰ দৰে নিশ্চিত ভাবে শিকাব নোৱাৰি। ইয়াৰ শিক্ষণ পদ্ধতি বিস্তৃত। গণতন্ত্ৰৰ নাগৰিক সকলে শিক্ষালাভৰ মাধ্যমেৰে প্ৰকৃত গণতান্ত্ৰিক ভাবধাৰাৰ সোৱাদ লাভ কৰে। ইংলণ্ডৰ "নাগৰিক শিক্ষা সংস্থা" নামৰ সংগঠনটোৱে গণতন্ত্ৰৰ বাবে শিক্ষা সম্দৰ্ভত তলত দিয়া কথাশাৰী প্ৰকাশ কৰিছে। তেওঁলোকৰ মতে "Training in moral qualities necessary for the citizens of a democracy, the encouragement of clear thinking in everyday affairs,and the acquisition of knowledge

of the modern world."

গণতন্ত্ৰৰ শিক্ষাই নাগৰিক সকলৰ নৈতিকতাৰ জ্ঞান দিয়াৰ লগতে দৈনন্দিন কাৰ্য্যসূচীৰ এটা নিশ্চিত চিন্তাত উপনীত কৰায়। এই শিক্ষা ব্যৱস্থাৰ মাধ্যমত নাগৰিকসকলে সমগ্ৰ বিশ্বৰ জ্ঞান উপলব্ধি কৰিব পাৰিব লাগিব।

## নাগৰিক আৰু অনুষ্ঠান সমূহ (Citizen and Institutions)

মানুহে জন্মতে নাগৰিক হিচাপে পৰিগণিত হোৱা বুলি কোৱাটো কঠিন। নাগৰিক সৃষ্টি কৰা হয়। এদলীয়া ৰাষ্ট্ৰত নাগৰিক সকলৰ শিক্ষাৰ ব্যৱস্থা কৰাটো এটা সহজ পন্থা বুলি তুলনামূলকভাৱে কব পাৰি। আৰু নাগৰিক সকলক শিক্ষা দিয়াৰ ধাৰণাটো নেতা সকলে নিজাববীয়াকৈ কৰিব পাৰে। ইয়াৰ নাগৰিক সকলক প্ৰশাসনে শিল্পৰ আহিলা হিচাপে ব্যৱহাৰ কৰে। তেওঁলোকক প্ৰশাসনে অতি সহজে অনুশীলন কৰিব পাৰে, নিৰ্দেশনা দিব পাৰে আৰু যেনেকৈ তেনেকৈ ক্ৰমত খটুৱাব পাৰে। কিন্তু এখন গণতান্ত্ৰিক চৰকাৰত এই সকলোবোৰৰ সীমাবদ্ধতা আছে আৰু সমগ্ৰ পদ্ধতিটোৱে জটিল আৰু যৌগিক। এখন গণতন্ত্ৰত ব্যক্তি সকলে সমাজত উৰ্ধ স্থান লাভ কৰে। দেশ আৰু সমাজ ব্যক্তি সকলৰ বাবে বৰ্ত্তি থাকে। ইয়াত যদিও ব্যক্তি সকলক সামাজিক জীৱ হিচাপে ধৰা হয় তেওঁলোকৰ ওপৰত সামাজিক দায়বদ্ধতা আছে। এই ক্ষেত্ৰত আমি এশাৰী কথা উল্লেখ কৰিব পাৰো। কথাশাৰী হ'ল "It is well nigh imposible to draw up a blue print of the ideal democratic society."

নাগৰিকত্বৰ শিক্ষাই অকল নাগৰিক সকলক ব্যক্তিগত দক্ষতা, সামৰ্থ, শাৰীৰিক দক্ষতা, মানসিক দক্ষতা, সামাজিক আৰু আধ্যাত্মিক দক্ষতাই আনি নিদিয়ে, ইয়াৰ দ্বাৰা ব্যক্তিসকলে চাৰি প্ৰকাৰৰ নাগৰিকত্ব লাভ কৰে। যেনে পৰিয়ালৰ নাগৰিকত্ব, বিদ্যালয়ৰ নাগৰিকত্ব, ৰাষ্ট্ৰীয় নাগৰিকত্ব আৰু সমগ্ৰ পৃথিৱীৰ নাগৰিকত্ব। সেয়েহে নাগৰিকত্বৰ শিক্ষাৰ উদ্দেশ্য অতি বহল হোৱা উচিত আৰু ই জীৱন জোৰা প্ৰক্ৰিয়া হব লাগে কাৰণ পৰিয়াল, সমাজ, বিদ্যালয়, ৰাষ্ট্ৰ আৰু পৃথিৱীৰ নাগৰিকত্বৰ ধাৰণা শিক্ষাৰ মাধ্যমেৰে ব্যক্তি সকলে পাব লাগিব। এই চাৰিওবিধ নাগৰিকত্বৰ ইটোৰ লগত সিটোৰ সম্বন্ধ আছে কাৰণ এটা মানব শিশু কেতিয়াও ডাঙৰ দীঘল হব নোৱাৰে যদি পৰিয়ালৰ মাজেদি নাগৰিকত্বৰ স্থুলীয়া পৰিবেশত বিকাশ লাভ নকৰে। সেই ধৰণে বিকশিত নহলে ৰাষ্ট্ৰ অথবা পৃথিৱীৰ সুনাগৰিক হিচাপে পৰিগণিত নহয়।

শিক্ষাৰ দ্বাৰা ব্যক্তিৰ পূৰ্ণবিকাশ হয় বুলি মনিষী সকলে মত প্ৰকাশ কৰিছে। সেই শিক্ষা ব্যৱস্থা গণতান্ত্ৰিক হলে ব্যক্তি সকলৰ মনৰ ধাৰণা বহল হব বুলি কব পাৰি। ব্যক্তি সকলে শিক্ষাৰ মাধ্যমত নাগৰিকত্বৰ সোৱাদ পায়। নাগৰিকৰ শিক্ষাৰ আৰম্ভণি হয় পৰিয়ালত। সেই পৰিয়ালেই হ'ল সুনাগৰিক প্ৰশিক্ষণৰ প্ৰাথমিক স্কুলনি। এই পৰিয়ালেই নাগৰিক প্ৰশিক্ষণৰ সকলো দিশৰ সন্ধান দিয়ে। পৰিয়ালৰ

পৰাই ধৈৰ্য্য, সহযোগ, সহানুভূতি, আত্মসংশোধন, মানবানুভূতি আদিৰ দৰে গণতান্ত্ৰিক মূল্যবোধৰ ধাৰণাৰ জ্ঞান লাভ কৰে। সুস্থ পৰিয়ালত ব্যক্তিয়ে, ব্যক্তি আৰু প্ৰয়োজনৰ লগতে সামাজিক দল সমূহৰ দাবীৰ মাজত প্ৰকৃত ভাৰসাম্য স্থাপন কৰে। প্ৰত্যেকজন নাগৰিকে পৰিয়ালত সকলো ধৰণৰ সহশিক্ষা, যেনে আচৰণ, ভাতৃত্ববোধ, সমতা আদিৰ দৰে জ্ঞান লাভ কৰিবলৈ সক্ষম হয়। তেওঁলোকে প্ৰত্যেকজন সদস্যৰ লগত সমাযোজন স্থাপন কৰে। সৰু সামাজিক গোট হলেও পৰিয়ালতে বিকশিত শিশু সকলে নিজৰ স্থিতি অনুভৱ কৰাৰ লগতে দায়িত্ব আৰু কৰ্তব্যবোধৰ জ্ঞান লাভ কৰে। সেয়ে পৰিয়াল সমূহো একোখন 'বৃহত্তৰ সমাজৰ ক্ষুদ্ৰ সংস্কৰণ'। এই পৰিয়াল সমূহে ব্যক্তি সকলক ভৱিষ্যতে গণতান্ত্ৰিক পদ্ধতিৰে জীয়াই থকাৰ ধাৰণাৰ প্ৰশিক্ষণ দি নাগৰিকত্বৰ শিক্ষা সম্পন্ন কৰে।

পৰিয়ালৰ পিচতে নাগৰিক শিক্ষাৰ ধাৰণাটো বিদ্যালয় সমূহত প্ৰকাশিত হয়। বিদ্যালয়ৰ একোখন নিজস্ব সমাজ আছে। সেই মাধ্যমত শিক্ষাৰ্থীসকলে গণতান্ত্ৰিক ভাবধাৰাৰে উদ্বুদ্ধ হয়। পৰিয়ালত গণতন্ত্ৰৰ গাঠনি আৰম্ভ হয় আৰু বিদ্যালয়ত তাৰ বিকাশ লাভ হয়। শিক্ষাৰ্থী সকলে গণতান্ত্ৰিক ভাবধাৰাৰ পূৰ্ণবিকাশ বিদ্যালয়ৰ মাধ্যমতে পাবলৈ চেষ্টা কৰে। তেওঁলোকৰ প্ৰয়োজনীয় সকলোখিনি অভিজ্ঞতা বিদ্যালয়ৰ পৰিবেশত সঞ্চিত কৰে। বিখ্যাত চিন্তাবিদ 'R. Souza' ই এই বিষয়ে তলত দিয়া ধৰণে মন্তব্য প্ৰকাশ কৰিছে। তেওঁৰ মতে "Every school has a dual function to perform, to train the child to be a good citizen of the school community, and to prepare him, as fully as possible, for the wider society into which he enter on leaving school and as a member of which he will have to live, more and he being, school must cease to be ivory towers isolated from the life of the community, they must realise that they are an integral part of the community, and that their 'laison Detre' is not only to develop the individual to his maximum capacity, but to realise him so that he will use his talents and abilities in the services of his community, his country and the whole world."

গণতন্ত্ৰৰ বাবে শিক্ষা অথবা নাগৰিকত্বৰ বাবে শিক্ষাৰ ধাৰণা শিক্ষাৰ্থী সকলক স্কুলত আন আন বিষয়ৰ দৰে শিকাব নোৱাৰি। নাগৰিকত্বৰ বাবে শিক্ষা প্ৰণালীটো এটা সম্পূৰ্ণ বেলেগ পদ্ধতি। ইয়াৰ বিকাশ লাভ হয় উপলব্ধিৰ মাধ্যমতহে। ইয়াক কোনো শিক্ষণীয় বিষয় হিচাপে চিনাক্ত কৰিব নোৱাৰি। চাৰ ৰিচাৰ্ড লিভিংষ্টোনে কৈছে –"Citizenship is not information or intellectual information though these are part of it, it is conduct; not theory, action, not knowledge." এজন ব্যক্তিয়ে সুনাগৰিক হিচাপে পৰিগণিত নহলেও, সমাজ বিজ্ঞান, অৰ্থনীতি বিজ্ঞান, ৰাজনীতি আদিৰ জ্ঞান থাকিব পাৰে। এজন ব্যক্তিৰ নাগৰিকৰ কৰ্তব্য

আৰু দায়িত্বৰ তাত্ত্বিক জ্ঞান থাকিলে তেওঁ সুনাগৰিকৰ সকলো গুণ আহৰণ কৰিব নোৱাৰে। বিদ্যালয় সমূহত পাঠ্যক্রম আৰু সহপাঠ্যক্রমৰ জৰিয়তে গণতন্ত্ৰৰ প্ৰকৃত অভিজ্ঞতা শিক্ষাৰ্থী সকলৰ মনত উদ্বুদ্ধ কৰাব লাগিব। তেতিয়াহে নাগৰিকত্বৰ উপলব্ধি হ'ব আৰু নাগৰিকত্বৰ বাবে শিক্ষাৰ সম্যক জ্ঞান পাব। গণতান্ত্ৰিক জীৱন ধাৰণৰ মাধ্যমেৰে আনন্দ আৰু নিৰানন্দৰ মাজত নিজৰ কৰ্তব্য আৰু দায়িত্ববোধৰ উপলব্ধি হ'লে শিশু সুনাগৰিক হোৱাৰ পথত অগ্ৰসৰ হ'ব পাৰিব। বিখ্যাত দাৰ্শনিক 'জন ডিউইয়ে' কৈছে বিদ্যালয় সমূহ সমাজৰ সংক্ষিপ্তসাৰ হোৱা উচিত। এই বিদ্যালয় সমূহতে গণতন্ত্ৰৰ কল্পনা কৰি নাগৰিকৰ প্ৰকৃত লক্ষ্য আৰু উদ্দেশ্যৰ দ্বাৰা উদ্বুদ্ধ কৰি তুলিব লাগিব। তেতিয়াহে শিশু অৱস্থাৰ পৰা তেওঁলোকে সুনাগৰিক হোৱাৰ বাবে প্ৰয়োজনীয় গুণৰ অধিকাৰী হ'ব পাৰিব। সুনাগৰিকৰ বাবে শিক্ষাৰ প্ৰকল্পটো সুনিশ্চিত কৰি তুলিবলৈ শিক্ষাৰ লক্ষ্য, শিক্ষাৰ পাঠ্যক্রম, শিক্ষাৰ অনুষ্ঠান, শিক্ষাদানৰ বাবে শিক্ষক, শিক্ষণ পদ্ধতি আৰু অনুশাসন পদ্ধতিত গণতান্ত্ৰিক মূল্যবোধে স্থান পাব লাগিব।

## সুনাগৰিকত্বৰ বাবে শিক্ষা আৰু ভাৰতীয় গণতন্ত্ৰ (Education for good citizenship and Indian democracy)

ভাৰতবৰ্ষ এখন সৰ্ববৃহৎ গণতান্ত্ৰিক ৰাষ্ট্ৰ। পৃথিৱীৰ ভিতৰতে ভাৰতবৰ্ষৰ গণতান্ত্ৰিক আদৰ্শ সৰ্ববৃহৎ বুলি কোৱা হয়। ভাৰতবৰ্ষৰ গণতান্ত্ৰিক ভাবধাৰাৰ লগত পৃথিৱীৰ কোনো দেশৰে ভাবধাৰাৰ মিল নাই। ভাৰতবৰ্ষৰ শিক্ষা ব্যৱস্থাত অতীতৰে পৰা গণতান্ত্ৰিক ভাবধাৰা বিদ্যমান। আনকি শিক্ষা পদ্ধতিতো গণতান্ত্ৰিক চিন্তাধাৰা সোমাই আছিল। জনসাধাৰণৰ ওপৰত গণতান্ত্ৰিক ভাবধাৰা জাপি দিব নোৱাৰি। ইয়াক অন্তৰ্নিহিত ভাবধাৰাৰ মাধ্যমতহে মানুহৰ মনত নিৰ্গত কৰিব পাৰি। এই বিষয়ে জাতিৰ পিতা মহামানব মহাত্মাগান্ধীয়ে ১৯৩৫ চনত কৈছিল " I hlod that democracy cannot be evolved by forcible methods. The spirit of democracy cannot be imposed from without. It has to come from within. তাৰ আগতে ১৯২৫ চনৰ ২৯ জানুৱাৰী তাৰিখে 'Young India' নামৰ কাকতত গান্ধীজীয়ে লিখিছিল "Swaraj is to be obtained by educating the masses to a sense of their capacity to regulate and control authority." । তেওঁৰ মতে ভাৰতবৰ্ষত এনেকুৱা এবিধ শিক্ষাৰ ব্যৱস্থা কৰিব লাগিব যি শিক্ষাৰ দ্বাৰা গণতান্ত্ৰিক আদৰ্শ প্ৰকাশিত হ'ব আৰু গণতান্ত্ৰিক সমাজ গঢ়ি তোলাত সহায়ক হ'ব।

ভাৰতবৰ্ষ এখন গণতান্ত্ৰিক দেশ হিচাপে পৰিগণিত হোৱাৰ মূলতে আছে ভাৰতবৰ্ষৰ শিক্ষা ব্যৱস্থাটো। সুনাগৰিক হিচাপে পৰিগণিত কৰাৰ বাবে মাধ্যমিক শিক্ষাতে শিক্ষাৰ্থী সকলক প্ৰস্তুত কৰি তোলাৰ বাবে প্ৰচেষ্টা চলোৱা হয়। ভাৰতৰ মাধ্যমিক শিক্ষাৰ মূল লক্ষ্য হ'ল শিক্ষাৰ্থীসকলক সুনাগৰিক হিচাপে গঢ়ি তোলা।

ভাৰতবৰ্ষৰ শিক্ষাৰ লক্ষ্যৰ পূৰ্ণতা অনাৰ অন্তৰালত লুকাই আছে ভাৰতীয় নাগৰিকত্বৰ আদৰ্শ আৰু মূল্যবোধ । ই অন্ধবিশ্বাস আঁতৰোৱাত সহায় কৰিছে । ইয়াৰ মাধ্যমতেই ধৰ্মনিৰপেক্ষতাৰ ভাবাদৰ্শ প্ৰকাশিত হৈছে আৰু সেয়েহে ভাৰতবৰ্ষই এখন ধৰ্মনিৰপেক্ষ গণতান্ত্ৰিক ৰাষ্ট্ৰ হিচাপে সাৰ্বভৌমত্ব পাইছে । ১৯৫২ চনৰ মাধ্যমিক শিক্ষা আয়োগত প্ৰকাশিত হৈছে গণতন্ত্ৰত নাগৰিকত্ব (Citizenship in democracy) । এই সন্দৰ্ভত আয়োগে তলত দিয়া মন্তব্যৰাশি প্ৰকাশ কৰিছে । আয়োগৰ মতে "Three aims fit in democracy--(1) the training of character to fit the students to participate creatively as citizens in a democratic social order, (2) the improvement of their part in building up the economic prosperity of their country, and (3) the development of literary, artistic and cultural interests which are necessary for self expression and for the full development of the human personality, without which a living national culture cannot come into being."

আমি এই ক্ষেত্ৰত ভাৰতীয় সংবিধানৰ উক্তিবোৰৰ কথাও উল্লেখ কৰিব পাৰো । ভাৰতবৰ্ষৰ সংবিধানেও নাগৰিক সকলৰ শিক্ষাৰ অৰ্থে বিভিন্ন ধৰণৰ মতামত ডাঙি ধৰিছে। আটাইতকৈ গুৰুত্বপূৰ্ণ কথাখিনি উল্লেখিত আছে Article ৪৫ ত । সেই Article মতে "The state shall endevour to provide within a period of ten years from the commencement of this constitution, for free and compulsory education for all children until they complete the age of 14 years." সেইদৰেই Article ২৩ ত কোৱা হৈছে "(1) Any section of the citizens in the territory of India or any part there of having a distinct language, script or culture of its own shall have the right to conserve the same (2) No citizen shall be denied admission to any educational institution maintained by the state and receiving aid out of state funds on grounds only of religion, race, caste, language or any of them" আকৌ সেইদৰেই Article ৩৫০ (ক)ত কৈছে "It shall be the endevour of every and of every local authority within the state to provide adequate facilities for instruction in the mother tongue at the primary stage of education to children belonging to linguistic minority groups and resident may issue such directions to any state as he considers necessary or proper for securing the provision of such facilities." এই উক্তিটোৰ পৰিপ্ৰেক্ষিতত্তেই ১৯৬৪-৬৬ চনৰ কোঠাৰী আয়োগত কৈছে যে "The medium selected should enable the students to acquire knowledge with facility to express themselves with claritty and to think with precision and vigour. From the point of view, the claims of mother

tongue are pre-eminent." নাগৰিক সকলৰ ধৰ্মনিৰপেক্ষতাৰ সন্দৰ্ভত Article ২৮ (১১) ত কৈছে যে "No religious instruction shall be provided in any educational institutions wholly maintained out of state funds" । ভাৰতীয় সংবিধানে আৰম্ভণিতে কৈছে যে সকলো নাগৰিককে ১৪ বছৰ বয়সলৈ মুক্ত শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগিব । ভাৰতবৰ্ষৰ চাৰিসীমাৰ ভিতৰতে তেওঁলোকৰ নিজৰ ভাষা, সংস্কৃতি আৰু সাহিত্যক সংৰক্ষণ কৰিব পাৰিব তাত কোনো বাধা নাই । সকলো নাগৰিকে চৰকাৰৰ দ্বাৰা নিয়ন্ত্ৰিত অনুষ্ঠানত নাম ভৰ্ত্তিকৰণৰ অধিকাৰ পাব । ইয়াত কোনো জাতি, ধৰ্ম জাত আৰু ভাষাৰ বিচাৰ নাথাকিব । সকলো নাগৰিকে তেওঁলোকৰ মাতৃভাষাৰ মাধ্যমেৰে প্ৰাথমিক শিক্ষা লাভ কৰিবলৈ সক্ষম হ'ব । সংবিধানে সকলো নাগৰিককে সুৰক্ষা দিছে আৰু ভাৰতীয় গণতন্ত্ৰৰ প্ৰকৃত উদ্দেশ্যত উপনীত হোৱাৰ বাবে পথ সুগম কৰিছে ।

ভাৰতীয় গণতন্ত্ৰত নাগৰিক সকলৰ শিক্ষা সন্দৰ্ভত স্বাধীনতা লাভৰ পিছত নিয়োজিত আয়োগ সমূহে নানা ধৰণে মত পোষণ কৰা দেখা যায় । সেই মতামতৰ ভিতৰত আমি প্ৰথমতে গণতান্ত্ৰিক মূল্যবোধৰ বিষয়ে ১৯৫২ চনৰ মাধ্যমিক শিক্ষা আয়োগৰ তলৰ কথাখিনি উল্লেখ কৰিব পাৰো । মাধ্যমিক শিক্ষা আয়োগৰ মতে "No education is worth the name which does not indicate the qualities necessary for living graciously, harmoniously and efficiently with one's fellowmen Amongst the qualities which should be cultivated for this purpose are discipline, co-operation, social sensitiveness and tolerance. Each one of them has its own special part to play in the humanising and socialising the personality." । লগতে কোঠাৰী আয়োগে কৈছে "We have to cultivate a spirit of large hearted tolerance of mutual give and take and the appreciation of ways in which people differ from one another This is a very exacting experiment in living that we have launched and no education will be worth while if the educated mind is unable to respond to the situation with intelligence and imagination." । ভাৰতীয় গণতন্ত্ৰত নাগৰিক সকলে গণতন্ত্ৰক চৰকাৰ হিচাপে লোৱা নাই, জীৱন ধাৰণৰ এটা পন্থা হিচাপেহে লোৱা দেখা যায় ।

## পৰ্যালোচনা আৰু সামৰণি (Observation and Conclusion)

আমি ওপৰোক্ত আলোচনা সমূহৰ পৰা বুজিবলৈ সক্ষম হলো যে সুনাগৰিকৰ শিক্ষা গণতন্ত্ৰৰ ভেটিতহে হয় । গণতন্ত্ৰৰ ভেটি সুন্দৰভাৱে সুদৃঢ় কৰিবলৈ নাগৰিক সকলক সুশিক্ষা দিব লাগিব । সুনাগৰিকৰ শিক্ষাই হ'ল গণতন্ত্ৰৰ বাবে শিক্ষা । গণতন্ত্ৰৰ মাধ্যমেৰে নাগৰিক সকলক সত্য আৰু যৌগিক অভিজ্ঞতাৰ শিক্ষা দিব লাগিব । বিদ্যালয় সমূহে অকল বৌদ্ধিক বিকাশৰ ওপৰতে সীমাবদ্ধ হৈ থাকিলে নহ'ব । বিদ্যালয় সমূহ অনুভূতিক উপাদানৰ সমল যোগোৱাত সহায়ক হ'ব লাগিব ।

নাগৰিক সকলক জীৱন ধাৰণৰ মাধ্যমেৰে নাগৰিকত্বৰ গুণাৱলী আহৰণ কৰাত বিদ্যালয় সমূহে উদ্দীপক হিচাপে ভূমিকা গ্ৰহণ কৰিব লাগিব। এজন সুনাগৰিক হোৱাৰ বাবে প্ৰয়োজনীয় গুণাৱলী যাতে শিক্ষাৰ মাধ্যমেৰে পায় তাৰ বাবে নজৰ দিয়া উচিত। সেই গুণাৱলী সমূহৰ ভিতৰত আত্মউপলব্ধি, মানৱ সম্বন্ধ স্থাপন; অৰ্থনৈতিক দক্ষতা আৰু নৈতিক দায়িত্ববোধৰ ধাৰণা আদিয়েই প্ৰধান। এজন ব্যক্তিয়ে যদি সম্পূৰ্ণভাবে শিক্ষাৰদ্বাৰা সৰ্বাংগীন বিকাশ লাভ নকৰে তেতিয়া হলে তেওঁ সুনাগৰিক হিচাপে নিজকে পৰিগণিত কৰিব নোৱাৰিব। চমুকৈ ক'বলৈ গলে নাগৰিকত্বৰ শিক্ষা এবিধ জীৱনৰ পৰীক্ষা। সুনাগৰিক হোৱাৰ বাবে ই জীৱনৰ প্ৰত্যাহ্বান। গণতন্ত্ৰৰ কলা-কৌশল হল চিন্তাধাৰাৰ কলা-কৌশল। সেয়েহে আলেকজেণ্ডাৰ মেইকলে জনে কৈছে "The art of democracy is the art of thinking independently together."।

## প্ৰশ্নাৱলী

১। শিক্ষা আৰু গণতন্ত্ৰ।

২। গণতন্ত্ৰৰ বাবে শিক্ষা।

৩। গণতন্ত্ৰ আৰু শিক্ষা।

৪। সুনাগৰিকত্বৰ বাবে শিক্ষা।

৫। ভাৰতীয় গণতন্ত্ৰ আৰু সুনাগৰিকত্বৰ বাবে শিক্ষা।

## Exercise

1. Education and democracy.
2. Education for democracy.
3. Democracy and Education.
4. Education for good Citizenship.
5. Education for good Citizenship and Indian Democracy.

* * * *

# সপ্তম অধ্যায়
## শিক্ষা আৰু আধুনিকীকৰণ
## (Education and Modernisation)

**প্ৰস্তাৱনা (Introduction) :-** শিক্ষা হল এটি জটিল ধাৰণা। পৰিবেশৰ লগত হোৱা ক্ৰিয়া প্ৰক্ৰিয়াৰ ফলত মানুহৰ অভিজ্ঞতাৰ যি পৰিপুষ্টি সাধন হয় আৰু সংস্কাৰ সাধন কৰে তাকেই শিক্ষা বুলি কোৱা হয়। প্ৰকৃতিৰ নিয়ম অনুসৰি মানুহে জন্মলাভ কৰে। শিক্ষা আহৰণ কৰাটো জন্মৰ পিছত এটা মহত্বপূৰ্ণ কাম। শিক্ষাই মানুহৰ মনৰ জ্ঞান বুদ্ধিৰ বিকাশ আৰু যথা স্থানত তাক প্ৰয়োগত সহায় কৰে। শিক্ষাৰ মাধ্যমেৰে মানুহে নতুন চিন্তা আৰু জীৱনৰ নতুন পথ বিচাৰি, বুদ্ধি আৰু জ্ঞানৰ বিস্তাৰ কৰি জগতৰ ভালবেয়া বিচাৰ কৰাৰ শক্তি লাভ কৰিব পাৰে। শিক্ষাৰ জৰিয়তে বয়স্ক সকলে সমাজ ব্যৱস্থাত আহৰণ কৰা অভিজ্ঞতা সংৰক্ষণ কৰে। ভৱিষ্যত বংশধৰ সকলে শিক্ষাৰ জৰিয়তে পুৰণি অভিজ্ঞতা আৰু সেই সময়ৰ সমাজৰ ব্যৱস্থা বিকশিত কৰি তেওঁলোকৰ পিছৰ পুৰুষলৈ প্ৰেৰণ কৰে। সেয়েহে কব পাৰি যে শিক্ষা মানুহৰ জীৱনৰ এক প্ৰধান তথা অবিচ্ছেদ্য অংশ। শিক্ষা অবিহনে মানুহৰ জীৱন অসম্পূৰ্ণ হৈ ৰয়।

শিক্ষাৰ প্ৰকৃত অৰ্থ উদ্ঘাটনৰ আলোচনা, সমালোচনা আজিও অন্তপৰা নাই। বিভিন্ন সমাজত বিভিন্ন দাৰ্শনিক, শিক্ষাবিদ আৰু গবেষক সকলে ইয়াৰ অৰ্থ সম্পৰ্কে বিভিন্ন মতামত আগবঢ়াইছে। শিক্ষা মানৱ জীৱনৰ এক ধাৰাহিক প্ৰবাহ হোৱা হেতুকে সমাজ ব্যৱস্থা সাল সলনিৰ লগে লগে ইয়াৰ অৰ্থ সম্পৰ্কীয় সূত্ৰবো সলনি ঘটিছে। সেয়েহে ই অতিক্ৰম কৰি অহা বিভিন্ন স্তৰ অনুযায়ী ইয়াৰ অৰ্থবো পৰিবৰ্ত্তন সাধন হৈছে।

আধুনিকীকৰণ হ'ল এটা গতিশীল প্ৰক্ৰিয়া। ইয়াক এটা শক্তিশালী আন্দোলন হিচাপে ধৰা হয়, যিটো আন্দোলনে পৰম্পৰাগত আৰু প্ৰায় পৰম্পৰাগত ৰীতি-নীতি সমূহক আৱশ্যকীয় উদ্যোগিক অৱস্থালৈ আগুৱাই নিছে আৰু সমাজিক সৌধৰ পৰিবৰ্তন সাধন কৰিছে। আধুনিকীকৰণৰ প্ৰকৃত অৰ্থ হ'ল পৰিবৰ্ত্তন সাধন আৰু সেই পৰিবৰ্ত্তন হ'ল পুৰণা প্ৰতিৰূপ আৰু সৌধৰ পৰিবৰ্ত্তে নতুন সৌধ আৰু নতুন প্ৰতিৰূপ সৃষ্টি কৰা।

## আধুনিকীকৰণৰ ধাৰণা (Concept of Modernisation)

আধুনিকীকৰণ বৰ্ত্তমান সমাজৰ এটি অতি লাগতিয়াল দিশ। আধুনিকীকৰণৰ গুণবিশিষ্ট দিশসমূহ বিচাৰ কৰি চালে পূৰ্ব ধাৰণাৰ লগত কিছুমান প্ৰণালী জড়িত থকাৰ উমান পোৱা যায়। সেইবোৰ হ'ল সম্পূৰ্ণ ৰাজনৈতিক আদৰ্শ আৰু ইয়াৰ ফলপ্ৰসূ প্ৰয়োগ, উপযুক্ত জাতীয় অৰ্থনীতি, কাৰ্যক্ষম স্বাক্ষৰিত জনসংখ্যা, নিপুণ মানৱ শক্তি, গতিশীল মূল্যবোধ ব্যৱস্থা আৰু উচ্চ পৰ্যায়ৰ অভিবোচন আদি।

ইয়াৰ লগতে জ্ঞান বিস্ফোৰণ, খৰতৰ সমাজ পৰিবৰ্তন, খৰতৰ অগ্ৰগতিৰ আৱশ্যকতা আদিয়ে আধুনিকীকৰণৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে।

আধুনিকীকৰণবাদ এটি বৈপ্লৱিক মাধ্যমেৰে আগবাঢ়ি অহা দিশ। এই ধাৰণাৰ সন্দৰ্ভে O. E MORNE নামৰ সমাজবিদ গৰাকীয়ে মত প্ৰকাশ কৰিছে। পৰম্পৰাগত বা পূৰ্বৰ সমাজত আধুনিক বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ সংমিশ্ৰণৰ ফলত আধুনিকীকৰণ বুলি এটি বিস্তৃত দিশ বৰ্তমান সমাজত পৰিলক্ষিত হৈছে। পশ্চিমীয়া দেশ সমূহৰ সকলো ধৰণৰ প্ৰভাৱ পূৰ্বদেশ সমূহত পৰিছে। আনহাতে পূৰ্বৰে কিছুমান দেশৰ নিজস্ব কৰ্মকুশলতাৰ ফলত একোখন প্ৰতিভা সম্পন্ন দেশ হিচাপে পৰিগণিত হৈছে। এই ক্ষেত্ৰত আমি জাপানৰ কথাকে উল্লেখ কৰিব পাৰো। জাপানৰ মানুহৰ অথবা তেওঁলোকৰ প্ৰস্তুত কৰা বস্তুৰ এটা নিজস্ব চিনাকি আছে। এটি অতি সূক্ষ্ম প্ৰযুক্তি বিদ্যাৰ বস্তু হ'লেও তাত জাপানৰ কাৰিকৰী দিশ বিশেষবাবে প্ৰতিফলিত। সেইদৰে এজনী জাপানী ছোৱালী দেখিলেই পৃথিবীৰ সকলো দেশৰ মানুহেই ক'ব পাৰিব যে ছোৱালীজনী জাপানৰ। সেইটো তেওঁলোকৰ আধুনিকতাৰ প্ৰতিভা মাথোন। পৃথিবীৰ এতিয়াও তিনি ভাগৰ এভাগ দেশহে পূৰ্ণ পৰ্যায়ৰ বিকশিত দেশ, তিনিভাগৰ দুভাগ দেশৰ সমাজ ব্যৱস্থাত পৰম্পৰাগত প্ৰভাৱ আজিও পৰিলক্ষিত হৈ আছে। সেই দেশবোৰে আজিও বিশ্বাস কৰে যে বিকাশ লাভ কৰিব লাগিলেও অন্ধবিশ্বাস, অজ্ঞতা আৰু গোড়ামিক বাদ দিব নোৱাৰি। সেই দেশবোৰে বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ সহায়ত নিজস্ব অৰ্থনীতি টনকিয়াল কৰিবলৈ চেষ্টা কৰিছিল আৰু আধুনিকীকৰণৰ সোৱাদ লোৱাৰ ক্ষেত্ৰত পিছ হুঁহকি যাবলৈ বিচৰা নাই। সেই অৱস্থাটোক আজি আমি আধুনিকীকৰণ বুলি ক'ব পাৰো।

আধুনিকীকৰণ অকল বস্তুবাদী সংস্কৃতিৰ পৰিবৰ্তন সাধনেই নহয়, ই বিশ্বাস, অৱস্থা, মূল্যবোধ আৰু জীৱন ধাৰণৰ ব্যৱস্থাকো আকোৱালি লৈছিল। সাধাৰণ অৰ্থত আধুনিকীকৰণ এনে এটা প্ৰক্ৰিয়া যিটো প্ৰক্ৰিয়াত মূল্যবোধ আৰু অভিৰোচনৰো ব্যৱস্থা আছে। এই দুটা প্ৰক্ৰিয়াৰ সহায়ত সমাজৰ পিছ পৰি থকা গাঁঠনিৰ পৰা আগবাঢ়ি যোৱা গাঠনিলৈ তৰিৎ হয়, বিকাশ লাভ কৰে আৰু সৃষ্টি কৰিবলৈ প্ৰেৰণা যোগায়। এই প্ৰক্ৰিয়াটোক বহুতো দেশে বিস্তাৰিত শক্তিৰ সহায়ত অন্য এখন দেশলৈ প্ৰেৰণ কৰে। এইটো সত্য যে দ্বিতীয় বিশ্বযুদ্ধৰ পৰাহে আধুনিকীকৰণে বিশেষভাবে আগবাঢ়ি গৈছে আৰ বিস্তৃত স্থান লাভ কৰিছে।

আধুনিকীকৰণৰ অৰ্থ কেৱল আগশাৰীৰ দেশবোৰক অনুকৰণ কৰাটোৱেই নহয়। এইটো এটা প্ৰক্ৰিয়া যাৰ সহায়ত এটা জাতিয়ে নিজস্ব সত্বাৰ সৃষ্টি কৰি নিজৰ চিনাকি দিবলৈ সক্ষম হয়। এখন দেশে আগশাৰীৰ এখন দেশৰ লাগতিয়াল দিশসমূহ অনুকৰণ নকৰিলেও নহ'ব অথবা সেই দেশৰ কিছু বস্তু নিশিকিলেও নহ'ব। আগশাৰীৰ দেশসমূহৰ পৰা বেছিভাগ যদিও ধাৰ বা অনুকৰণ কৰা হয় তাৰ লগত দেশখনৰ নিজস্ব দিশ কিছুমান সংমিশ্ৰিণ কৰিহে এটা আধুনিকীকৰণৰ

নতুন তত্ত্ব উলিয়াব পাৰি । কিন্তু এখন দেশৰ আধুনিকীকৰণ এখন আগশাৰীৰ দেশৰ ৰীতি নিয়মৰ প্ৰতিলিপি কাৰ্বন কপিৰ দৰে উলিওৱা বস্তু নহয় । কাৰ্বন কপি হ'ল এটা বস্তুৰ হুবহু নকল । যদি এখন আগশাৰীৰ দেশৰ প্ৰত্যেকটো বস্তু হুবহু নকল কৰে তেতিয়াহ'লে নকল কৰা দেশখনৰ স্বকীয়তা বা চিনাকি বিলুপ্ত হয় । এখন আধুনিক সমাজ হ'ল যিখন সমাজে আৱিষ্কাৰ আৰু অভিনৱত্বক গুৰুত্ব দি বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ ক্ষেত্ৰত আগুৱাই যাব পাৰে । এইখন এখন সমাজ য'ত প্ৰাকৃতিক সম্পদ সমূহৰ সদ্ ব্যৱহাৰৰ দ্বাৰা মানুহবিলাকে সুন্দৰআৰু সুপৰিকল্পিতভাৱে জীৱন নিৰ্বাহ কৰিব পাৰে । এইখন এখন সমাজ যিখন সমাজে নিজস্ব সাংস্কৃতিক সংস্কাৰ সাধন কৰি সামাজিক কল্যাণৰ অৰ্থে খটুৱাব পাৰে । আধুনিক সমাজ এনেকুৱা এখন সমাজ যি সমাজত নতুন ৰীতি নীতি আৰু প্ৰণালী আগত ৰাখি সমাজখনক দৈহিকভাৱে, নৈতিকভাৱে আৰু আৰ্থসামাজিকভাৱে আগুৱাই নিবলৈ সক্ষম হ'ব । সমাজখনে সাংস্কৃতিক পৰম্পৰাগত সমাজৰ মূল্যবোধ সৃষ্টি কৰিব পাৰে আৰু সেই পৰম্পৰাগত সমাজৰ সকলো দিশৰ মানৱ কল্যাণৰ ক্ষেত্ৰত ব্যৱহৃত হয় তাৰ ক্ষেত্ৰত চকু ৰাখে । উদাহৰণ স্বৰূপে পৰম্পৰাগত সংস্কৃতিয়ে চন্দ্ৰক ভগৱান হিচাবে পৰিগণিত কৰিছিল । যেতিয়া মানুহে সেই চন্দ্ৰত অৱতৰণ কৰিলে তাৰ পিছত সেই সংস্কৃতি নোহোৱা হ'ল । এখন আধুনিক সমাজ কৰ্মৰ বাবে প্ৰস্তুত হয় আৰু নতুন প্ৰণালী গ্ৰহণ কৰে । আনহাতে এখন পিছপৰা সমাজে পুৰণা ৰীতি নীতি পৰম্পৰা আদিক গভীৰভাৱে বিশ্বাস কৰিয়ে থাকে । সেই সমাজে নতুন কোনো বিশ্বাসকেই আকোৱালি ল'ব নোখোজে য়িবোৰ বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ দ্বাৰা আবিষ্কাৰ হয় ।

আধুনিকীকৰণে এটা অতিৰঞ্জিত দিশক আকোৱালি নলয় বুলি ধৰি ল'ব পাৰি । মাত্ৰ বিজ্ঞান সম্মত দৃষ্টিভংগীক আধুনিকীকৰণৰ দ্বাৰাহে আগুৱাই নিবলৈ চেষ্টা কৰে । যেতিয়া এইখন সমাজে বিজ্ঞান সম্মত আবিষ্কাৰ আদিক দেখিও পুৰণা ৰীতি নীতি, পৰম্পৰাক আকোৱালি ধৰিয়েই থাকে তেতিয়া সেই দেশখনে বা সমাজে বিকাশ লাভ নকৰাকৈয়ে থাকে । যেতিয়া এখন গ্ৰাম্য সমাজৰ মানুহে এখন ৰেলগাড়ীত উঠে আৰু দূৰদৰ্শন উপভোগ কৰে আৰু তেওঁৰ পৰিবাৰক পৰ্দাৰ আঁৰত ৰাখিবলৈ বিচাৰে তেতিয়াহ'লে তেওঁ আধুনিক সমাজৰ ব্যক্তি নহয় । আমি শুদ্ধভাৱে ক'ব পাৰো যে সেই ব্যক্তিজনৰ বিজ্ঞানসম্মত ধাৰণা নাই । তেওঁৰ মনৰ সংস্কাৰ সাধন হোৱা নাই আৰু তেওঁক এখন বিকশিত দেশৰ ওচৰত দায়বদ্ধ কৰা হয় । সেয়ে আধুনিকীকৰণৰ দ্বাৰা মানৱ মনৰ সংশোধনো হ'ব লাগিব । ই এটা প্ৰক্ৰিয়া, যিটো প্ৰক্ৰিয়াই মানৱ মনৰ পৰিবৰ্তন সাধন কৰে । এই ক্ষেত্ৰত শিক্ষাৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ ।

বৰ্তমান সমাজত সদায় এটি ধাৰণা উদ্ভৱ হয় যে পশ্চিমীয়া ৰীতি নীতিক আমাৰ সমাজত প্ৰচলিত কৰি আধুনিকীকৰণ সৃষ্টি কৰিছে । তেওঁলোকে চেষ্টা কৰে

যে তেওঁলোকৰ জীৱন ধাৰণত, আচৰাবত পশ্চিমৰ প্ৰভাৱ পৰক । কিন্তু আধুনিকীকৰণ প্ৰকৃততে পশ্চিমৰ প্ৰভাৱ নহয় । আধুনিকীকৰণটো অকল পশ্চিমীয়া দেশতে নাথাকে আৰু সেই পশ্চিমীয়া ধাৰণাই আধুনিকীকৰণত সহায় নকৰে । ই মাত্ৰ এটি পথৰহে সন্ধান দিয়ে । পশ্চিমৰ সকলো ৰীতি নীতি পৰম্পৰা গ্ৰহণ কৰিবলগীয়া বস্তু নহয় । ৰুচিয়া,আমেৰিকা আৰু জাৰ্মানীৰ ধাৰণাবোৰ একে নহব'ও পাৰে । পশ্চিমৰ সকলো বস্তুকে ভাল বুলি আখ্যা দিয়াটো ভুল । আমি যি দুখন বিশ্বযুদ্ধৰ কথা শুনিবলৈ পাইছো সেই যুদ্ধতেই ব্যৱহাৰ হোৱা মাৰণাস্ত্ৰবোৰ বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰে অৱদান আৰু সেইবাবেই আধুনিক মানৱ সমাজত সন্ত্ৰাসৰ ৰাজত্ব চলাইছিল । পশ্চিমীয়া সমাজৰ সকলো বস্তুৰ মূল্যবোধ অন্য এখন দেশৰ বিভিন্ন সংস্কৃতিৰ ক্ষেত্ৰত ফলদায়ক নহব'ও পাৰে । আমি আগতে উল্লেখ কৰা পূবৰদেশ জাপান । জাপানৰ সমাজ আধুনিক সমাজ, কোৰিয়াৰ সমাজ আধুনিক সমাজ । সেই দেশবোৰৰ ৰীতি নীতিও গ্ৰহণযোগ্য । সেয়েহে আমি ক'বলৈ বিচাৰিছো আধুনিকতাবাদ অকল পশ্চিমতেই সৃষ্টি নহয় ই পূবতো সম্ভৱ হ'ব পাৰে । কোনো দেশেই নিজস্ব চতুৰতা আৰু চিনাকী হেৰুৱাব নালাগে । পশ্চিমৰ পৰা সকলো আহৰণ কৰি নিজৰ সংস্কৃতিক ধ্বংস কৰিলেই আধুনিকতাৰ প্ৰকৃত অৰ্থ ওলাই নপৰিব । ইয়াৰ অৰ্থ আধুনিকীকৰণ বুলি ক'ব নোৱাৰি ।

আধুনিকীকৰণ প্ৰক্ৰিয়াটোৰ বিকাশ লাভ কৰাটো সম্ভৱ হয় শিল্প বিপ্লৱৰ মাধ্যমেৰে । কিন্তু শিল্প বিকাশকেই আধুনিকীকৰণ বুলি ক'ব নোৱাৰি । আমি এই বিষয়ে ফঁহিয়াই চাই দেখিছো যে বিজ্ঞানৰ অৱদান সমূহে মূল্যবোধ ব্যৱস্থাৰ পৰিবৰ্তন সাধন কৰিছে । সেই ক্ষেত্ৰতেই অকল এই সমাজখন আধুনিক নহয় । যিয়েই নহওক ইয়েই আধুনিকীকৰণৰ প্ৰথম পথ প্ৰদৰ্শক হিচাপে পৰিগণিত হৈ পৰিছে । শিল্প বিপ্লৱেই আধুনিকীকৰণ প্ৰক্ৰিয়াক গতিশীল কৰে যদিও ই আধুনিকীকৰণৰ প্ৰকৃত দিশ নহয় । এটি তীখা গোটে এখন সমাজৰ অৰ্থনৈতিক দিশটোৰ পৰিবৰ্তন সাধন কৰে আৰু ই আধুনিক প্ৰযুক্তি বিদ্যাৰ সহায়ক । ই নতুন নতুন বস্তুৰ উৎপাদন কৰি মানৱ সমাজক সহায় কৰে তথাপি ইয়াক অকল আধুনিকীকৰণ বুলি কোৱা নাযায় । আমি জানো যে মধ্য প্ৰাচ্যৰ দেশবোৰ তেলৰ বাবে ধনী । তেওঁলোকে তেওঁলোকৰ দেশৰ আধুনিক যন্ত্ৰপাতি ব্যৱহাৰ কৰি তেলখাদৰ পৰা তেল উলিওৱাত ব্যস্ত লগতে পৰিশোধনৰ কাৰণে পৰিশোধন কেন্দ্ৰ স্থাপন কৰিছে । তেওঁলোকৰ অৰ্থনীতিৰ পৰিবৰ্তন সাধন কৰিছে তেল উদ্যোগে । ই সীমিত, তেওঁলোকক প্ৰকৃততে আধুনিক বুলি ক'ব নোৱাৰি কাৰণ তেওঁলোকে পুৰণা ৰীতি নীতিক বাদ দিয়া নাই লগতে পৰম্পৰাগতভাৱে সামাজিক দিশবোৰ আগুৱাই নিছে ।

আমেৰিকা আৰু ইউৰোপীয় দেশবোৰত প্ৰথমতে আধুনিককীৰণ প্ৰক্ৰিয়া আৰম্ভ হৈছিল । তেওঁলোকৰ অৰ্থনীতিৰ বিকাশৰ বাবে সেই দেশবোৰ ধনী হৈছিল । তেওঁলোকৰ বিস্তৃতি শিল্প বিকাশৰ বাবেই আৰু সেই শিল্পৰ সহায়ত প্ৰস্তুত হোৱা

বস্তুবোৰে তেওঁলোকৰ উপনিবেশ সমূহত বজাৰ সৃষ্টি কৰিছিল। সেই বস্তুসমূহে অৰ্থনীতিক টনকিয়াল কৰাত তেওঁলোকে আধুনিকতাৰ সোৱাদ সোনকালে পাইছিল। সেই শিল্প সমূহৰ সহায়তেই পশ্চিমৰ সমাজবোৰৰ পৰিবৰ্তন সাধন হৈছিল। পৰিবৰ্তন সাধন হোৱা দেশবোৰৰ বিবিলাক অৰ্থনৈতিক ক্ষেত্ৰত আগবঢ়া সেই দেশ সমূহে তেওঁলোকৰ উপনিবেশ সমূহত বিশেষভাবে প্ৰভাৱ পেলাইছিল। তাৰ ভিতৰত আফ্ৰিকা, এচিয়া, লেটিন আমেৰিকা এই ক্ষেত্ৰত অধিক ফলপ্ৰসূ হৈছিল। বিদেশী শাসন আৰু প্ৰভাৱেই বিকাশ লাভ কৰি থকা দেশসমূহতো আধুনিকীকৰণৰ প্ৰভাৱ পেলাইছিল।

ৰাচিয়াৰ ১৯১৭ চনৰ অক্টোবৰ বিপ্লবে অন্য এটা ধাৰণাৰ বীজ সিচি দিছিল। এই বিপ্লবৰ প্ৰভাপতেই আধুনিকীকৰণৰ এখন নতুন ক্ষেত্ৰ সৃষ্টি হৈছিল। এই বিপ্লবে নিধনী দেশবোৰক অৰ্থনীতিত আৰু সমাজ সমূহৰ সামাজিক গাঠনিত প্ৰভাব পেলাইছিল। ইয়াৰ বিস্তৃতি লাভ হৈছিল ৰাজহুৱা মালিকীস্বত্বত আৰু বস্তু সমূহৰ উৎপাদনৰ লগতে বিতৰণ প্ৰক্ৰিয়াত। এই ধৰণৰ আধুনিকতাই দ্বিতীয় মহাযুদ্ধৰ পিচত যিবিলাক দেশে স্বাধীনতা লাভ কৰিছিল সেই দেশ সমূহত প্ৰভাব পেলাইছিল।

## শিক্ষাত আধুনিকীকৰণ আৰু ভাৰতীয় শিক্ষা (Modernisation in Education and Indian Education)

আধুনিক শিক্ষা ব্যৱস্থা একমাত্ৰ ভাল চাকৰি আৰু বাচকৱনীয়া সকলৰ বাবে বুলি ধৰা হয়। এই ধাৰণাৰ বৰ্ত্তমান পৰিবৰ্তন আহিছে যদিও ই বোধগম্য আৰু মনোগ্ৰহী হোৱা নাই। শতকৰা ৭০ ভাগ জনগণেই দাৰিদ্ৰতাৰ সীমাৰেখাৰ তলত আৰু অৰ্ধভাগ জনজাতি আৰু অনুসূচীত জাতিৰ লোক। যদি শিক্ষাক জীৱনৰ লগত সংগতি ৰাখিবলৈ চেষ্টা কৰা হয় ইয়াৰ ফলতেই শিক্ষা ফলপ্ৰসূ আৰু সম্পূৰ্ণ হৈ নুঠে। বৰ্ত্তমান স্কুল কলেজৰ অধিকাংশ ছাত্ৰ-ছাত্ৰীয়েই শিক্ষণৰ প্ৰথম গোষ্ঠী। শিক্ষাক মনোগ্ৰাহী আৰু অৰ্থপূৰ্ণ কৰিবলৈ হলে নতুন ধাৰণা, নতুন প্ৰক্ৰিয়া আহিলা পাতি আৰু মাধ্যম প্ৰয়োগ কৰিব লাগিব। বুদ্ধিসম্মত চিন্তাধাৰাৰ প্ৰয়োগ কৰি সমাজৰ পুৰুষ মহিলা সকলোকে উপযুক্ত ব্যক্তি হিচাপে প্ৰস্তুত কৰিব লাগিব। শিক্ষা লাভ কৰা ব্যক্তিসকলে শিল্পকেন্দ্ৰিক, বৈজ্ঞানিক, কৰ্মপটু আৰু কলা সম্মত শিক্ষাৰ ক্ষেত্ৰত প্ৰতিনিধিত্ব কৰিব লাগিব। আধুনিক সমাজে বৈজ্ঞানিক আৰু শিল্পকৰ্মী সকলৰ পৰা অৱদান পাব লাগিব আৰু শিক্ষাত ব্যক্তি সকলৰ মানদণ্ড উচ্চতৰৰ হোৱাটো দৰকাৰ। আমাৰ দেশৰ উন্নতি সাধন কৰিবলৈ হলে আৰু শিক্ষাৰ মানদণ্ড উন্নত কৰিবলৈ হলে গৱেষনা আৰু বিজ্ঞানৰ ওপৰত গুৰুত্ব দি যথেষ্ট সংখ্যক প্ৰধান বিদ্যালয় আৰু অগ্ৰণী শিক্ষণ কেন্দ্ৰ স্থাপন কৰিব লাগিব।

অতীতৰ সকলো ৰীতিনীতি ভাবধাৰা সংস্কৃতিৰ পৰা আঁতৰি অহাটোৱেই আধুনিকীকৰণৰ প্ৰকৃত অৰ্থ নহয়। ভবিষ্যত সমাজৰ প্ৰতি লক্ষ্য ৰাখি সমাজৰ প্ৰয়োজন অনুযায়ী অতীতৰ প্ৰতিফলনৰ দ্বাৰা সৃষ্টি কৰাটোকহে আধুনিকীকৰণৰ আখ্যা

দিব পাৰি। বিশাল ভাৰতবৰ্ষৰ শ্ৰীবৃদ্ধি আৰু আধুনিকীকৰণৰ মূল ভেটি স্বৰূপ হ'ল ইয়াৰ সংস্কৃতিত নিহিত হৈ থকা নৈতিক আৰু আধ্যাত্মিক মূল্যবোধ। কোঠাৰী আয়োগে কৈছে যে "Modernisation if it is to be a living force, must desire its strength from the strength of spirit Modernisation aims amongst other things at creating at economy of plenty which will offer to every individual a large way of life and a wider variety of choices" (Kothari commission p-19) বাচিলোৱাৰ স্বাধীনতা বৰ উপকাৰী। কিন্তু ই এজনৰ মূল্য ব্যৱস্থা আৰু অভিৰোচনৰ ওপৰত নিৰ্ভৰ কৰে। সামাজিক নৈতিক আৰু আধ্যাত্মিক মূল্যবোধে এজনৰ বিচাৰ বুদ্ধিৰ ওপৰত বিস্তৃতভাবে প্ৰভাব পেলায়। জ্ঞানৰ বিস্তৃতি এই মূল্যাবোধ সমূহৰ দ্বাৰা শক্তিশালী কৰিব লাগিব।

সামাজিক সমস্যা সমূহে বৰ্তমান সমাজৰ যুবক সকলৰ মাজত ভয়াবহ ৰূপ ধাৰণ কৰিছে। ই মনোবৈজ্ঞানিক বিৰোধ হিচাপে পৰিগণিত হৈছে যাৰ ফলত নৈতিক আৰু আধ্যাত্মিক মূল্যাবোধৰ অপব্যৱহাৰ হৈছে। চিন্তাবিদ আৰু সমাজকৰ্মী সকলে নিৰ্দেশনা আগবঢ়াইছে যে বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ অৱদানৰ ফলত উদ্ভব হোৱা জ্ঞান আৰু নিপুণতা ওচৰা ওচৰিকৈ নৈতিক আৰু আধ্যাত্মিক মূল্যাবোধৰ লগত সামঞ্জস্য ৰাখিব লাগিব। আমাৰ বিচাৰ বুদ্ধি আৰু বাচিলোৱা কৰ্মপ্ৰেৰণাৰ লগত মানবতা বোধৰ সম্বন্ধ, সত্যৰ অন্বেষণ আৰু ভাবানুভূতিৰ প্ৰভাব সন্নিবিষ্ট হোৱাটো আৱশ্যক। ছাত্ৰ ছাত্ৰীসকলৰ সকলো শিক্ষা ব্যৱস্থাত প্ৰকৃত মূল্যবোধৰপ্ৰয়োজন। স্বাধীনতাৰ পিচত এই চিন্তাধাৰা প্ৰকট হৈ উঠিছে। ১৯৪৮ চনৰ বিশ্ববিদ্যালয় শিক্ষা আয়োগ, ১৯৫৯ চনৰ শ্ৰীপ্ৰকাশ কমিটি আৰু আন আন আয়োগ সমূহে এই ধাৰণাটোৰ সপক্ষে মতামত আগবঢ়াইছে যে শিক্ষানুষ্ঠান সমূহত নৈতিক আৰু ধৰ্ম্মীয় শিক্ষা দিয়া ব্যৱস্থাৰ আৱশ্যক। আয়োগবোৰৰ মূল্যবোধ শিক্ষা ব্যৱস্থাৰ ওপৰত দিয়া নিৰ্দেশনাবোৰ অতি ফলদায়ক।

প্ৰণালীবদ্ধ শিক্ষাৰ মাধ্যমেৰে মূল্যবোধ সৃষ্টি কৰাৰ বাবে আমি আমাৰ উপৰিপুৰুষ সকলৰ পৰা পোৱা আৰু অন্য দেশৰ পৰম্পৰাৰ লগতে সমগ্ৰ পৃথিৱীৰ সংস্কৃতিৰ উপদেশ সমূহ গোটাব লাগিব। আমাৰ জাতীয় সংস্কৃতিত থকা গুণ আৰু উপাদান সমূহে আমাক এই দিশত উৎসাহ আৰু সান্ত্বনা যোগাই আধুনিক সমাজ গঢ়াত সহায় কৰিব আৰু দুখ যন্ত্ৰণা বিপদ আপদ মুক্ত কৰিব। আমাৰ জাতীয় নেতা মহাত্মাগান্ধী, জৱাহৰলাল নেহেৰু, শ্ৰীঅৰবিন্দ, জয়প্ৰকাশ নাৰায়ণ আদিয়ে উদ্গণি পাইছিল। সামাজিক ন্যায় আৰু জাতিৰ পুনৰ গঠনত এই উপাদান সমূহৰ দ্বাৰা উপকৃত হোৱা গৈছিল। সেয়েহে আমাৰ অতীতৰ সংস্কৃতিৰ উপাদান সমূহৰ পুনৰ মূল্যায়ণ আৰু পুনৰ বিশ্লেষণ কৰাৰ প্ৰয়োজন হৈ পৰিছে।

আধুনিকতাৰ বীজ ৰোপন কৰিবলৈ হলে আমি বিশাল ভাৰতবৰ্ষৰ বিশাল জনগণৰ মাজত তলত উল্লেখ কৰা দিশবোৰ প্ৰয়োগ কৰিব লাগিব। সমাজৰ পৰা নিৰক্ষৰতা আৰু অজ্ঞানতা দূৰ কৰিব লাগিব। সামাজিক ৰাজনৈতিক জাগৰণৰ

প্ৰয়োজন সাধন কৰিব লাগিব। প্ৰকৃত বেহৰূপ আৰু মূল্যবোধৰ বিকাশ সাধন কৰি সামাজিক শিক্ষাৰ সম্প্ৰসাৰণত গুৰুত্ব আৰোপ কৰিব লাগিব।

সামাজিক সমস্যাসমূহক শিক্ষা প্ৰক্ৰিয়া আৰু প্ৰশাসনৰ দ্বাৰা সমাধানৰ অৰ্থে প্ৰচেষ্টা চলাই শিশু আৰু যুৱকক দুটা দিশ হিচাপে লৈ সাংবিধানিক নিৰ্দেশনা কামত খটুৱাব লাগিব। কোঠাৰী আয়োগে প্ৰথমতে উল্লেখ কৰিছে "The destiny of India is now being shaped in her classrooms" (Kothari Commission. chapter-i p 3)। সেইবাবেই অতি কম সময়ৰ ভিতৰত শিক্ষা ব্যৱস্থা বাধ্যতামূলক কৰি আধুনিকীকৰণক ফলদায়ক কৰাত গুৰুত্ব আৰোপ কৰিব লাগিব।

সাধাৰণতে আধুনিকীকৰণৰ ধাৰণা দুটা। এটা হ'ল আঢ্যৱন্ত বা ধনীমানী আনটো হ'ল মধ্যবিত্ত বা নিধনী সামাজিক ধাৰণাকৃত। দুয়োটা ধাৰণাৰে শিক্ষাৰ ক্ষেত্ৰত অৰিহণা আছে। ধনী দেশবোৰেও বিভিন্ন ক্ষেত্ৰত প্ৰচেষ্টা চলাইছে। দুয়োটা প্ৰক্ৰিয়াতেই শিক্ষাৰ ক্ষেত্ৰত গুৰুত্ব দি থকা দেখা গৈছে। সেই শিক্ষাৰ বিকাশেই সামাজিক গঠন আৰু অৰ্থনৈতিক বিকাশত সহায়ক হৈ পৰে। বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যা শিক্ষাৰেই এটি অংশ। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ বিকাশেই কৃষি শক্তিকাৰ মূল বুলি ধৰা হয়। মানুহে সৌৰজগতৰ সকলো ক্ষেত্ৰতে অধ্যয়ণৰত হৈ সৌৰজগত সম্বন্ধে এটা আধুনিক ধাৰণাত উপনীত হৈ পৰিছে। উদ্যোগীক বিকাশ আৰু বস্তুবাদী সংস্কৃতিৰ অভাৱনীয় বিকাশেই বিপ্লৱৰ সূচনা কৰিছে। লগতে অকল্পনীয়ভাৱে কৃষি, শিল্পকাৰ্য্য, জীৱবিজ্ঞান, ৰাসায়নিক প্ৰক্ৰিয়াৰ বিকাশ সাধন হৈছে। ইয়াৰ ফলস্বৰূপে আধুনিক সমাজ অত্যাধুনিক অৱস্থালৈ অগ্ৰসৰ হৈছে। দুখীয়া দেশবোৰে শ্ৰেণীবিহীন সমাজ গঢ়াৰ সপোন দেখে। আনহাতে ধনী দেশবোৰে শ্ৰেণীস্থিত সমাজৰ ক্ষেত্ৰত অৰিহণা যোগায়। উচ্চশিক্ষাৰ বাতাবৰণ এই দেশবোৰত মুক্ত আৰু ছাত্ৰ-ছাত্ৰীসকলৰ মেধাশক্তিৰ ওপৰত ভিত্তি কৰা হয়। আধুনিকীকৰণৰ গ্ৰহণযোগ্য সমাধান বুলি কব পৰা হৈছে অপশ্চিমীয়া দেশবোৰে পশ্চিমীয়া দেশবোৰৰ লগত প্ৰত্যক্ষ বা পৰোক্ষভাৱে যোগাযোগ স্থাপন কৰি পৰিবৰ্ত্তন সাধন কৰা। এখন দেশে আন এখন দেশৰ সংস্কৃতিক নিজৰ সংস্কৃতিৰ লগত ৰিজাই চাই স্থিৰ সিদ্ধান্তলৈ অহা। 'ডেনিয়েল লাৰনাৰ' নামৰ চিন্তাবিদজনে পশ্চিমীয়াকৰণ আৰু আধুনিকীকৰণৰ দিশবোৰ চালিজাৰি চাই তেওঁ আধুনিকীকৰণৰ মন্তব্য কৰিছে। তেওঁৰ মতে "Modernisation includes a 'disqueting positivist spirit' Fouching "Public Institutions as well as private aspirations" অকল প্ৰত্যক্ষবাদী চেতনাই সৰ্ব্বোচ্চ নহয় ইয়াৰ লগত যোগাযোগৰ বৈপ্লবিক চেতনা আৱশ্যকীয়। আধুনিকীকৰণেই নগৰীয়া জীৱনৰ ক্ষেত্ৰ বৃদ্ধি কৰি স্বাক্ষৰতাৰ সম্প্ৰসাৰণ কৰাত সহায় কৰে আৰু আধুনিকীকৰণৰ সামাজিক গতিশীলতাকো সূচায়। "A mobile society has to encourage rationality for the calculus of cho.ice shapes individual behaviour and conditions it rewards. People come to see the social future as manipulable rather than ordeined and their personal prospects

in terms of achievement rather than heritage" (Srinivas M, N, . Social change in Modern India P-50) আনহাতে Robert Bellah নামৰ চিন্তাবিদজনে কৈছে যে 'Where modernisation mean only an icreased effectiveness in the rationalization of the goal setting process very serious pathalogies can result. Empirically such pathalogies of modernisation have occured, but they are the product of partial or disturbed modernisation, not the inevitable result of modernisation itself."

.আধুনিকীকৰণ সাধাৰণতে ব্যৱহৃত হয় ভাল ক্ষেত্ৰতহে। আধুনিকীকৰণ প্ৰক্ৰিয়াটোৰ সম্পূৰ্ণ দৃষ্টিভংগী হল 'নিৰপেক্ষতা'। এই নিৰপেক্ষ দৃষ্টিভংগী লৈ আধুনিকীকৰণ প্ৰক্ৰিয়াটোক সুপৰিকল্পিতভাবে আগুৱাই নিলে সমাজ তথা দেশৰ সামগ্ৰীক বিকাশ সম্ভৱপৰ হ'ব। শিক্ষাই আধুনিকীকৰণ ব্যৱস্থাটোক সৰ্ব্বাংগ সুন্দৰ ৰূপ দিবলৈ প্ৰয়াস কৰে। শিক্ষাই সমাজলৈ পৰিৰ্ত্তন আনে লাহে লাহে আৰু স্থিৰ গতিৰে। এই পৰিবৰ্তন স্থায়ী আৰু যুগজয়ী হৈ থাকে। সামাজিক জীৱনত সংস্কৃতিৰ পৰিবৰ্ত্তন হয়। সংস্কৃতিৰ পৰিবৰ্তনৰ লগতে সভ্যতাৰ পৰিবৰ্তন জড়িত হৈ পৰে। অৰ্থনৈতিক উৎপাদন, যন্ত্ৰপাতি আৰু পদ্ধতি, যাতায়তৰ আহিলা সমূহ, যুদ্ধৰ আহিলা, ঘৰদুৱাৰ নিমাৰ্ণ প্ৰণালী, চিকিৎসা পদ্ধতিৰ উন্নতি আদি পৰিলক্ষিত হলে সভ্যতাৰ পৰিবৰ্ত্তন ঘটিছে বুলি কোৱা হয়। সভ্যতাৰ বেছিভাগ সমলেই সংস্কৃতিৰ সমল সমূহৰ লগত অন্তভূৰ্ক্ত হৈ থাকে। এনেদৰে সামাজিক জীৱনলৈ পৰিবৰ্তন আহে আৰু এই পৰিবৰ্তনৰ মাধ্যমতেই আধুনিকীৰণৰ বীজ সোমাই পৰে।

## প্ৰশ্নাৱলী

১। শিক্ষা আৰু আধুনিকীকৰণ।

২। আধুনিকীকৰণত শিক্ষাৰ ভূমিকা।

৩। শিক্ষাত আধুনিকীকৰণ আৰু ভাৰতীয় শিক্ষা।

## Excercise

1 Education and Modernisation

2. Role of Education in Modernisation.

3. Modernisation in Education and Indian Education.

# অষ্টম অধ্যায়
## শিক্ষাত গণমাধ্যমৰ ভূমিকা আৰু অনৌপচাৰিক শিক্ষা
## (Role of Mass Media in Education and Informal modes & education)

**প্ৰস্তাৱনা (Introduction) :-** আধুনিক সমাজৰ শিক্ষা ব্যৱস্থাত গণমাধ্যমৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। গণমাধ্যম সমূহে শিক্ষাক সম্প্ৰসাৰণ কৰাত বিভিন্ন ধৰণে সহায় কৰে। গণমাধ্যমৰ সহায়ত জনসাধাৰণক নানা ধৰণৰ কথা একেলগে শুনাব পাৰি, একে সময়তে দেখুৱাব পাৰি। শিক্ষা প্ৰক্ৰিয়াটো এটা জীৱনজোৰা প্ৰক্ৰিয়া। শিক্ষা প্ৰক্ৰিয়াটোক সুচাৰুৰূপে চলাই নিয়াত শিক্ষানুষ্ঠান সমূহৰ ভূমিকা যেনেকৈ গুৰুত্বপূৰ্ণ তেনেদৰে ৰেডিও, দূৰদৰ্শন, কথাছবি আৰু পুথি ভঁড়াল সমূহেও শিক্ষা প্ৰক্ৰিয়াক অগ্ৰসাৰিত কৰাত নানা ধৰণে সহায় কৰে। শিক্ষানুষ্ঠানত শিক্ষাৰ্থীৰ সংখ্যাৰ সীমাবদ্ধতা থাকে কিন্তু শিক্ষানুষ্ঠানৰ বাহিৰৰ আন অনুষ্ঠানবোৰত শিক্ষা আহৰণ কৰিবলৈ বিচৰা শিক্ষাৰ্থীৰ সংখ্যাৰ সীমাবদ্ধতা নাথাকে। এই অনুষ্ঠানবোৰত কোনো পৰিকল্পিত আঁচনি অথবা ব্যৱস্থাও নাথাকে। তাৰোপৰি সময়ৰ নিৰ্ধাৰিত তালিকাও নাথাকে।

অনৌপচাৰিক শিক্ষা ব্যৱস্থা হ'ল অনুষ্ঠানৰ চাৰিবেৰৰ বাহিৰত মানৱ শিশুৱে পৰিয়ালৰ অন্য সদস্য সকলৰ লগত থাকি লাভ কৰা শিক্ষা। এই শিক্ষাই সামাজিক, অৰ্থনৈতিক, ক্ৰীড়া কৌতুক আদি দিশৰ শিক্ষাও সামৰি লয়। অনৌপচাৰিক শিক্ষাৰ প্ৰতি শিক্ষাৰ্থীৰ মন শীঘ্ৰে আকৰ্ষিত হয়। এই শিক্ষা ব্যৱস্থাত কোনো ধৰাবন্ধা নিয়ম অথবা কাৰ্য্যসূচীও নাথাকে। সামাজিক জীৱনৰ বিভিন্ন প্ৰক্ৰিয়া আৰু পৰোক্ষ শিক্ষা প্ৰতিষ্ঠান সমূহৰ পৰা এই শিক্ষা সম্প্ৰসাৰিত হৈ মানৱ শিশুৰ ওপৰত প্ৰতিফলিত হয়। এই শিক্ষা প্ৰণালীত শিক্ষাৰ্থীয়ে অনুভৱ কৰে যে আমি যি কাম কৰি আছো সেই কামে আমাৰ লগতে সমাজৰ অন্য ব্যক্তি সকলৰো উপকাৰ সাধন কৰিব। সাধাৰণতে এই শিক্ষা ব্যৱস্থাত কোনো বাধ্যতামূলক ব্যৱস্থাৰ উদ্ভৱ অলপো নহয়। এই শিক্ষা ব্যৱস্থাত কোনো ধৰণৰ কৃত্ৰিম আহিলাপাতিৰ আৱশ্যক নাই যিয়ে শিক্ষাৰ্থীক আগ্ৰহান্বিত কৰিব। অনৌপচাৰিক শিক্ষাৰ অনুষ্ঠান সমূহৰ বেলেগ বেলেগ উদ্দেশ্য থাকে। ইয়াৰ মাধ্যমত দিয়া শিক্ষা পৰোক্ষ ভাবেহে হয়। পৰোক্ষ ভাবে সমাজৰ অনুষ্ঠান সমূহৰ পৰা যি শিক্ষাই শিশুৰ শিক্ষাত অৰিহণা যোগায় সেই শিক্ষাকে অনৌপচাৰিক শিক্ষা (Informal education) বোলে।

অনৌপচাৰিক শিক্ষাৰ প্ৰতি শিশুসকলৰ মন অতি সোনকালে অভিপ্ৰেত হয়। এই অনুষ্ঠানত ব্যক্তিসকলে নিজৰ ইচ্ছা অনুসৰিয়েই অংশ গ্ৰহণ কৰে। ইয়াৰ মূল নীতি হ'ল অংশগ্ৰহণকাৰী সকলে সামাজিক, অৰ্থনৈতিক, অৱসৰ বিনোদন, পাৰিবাৰিক ইত্যাদি জ্ঞান যাতে পাবলৈ সক্ষম হয় তাৰ প্ৰতি লক্ষ্য ৰখা। শিক্ষাৰ্থীয়ে দলৰ আন সদস্য সকলৰ লগত মাত্ৰ অংশগ্ৰহণহে কৰে আৰু অনুসৰণ, নিৰীক্ষণ

আদিৰ মাধ্যমত নিজৰ প্ৰয়োজনখিনি আহৰণ কৰে। অনুষ্ঠান সমূহত অংশ গ্ৰহণ কৰা ব্যক্তি সকলে অনুভব কৰে যে ইয়াৰ মাধ্যমেৰে মই শিকিছো আৰু লগতে আনে শিকাৰ বাবে সহায়ক হৈছো। এই শিক্ষা ব্যৱস্থাৰ বাবে কোনো ধৰণৰ কৃত্ৰিম সা-সঁজুলিৰ প্ৰয়োজন নহয়। ইয়াৰ প্ৰতি মনোযোগ এনেয়ে আহে। অনৌপচাৰিক শিক্ষা প্ৰসাৰৰ ক্ষেত্ৰত, পৰিয়াল, সমাজ আৰু লোক সমাজে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। সেইদৰেই গণমাধ্যম হিচাপে ৰেডিও, দূৰদৰ্শন, কথাছবি আৰু বাতৰিকাকতে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আছে।

**অনৌপচাৰিক শিক্ষা প্ৰসাৰৰ অনুষ্ঠান সমূহ (Agencies of the informal modes of education)**

**ঘৰখন বা পৰিয়াল (Home or Family) :-** ঘৰখনেই হল শিশু সকলৰ শিক্ষাৰ প্ৰথম অনুষ্ঠান। অনৌপচাৰিক শিক্ষাৰ অনুষ্ঠান সমূহৰ ভিতৰত ঘৰখনৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। পৰিয়ালৰ মাধ্যমতে শিশুৱে প্ৰাথমিকভাবে সামাজিক পৰিবেশৰ সন্মুখীন হয়। জন্মৰ পিছতে শিশুৱে ঘৰৰ পৰিবেশত মাক দেউতাক আৰু পৰিয়ালৰ আন আন সদস্য সকলৰ পৰা শিকিবলৈ আৰম্ভ কৰে। শিশুকালৰ বৈশিষ্ট্য সমূহ যেনে পৰনিৰ্ভৰশীলতা, আত্মপ্ৰেম অনুকৰণপ্ৰিয়তা, খেল-ধেমালিৰ প্ৰতি অনুৰাগ আদিক আগত ৰাখি তাক জীৱনৰ বাটত আগবঢ়াই নিয়াত ঘৰৰ পৰিবেশে বিভিন্ন ধৰণে সহায় কৰে। শিশুকাল প্ৰকৃততে অসহায়ৰ কাল। এই কালডোখৰত শিশুৱে নিজক জীয়াই ৰখাৰ বাবে পৰিয়ালৰ সকলো সদস্যাৰ লগত সম্বন্ধ স্থাপন কৰি আচৰণ সমূহ নানা ধৰণেৰে শিকিবলৈ ধৰে। ঘৰুৱা পৰিবেশত শিশুৱে সদস্যসকলৰ পৰা বিভিন্ন ধৰণৰ আচৰণ, ভাষাৰ ব্যৱহাৰ, নীতি নিয়ম, বিশ্বাস, সংস্কাৰ আদিৰ জ্ঞান পাবলৈ সক্ষম হয়। ঘৰেই শিশুৰ শিক্ষাৰ মূল কেন্দ্ৰ বুলি ধৰাৰ যুক্তিযুক্ততাৰ প্ৰতি লক্ষ্য ৰাখি শিশুসকলক বিকাশ কৰাৰ বাবে কেইবাধৰণেও সহায় কৰা দেখা যায়। পৰিয়াল সমূহে অপত্য স্নেহৰ মাজত ৰাখি শিশুসকলক নিৰাপত্তা দিয়ে, জীৱন সংগ্ৰামৰ পৰা অৰ্থনৈতিকভাবে সহায় কৰে। সামাজিকৰণৰ সকলো ধাৰণাৰ শিক্ষা দিয়ে, আনন্দলাভৰ বাবে বিভিন্ন ধৰণৰ খেল-ধেমালিৰ ব্যৱস্থা কৰে আৰু সকলো ধৰণৰ সাম্ভাব্য বিপদৰ পৰা মুক্ত কৰে। এই সকলোখিনি সুবিধা শিশুক দিবলৈ হলে ঘৰখনৰ পৰিবেশ সুন্দৰ হব লাগিব। শিশুৰ আবেগ অনুভূতি, মনোযোগ আগ্ৰহ আদিলৈ মন কৰিলে দেখিবলৈ পোৱা যায় যে সুন্দৰ ঘৰুৱা পৰিবেশ নাপালে শিশুৱে পূৰ্ণবিকাশ কৰিব নোৱাৰে আৰু শিশুৰ ভৱিষ্যত জীৱনৰ বাটত বাধাৰ সৃষ্টি হব।

মানব জীৱনৰ বিভিন্ন স্তৰৰ পিনে লক্ষ্য ৰাখিলে দেখিবলৈ পোৱা যায় যে শৈশব কালছোৱা অতি দীঘল। এই দীঘল কালছোৱা নিৰাপদে কটোৱাৰ বাবে শিশুৱে আশ্ৰয়ৰ স্থান হিচাপে পাই ঘৰখন আৰু নানা ধৰণৰ সদস্যৰে পূৰ্ণ পৰিয়াল।

পৰিয়ালৰ মাধ্যমত শিশুৱে কিছুমান নীতিগত অনুশাসন আৰু মূল্যবোধৰ ধাৰণা আয়ত্ব কৰে। জীৱনৰ আৰম্ভণিৰে পৰা যিহেতু এই ধাৰণা সমূহৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হৈ থাকে সেয়েহে ধাৰণা সমূহ গ্ৰহণ কৰি লোৱাত কোনো ধৰণৰ অসুবিধা নেপায়। পৰিয়ালৰ মাধ্যমত শিশুৱে নৈতিক জ্ঞান লাভ কৰে। নিজৰ ধৰ্ম অনুসৰি পৰিয়াল সমূহে পূজাঅৰ্চনা, নাম কীৰ্ত্তন, আচাৰ ব্যৱহাৰ আদি পালন কৰে আৰু তাৰ লগত শিশুসকল ওতঃপ্ৰোতভাৱে জড়িত হৈ পৰে। শিশুসকলক অনুকৰণপ্ৰিয় বুলি কোৱা হয়। বিশেষকৈ গ্ৰাম্যাঞ্চলৰ ক্ষেত্ৰত শিশুৰ অনুকৰণ ঘৰৰ পৰা শিশুৰ মনলৈ আহে। সহজসৰল পৰিবেশত লৰাই দেউতাকৰ পৰাই বৃত্তিৰ বাবে প্ৰয়োজনীয় জ্ঞান, কৌশল, মনোভাব আদি শিকি পেলায় আৰু ডাঙৰ হোৱাৰ লগে লগে দেউতাকৰ বৃত্তিকে অনুসৰণ কৰে। চহৰ অঞ্চলত পৰিয়াল সমূহৰ সদস্য সকলৰ পৰা বিশেষকৈ পিতৃমাতৃ, ককায়েক, বায়েক আদিৰপৰা শিশুসকলে যথেষ্ট শিকে। বৰ্ত্তমান সময়ত নানাধৰণৰ শিক্ষামূলক আহিলাৰ সহায়ত শিশুৱে ঘৰুৱা পৰিবেশতেই শিক্ষা পায়। বিশেষকৈ এই ক্ষেত্ৰত ৰেডিঅ' আৰু দূৰদৰ্শনৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। আজি কালি প্ৰাক্ প্ৰাথমিক শিক্ষাৰ অনুষ্ঠানত নামভৰ্তি কৰাৰ আগতে শিশুৱে বহু বেছি শিকিবলৈ সক্ষম হয়। এই দিশবোৰৰ পৰা লক্ষ্য কৰি ঘৰখনৰ ভূমিকা শিশুসকলৰ শিক্ষাৰ ক্ষেত্ৰত অতি গুৰুত্বপূৰ্ণ বুলি কব পাৰি। মুঠতে এইটো সঠিককৈ কব পাৰি যে শিশুৱে স্কুললৈ যোৱাৰ আগতে নিজৰ মাতকথা, আচাৰ, ব্যৱহাৰ, চালচলনৰ আদব কায়দা আদি সকলোখিনি ঘৰুৱা পৰিবেশতেই শিকে। মাকক শিশুৰ প্ৰথম তথা মূল শিক্ষয়িত্ৰী বুলি কোৱা হয়। এই ক্ষেত্ৰত মেডাম মেৰীয়া মণ্টেচৰীয়ে কৈছিল "ঘৰেই হল শিশুৰ আটাইতকৈ ভাল পঢ়াশালি আৰু মাকেই হল আটাইতকৈ ভাল শিক্ষয়িত্ৰী"। শিশুৰ জীৱনত মাকৰ ভূমিকা বৰ্ণনাৰ বাহিৰত। মাকৰ লগতে আন আন সদস্যসকলে শিশুক সুঅভ্যাস গঠন, সজ আদৰ্শ, নিয়মানুবৰ্ত্তিতা, ধৰ্ম আৰু নৈতিকতা আদিৰ জ্ঞান দিয়াত আগভাগ লব লাগে।

ঘৰ তথা পৰিয়ালে শিশুসকলৰ সৰ্ব্বাঙ্গীণ বিকাশত সহায় কৰিলেও আধুনিক জগতত বস্তুবাদী চিন্তাধাৰাই ঘৰ বা পৰিয়ালৰ ভূমিকাৰ কিছু পৰিবৰ্ত্তন আনিছে। বৰ্ত্তমান সময়ত বেছিভাগ পৰিয়ালে শিশুসকলক গঢ়ি তোলাৰ ক্ষেত্ৰত সুস্থ পৰিবেশ সৃষ্টি কৰিব নোৱাৰে। অৰ্থনৈতিক সা-সুবিধা লাভৰ বাবে বৰ্ত্তমান সময়ত মাক-বাপেক দুয়োজনেই জীৱিকা নিৰ্বাহৰ বাবে বাহিৰলৈ চাকৰি তথা কৰ্মস্থানলৈ যোৱাৰ ফলস্বৰূপে শিশু আনৰ হাতত লালিত পালিত হয়। তাৰ উপৰি শিশুসকলৰ তদাৰক কৰাৰ বাবে নানান ধৰণৰ অনুষ্ঠান গঢ়ি উঠিছে। এই অনুষ্ঠান বেছিভাগেই উন্নত ধৰণৰ তথাপি ঘৰৰ মাতৃৰ দৰে মৰম পিতৃৰ আৰু আন আন অভিভাৱকৰ দৰে স্বাৰ্থহীন ভালপোৱা শিশুসকলে অনুষ্ঠানৰ মাধ্যমত নেপায়। তাৰ বাবে প্ৰয়োজন হয় সুস্থ পৰিবেশৰ ঘৰ তথা পৰিয়ালৰ। সমস্যাবহুল পৰিয়ালতকৈ কিন্তু আধুনিক অনুষ্ঠান সমূহ ভাল। কাৰণ উশৃঙ্খল শিশু সৃষ্টি হোৱাত ভগ্ন বিশৃংখল পৰিয়াল সমূহে অৰিহণা যোগায়।

শিশু সকলৰ বিকাশত ঘৰৰ দায়িত্ব তথা কৰ্ত্তব্য অধিক। ঘৰৰ পিতৃমাতৃৰ উপৰিও আন আন সদস্য সকলে শিশুক বিকাশ কৰাৰ দায়িত্ব নিজে নিজে লয়। শিশুসকলক সময়মতে খাদ্য যোগান ধৰা, চাফচিকুন কৰি দিয়া, বেমাৰ আজাৰৰ প্ৰতি লক্ষ্য ৰখা লগতে সুপৰিকল্পিতভাবে বিকাশ কৰা প্ৰচেষ্টা সদস্য সকলে কৰা দেখা যায়। ঘৰৰ যাবতীয় ধৰ্মানুষ্ঠানৰ মাধ্যমত শিশুৰ মনত আধ্যাত্মিক ধাৰণাৰ বীজ ৰোপন কৰা হয় আৰু নৈতিক চেতনা জগাই তোলাৰ চেষ্টা কৰা হয়। পিতৃমাতৃ আৰু সদস্যসকলৰ নানাধৰণৰ কৰ্মৰাজিৰ পৰা নানা ধৰণৰ শাৰীৰিক কামৰ দক্ষতা অৰ্জন কৰিবলৈ ধৰে, মিলাপ্ৰীতিৰ ভাব আয়ত্ব কৰে আৰু ভাষা শিকাৰ সুবিধা পায়। শিশুৰ আগ্ৰহ, অভিৰুচি আৰু ইচ্ছা আদি পৰিয়ালৰ মাজেৰে প্ৰকাশিত হয় আৰু বিকাশ লাভ কৰে। সদস্য সকলৰ তত্বাবধানত থাকি ভাল অভ্যাস, মনোভাব, মূল্যবোধ আৰু সু-দৃষ্টিভংগী গঠন কৰাত শিশুসকল সক্ষম হয়। ইয়াৰ পৰা কব পৰা যায় যে শিশুৰ পূৰ্ণাংগ বিকাশৰ বাবে এখন সুস্থসবল, শান্তিপূৰ্ণ ঘৰ অথবা পৰিয়ালৰ অতি প্ৰয়োজন।

## সমাজ আৰু লোক-সমাজ (Society and community)

শিক্ষাৰ বিকাশ সাধন কৰাৰ মূল ক্ষেত্ৰ হল সমাজ। পৰিয়ালৰ পিচতে শিশু সমাজৰ প্ৰভাবত পৰে আৰু শিক্ষা আহৰণ আৰু ব্যক্তিত্ব গঠনৰ অনৌপচাৰিক মাধ্যম হিচাপে সমাজক পায়। ব্যক্তিসকলৰ বিকাশ কৰিবলৈ হলে সমাজৰ প্ৰভাব অপৰিহাৰ্য্য। 'সমাজ' শব্দটো সকলোৱে বুজিব পৰা এটি ব্যৱহৃত শব্দ। সাধাৰণ অৰ্থত সমাজ বুলিলে যি বুজা যায় সমাজ বিজ্ঞানৰ দিশত সমাজ শব্দৰ অৰ্থ বেছি গুৰুত্বপূৰ্ণ। সমাজ বুলিলে অকল আমি মানব সমাজকেই ধৰি লওঁ। কিন্তু সেইটো নহয়। মানব সমাজৰ বাহিৰেও জীৱজন্তু, কীটপতংগ আদিৰো সমাজ দেখা যায়। এই ক্ষেত্ৰত আমি সমাজ বিজ্ঞানী 'Davis' ৰ এষাৰ কথা উল্লেখ কৰিব পাৰো। তেওঁ কৈছে "অকল মানুহেই সমাজত জীয়াই নাথাকে ; পৰুৱা, চৰাই চিৰিকতি, বান্দৰ ইত্যাদি বিলাকেও সমাজপাতি থাকে"। আমি গভীৰভাবে লক্ষ্য কৰিলে দেখিবলৈ পাওঁ যে বান্দৰৰ সমাজ আৰু পৰুৱাবোৰৰ সমাজ উন্নত সমাজ। কিন্তু মানব সমাজ সেই সমাজৰ পৰা পৃথক। সমাজ এখন গঠন কৰোতে বিশেষকৈ জনসংখ্যা, সংগঠন, নিৰ্দিষ্ট সময়, স্থান আৰু ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে। বিশেষ এটি কাল অনুযায়ী শ্ৰম-বিভাজনে সমাজৰ প্ৰকৃতি নিৰ্ণয় কৰে। সমাজত বাসকৰা লোক সকলে কিছুমান উমৈহতীয়া স্বাৰ্থ ভগাই লয়। এই উমৈহতীয়া স্বাৰ্থৰে ব্যক্তিসকলৰ সামাজিক জীৱনত আত্মনিৰ্ভৰশীল হোৱাত সহায় কৰে। এটি নিৰ্দিষ্ট ভৌগোলিক অঞ্চলত বসবাস কৰি থকা জনসংখ্যাৰ মাজত যেতিয়া প্ৰত্যক্ষ আৰু পৰোক্ষভাবে সামাজিক সম্বন্ধ গঢ়ি উঠে তেতিয়া সেই জনসংখ্যাক লৈ এখন সমাজ গঠিত হয়। মানুহৰ মাজত গঢ়ি উঠা পৰস্পৰ সম্বন্ধ আৰু ঘটিথকা পাৰস্পৰিক কাৰ্য্যকলাপ আৰু আচৰণ ক্ৰিয়াৰ জৰিয়তে যি প্ৰক্ৰিয়াৰ সৃষ্টি হয় তাক অন্তঃক্ৰিয়া

বুলি কোৱা হয়। সমাজ সদায় পৰিবৰ্ত্তন হৈয়ে থাকে। পৰিবৰ্ত্তনশীল জটিল সামাজিক সম্বন্ধৰ বান্ধোনেৰে বান্ধখোৱা ব্যৱস্থাটোক সমাজ আখ্যা দিয়া হয়।

'সমাজ' শব্দটো 'শিক্ষা' শব্দটোৰ লগত বিশেষভাবে জড়িত। শিক্ষাৰ সামাজিক প্ৰয়োজন বিস্তৃত। মানুহে জীৱন ধাৰণৰ বাবে লগতে জীৱন ৰক্ষাৰ বাবে সৃষ্টি কৰি লৈছিল সমাজ ব্যৱস্থা। মানৱ সমাজৰ ক্ৰমবিকাশত অবিহণা যোগাইছিল মানুহৰ নিজস্ব সৃজনী শক্তিয়ে। সমাজত জীয়াই থকাৰ বাবে মানুহে বিভিন্ন ৰীতি-নীতি, সামাজিক পৰম্পৰা, আচাৰ-ব্যৱহাৰ, নিয়মানুবৰ্ত্তিতা, শৃংখলা আদি মানি চলিছিল। সমাজ গঠন হোৱাৰ আগতে মানুহ শৃংখলাহীন পশুৰদৰে আছিল। লাহে লাহে মানুহে সমাজৰ মাধ্যমত নানাধৰণৰ জ্ঞান আহৰণ কৰিব ধৰিলে। মানুহে জন্মলাভ কৰাৰ লগে লগে সামাজিক পৰিবেশৰ অন্তভূৰ্ক্ত হৈ পৰে। জন্মৰ লগত মানুহে কিন্তু 'দেহ' আৰু 'মন'ৰ বাহিৰে বাহ্যিক গুণ একোৱেই লগত লৈ নাহে। সামাজিকৰণ প্ৰক্ৰিয়াৰ মাধ্যমতহে ডাঙৰ দীঘল হোৱাৰ লগে লগে ভাষা, ধৰ্ম, ৰীতি-নীতি আৰু সংস্কৃতি আদি দিশবোৰ আহৰণ কৰিবলৈ ধৰে। এই সকলোবোৰ আহৰণ কৰিহে মানুহে মানুহ হিচাপে সমাজত প্ৰকাশ লাভ কৰে। মানুহক সামাজিক ধাৰণা লাগে কিন্তু মানুহ সম্পূৰ্ণৰূপে সমাজৰ বশবৰ্ত্তী নহয়। সমাজে বিচাৰিলেও সমাজৰ মতে গঢ় নলয় যদিও সমাজ মানুহৰ বিকাশৰ বাবে অপৰিহাৰ্য্য। মানব সমাজত মানুহৰ বিভিন্নতা পৰিলক্ষিত হয়। যদি সমাজে বিচৰামতে মানুহে গঢ় ললেহেতেন তেতিয়াহলে মানুহৰ স্বভাব চৰিত্ৰ আৰু ব্যক্তিত্ব একে হল হেতেন।

'সমাজ' বুলিলে আমি অতি বিস্তৃত ধাৰণা এটি লওঁ। এই বৃহত্তৰ সমাজত চুবুৰী, সম্প্ৰদায়, ধৰ্মানুষ্ঠান, সংঘ, সমিতি, পুথিভড়াল, বাতৰিকাকত, আলোচনী আদিয়েও নানা ধৰণৰ প্ৰভাব পেলায়। সকলো প্ৰভাৱৰ দ্বাৰা মানুহ প্ৰভাবান্বিত হৈ সামাজিক পৰিবেশৰ সৃষ্টি কৰে। 'সমাজ' আৰু 'ব্যক্তি' দুটা দিশ হলেওঁ ইটোৰ লগত সিটো সাঁঙোৰ খাই পৰে। ব্যক্তিতান্ত্ৰিক ধাৰণাৰ বিষয়ে শিক্ষাবিদ 'নানে' পোষকতা কৰিছিল আনহাতে সমাজতান্ত্ৰিক ধাৰণাৰ পোষকতা কৰিছিল আমেৰিকাৰ বিখ্যাত শিক্ষাবিদ 'জনডিউইয়ে'। মানব ব্যক্তিত্ব বিকাশৰ মূল ক্ষেত্ৰ হল সমাজ। সমাজ অবিহনে ব্যক্তিৰ বিকাশ সম্ভৱপৰ নহয়। সেইদৰে সমাজৰ উন্নতি হলেহে ব্যক্তিৰ উন্নতি সম্ভবপৰ হব। বৰ্ত্তমান সময়ত 'বিদ্যালয়ক এখনি 'ক্ষুদ্ৰ সমাজ' বুলি অভিহিত কৰিছে। 'জনডিউইয়ে' কৈছে বৃহত্তৰ সমাজৰ দৰে বিদ্যালয় এখন ক্ষুদ্ৰ সমাজ। শিশুসকলৰ ব্যক্তিত্ব বিকশিত কৰি তুলিবলৈ হলে বিদ্যালয়ৰ মাধ্যমত সামাজিক পৰিবেশৰ সৃষ্টি কৰিব লাগিব।

'সমাজৰ' লগতে 'সম্প্ৰদায়' সমাজবিজ্ঞানৰ এটি ধাৰণা। সম্প্ৰদায় সামাজিক সংৰচনাৰ এটি উল্লেখযোগ্য অংশ। সাধাৰণতে বহু ব্যক্তিৰ সমষ্টিৰে একোটা সম্প্ৰদায় গঢ়ি উঠে। সম্প্ৰদায়ত মানুহবিলাকে ইজনে সিজনৰ ভাব আদৰ্শ বিনিময় কৰি জীৱন নিৰ্ব্বাহ কৰে। সম্প্ৰদায় অথবা লোক সমাজ দুয়োটাৰে সাংস্কৃতিক

বৈশিষ্ট্য আছে । সম্প্ৰদায় হল এটা সামাজিক দল । এই দল এখন গাওঁ, এখন নগৰ, নাইবা এটা জাতিৰ অধিবাসী সকলৰ দ্বাৰাও গঠিত হয় । সম্প্ৰদায়ৰ সদস্য সকলৰ মাজত এটা আমি ভাব থাকে । সেইদৰে সম্প্ৰদায় তথা লোক সমাজক আনবোৰ দলৰ পৰা পৃথক কৰিব পাৰি । যেনে এজন ব্যক্তি বিভিন্ন সমিতি বা সংঘৰ সদস্য হব পাৰে কিন্তু তেও এটা সম্প্ৰদায়ৰ সদস্য । সম্প্ৰদায় সমূহো ব্যক্তিৰ জীৱনৰ বাবে লাগতিয়াল ক্ষেত্ৰ । ইয়াৰ মাধ্যমতো শৈক্ষিক বিকাশ সম্ভৱ হব । সম্প্ৰদায় সম্বন্ধে সমাজবিজ্ঞানী সকলে নানা ধৰণেৰে মতপোষণ কৰা দেখা যায় । সমাজবিজ্ঞানী 'Davis' য়ে কৈছে যে 'সামাজিক জীৱনৰ সকলো দিশ সামৰিব পৰা সৰু আঞ্চলিক সমূহেই সম্প্ৰদায়' । সেইদৰেই 'অগবাৰ্ণ' আৰু 'নিমকফ'ৰ মতে 'সম্প্ৰদায় সীমিত অৱস্থানত সামাজিক জীৱনৰ এটি পূৰ্ণ সংগঠন' । আনহাতে 'বগাৰদাসৰ' মতে 'সম্প্ৰদায় হল নিৰ্দিষ্ট স্থানত বাসকৰা আৰু আমি ভাব সম্পন্ন এক সামাজিক সমূহ' । আমি যাক সাধাৰণতে সম্প্ৰদায় বুলি কওঁ সেই সম্প্ৰদায়ৰ বিশিষ্ট গুণৰ বাবে সম্প্ৰদায় হিচাপে অভিহিত হৈছে । 'মেকেইভাৰ' আৰু 'পেজে' সম্প্ৰদায়ৰ মূল উপাদান দুটি বুলি কৈছে । প্ৰথমটো হল 'সংস্থিতি' আৰু দ্বিতীয়টো হ'ল "সামূহিক অনুভূতি' । প্ৰথমটোৱে ভৌগোলিক অৱস্থিতিৰ ওপৰত আৰু দ্বিতীয়টোৱে সামূহিক ভাবৰ ওপৰত নিৰ্ভৰ কৰে । এই সমাজ আৰু 'সম্প্ৰদায়' দুয়োটাই ব্যক্তিৰ জীৱনৰ লগত জড়িত । ব্যক্তিত্বক সুন্দৰভাবে বিকশিত কৰিবলৈ হলে সুন্দৰ সমাজ আৰু সম্প্ৰদায় সৃষ্টি কৰিব লাগিব । শিক্ষা ইয়াৰ সহায়ক হব ।

## গণমাধ্যমৰ অনুষ্ঠান সমূহ (Agencies of the mass media)

**ৰেডিঅ' (Radio) :-** আধুনিক সমাজত গণমাধ্যম হিচাপে ৰেডিঅ'ৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ । সামাজিকৰণ প্ৰক্ৰিয়াৰ আহিলা হিচাপেও ৰেডিঅ'ই এটি বিশেষ স্থান অধিকাৰ কৰি আছে । পঢ়াশুনা কৰিব পৰা মানুহে কিতাপ-পত্ৰ বাতৰিকাকত আদিৰ মাধ্যমত নানাধৰণৰ কথা জানিবলৈ সক্ষম হয় । কিন্তু নিৰক্ষৰ ব্যক্তিসকলে ৰেডিঅ'ৰ মাধ্যমেৰে নানাধৰণৰ কথা শুনি জ্ঞান লাভ কৰিব পাৰে । সেয়েহে ৰেডিঅ'ক এবিধ উপযুক্ত শিক্ষাৰ আহিলা হিচাপে ধৰা হয় । সমাজত শিক্ষা লাভ কৰিবলৈ নোৱাৰা লোক সকলক শিক্ষা দিয়াৰ বাবে ৰেডিঅ'ৰ যোগেদি বিবিধ অনুষ্ঠানৰ ব্যৱস্থা কৰি সামাজিক শিক্ষা সম্প্ৰসাৰণৰ ব্যৱস্থা বহুদিন আগৰ পৰাই চলি আছিল । ইয়াৰ উপৰিও ৰেডিঅ'ক এবিধ চিত্তবিনোদন তথা অৱসৰ যাপনৰ শিক্ষাৰ আহিলা হিচাপেও ধৰা হয় । ৰেডিঅ'ৰ মাজেৰে গীত, মাত, নাটক আৰু খেল ধেমালি আদিৰ চলন্ত বিৱৰণী দিয়া হয় । এই অনুষ্ঠান সমূহে আমাৰ মনত আনন্দ দান কৰে । দূৰদৰ্শনৰ বহুল প্ৰচাৰৰ আগলৈকে ভাৰতবৰ্ষৰ প্ৰায় ভাগ স্থানতে ৰেডিঅ'ৰ সমাদৰ যথেষ্ট আছিল । ৰেডিঅ' বিশেষ ব্যয়বহুল নোহোৱা বাবে সাধাৰণ মানুহেও ইয়াৰ মাধ্যমত উপকৃত হব পাৰে । ভাৰতবৰ্ষ এখন দুখীয়া কৃষি প্ৰধান দেশ বুলি ধৰা হয় । ইয়াত নিৰক্ষৰ ব্যক্তি অগণন । এই নিৰক্ষৰ ব্যক্তি সকলক

স্বাক্ষৰিত কৰাৰ অভিযান চলি আছে। এই স্বাক্ষৰিত অভিযানৰ প্ৰচাৰ মাধ্যম হিচাপে ৰেডিঅ'ক লোৱা হৈছে। বয়স্ক সকলক শিক্ষা দিবলৈ অৰ্থনৈতিক অৱস্থা কৃষিগত আৰু আন আন বৃত্তিৰ উন্নতি সাধনৰ অৰ্থে নতুন নতুন পদ্ধতি গ্ৰহণ কৰাৰ ব্যৱস্থা কৰা হৈছে। সামাজিক জীৱনৰ উন্নতি সাধন, ৰাজনৈতিক জ্ঞান লাভ আদিৰ দিশতো নিৰক্ষৰ সকলক ৰেডিঅ'ই সহায় কৰে।

বয়স্কসকলক জ্ঞান দান কৰাৰ লগতে শিশুসকলকো ৰেডিঅ'ই আকৰ্ষণ কৰে। শিশুসকলৰ বাবে ৰেডিঅ'ত নানা ধৰণৰ অনুষ্ঠান প্ৰচাৰ কৰা হয়। অকণিৰ মেল, বিদ্যাৰ্থীৰ অনুষ্ঠান, চেমনীয়াৰ চ'ৰা আদি অনুষ্ঠানৰ মাধ্যমেৰে শিশুসকলক ৰেডিঅ'ৰ মাধ্যমেৰে জ্ঞান দিয়া হয়। যুৱক সকলৰ বাবে 'যুৱবাণী', 'আলোচনা চক্ৰ' বিভিন্ন ব্যক্তিৰ কথিকা, বিখ্যাত ব্যক্তিসকলৰ সাক্ষাৎকাৰ আদিৰ দৰে ভিন ভিন ৰুচি অভিৰুচিৰ অনুষ্ঠান প্ৰচাৰ কৰা হয়। এই অনুষ্ঠান সমূহৰ উপৰিও 'আঞ্চলিক বাতৰি', 'কেন্দ্ৰীয় বাতৰি', বতৰৰ খবৰ, নিৰ্বাচনৰ বাতৰি' আদি প্ৰচাৰ কৰি যিকোনো ঠাইতে থকা লোক সকলক একে সময়তে জনাৰ সুবিধাখিনি ৰেডিঅ'ই দিয়ে। ৰেডিঅ'ৰ মাধ্যমেৰে ল'ৰা-ছোৱালীৰ সৃজনী শক্তিৰো বিকাশ সাধন কৰিব পাৰি। 'মেল' আৰু 'চ'ৰাত' সমবয়সৰ ল'ৰা ছোৱালীয়ে ভাগ লোৱাত শ্ৰোতা ল'ৰা-ছোৱালীবোৰে আনন্দ উপভোগ কৰে আৰু তেওঁলোকৰ নিচিনাকৈ অনুষ্ঠানত ভাগ লোৱাৰ কল্পনা কৰি নিজৰ সৃজনীশক্তি বৃদ্ধি কৰে।

শিক্ষাৰ মাধ্যম হিচাপে ৰেডিঅ'ই যিখিনি ভূমিকা গ্ৰহণ কৰিছে তাৰ লগতে আন আন দিশতো ৰেডিঅ'ৰ ভূমিকা উল্লেখ কৰিবলগীয়া। ৰাষ্ট্ৰৰ কল্যাণ সাধনৰ বাবেও ৰেডিঅ'ক প্ৰয়োগ কৰা হয়। আজি পৃথিৱীৰ প্ৰায় সকলো দেশতে হিংসা বিদ্বেষ বাঢ়ি গৈছে। মৃত্যু, দুৰ্ঘটনা আদিৰ সংখ্যা দিনক দিনে বাঢ়ি গৈ আছে। এই সকলোবোৰৰ বাতৰি ৰেডিঅ'ৰ মাধ্যমেৰে পাই যদিও ইয়াৰ লগে লগে সংহতিৰ নানান অনুষ্ঠান প্ৰচাৰ কৰি মানুহৰ মাজত সংহতিৰ মাজেৰে ভাতৃত্ববোধৰ ভাবৰ বীজ সিচি দিয়া হয়। ইয়াৰ ফল পোৱা যায় কাৰণ ৰেডিঅ'ৰ মাধ্যমত মানুহৰ মন আকৰ্ষণ কৰিব পাৰি। ইয়াৰ লগতে নানা ধৰণৰ ৰাষ্ট্ৰীয় কাৰ্য্যসূচী, স্বাধীনতা দিবস, ৰাষ্ট্ৰৰ উদ্দেশ্যে প্ৰধান মন্ত্ৰী, ৰাষ্ট্ৰপতিয়ে দিয়া ভাষণ আদিও প্ৰচাৰ কৰা হয়। এই সকলো দিশৰ পৰাই ৰেডিঅ'ক এবিধ উল্লেখযোগ্য গণমাধ্যম হিচাপে ধৰা হয়।

আধুনিক শিক্ষা ব্যৱস্থাত ৰেডিঅ'ই নানা ধৰণেৰে অৰিহণা যোগাইছে। পশ্চিমীয়া দেশসমূহেও ৰেডিঅ'ক শিক্ষা প্ৰণালীৰ আহিলা হিচাপে ব্যৱহাৰ কৰিছে। কৰ্তৃপক্ষই বিশেষ বিশেষ সময়ত উপযোগীকৈ নানা বিষয়ৰ ওপৰত পাঠ যুগুতাই প্ৰচাৰ কৰাৰ দিহা কৰা দেখা গৈছে। ইয়াৰ উপৰিও ভাষা শিক্ষাৰ ক্ষেত্ৰতো ৰেডিঅ'ই উল্লেখযোগ্য বৰঙণি আগবঢ়াইছে। হিন্দী শিক্ষাৰ পাঠ, আঞ্চলিক ভাষাৰ পাঠ, ইংৰাজী শিক্ষাৰ পাঠ আদি যুগুতাই ৰেডিঅ'ৰ মাধ্যমেৰে প্ৰচাৰ কৰা হয়। ভাৰতবৰ্ষৰ

ৰেডিঅ' সংযোগ ব্যৱস্থা উন্নত ধৰণৰ। বৰ্ত্তমান আমাৰ দেশত মুঠ ৮৯ টা ৰেডিঅ' অনাতাঁৰ কেন্দ্ৰ স্থাপন কৰা হৈছে। এই কেন্দ্ৰসমূহৰ মাধ্যমেৰে ৰেডিঅ'ক শিক্ষাৰ উপযুক্ত মাধ্যম হিচাপে গণসমাজত প্ৰতিফলিত কৰিছে।

**দূৰদৰ্শন (Television)** -- দূৰদৰ্শন আধুনিক জগতৰ আটাইতকৈ উল্লেখযোগ্য গণমাধ্যম। দূৰদৰ্শনে আন সকলো ধৰণৰ মাধ্যমক চেৰ পেলাই শ্ৰেষ্ঠ মাধ্যম ৰূপে জন সমাজত পৰিগণিত হৈছে। ৰেডিঅ', বাতৰি কাকত আদিয়ে মাত্ৰ এটা দিশৰহে খোৰাক যোগায়। ৰেডিঅ'ৰ দ্বাৰা শ্ৰৱনেন্দ্ৰীয় সক্ৰিয় হৈ উঠে আৰু বাতৰি কাকতৰ দ্বাৰা দৰ্শনেন্দ্ৰীয় সক্ৰিয় হৈ উঠে। কিন্তু দূৰদৰ্শন এনে ধৰণৰ এবিধ আহিলা যিটোৱে শ্ৰৱন-দৰ্শন দুয়োটা দিশকে সামৰি লয়। দেখা আৰু শুনা পৃথক পৃথক কৈ হলে পূৰ্ণ শিক্ষা পোৱা নাযায়। দুয়োবিধ একে লগে হলে শিক্ষা লাভ কৰাত অধিক সুবিধা হয়। অনাতাঁৰ আৰু চলচিত্ৰৰ আচৰিত সংযোগ স্থাপন হৈছে দূৰদৰ্শনত। ঘৰতে বহি পৃথিৱীৰ যতে ততে সংঘটিত হোৱা ঘটনা সমূহক স্বচক্ষুৰে দেখা আৰু শুনাৰ সুবিধা পোৱা এবিধ অনুষ্ঠান হিচাপে আধুনিক যুগত ইয়াৰ গুৰুত্ব অপৰিসীম। শুনা আৰু দেখা দুয়োটা কৰ্মই একে লগে হোৱাৰ ফলত মানুহৰ মনত দূৰদৰ্শনে গভীৰ সাঁচ বহুৱায়। তাৰ ফলত দূৰদৰ্শনৰ প্ৰতি মানুহৰ আকৰ্ষণ অতি বেচি হৈ পৰিছে। দূৰদৰ্শনৰ কল্পনা ভাৰতবৰ্ষৰ পূৰ্ব্বপুৰুষ সকলৰ বুলিয়েই কব খোজা দেখা যায়। মহাকাব্য মহাভাৰতৰ সঞ্জয়ৰ দূৰদৃষ্টি বৰ্ত্তমানৰ দূৰদৰ্শনৰ নামান্তৰ বুলি কব পাৰি। কিন্তু পৃথিৱীৰ উন্নত দেশ সমূহত দূৰদৰ্শনৰ ব্যৱহাৰ আমাৰ দেশতকৈ বহুত বেছি ব্যাপক। ইয়াক সেই দেশ সমূহে সহজলভ্য সঁজুলি হিচাপে প্ৰস্তুত কৰি তুলিছে।

দূৰদৰ্শন আধুনিক যুগৰ অত্যাধুনিক অনৌপচাৰিক শিক্ষাৰ আহিলা। অতিশয় উচ্চ শক্তি সম্পন্ন ট্ৰেন্সমিটাৰৰ সহায়ত পৃথিৱীৰ কোনো শব্দ মহাশূণ্যৰ বুকুৰ গভীৰ দিশলৈ প্ৰেৰণ কৰা হয়। লগে লগে শক্তিশালী কেমেৰা ব্যৱহাৰ কৰি অসংখ্য আলোক চিত্ৰও ইয়াৰ সমুদ্ৰলৈ প্ৰেৰণ কৰা হয়। আলোক চিত্ৰবোৰ বিশেষ এক প্ৰকাৰ যন্ত্ৰৰ দাপোনত প্ৰতিফলিত হয় তাৰ লগতে গ্ৰহণ কৰা শব্দসম্ভাৰো সম্প্ৰসাৰিত হয়। দূৰদূৰণিত গৃহীত আৰু প্ৰেৰিত চিত্ৰ আৰু শব্দসম্ভাৰ মুহূৰ্ততে গ্ৰাহক যন্ত্ৰত দৃশ্যমান হয় আৰু সৰব হৈ উঠে। ইয়াকে দূৰদৰ্শন বোলে। দূৰদৰ্শনে বিশ্বৰ সুদূৰ প্ৰান্তৰৰ বা-বাতৰি ঘটনা প্ৰবাহ আদি নিমিষতে অন্য প্ৰান্তত প্ৰত্যক্ষ আৰু জীৱন্তৰূপে পৰিবেশন কৰিব পাৰে। দূৰদৰ্শনে মহাকাশ অভিযানতো গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিবলৈ সক্ষম হৈছে। মহাকাশ অভিযানত মহাকাশচাৰী সকলৰ কাৰ্য্যক্ৰমণিকাৰ চিত্ৰ আৰু বাণীবোৰ প্ৰতি মূহুৰ্তে পৃথিৱীলৈ প্ৰেৰণ কৰি মানুহৰ উদ্বেগ উপশমত ই যথেষ্ট সহায় কৰিছে। অভিযাত্ৰী সকলৰ সাফল্যৰ প্ৰতিটো মূহুৰ্ত বিশ্ববাসীৰ দৃষ্টি গোচৰ কৰিবলৈ সক্ষম হৈছে। ভাৰতবৰ্ষত দূৰদৰ্শনৰ প্ৰথম কেন্দ্ৰ ৰাজধানী দিল্লীত ১৯৫৯ চনৰ ১৫ চেপ্তেম্বৰত মুকলি কৰা হয়। লাহে লাহে দেশৰ প্ৰায়বোৰ গুৰুত্বপূৰ্ণ চহৰত ইয়াৰ কেন্দ্ৰ স্থাপন কৰা হয়। ভাৰতবৰ্ষত বৰ্ত্তমানলৈ ১৯১ টা

দূৰদৰ্শন কেন্দ্ৰ স্থাপন কৰা হৈছে। দূৰদৰ্শনৰ শৈক্ষিক মূল্য বহুত বেছি। নানা ধৰণৰ গুৰুত্বপূৰ্ণ কাৰ্য্যসূচীৰ মাধ্যমত সকলো শ্ৰেণীৰ নাগৰিকৰ মনৰ খোৰাক যোগোৱাত দূৰদৰ্শন সাফল্যমণ্ডিত হৈছে। নানা ধৰণৰ আমোদ প্ৰমোদৰ কাৰ্যসূচী, জাতীয় সংহতিৰ কাৰ্যসূচী, উচ্চশিক্ষাৰ কাৰ্যসূচী, আলোচনা চক্ৰ, সাক্ষাৎকাৰ, আদৰ্শমূলক তথ্যচিত্ৰ আদি দূৰদৰ্শনৰ মাধ্যমত প্ৰচাৰ কৰা হয়। ই এবিধ শ্ৰেষ্ঠ গণমাধ্যম। দূৰদৰ্শন এবিধ বৈশিষ্ট্যপূৰ্ণ আহিলা হিচাপে পৰিগণিত হোৱাৰ মূলতে কেইটিমান দিশ বিশেষ ভাবে উল্লেখযোগ্য।

(১) শ্ৰৱণ দৰ্শনৰ আহিলা (Audio-Visual aids) হিচাপে দূৰদৰ্শনে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে। ইয়াৰ ফলত অভিজ্ঞতা বেছি স্পষ্ট, গভীৰ আৰু দীৰ্ঘস্থায়ী হয়।

(২) দূৰদৰ্শনে আগতে আবিষ্কাৰ হোৱা জনসংযোগৰ আহিলা সমূহতকৈ উপযুক্তভাবে নিজৰ কাৰ্যসূচী প্ৰচাৰ কৰিছে। বিশিষ্ট ব্যক্তি সকলক চকুৰ ওচৰতে দেখা আৰু তেওঁলোকৰ বাণী শুনাৰ সহজ উপায় হিচাপে দূৰদৰ্শনৰ গুৰুত্ব অধিক। মানুহৰ মনত আনন্দ দিব পৰা গুণটো জনসংযোগৰ আন মাধ্যমতকৈ দূৰদৰ্শনৰ বহুত বেছি।

(৩) গণমাধ্যম হিচাপে দূৰদৰ্শনৰ জৰিয়তে নতুন নতুন দিশত মানব মনত জ্ঞান, কৌশল, ক'লা আৰু ৰুচিবোধৰ ধাৰণা গঢ়ি উঠাত সহজ হৈছে।

(৪) ছাত্ৰ-ছাত্ৰীসকলৰ বাবে পাঠ্যক্ৰম প্ৰস্তুত কৰি উপযুক্ত ক'লা-কৌশল আৰু বিজ্ঞানসম্মতভাবে পাঠদান আৰু আহৰণৰ ধাৰণা জগাই তোলাত সুবিধা হৈছে। সকলো দিশৰ পৰা লক্ষ্য কৰি বুজা যায় যে দূৰদৰ্শন হল আধুনিক যুগৰ অন্যতম অৱদান।

**কথাছবি বা চিনেমা (Cinema)** -- গণমাধ্যম হিচাপে কথাছবিয়েও এটি উল্লেখযোগ্য স্থান দখল কৰি আছে। কথাছবি হৈছে এবিধ সৃজনীমূলক শিল্পকৰ্ম। ইয়াক সামাজিকৰণৰ এক গুৰুত্বপূৰ্ণ আহিলা হিচাপে ধৰা হয়। কথাছবিৰ মূল উদ্দেশ্য হ'ল মানুহৰ মনত নানা ধৰণৰ কাহিনীৰ মাধ্যমেৰে আনন্দ যোগনা ধৰা। সেই আনন্দ যোগানৰ লগে লগে মানুহৰ মনত যেন নানা ধৰণৰ আদৰ্শমূলক চিন্তাধাৰাই স্থান পায় তাৰ বাবেও কথাছবিৰ মাধ্যমত চেষ্টা কৰা হয়। সামাজিক জীৱনত নানা ধৰণৰ বিষয়বস্তুৰ অৰ্থ বিশদভাবে বুজাবৰ কাৰণে সমাজৰ আৱশ্যকীয় কিছুমান দিশৰ কথা প্ৰচাৰ কৰিবৰ কাৰণে আৰু সকলো শ্ৰেণীৰ মানুহক শিক্ষিত কৰি তুলিবৰ কাৰণে কিছুমান বিশেষ ধৰণৰ কথাছবি প্ৰস্তুত কৰি তোলা হয়। এই কথাছবি সমূহক তথ্যচিত্ৰ বুলি কোৱা হয়। কথাছবিৰ মাধ্যমেৰে কোনো এটা বিষয়ৰ জ্ঞান দিব পৰা যায়, আন কোনো দিশৰ সহায়ত ইমান পৰিপাটীকৈ দিব নোৱাৰি। মানব সমাজ সমস্যাবহুল সমাজ। সমস্যাসমূহক মানুহৰ মাজত ফঁহিয়াই তথা বিশ্লেষণ কৰি কথাছবিৰ সহায়ত দেখুৱাব পাৰি।

আধুনিক শিক্ষা ব্যৱস্থাত কথাছবিৰ প্ৰভাব বিশেষভাবে পৰিছে যদিও সামাজিক পৰিবৰ্ত্তনতহে ইয়াৰ প্ৰভাব বেছি। এই প্ৰভাৱসমূহ ভাল আৰু বেয়া দুয়োটা ক্ষেত্ৰতে পৰিলক্ষিত হৈছে। এৰোখন ছবি আদৰ্শমূলক কৰি গঢ়ি তোলা হয় আন হাতে দুই এখন ছবি বজৰুৱা ধৰণৰ বুলিও কোৱা হয়। প্ৰত্যেকখন কথাছবিৰে কিছুমান বিশেষ বিশেষত্ব থাকে। ই জনমানসত স্থায়ীভাবে গভীৰ প্ৰভাৱ পেলায়। কোনো কোনো বিখ্যাত কাহিনী অথবা উপন্যাসক হুবহু ঘটনা ৰাজিৰ মাজেৰে উপস্থাপন কৰা হয়। এনে ধৰণৰ কথাছবিয়ে দৰ্শকক মন মুহিব পৰা দিশ এটা থাকে। ই কম খৰচতে কম সময়ত অধিক আনন্দ দিবলৈ সক্ষম হয়। ই মানব মনত চিত্তবিনোদন আনি দিয়ে। নানা ধৰণৰ ধেমেলীয়া কথা, সুৰুচিপূৰ্ণ সংলাপ, কাৰ্টুন জাতীয় ছবি আৰু দুঃসাহসিক ঘটনা আদিয়ে সৰু ল'ৰা ছোৱালীৰ লগতে যুৱক সকলক মোহিত কৰে।

কথাছবিৰ আন এটা মহত্বপূৰ্ণ দিশ হ'ল অভিজ্ঞতা অৰ্জনত সহায় কৰা। কথাছবি সমূহৰ কাহিনীৰাজিৰ আধাৰ বিভিন্ন গল্পৰ পৰাই লোৱা হয় আৰু তাৰ মাজেৰে জীৱনৰ বেলেগ বেলেগ অৱস্থা দৰ্শকৰ চকুত ধৰা দিয়ে। এই অৱস্থা সমূহৰ পৰা দৰ্শকসকলৰ বিভিন্ন দৰ্শন আৰু বৈচিত্ৰৰ লগত পৰিচয় হয়। ইয়াৰ কেতিয়াবা বেয়া দিশো পৰিলক্ষিত হয়। তাৰ পৰা কোমলমনৰ ছাত্ৰ-ছাত্ৰীসকলৰ অনিষ্ট সাধন হয়। বৰ্তমান সময়ত কথাছবি সমূহে বিজ্ঞাপনৰ ক্ষেত্ৰতহে বেছি গুৰুত্ব দিয়া দেখা যায়। নানা ধৰণৰ উৎপাদক সামগ্ৰীৰ বিষয়ে কথাছবিৰ মাজেৰে মানুহৰ মাজত প্ৰচাৰ কৰাৰ চেষ্টা কৰা দেখা যায়। নানা ধৰণৰ উৎপাদন সামগ্ৰীসমূহে বিজ্ঞাপনৰ মাজেৰে মানুহৰ মনত সোমাই পৰে আৰু চাহিদাও বৃদ্ধি হয়। সৰু ল'ৰা-ছোৱালীয়ে অনুকৰণ কৰি ঘৰুৱা পৰিবেশত তাক প্ৰতিফলিত কৰিবলৈ বিচাৰে। মানুহৰ চিন্তা, মূল্যবোধ, ৰুচিবোধ, পছন্দ আদি অনেক গভীৰ কথা বৰ্তমান সময়ত বিজ্ঞাপনৰ দ্বাৰাই নিয়ন্ত্ৰিত হবলৈ ধৰিছে। বিজ্ঞাপন সমূহে নানা ধৰণে সহায় যেনেকৈ কৰে বেয়া পথৰ সন্ধানো তেনেকৈয়ে দিয়ে। সেয়েহে এই ক্ষেত্ৰত চৰকাৰৰ ভূমিকা গুৰুত্বপূৰ্ণ হোৱা উচিত।

কথাছবিৰ শৈক্ষিক মূল্য অতি বেছি। বৰ্তমান সময়ত এনেকুৱা কিছুমান কথাছবি প্ৰস্তুত কৰা হৈছে যিবিলাকৰ মাধ্যমেৰে বিজ্ঞান, প্ৰযুক্তিবিদ্যা, গণিত, ভূগোল, ভৌতিকবিজ্ঞান আদি বিষয়ৰ তথ্যপাতি আৰু সঁজুলি সহজ সৰল ভাষাত জনসমাজত প্ৰদৰ্শন কৰিবলৈ সক্ষম হৈছে। ছাত্ৰ ছাত্ৰীসকলৰ পাঠ্যক্ৰমৰ অন্তৰ্গত বিভিন্ন বিষয়ো ইয়াত অন্তভূৰ্ক্ত কৰাৰ ফলত ছাত্ৰ-ছাত্ৰীসকল উপকৃত হৈছে। উদ্দেশ্যপূৰ্ণ শিক্ষা বিষয়ক কথাছবি প্ৰস্তুত কৰিলে ই শিশুৰ কল্পনাশক্তি বঢ়োৱাত সিহঁতৰ মনোভাব, অভ্যাস আৰু অভিৰুচি সৃষ্টি হোৱাত সহায় কৰে। নায়ক নায়িকাৰ মাধ্যমেৰে নিজৰ কল্পনাৰাজিক সক্ৰিয় কৰি তোলে। অভিনয়ৰ মাজেৰে দেখুওৱা আচৰণখিনি ছাত্ৰ-ছাত্ৰীসকলে অনুসৰণ কৰি লয়। আধুনিক সমাজৰ ব্যক্তিসকলে স্বীকাৰ কৰিছে

যে কথাছবিৰ মাধ্যমত জনসমাজত জ্ঞানৰ প্ৰসাৰতা আনিব পাৰি। পশ্চিমীয়া দেশবোৰে বিদ্যালয়ৰ চাৰিবেৰৰ ভিতৰত উপযোগীকৈ কথাছবি প্ৰস্তুত কৰিবলৈ লৈছে আৰু তাৰ সফল প্ৰয়োগ কৰিছে। সকলো দিশৰ পৰা লক্ষ্য ৰাখি কথাছবিৰ শিক্ষামূলক গুৰুত্ব আছে বুলি কব পাৰি।

**বাতৰি কাকত** **(News Paper)** -- আধুনিক বিজ্ঞানসম্মত সমাজৰ এটি অবিচ্ছেদ্য অংগ হিচাপে বাতৰি কাকতে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আছে। বাতৰি কাকতেই হৈছে জাতি সমূহৰ মাজত যোগসূত্ৰ স্থাপন ৰক্ষা কৰা আৰু ইখন দেশ আৰু সিখন দেশৰ মাজত সম্বন্ধ স্থাপন কৰা এটি মাধ্যম। বাতৰি কাকতক আধুনিক যুগৰ এবিধ উল্লেখযোগ্য গণমাধ্যম হিচাপে ধৰা হয়। ইয়াৰ মাজেৰে পৃথিৱীৰ বিভিন্ন ঠাইত হোৱা উল্লেখযোগ্য ৰাজনৈতিক পৰিবৰ্ত্তন, যুদ্ধ বিগ্ৰহ, অৰ্থনৈতিক সালসলনি, নানাধৰণৰ দুৰ্ঘটনা, বেহাবেপাৰৰ সমস্যা, খেল-ধেমালিৰ বাতৰি, উৎপাদিত সামগ্ৰীৰ বিজ্ঞাপন আদি খুব কম খৰচতে সবিশেষ জনাৰ সুবিধা দিয়া হয়। বিজ্ঞানৰ প্ৰগতিয়ে বিশ্বক আমাৰ নিচেই ওচৰ চপাই আনিছে নানা ধৰণৰ গণমাধ্যমৰ মাজেদি। তাৰ ভিতৰত বাতৰি কাকত অন্যতম প্ৰচাৰ মাধ্যম। ইয়াৰ লগত সাংবাদিকতা নিবিড়ভাবে জড়িত হৈ থাকে। শক্তিশালী সম্পাদকীয়ই মানুহৰ মনত সাহসিকতাৰ বীজ চতিয়াই দিব পাৰে। নাগৰিক সকলে তেওঁলোকৰ নিজস্ব মতামত ৰুচি অভিৰুচিৰ কথাও ইয়াৰ মাধ্যমেৰে প্ৰচাৰ কৰিব পাৰে। বৰ্ত্তমান শিক্ষা ব্যৱস্থাত সাংবাদিকতা এক প্ৰয়োজনীয় বিষয় হিচাপে পাঠ্যক্ৰমৰ অন্তৰ্ভূক্ত কৰা হৈছে। বাতৰি কাকতৰ মাধ্যমত এজন ব্যক্তি সমগ্ৰ বিশ্বৰে বতৰা পাবলৈ সক্ষম হয়।

মানব সমাজত অভাব চিৰবিদ্যমান হৈ থাকে। সেই অভাবৰ বাবে প্ৰয়োজন হৈ পৰিছে আবিষ্কাৰৰ। অভাবক আবিষ্কাৰৰ মূল বুলি ধৰা হয়। অভাবৰ তাৰণাই মানুহক বিভিন্ন সম্পদ আবিষ্কাৰৰ প্ৰেৰণা যোগাইছে। মানব সমাজ সেই আৱিষ্কাৰৰ ফলত সমৃদ্ধিশালী হৈছে। বাতৰি কাকত সেই আবিষ্কাৰ সমূহৰ তথ্যপাতিৰ বিৱৰণ মানুহৰ মাজত প্ৰচাৰ কৰাৰ সুবিধা হৈছে। অতীত সমাজত বাতৰি কাকতৰ প্ৰচলন নাছিল যদিও কটকীৰ যোগেদি ইখন দেশৰ বতৰা সিখন দেশক দিয়াৰ ব্যৱস্থা আছিল। ভ্ৰমণকাৰী, পৰিব্ৰাজক, ৰাজকটকী, ৰাজদূত আদিক পঠাই যুদ্ধৰ বাতৰি আদি প্ৰেৰণ কৰাৰ লগতে নিজৰ দেশলৈ কঢ়িয়াই অনা হৈছিল। কিন্তু বৰ্ত্তমান যুগত বাতৰি কাকতৰ প্ৰচলন হোৱাত সকলোখিনি ইয়াৰ মাজেৰে প্ৰকাশ কৰা হয়। তাৰ উপৰি যোগাযোগ কৰাৰ বাবে আৱিষ্কৃত হোৱা নানা তৰহৰ অনাঁতাৰ যন্ত্ৰসমূহে পৃথিৱীৰ আয়তনকে ক্ষুদ্ৰ কৰি পেলাইছে।

বাতৰি কাকতৰ প্ৰথম প্ৰচলন হৈছিল চীন দেশত। কাকত আৰু ছপাকলৰ আৱিষ্কাৰ কৰি চীনদেশে গৌৰবোজ্বল ইতিহাস ৰচনা কৰিছিল। ইউৰোপৰ ভেনিচ নগৰত এখন বাতৰি কাকত প্ৰকাশ হৈছিল তাৰ নাম আছিল 'গেজেট'। এই

শব্দৰ পৰা গেজেট শব্দৰ আবিৰ্ভাব হয়। ৰাণী এলিজাবেথৰ দিনত বাতৰি কাকতৰ আৰম্ভ হয়। ভাৰতবৰ্ষত ইংৰাজ অহাৰ পিছতহে বাতৰি কাকতৰ প্ৰচলন হয়। সেইদৰে অসমত ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিমতে ইংৰাজৰ আগমন হোৱাৰ পিছতহে ১৮৪৬ চনত 'অৰুণোদই' নামেৰে এখন বাতৰি কাকত প্ৰকাশ হয়। এইদৰে বৰ্ত্তমানলৈ নানাধৰণৰ বাতৰি কাকত প্ৰকাশ পাইছে। বাতৰি কাকতৰ কেইবাটাও শ্ৰেণী আছে তাৰ ভিতৰত বাতৰি প্ৰধান কাকত, বাৰ্তা আৰু প্ৰবন্ধ মিশ্ৰিত কাকত আৰু আলোচনী কাকত আদিয়েই প্ৰধান।

আধুনিক জগতত বাতৰি কাকতৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। প্ৰতিদিনে পৃথিৱীৰ বিভিন্ন স্থানত ঘটিযোৱা ঘটনা প্ৰবাহ, ৰাজনীতি, অৰ্থনীতি, বিজ্ঞান, বেহাবেপাৰ, শিক্ষা সংস্কৃতি, আমোদ প্ৰমোদ, খেল ধেমালিৰ বাতৰি, যুদ্ধ বিগ্ৰহৰ ঘটনাৱলীক শুদ্ধ আৰু তথ্যভিত্তিক ভাবে সুন্দৰকৈ সজাই সমাজৰ উপযোগীকৈ প্ৰকাশ কৰে। বাতৰি কাকত জনমত সংগঠনৰ মূল আহিলা। ইয়াৰ মাজেৰে মানুহে সকলো ধৰণৰ অভিমত প্ৰকাশ কৰিব পাৰে। শিক্ষকে বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলক বাতৰি কাকতৰ পৰা সকলোধৰণৰ লাগতিয়াল বা-বাতৰি বিভিন্ন বিষয়ৰ পাঠদানৰ লগত সামঞ্জস্য দেখুৱাই পাঠদান মনোগ্ৰাহী কৰি তুলিব পাৰে। বাতৰি কাকতত ল'ৰা-ছোৱালীৰ উপযোগী নানা ধৰণৰ শিতান থাকে। সেই শিতানবোৰৰ মাধ্যমত জ্ঞানলাভ কৰিবলৈ সক্ষম হয়। বাতৰি কাকতৰ মাধ্যমেৰে গল্প, কবিতা আদি লিখি লিখনী প্ৰতিভাৰো বিকাশ সাধন কৰিব পাৰি। বাতৰি কাকতৰ মাধ্যমত সামাজিক পৰিবৰ্ত্তনো সম্ভৱপৰ হয়। পৃথিৱীৰ বিভিন্ন দেশৰ মানুহৰ জীৱনযাত্ৰা আৰু সমস্যাৱলীৰ বিষয়ে বাতৰি পৰিবেশন কৰি আন্তৰ্জাতিক দিশত সম্বন্ধ স্থাপন কৰিব পাৰি। সুন্দৰ আৰু তথ্যপূৰ্ণ বাতৰি প৷ৰিবেশনৰ ফলত মানৱ জগতত জ্ঞানৰ পৰিসীমা বৃদ্ধি পায়। ভাষা শিকিবলৈ সহায় হয় আৰু সমস্যা সমূহ জনাৰ সুবিধা হয়। বাতৰি কাকতে শিক্ষা প্ৰসাৰৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা লয়।

**পুথিভঁড়াল (Library)** -- গণমাধ্যম হিচাপে পুথিভঁড়ালৰ ভূমিকা উল্লেখযোগ্য। শিক্ষানুষ্ঠানৰ পাঠ্যক্ৰমত থকা কথাখিনিয়েই ল'ৰা-ছোৱালীৰ বাবে যথেষ্ট নহয়। তেওঁলোকৰ মানসিক দিগন্ত তেওঁলোক ডাঙৰ হৈ অহাৰ লগে লগে বহল হৈ পৰে। গতিকে শিক্ষাৰ্থীয়ে নানা তৰহৰ কথা জানিবলৈ বিচাৰে। সেই সমলসমূহৰ যোগান ধৰাৰ ক্ষেত্ৰত পুথিভঁড়ালৰ ভূমিকা অতি তাৎপৰ্য্যপূৰ্ণ। আধুনিক জগতত বিভিন্ন বিষয়ৰ জ্ঞান এনেদৰে বাঢ়িছে যে আজি শিকা কথাটো কেইদিনমান পিছত পুৰণি হৈ যাব পাৰে। স্কুল কলেজৰ পাঠ্যক্ৰমত একেবাৰে নতুন কথা সদায় অন্তৰ্ভুক্ত কৰা নহয়। গতিকে ল'ৰা-ছোৱালীয়ে বিভিন্ন বিষয়ত নতুন জ্ঞান অৰ্জন কৰিবৰ কাৰণে পুথিভঁড়াল অতি আৱশ্যকীয় অনুষ্ঠান।

শিক্ষাৰ্থী সকলৰ অধ্যয়নৰ অভ্যাস গঠন কৰাত পুথিভঁড়ালৰ প্ৰভাৱ অপৰিসীম। 'বেকন' নামৰ মণিষী গৰাকীয়ে কৈছিল 'অধ্যয়নে মানুহৰ ব্যক্তিত্ব গঢ়ি তোলে' (Reading maketh a man)। পুথিভঁড়ালৰ এটা প্ৰধান কাম হল সংৰক্ষণ কৰা।

নতুন পুৰণি কিতাপ সংগ্ৰহ আৰু সংৰক্ষণ কৰি পুথি ভঁড়ালে সমাজৰ উন্নতি সাধন কৰে। জনসাধাৰণ আৰু চৰকাৰৰ মাজত বাতৰি কাকতে যোগসূত্ৰ স্থাপন কৰে আৰু ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক সমস্যাৰ স্বৰূপ ডাঙি ধৰি জনমত গঢ়ি উঠাত সহায় কৰে। শিক্ষানুষ্ঠানৰ পুথিভঁড়ালত বিভিন্ন ধৰণৰ বাতৰি কাকত, কিতাপ পত্ৰ, প্ৰচাৰপত্ৰ আলোচনী আদি থাকে। শিক্ষাৰ্থী সকলে প্ৰয়োজন অনুসৰি যিকোনো বিষয়ৰ কিতাপ পঢ়ি জ্ঞানৰ পৰিসৰ বৃদ্ধি কৰিব পাৰে। শিক্ষাৰ্থী সকলৰ উপৰিও সমাজৰ সকলো শ্ৰেণীৰ ব্যক্তিয়ে পুথিভঁড়ালৰ দ্বাৰা উপকৃত হয়। নিজৰ কৰ্মজীৱনৰ পাৰদৰ্শিতা বৃদ্ধি কৰিবলৈ আৰু অৱসৰ বিনোদনৰ উপায় হিচাপে ব্যৱহাৰ কৰিবলৈ পুথিভঁড়ালৰ প্ৰয়োজন। পুথিভঁড়াল কেইবাপ্ৰকাৰৰো আছে। তাৰ ভিতৰত (ক) স্কুলীয়া পুথিভঁড়াল (খ) শ্ৰেণী পুথিভঁড়াল (গ) ৰাজহুৱা পুথিভঁড়াল (ঘ) চলন্ত পুথিভঁড়াল (ঙ) ঘৰুৱা পুথিভঁড়াল।

## গণমাধ্যমৰ সমাজত প্ৰভাৱ (Influece of mass media on Society)

ওপৰৰ আলোচনা সমূহৰ পৰা বুজিব পৰা গ'ল যে জনসংযোগৰ মাধ্যম সমূহে সমাজক নানা ধৰণেৰে প্ৰভাৱান্বিত কৰে। সকলো বস্তুৰে দুটা দিশ থাকে। এটা দিশ সৰ্ব্বাংগ সুন্দৰ আনটো দিশ অনিষ্টকৰ। গণমাধ্যম সমূহৰো সৰ্ব্বাংগ সুন্দৰ দিশটো সমাজৰ সকলো শ্ৰেণীৰ লোকৰে গ্ৰহণযোগ্য আৰু অনিষ্টকাৰী দিশটো গ্ৰহণযোগ্য নহব। ছাত্ৰ-ছাত্ৰীসকলে আনুষ্ঠানিক শিক্ষানুষ্ঠানৰ পৰা যিখিনি শিকে সেইখিনিয়ে তেওঁলোকৰ সামগ্ৰীক বিকাশত সম্পূৰ্ণ সহায় নকৰে। তাৰবাবে প্ৰয়োজন হয় অনৌপচাৰিক শিক্ষাৰ। এই ক্ষেত্ৰত পৰিয়াল, ধৰ্মানুষ্ঠান, পুথিভঁড়াল, বাতৰি কাকত, ৰেডিঅ', সংগ্ৰহালয়, দূৰদৰ্শন, আলোচনী, স্কাউট গাইড আন্দোলন আৰু কথাছবিয়ে নানা ধৰণৰ জ্ঞান দান কৰে। এই অনুষ্ঠান সমূহৰ প্ৰভাৱ ছাত্ৰ-ছাত্ৰীসকলৰ লগতে সমাজত বিভিন্ন ধৰণে পৰে। শিশু সকলৰ বিকাশ আৰু সামাজিকৰণত এই অনুষ্ঠান সমূহৰ ভূমিকা গুৰুত্বপূৰ্ণ। জনসংযোগৰ মাধ্যম সমূহৰ পৰা ছাত্ৰ-ছাত্ৰীসকল যথেষ্ট উপকৃত হয় যদিও সেই বিলাকৰ লক্ষ্য অকল ছাত্ৰ-ছাত্ৰী সকলৰ উন্নতি সাধনতেই সীমাবদ্ধ নহয়। এই অনুষ্ঠান সমূহে সকলো ধৰণৰ শিক্ষাকে সম্প্ৰসাৰণ কৰিবলৈ বিচাৰে। ছাত্ৰ-ছাত্ৰী সকলে যত্ন কৰিলে ভাল দিশটোৰ দ্বাৰা প্ৰভাৱান্বিত হব পাৰে কিন্তু বেছিকৈ বেয়া দিশবদ্বাৰাহে প্ৰভাৱান্বিত হোৱা দেখা যায়। সমাজ সচেতন লোকসকলে এই দিশত বিশেষ নজৰ দিয়াটো দৰ্কাৰ। গণমাধ্যম সমূহে সমাজত তলত উল্লেখ কৰা দিশ সমূহৰ দ্বাৰা অশুভ প্ৰভাৱ পেলোৱাৰ সম্ভাবনা বেছিকৈ দেখা যায়।

(১) ভাষা ব্যৱহাৰৰ দ্বাৰা শিশু সকল প্ৰভাৱান্বিত হয়। বহু সময়ত মাধ্যম সমূহত ব্যৱহাৰ কৰা ভাষাৰ বান্ধোন চিঙি যায়। সেয়েহে বিচাৰহীন পঠন অনিষ্টকৰ আৰু বৰ্জনীয়।

(২) অশ্লীল, নগ্ন আৰু যৌন আবেদন থকা সামগ্ৰী প্ৰকাশ কৰাৰ ফলত

শিশু সকলৰ লগতে সমাজৰ অধিক সংখ্যক লোক ইয়াৰদ্বাৰা প্ৰভাবান্বিত হয়।

(৩) বিভিন্ন ধৰণৰ ৰহস্যঘন লিখনিয়ে সমাজত হিংসাত্মক ধাৰণা অধিক কৰি তোলা দেখা যায়। শ্ৰৱন দৰ্শনৰ আহিলাতো ইয়াৰ অপপ্ৰয়োগ কৰা দেখা যায়।

(৪) এনে ধৰণৰ মাধ্যম সমূহে বাস্তৱৰ জগত বিচ্ছিন্নতা আনে আৰু মানুহ প্ৰকৃত উদ্দেশ্যৰ পৰা ফালৰি কাটি যায়।

(৫) জনসংযোগৰ মাধ্যম সমূহৰ অপপ্ৰয়োগৰ ফলত সামাজিক নিষ্ক্ৰিয়তা আহি পৰে। তাৰ প্ৰতি সজাগ হোৱা প্ৰয়োজন।

## প্ৰশ্নাৱলী

১। শিক্ষাত গণমাধ্যমৰ ভূমিকা।

২। অনৌপচাৰিক শিক্ষা আৰু ইয়াৰ মূল অনুষ্ঠান সমূহ।

৩। শিক্ষাত গণমাধ্যম আৰু অনৌপচাৰিক শিক্ষা।

## Exercise

1. Role of mass media in Education.
2. Informal education and its chief agencies
3. Mass media in Education and informal medes of education

# নৱম অধ্যায়
## শিক্ষাৰ ক্ষেত্ৰত ৰাষ্ট্ৰৰ ভূমিকা
## (Role of state on Education)

**প্ৰস্তাৱনা (Introduction) :-** আমি শিক্ষাৰ ক্ষেত্ৰত ৰাষ্ট্ৰৰ দায়িত্বৰ বিষয়ে আলোচনা কৰিবলৈ যোৱাৰ আগতে ৰাষ্ট্ৰনো কি সেই বিষয়ে জনাটো প্ৰয়োজন হব। ৰাষ্ট্ৰ হল এটি অতি শক্তিশালী সংগঠন। ইয়াৰ সদস্যপদ বাধ্যতামূলক। সমাজত বাস কৰা কোনো ব্যক্তিয়ে ৰাষ্ট্ৰৰ সদস্য নোহোৱাকৈ থাকিব নোৱাৰে। সমাজত আন আন বহু ধৰণৰ সংস্থা গঠন হয়। এই সংস্থা সমূহৰ সদস্যভুক্তি বাধ্যতামূলক নহয়। কাৰোবাৰ ইচ্ছা নহলে সদস্য নহবও পাৰে। ৰাষ্ট্ৰখনৰ ভিতৰত থকা সকলো সংস্থা ৰাষ্ট্ৰৰ অধীন। ৰাষ্ট্ৰৰ ভিতৰত থকা সকলো সংস্থাই ৰাষ্ট্ৰৰ নীতি নিয়ম আইন কানুন মানি চলিব লাগে। এই নিয়ম কানুন উলংঘা কৰিলে ৰাষ্ট্ৰই বিভিন্ন ধৰণৰ কঠোৰ ব্যৱস্থা গ্ৰহণ কৰিব পাৰে। এই সকলো দিশৰ পৰা ৰাষ্ট্ৰক শক্তিশালী সংস্থা বুলি কোৱা হয়। এখন ৰাষ্ট্ৰৰ চাৰিটা অংগ থাকে। সেইবোৰ হ'ল —

(ক) নিৰ্দিষ্ট সীমাৰ ভূখণ্ড (Territory)
(খ) জনসংখ্যা (Population)
(গ) চৰকাৰ (Government)
(ঘ) সাৰ্বভৌমত্ব (Sovereignty)

ওপৰত উল্লেখ কৰা বৈশিষ্ট্য কেইটা অবিহনে এখন ৰাষ্ট্ৰ গঠন হব নোৱাৰে। ৰাষ্ট্ৰ সকলোৰে প্ৰয়োজন। ৰাষ্ট্ৰ অবিহনে মানুহে সমাজত সুন্দৰ ভাবে স্বাধীন জীৱন যাপন কৰিব নোৱাৰে। ব্যক্তি সমূহৰ সৃষ্টি হয় ৰাষ্ট্ৰৰ বাবেহে বুলি মন্তব্য প্ৰকাশ কৰা দেখা যায়। অতীতত মানুহে সংঘবদ্ধ ভাবে বসবাস কৰা নাছিল। মানুহৰ জীৱন বিশৃংখল আছিল। মানুহে অঘৰীভাবে জীৱন নিৰ্ব্বাহ কৰিছিল। মানুহে জন্তু চিকাৰ কৰি কেচা মঙহ খাইছিল। ইয়াৰ পৰিবৰ্তন সাধন হল। মানুহে অৱস্থাৰ মাধ্যমত জুই আৱিষ্কাৰ কৰিলে। জুইত পুৰি জন্তুবোৰৰ মঙহ খাবলৈ শিকিলে। পোহনীয়া জন্তুৰ সহায়ত খেতিবাতি কৰিবলৈ শিকিলে। খেতিবাতিৰ ওচৰতে থাকিবলগীয়া পৰিস্থিতি হল। তেতিয়াই মানুহৰ সংঘবদ্ধতা আহি পৰিল। অঘৰী অসভ্য জীৱন এৰি মানুহে নিজৰ নিজৰ পৰিয়াল লৈ একেলগে চুবুৰী পাতি থাকিবলৈ ললে। এই দৰে পৰিয়ালৰ সৃষ্টি হল। পৰিয়ালে বৈবাহিক সম্বন্ধ স্থাপন কৰিলে। এইদৰে সৃষ্টি হল গোষ্ঠী সমূহৰ। বিভিন্ন গোষ্ঠী লগ হৈ সৃষ্টি কৰিলে 'কুলৰ'। 'কুল' সমূহৰ সংঘবদ্ধতাৰ ফলত গঢ়ি উঠিল এটা জাতীয়তাবোধৰ ধাৰণা। তেতিয়াই প্ৰয়োজন হল ভৌগোলিক সীমাৰ। এইদৰে সৃষ্টি হল ৰাষ্ট্ৰৰ ধাৰণা। সেয়েহে ৰাষ্ট্ৰ সমূহক স্বাভাৱিকতে গঢ়ি উঠা সংস্থা বুলি কোৱা হয়।

ৰাষ্ট্ৰৰ প্ৰকৃত স্বৰূপ সম্বন্ধে মণিষীসকলে নানা ধৰণে মত পোষণ কৰা দেখা

যায় । গ্ৰীক দাৰ্শনিক প্লেটো আৰু এৰিষ্টোটলৰ মতে "ৰাষ্ট্ৰ হল সমাজৰ মাজত গঢ় লৈ উঠা এটা সংগঠন" । ৰাষ্ট্ৰক একপ্ৰকাৰ সামাজিক সংস্থা বুলি কোৱা এটা উচ্চস্তৰৰ সংস্থা বুলি ধৰা হয় যদিও আন সংস্থাবোৰৰ তুলনাত ৰাষ্ট্ৰক এটা উচ্চস্তৰৰ সংস্থা বুলি কোৱা হয় । ৰোমান আৰু গ্ৰীক সকলে ৰাষ্ট্ৰ শব্দটো তেওঁলোকৰ নগৰ ৰাষ্ট্ৰক বুজাবলৈ ব্যৱহাৰ কৰিছিল । ৰাষ্ট্ৰ শব্দটোৰ ব্যৱহাৰ কৰিছিল প্ৰথমতে মেকিয়াভেলিয়ে । আকৌ এৰিষ্টোটলে কৈছে যে যেতিয়া বহুতো পৰিয়াল আৰু গাওঁ একেলগ হৈ আত্মনিৰ্ভৰশীল আৰু পূৰ্ণাংগ জীৱন যাপনৰ উদ্দেশ্যে একোটা শাসন ব্যৱস্থা গ্ৰহণ কৰে তেতিয়াই এখন ৰাষ্ট্ৰ গঢ়ি উঠে ।' গাৰ্ণাৰ' নামৰ চিন্তাবিদ গৰাকীয়ে কৈছে যে অলপ বা বেছি সংখ্যাৰ জন-সমষ্টি যি সকল স্থায়ী ভাৱে কোনো নিৰ্দ্দিষ্ট ভূখণ্ডত বাস কৰে আৰু যি সম্পূৰ্ণভাবে বৈদেশিক শাসনৰ পৰা মুক্ত আৰু যাৰ বেছিভাগ মানুহৰে আনুগত্য থকা এটা সুসংগঠিত চৰকাৰ আছে সেয়ে ৰাষ্ট্ৰ ।' সেইদৰে জন ডিউইয়ে কৈছে যে "The State is the organisation of the public affected through officials for the protection of the interests shared by its members" আনহাতে 'গিল্লিন' আৰু 'গিলিন' নামৰ চিন্তাবদি দুগৰাকীৰ ভাষাত "The state is a sovereign political organisation of the individuals occupying a definite territory" । আকৌ 'কেন্দেলে' কৈছে "State may be defined as an organised political community with the Government recognized by people" । এই মতামত সমূহৰপৰা কব পাৰি যে ৰাষ্ট্ৰ হল এটা সৰ্ব্বশ্ৰেষ্ঠ সংস্থা । ৰাষ্ট্ৰৰ নাগৰিক সকলৰ সুখ স্বাচ্ছন্দ্য আৰু প্ৰতিভা বিকাশৰ কাৰণে ৰাষ্ট্ৰই প্ৰয়োজনীয় ব্যৱস্থা গ্ৰহণ কৰে । নাগৰিকসকলে যাতে সকলোধৰণৰ সা সুবিধা গ্ৰহণ কৰিব পাৰে সেই বিষয়ে ৰাষ্ট্ৰই চিন্তা কৰিব লাগে । ইয়াতকৈ গুৰুত্বপূৰ্ণ কথা হল ৰাষ্ট্ৰই আন্তঃৰাষ্ট্ৰীয় সম্বন্ধ স্থাপনৰ ক্ষেত্ৰত আগভাগ লৈ ৰাষ্ট্ৰখনৰ মানদণ্ড ৰক্ষা কৰিবলগীয়া হয় । ৰাষ্ট্ৰক সাধাৰণতে দুটা ভাগত ভাগ কৰা হয় । এবিধ হল একদলীয়া ৰাষ্ট্ৰ (Totalitarian state) আনবিধ হল গণতান্ত্ৰিক ৰাষ্ট্ৰ (Democratic State) । আধুনিক সময়ত গণতান্ত্ৰিক ৰাষ্ট্ৰই বেছি প্ৰয়োগিক ।

## ৰাষ্ট্ৰ আৰু শিক্ষা (State and education)

'ৰাষ্ট্ৰ' আৰু 'শিক্ষা' দুটা ধাৰণা হলেও ইটো সিটোৰ লগত বিশেষভাবে জড়িত । শিক্ষা সম্প্ৰসাৰণ কৰাটো ৰাষ্ট্ৰ এখনৰ গুৰু দায়িত্ব । এখন দেশৰ নাগৰিক সকল সুশিক্ষিত নহলে সেই দেশখনৰ আভ্যন্তৰীণ দিশটো দুৰ্ব্বল হৈ পৰিব । সেয়েহে শিক্ষাৰ সংগঠন কৰা ৰাষ্ট্ৰখনৰ এটি অতি প্ৰয়োজনীয় দায়িত্ব । অধ্যাপক লচাকিয়ে এষাৰ কথা কৈছে "Education of the citizens is the heart of the modern state" । নাগৰিক সকলে আধুনিক ৰাষ্ট্ৰৰ বিকাশত বিভিন্ন প্ৰকাৰে সেৱা আগবঢ়ায় । যদি ৰাষ্ট্ৰৰ নাগৰিক সকল সুশিক্ষাৰ দ্বাৰা শিক্ষিত হয় তেতিয়া হলে সেই নাগৰিক সকলৰ সেৱাই দেশৰ কল্যাণত অধিক অৰিহণা যোগাব পাৰিব ।

ৰাষ্ট্ৰৰ নাগৰিক সকল হল মূল সম্পদ । এই সম্পদৰ সফল প্ৰয়োগ হব লাগিলে

নাগৰিক সকলৰ দক্ষতা বৃদ্ধি কৰিব লাগিব। নাগৰিক সকলৰ দক্ষতা বৃদ্ধি কৰাৰ মূল উপায় হ'ল শিক্ষা। নাগৰিক সকলৰ শিক্ষা মানেই হ'ল ৰাষ্ট্ৰখনৰ শিক্ষা ব্যৱস্থা। ৰাষ্ট্ৰসমূহত নানা ধৰণৰ সমস্যা থাকে, সেই সমস্যা সমূহ সমাধান কৰাৰ বাবে নাগৰিক সকলক উপযুক্ত কৰি তুলিব পাৰে একমাত্ৰ শিক্ষাই। শিক্ষাৰ জৰিয়তেই নাগৰিক সকলে বিভিন্ন প্ৰকাৰৰ জ্ঞান অৰ্জন কৰাৰ লগতে ৰাষ্ট্ৰখনৰ বিষয়ে সম্যক জ্ঞান লাভ কৰি দেশৰ বিভিন্ন কাৰ্যত অংশ গ্ৰহণ কৰিবলৈ সক্ষম হয় আৰু বিভিন্ন বিষয়ত সুস্থ সবল মতামত ডাঙি ধৰিব পাৰে। ৰাষ্ট্ৰৰ বিকাশত নাগৰিক সকলৰ সক্ৰিয় অংশ গ্ৰহণ অতি প্ৰয়োজনীয় তথা অপৰিহাৰ্য্য।

বৰ্ত্তমান সময়ত ৰাষ্ট্ৰ সমূহ গণতন্ত্ৰৰ ধাৰণাৰে বিকাশ লাভ কৰিবলৈ ধৰিছে। গণতান্ত্ৰিক ধাৰণা হ'ল মুক্ত ধাৰণা। নাগৰিক সকলৰ সুচিন্তাধাৰাৰ দ্বাৰাহে গণতন্ত্ৰৰ মূল ভেটি ৰচিত হব। সেয়ে ৰাষ্ট্ৰসমূহৰ শিক্ষাৰ মূল উদ্দেশ্য আৰু ধাৰণা নাগৰিক সকলৰ শিক্ষাৰ ওপৰত ন্যস্ত হোৱাটো প্ৰয়োজন। এখন ৰাষ্ট্ৰৰ আদৰ্শ, ভাবধাৰা আৰু উদ্দেশ্য সকলোখিনি যিহেতু নিৰ্ভৰ কৰে ৰাষ্ট্ৰখনৰ জনসাধাৰণৰ ওপৰত সেয়েহে সেই জনসাধাৰণৰ বিকাশ সাধন কৰাটোও ৰাষ্ট্ৰখনৰ এটা উল্লেখযোগ্য উদ্দেশ্য। জনসাধাৰণক উন্নত পৰ্য্যায়লৈ নিবলৈ হলে সুপৰিকল্পিতভাবে শিক্ষাৰ ব্যৱস্থা কৰিব লাগিব। এই শিক্ষাই নাগৰিকসকলৰ মনত সামাজিক চেতনাবোধ জগাই তোলাৰ উপৰিও স্বদেশপ্ৰেমী কৰি তোলাত অধিক অৰিহণা যোগায়। নাগৰিক সকলৰ সামাজিক চেতনাবোধ আৰু স্বদেশ প্ৰেমে ৰাষ্ট্ৰৰ বিকাশৰ ক্ষেত্ৰত অধিক সহায় কৰে।

ৰাষ্ট্ৰ সমূহৰ আন এটি গধুৰ দায়িত্ব হল নাগৰিক সকলৰ মনত জাতীয়তা বোধ জগাই তোলা। শিক্ষাই নাগৰিক সকলৰ মনত সামাজিক চেতনাবোধ জগাই তোলাৰ লগতে তেওঁলোকক সংযত, ঐক্যতা আৰু ভাতৃত্ববোধৰ ভাবেৰে অনুপ্ৰাণিত কৰি তোলে। নাগৰিক সকলৰ গুণেই ৰাষ্ট্ৰখনৰ বিকাশত সহায় হোৱাৰ লগতে জাতীয় ঐক্য আৰু সংহতি স্থাপন কৰাৰ ক্ষেত্ৰতো আগভাগ লয়।

গণতান্ত্ৰিক ৰাষ্ট্ৰসমূহৰ মূল উদ্দেশ্য হ'ল জনসাধাৰণৰ মাজত সমতা স্থাপন কৰা। গণতান্ত্ৰিক ৰাষ্ট্ৰ এখন সাম্যৰ ওপৰত প্ৰতিষ্ঠিত। সেয়েহে শিক্ষাৰ লক্ষ্যও সাম্যৰ ওপৰত প্ৰতিষ্ঠিত হোৱাটো আৱশ্যক। গণতন্ত্ৰৰ সকলো নাগৰিককে জাতি, ধৰ্ম, বৰ্ণ নিৰ্বিশেষে শিক্ষাৰ সমান অধিকাৰ দিয়াটো দৰ্কাৰ। ইয়াৰ বাবেই ৰাষ্ট্ৰসমূহত অবৈতনিক বাধ্যতামূলক শিক্ষাৰ ব্যৱস্থা কৰা হৈছে। নাগৰিক সকলে অবৈতনিক বাধ্যতামূলক শিক্ষা লাভ কৰি ৰাষ্ট্ৰৰ প্ৰগতিত নানা ধৰণেৰে সহায় আগবঢ়ায়। গণতান্ত্ৰিক ৰাষ্ট্ৰ এখন ব্যক্তি স্বাধীনতাৰ ওপৰত প্ৰতিষ্ঠিত বুলি কব পাৰি। সেয়ে গণতান্ত্ৰিক নাগৰিক সকলে স্বাধীনভাবে নিজৰ ৰুচি অভিৰুচি অনুযায়ী শিক্ষা লাভৰ সুবিধা পাব লাগিব। এখন গণতন্ত্ৰত নাগৰিক সকলক শিক্ষা দিয়াৰ কামখিনি সমাধা কৰিবলৈ যিবিলাক শিক্ষানুষ্ঠান গঢ়ি তোলা হয় সেই সকলোখিনি গণতান্ত্ৰিক ৰাষ্ট্ৰত

চৰকাৰী যন্ত্ৰৰ দ্বাৰা নিয়ন্ত্ৰণ কৰা হয় । যেতিয়ালৈ শিক্ষা ব্যৱস্থাটো সকলোৰে বাবে প্ৰযোজ্য হৈ থাকিব তেতিয়ালৈ গণতান্ত্ৰিক ধাৰণা বৰ্ত্তি থাকিব ।

যেতিয়াৰ পৰা নাগৰিক সকলক শিক্ষা দিয়াৰ দায়িত্ব আৰু কৰ্ত্তব্য ৰাষ্ট্ৰৰ ওপৰত ন্যস্ত হ'ল তেতিয়াৰ পৰা ৰাষ্ট্ৰসমূহে শিক্ষাৰ দায়িত্ব লোৱাৰ বাবে নিজস্ব ৰাষ্ট্ৰীয় শিক্ষা নীতিৰ প্ৰবৰ্ত্তন কৰিব লগীয়া হ'ল । নাগৰিক সকলক সমাজত সমান অধিকাৰ দিয়াৰ দায়িত্ব ৰাষ্ট্ৰৰ ওপৰত পৰিল । সেই সমান অধিকাৰৰ ভিতৰত শিক্ষাকো এটি অধিকাৰ বুলি ধৰা হয় । সংসদ ব্যৱস্থাৰ মাধ্যমত অধিক সদস্যৰ সম্মতিৰ সাপেক্ষে এই ৰাষ্ট্ৰীয় শিক্ষানীতি নাগৰিক সকলৰ কল্যাণৰ বাবে দেশত প্ৰবৰ্ত্তন কৰা হয় । এই নীতিৰ অন্তৰালত বাধ্যতামূলক শিক্ষা প্ৰবৰ্ত্তন কৰাৰ উদ্দেশ্যও থাকে । ৰাষ্ট্ৰৰ নাগৰিক সকলৰ মাজৰ পৰা নিৰক্ষৰতাৰ দৰে সামাজিক ব্যাধি দূৰ কৰা শিক্ষানীতিৰে মূল উদ্দেশ্য । ৰাষ্ট্ৰসমূহে আইন প্ৰণয়ন কৰি এটা নিৰ্দিষ্ট সময় সীমালৈ নাগৰিক সকলক বাধ্যতামূলক ভাবে বিনামূলীয়া শিক্ষা দিয়াৰ ব্যৱস্থা কৰা দেখা যায় । এই নীতি ৰাষ্ট্ৰ ভেদে ভিন ভিন হব পাৰে । শিক্ষাৰ মাধ্যমেৰে শিশুসকলৰ সৰ্ব্বাংগীন বিকাশ সাধন কৰাটো ৰাষ্ট্ৰসমূহৰ এটি গুৰুত্বপূৰ্ণ দায়িত্ব । ৰাষ্ট্ৰসমূহে আইন প্ৰণয়ন, নীতি গ্ৰহণ, সংবিধান প্ৰবৰ্ত্তন আৰু অন্যান্য কামত জড়িত থকাৰ লগতে বিভিন্ন ধৰণৰ শিক্ষানুষ্ঠান স্থাপন কৰাৰ দায়িত্ব বহন কৰিব লাগে । দেশৰ বিভিন্ন প্ৰান্তৰ নাগৰিক সকলৰ বাবে বিভিন্ন ধৰণৰ অনুষ্ঠান স্থাপনৰ দায়িত্ব ৰাষ্ট্ৰীয় চৰকাৰে নিজৰ হাতত লৈছে । বিশেষকৈ কাৰিকৰী, চিকিৎসা, বিশ্ববিদ্যালয় আদিৰ শিক্ষা সম্প্ৰসাৰণৰ বাবে অনুষ্ঠান আদি ৰাষ্ট্ৰীয় চৰকাৰৰ অনুমতি সাপেক্ষেহে পতাৰ দিহা কৰা হয় । নাগৰিক সকলৰ বিভিন্ন শিক্ষা ব্যৱস্থাৰ বাবে আৰ্থিক সাহায্য ৰাষ্ট্ৰৰ ফালৰ পৰাই দিয়াৰ ব্যৱস্থা আছে । আনকি বেচৰকাৰী অনুষ্ঠান সমূহেও চৰকাৰৰ তৰফৰ পৰা আৰ্থিক সাহায্য লাভ কৰিবলৈ সক্ষম হয় ।

### ৰাষ্ট্ৰৰ শৈক্ষিক কাৰ্যৱলী সমূহ (Educational functions of the state)

আমি ওপৰত কৰা আলোচনাৰ পৰা বুজিবলৈ সক্ষম হলো যে ৰাষ্ট্ৰ শিক্ষাৰ লগত ওতঃপ্ৰোতভাবে জড়িত । প্ৰত্যেকখন ৰাষ্ট্ৰৰ শিক্ষামূলক কাৰ্যাৱলী থাকে । ৰাষ্ট্ৰৰ শিক্ষাৰ দিশত কৰিবলগীয়া কাম সমূহৰ বিষয়ে চমুকৈ তলত আলোচনা কৰা হ'ল ।

**প্ৰথমতে--** ৰাষ্ট্ৰৰ প্ৰথম শৈক্ষিক কাম হ'ল বিভিন্ন প্ৰকাৰৰ শিক্ষাৰ অনুষ্ঠান স্থাপন কৰা, যেনে প্ৰাক্‌প্ৰাথমিক, প্ৰাথমিক, মাধ্যমিক, কাৰিকৰী শিক্ষানুষ্ঠান আৰু বিশ্ববিদ্যালয় ইত্যাদি । এই অনুষ্ঠান সমূহ জনসাধাৰণৰ প্ৰয়োজন অনুসাৰে বিভিন্ন স্থানত ৰাষ্ট্ৰৰ অনুমোদন সাপেক্ষে পতাৰ দিহা কৰা হয় ।

**দ্বিতীয়তে--** ৰাষ্ট্ৰৰ কাম হল শিক্ষাৰ নীতি আৰু উদ্দেশ্য নিৰ্ধাৰণ কৰা । এই শিক্ষাৰ নীতি আৰু উদ্দেশ্যসমূহ শিক্ষানুষ্ঠান সমূহে পালন কৰি শৈক্ষিক বাতাবৰণ

সৃষ্টি কৰিব লাগিব । এখন কল্যাণকামী ৰাষ্ট্ৰৰ মূল উদ্দেশ্য হ'ল নাগৰিক সকলক উপযুক্ত ভাবে গঢ়ি তোলাৰ বাবে শিক্ষাৰ ব্যৱস্থা কৰা । নাগৰিক সকলক গণতান্ত্ৰিক ভাবধাৰাৰে উদ্বুদ্ধ কৰি জাতীয় সংহতি, বিশ্ব ভ্ৰাতৃত্বভাব, বৃত্তিমূখী দক্ষতা, ব্যক্তিত্বৰ বিকাশ আৰু নেতৃত্বৰ প্ৰশিক্ষণ দিয়াৰ দায়িত্ব শিক্ষা ব্যৱস্থাৰ ওপৰতে পৰে ।

**তৃতীয়তে**-- ৰাষ্ট্ৰৰ কাম হ'ল শিক্ষাৰ সমগ্ৰ দিশটো সাধাৰণভাবে নিয়ন্ত্ৰণ কৰি শিক্ষা প্ৰক্ৰিয়াটো সফল কৰি তোলাৰ ব্যৱস্থা কৰা । এই সাধাৰণ নিয়ন্ত্ৰণ ব্যৱস্থাৰ দ্বাৰা পাঠ্যক্ৰম, শিক্ষণ পদ্ধতি, সহ পাঠ্যক্ৰমিক কাৰ্যসূচী, নাম ভৰ্ত্তিকৰণৰ নিয়ম কানুন, বৃত্তি আৰু অনুদানৰ ব্যৱস্থা, মাচুল নিৰ্ধাৰণ আদিৰ লগতে আভ্যন্তৰীণ আইন কানুন আদিও নিৰ্ধাৰণ কৰাৰ ব্যৱস্থা কৰা হয় । এই সকলোবোৰ নিয়মৰ মাধ্যমেৰে কৰিলে শিক্ষানুষ্ঠান সমূহ সুন্দৰভাবে চলি থাকিব । এই দিশটো নজৰ দিয়াৰ বাবে ৰাষ্ট্ৰৰ শিক্ষা বিভাগ, প্ৰাদেশিক শিক্ষা বিভাগ, মাধ্যমিক শিক্ষা পৰিষদ, উচ্চতৰ মাধ্যমিক শিক্ষা সংসদ, বিশ্ববিদ্যালয় আদি আছে । এই সকলোবোৰৰ মূল হ'ল ৰাষ্ট্ৰীয় শিক্ষা বিভাগ ।

**চতুৰ্থতে**-- ৰাষ্ট্ৰৰ আন এটি উল্লেখযোগ্য কাম হ'ল প্ৰাথমিক শিক্ষাক বাধ্যতামূলক কৰি তোলা । সকলো নাগৰিকে যাতে প্ৰাথমিক শিক্ষা লাভ কৰিবলৈ সক্ষম হয় তাৰ ব্যৱস্থা ৰাষ্ট্ৰৰ চৰকাৰে কৰে । ৰাষ্ট্ৰৰ মূল কৰ্ত্তব্য হ'ল মুক্ত, সাৰ্ব্বজনীন, বাধ্যতামূলক প্ৰাথমিক শিক্ষাৰ ব্যৱস্থা কৰি ৰাষ্ট্ৰৰ পৰা নিৰক্ষৰতাৰ দৰে ব্যাধি আঁতৰ কৰা । এই কামৰ মাধ্যমেৰে সকলো শিশুৰ অভিভাৱকক বাধ্য কৰাব লাগিব যাতে তেওঁলোকে শিশুসকলক বিদ্যালয়লৈ পঠায় ।

**পঞ্চমতে**-- ৰাষ্ট্ৰৰ আন এটা গুৰুত্বপূৰ্ণ কাম হ'ল শিক্ষক প্ৰশিক্ষণৰ ব্যৱস্থা কৰা । শিক্ষক সকলক শিক্ষা ব্যৱস্থাৰ বাবে উপযুক্তকৈ প্ৰস্তুত কৰি তোলাৰ বাবে প্ৰশিক্ষণৰ ব্যৱস্থা কৰা প্ৰয়োজন । ৰাষ্ট্ৰখনৰ এইটোও এটা প্ৰয়োজনীয় কাম বুলি কব পাৰি কাৰণ শিক্ষকসকলে জাতিৰ বিকাশত সহায় কৰে । অনুপযুক্ত শিক্ষক থাকিলে শিক্ষাৰ বিকাশত বাধা আহিব । শিক্ষক সকলৰ কৰ্মদক্ষতা বৃদ্ধি কৰিবলৈ হ'লে উপযুক্ত শিক্ষাৰ অনুষ্ঠান স্থাপন কৰি শিক্ষক সকলক প্ৰশিক্ষণ প্ৰাপ্ত কৰি তুলিব লাগিব ।

**ষষ্ঠতে**-- ৰাষ্ট্ৰৰ আটাইতকৈ গুৰুত্বপূৰ্ণ কাম হ'ল শিক্ষানুষ্ঠান সমূহক অৰ্থনৈতিক সাহায্য দান কৰা । পৰিকল্পনা ব্যৱস্থাৰ মাধ্যমেৰে সমগ্ৰ শিক্ষা ব্যৱস্থাটোক কাৰ্যক্ষম কৰি তোলাৰ বাবে আৰ্থিক দিশৰ ব্যৱস্থা কৰিব লাগিব । ইয়াৰ উপৰিও শিক্ষাৰ প্ৰত্যেকটো স্তৰৰ বাবে জলপানীৰ (Scholarship) ব্যৱস্থা কৰাটোও ৰাষ্ট্ৰৰ শৈক্ষিক কাৰ্য্যাৱলীৰ ভিতৰতে পৰে । প্ৰাদেশিক চৰকাৰ সমূহেও নিজস্ব সম্পদ সমূহৰ পৰা দেশৰ শিক্ষা ব্যৱস্থাত সাহায্য আগবঢ়াব পাৰে ।

**সপ্তমতে**-- ৰাষ্ট্ৰসমূহৰ কামবোৰৰ ভিতৰত গবেষণা আৰু পৰীক্ষা নিৰীক্ষাৰ ব্যৱস্থা কৰাটোও এটি বুলি কব পাৰি । শৈক্ষিক দিশৰ বিকাশ সাধন কৰিবলৈ হলে গবেষণা আৰু পৰীক্ষা নিৰীক্ষাৰ প্ৰয়োজন । বিশেষকৈ পাঠ্যক্ৰম, শিক্ষণ পদ্ধতি,

মূল্যায়ন ব্যৱস্থা আৰু শৈক্ষিক নিৰ্দেশনাৰ বাবে গৱেষণামূলক দৃষ্টিভংগী প্ৰয়োজন হৈ পৰে । আমাৰ দেশৰ ৰাষ্ট্ৰীয় শৈক্ষিক গৱেষণা আৰু প্ৰশিক্ষণ পৰিষদ (N C.E.R.T.) গঠন হোৱাৰ পৰা এই ক্ষেত্ৰত সুফল পোৱা দেখা গৈছে । এই পৰিষদৰ সকলো দায়িত্ব কেন্দ্ৰীয় চৰকাৰে বহন কৰে ।

**অষ্টমতে--** ৰাষ্ট্ৰই শিক্ষাৰ উন্নতিৰ বাবে সময়ে সময়ে শিক্ষা আয়োগ, শিক্ষা সমিতি আদি গঠন কৰা দেখা যায় । এই 'আয়োগ' আৰু 'সমিতি' গঠন কৰাৰ মূলতে আছে শিক্ষাৰ সমস্যাসমূহ আঁতৰ কৰোৱা । সমিতি তথা আয়োগ সমূহে ৰাষ্ট্ৰৰ শিক্ষা ব্যৱস্থাৰ সমস্যা সমূহ অধ্যয়ন কৰি তাৰ সমাধানৰ উপায় সমূহ নিৰ্দেশনাৰ মাজেৰে ৰাষ্ট্ৰীয় চৰকাৰক অবগত কৰে । ৰাষ্ট্ৰীয় চৰকাৰে সেই নিৰ্দেশনা সমূহ কাৰ্য্যত পৰিণত কৰাৰ বাবে শিক্ষানীতিৰ সালসলনি কৰে । এই কাৰ্যৰ ফলত কিছুমান দিশৰ বিকাশ সম্ভৱ হৈ উঠে ।

**নৱমতে--** ৰাষ্ট্ৰৰ আন এটা উল্লেখযোগ্য কাম হ'ল শিক্ষা সম্বন্ধীয় 'আলোচনা চক্ৰ' 'কৰ্মশালা' আদি ৰাষ্ট্ৰীয় ভিত্তিত অনুষ্ঠিত কৰা । এই অনুষ্ঠানৰ সহায়ত শিক্ষক শিক্ষাৰ্থীৰ আৰু নাগৰিক সকলৰ জ্ঞানৰ পৰিসীমা বৃদ্ধি কৰিব পাৰে । ইয়াৰ উপৰিও শিক্ষা 'অভিবৰ্ত্তন' অনুষ্ঠিত কৰি বিভিন্ন পৰ্য্যায়ৰ শিক্ষা বিষয়াৰ লগতে বিশ্ববিদ্যালয়ৰ শিক্ষক আৰু পৰিচালক সকলক আমন্ত্ৰণ কৰিব পৰা যায় । এনে কৰিলে ৰাজ্যিক পৰ্যায়ৰ শিক্ষাৰ মানদণ্ড উন্নত হোৱাৰ লগতে ৰাষ্ট্ৰীয় পৰ্য্যায়ৰো উন্নতি হ'ব । এই ক্ষেত্ৰত আগভাগ লোৱাৰ বাবে ৰাজ্যিক শিক্ষা গৱেষণা কেন্দ্ৰ, ৰাজ্যিক শিক্ষা বিকাশ কেন্দ্ৰ, ৰাজ্যিক বিজ্ঞান শিক্ষা বিকাশ কেন্দ্ৰ, আঞ্চলিক শিক্ষণ মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয় অনুদান আয়োগ আদিৰ দৰে অনুষ্ঠান স্থাপন কৰা হৈছে ।

**দশমতে--** সদৌ শেষত ৰাষ্ট্ৰৰ উল্লেখযোগ্য কাম হ'ল নাগৰিক সকলক সকলো প্ৰকাৰে উপযুক্ত ভাবে ৰাষ্ট্ৰৰ উপযোগীকৈ গঢ়ি তোলা । তাৰ বাবে প্ৰয়োজনীয় প্ৰশিক্ষণ সমূহ দিয়াটো ৰাষ্ট্ৰৰ দায়িত্ব । প্ৰশিক্ষণ সমূহৰ ভিতৰত বিশেষকৈ অৰ্থনৈতিক প্ৰশিক্ষণ, সাংস্কৃতিক প্ৰশিক্ষণ, সামাজিক প্ৰশিক্ষণ আৰু ৰাজনৈতিক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিব লাগিব । ইয়াৰ উপৰিও সকলো ধৰণৰ মাধ্যমৰ লগত এটা সুসমন্বয় গঢ়ি তুলি নাগৰিকৰ লগতে ৰাষ্ট্ৰৰ বিকাশ সম্ভৱ কৰি তুলিব লাগিব ।

## কল্যাণকামী ৰাষ্ট্ৰৰ শিক্ষা ব্যৱস্থা (Education system of a welfare state)

শিক্ষা ব্যৱস্থাৰ বিকাশ সাধনৰ ফল স্বৰূপেই কল্যাণকামী ৰাষ্ট্ৰ সাফল্যমণ্ডিত হৈ উঠে । সেয়েহে প্ৰগতিশীল দেশসমূহে নাগৰিক সকলৰ শিক্ষাৰ ক্ষেত্ৰত অধিক গুৰুত্ব আৰোপ কৰিব ধৰিছে । আনকি সাধাৰণ শিক্ষা দিয়াৰ লগতে নাগৰিক সকলৰ শাৰীৰিক, মানসিক, আধ্যাত্মিক আদি সকলো দিশতে সুস্থতা বজাই ৰখাৰ দায়িত্ব গ্ৰহণ কৰিছে । এই সকলো দিশৰপৰা চাই আমি কল্যাণকামী ৰাষ্ট্ৰনো কি সেই বিষয়ে জনাটো প্ৰয়োজন হ'ব ।

কল্যাণকামী ৰাষ্ট্ৰ হ'ল এনে ধৰণৰ ৰাষ্ট্ৰ যিখন ৰাষ্ট্ৰত চূড়ান্ত প্ৰতিদ্বন্দ্বী বিহীন শাসন ব্যৱস্থাৰ লগত ব্যক্তিতান্ত্ৰিক ধাৰণাৰ সম্পূৰ্ণ মিলাপ্ৰীতি সম্ভৱ হৈ উঠে। এনে ধৰণৰ ৰাষ্ট্ৰত দক্ষতাৰে শাসন ব্যৱস্থা নিয়ন্ত্ৰণ কৰা হয়। কল্যাণকামী ৰাষ্ট্ৰই ব্যক্তিসকলৰ অধিকাৰৰ কথা সম্পূৰ্ণৰূপে বিশ্বাস কৰে আৰু এই অধিকাৰ প্ৰাকৃতিক অধিকাৰ বুলি কব খোজে। এখন কল্যাণকামী ৰাষ্ট্ৰৰ নাগৰিক সকলে তেওঁলোকৰ নিজৰ কল্যাণৰ অৰ্থে সকলো ধৰণৰ সুবিধা পাবৰ বাবে যোগ্য। নাগৰিক সকলৰ কল্যাণৰ অৰ্থে এনে ধৰণৰ ৰাষ্ট্ৰই সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক ন্যায় প্ৰতিষ্ঠা কৰিবলৈ বিচাৰে। ইয়াৰ অন্তৰালত লুকাই থাকে সমাজ আৰু ব্যক্তিৰ বিকাশৰ ধাৰণা। এনে ৰাষ্ট্ৰই ৰাষ্ট্ৰৰ কল্যাণৰ অৰ্থে সমাজ সেৱা, ব্যক্তি অনুভূতি, ব্যক্তিৰ কল্যাণৰ সামাজিক দায়িত্ব, সামাজিক বিকাশ, সামাজিক সৌন্দৰ্য্যবোধ আৰু সামাজিক নিয়ন্ত্ৰণ আদিৰ দৰে ধাৰণাৰ বিকাশ কৰাৰ চেষ্টা কৰে। কল্যাণকামী ৰাষ্ট্ৰৰ প্ৰকৃত অৰ্থৰ বিষয়ে জানিবলৈ যাওঁতে আমি 'টি, এইচ, মাৰচাল'ৰ এফাঁকি মন্তব্য উল্লেখ কৰিব লাগিব। তেওঁ কৈছে "The welfare state is the responsible promoter and guardian of the welfare of the whole community, which is something more complex than the sum total of the welfare of all the individual members arrived at by simple addition." এই উক্তিটোৰ পৰা বুজা যায় যে ব্যক্তি সকলৰ বিকাশ অকল ব্যক্তিসকলৰ মাজতে সীমাবদ্ধ হৈ নাথাকে। ইয়াৰ মাজেৰে সমাজৰ বিকাশ সম্ভৱ হৈ উঠে। এখন কল্যাণকামী ৰাষ্ট্ৰত নাগৰিক সকলৰ অধিকাৰৰ পৰিসীমা থাকে। সেই পৰিসীমাৰ মাজতে সমাজখনৰ বিকাশ সম্ভৱ হৈ উঠিব লাগিব।

### কল্যাণকামী ৰাষ্ট্ৰৰ উদ্দেশ্য আৰু শৈক্ষিক বৈশিষ্ট্য সমূহ–

### (Objectives and educational features of the welfare state)

কল্যাণকামী ৰাষ্ট্ৰৰ প্ৰকৃত উদ্দেশ্য কেইবাটাও বুলি কব পাৰি। এই উদ্দেশ্যসমূহত উপনীত হ'ব পাৰিলেহে ৰাষ্ট্ৰখনৰ বিকাশ সম্ভৱ হৈ উঠিব। উদ্দেশ্য সমূহ তলত উল্লেখ কৰা হ'ল।

(১) কল্যাণকামী ৰাষ্ট্ৰৰ প্ৰধান লক্ষ্য তথা উদ্দেশ্য হ'ল যিকোনো প্ৰকাৰে জাতীয় আয় বৃদ্ধি কৰা। জাতীয় আয় বৃদ্ধি কৰিব নোৱাৰিলে নাগৰিক সকলৰ জীৱন ধাৰণৰ মানদণ্ড উন্নত নহ'ব। সেয়েহে জাতীয় আয়ৰ ক্ষেত্ৰত গুৰুত্ব আৰোপ কৰাটোও হ'ল মূল উদ্দেশ্য।

(২) কল্যাণকামী ৰাষ্ট্ৰৰ আন এটি উল্লেখযোগ্য উদ্দেশ্য হ'ল উদ্যোগীকৰণৰ ওপৰত গুৰুত্ব আৰোপ কৰা। দেশখন উদ্যোগমুখী নহ'লে ৰাষ্ট্ৰৰ অৰ্থনীতিত সহায় নহ'ব। উদ্যোগৰ বুনীয়াদ সৃষ্টি কৰাটোৱে ৰাষ্ট্ৰখনৰ ঘাই উদ্দেশ্য।

(৩) কল্যাণকামী ৰাষ্ট্ৰৰ উদ্দেশ্য হ'ল সকলো ব্যক্তিকে নিয়োগৰ সুবিধা প্ৰদান

কৰা। বিভিন্ন প্ৰকাৰৰ আঁচনি প্ৰস্তুত কৰি নাগৰিক সকলক নিয়োগৰ সুবিধা দি নিবনুৱা সমস্যা সমাধান কৰাৰ ব্যৱস্থা কৰা।

(৪) কল্যাণকামী ৰাষ্ট্ৰৰ বিশেষ গুৰুত্বপূৰ্ণ উদ্দেশ্য হল সকলোৰে বাবে সামাজিক ন্যায় প্ৰতিষ্ঠা কৰা। সামাজিক ন্যায় প্ৰতিষ্ঠা হলেহে সকলোধৰণৰ ব্যক্তি সমাজত সুখেৰে বসবাস কৰিব পাৰিব আৰু দেশৰ প্ৰগতিও সম্ভব হৈ উঠিব।

কল্যাণকামী ৰাষ্ট্ৰৰ শিক্ষাৰ ধাৰণাও বৈশিষ্ট্যপূৰ্ণ। এই বৈশিষ্ট্যপূৰ্ণ শিক্ষা পদ্ধতিয়ে নাগৰিক সকলৰ পূৰ্ণাংগ বিকাশত সহায় কৰে। কল্যাণকামী ৰাষ্ট্ৰ সমূহে সাধাৰণতে তিনিটা দিশৰ ওপৰত গুৰুত্ব দি শিক্ষাৰ বিকাশ কৰা দেখা যায়। দিশ কেইটা তলত দিয়া হ'ল।

**শিশুকেন্দ্ৰিক শিক্ষা**-- শিক্ষাৰ ধাৰণা শিশুকেন্দ্ৰিক হোৱা প্ৰয়োজন। শিক্ষা শিশুকেন্দ্ৰিক হলেহে সামগ্ৰীক বিকাশ সম্ভব হব। শৈশৱ কালত শিশুক শিক্ষা দিওঁতে বিশেষ সতৰ্কতাৰ প্ৰয়োজন হয়। শিশুকালছোৱা শিক্ষাৰ বাবে অতি গুৰুত্বপূৰ্ণ। ইয়াৰ মূল কাৰণ হ'ল শিক্ষা ব্যৱস্থাটো শিশুৰ কাৰণে, শিশু শিক্ষা ব্যৱস্থাটোৰ কাৰণে নহয়।

**বহল পৰিধিৰ শিক্ষা**-- কল্যাণকামী ৰাষ্ট্ৰৰ শিক্ষাৰ পৰিধি বহল। এই শিক্ষা ব্যৱস্থাত দৰ্শন, মনোবিজ্ঞান, সমাজ বিজ্ঞান, জীৱ বিজ্ঞান আদি বিষয়ো সন্নিবিষ্ট কৰা হয়। দাৰ্শনিক চিন্তাধাৰাই লক্ষ্যটো নিশ্চিত কৰে, মনোবিজ্ঞানে শিক্ষাৰ মাজেৰে লক্ষ্যত উপনীত হোৱাত সহায় কৰে ; সমাজ বিজ্ঞান পৰিবেশৰ বিষয়ে অধ্যয়ন কৰাত সহায়ক হয় আৰু জীৱ বিজ্ঞানে তথ্যৰ যোগান ধৰে। এই দিশবোৰৰ শিক্ষা দিব লাগিলে শিক্ষাৰ পৰিধি বহল হোৱা প্ৰয়োজন।

**সকলোৰে বাবে শিক্ষা**-- কল্যাণকামী ৰাষ্ট্ৰৰ শিক্ষা ব্যৱস্থা সকলোৰে উপযোগীকৈ পৰিকল্পিত কৰা হয়। ইয়াৰ মূলতে এটা উদ্দেশ্য নিহিত হৈ থাকে। যিটো উদ্দেশ্যৰ দ্বাৰা নাগৰিক সকলে শিক্ষাৰ ক্ষেত্ৰত অংশ গ্ৰহণ কৰিব পাৰে। শিক্ষাক সামাজিক জীৱনৰ উপযোগীকৈ প্ৰস্তুত কৰি সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক ভাবধাৰাৰে সমৃদ্ধিশালী কৰাৰ চেষ্টা কৰিব লাগিব। শিক্ষাই মানুহক অভিজ্ঞতালব্ধ কৰি নিজৰ কৰ্ত্তব্য আৰু দায়িত্বৰ প্ৰতি সজাগ কৰি তোলে। সেয়েহে কল্যাণকামী ৰাষ্ট্ৰসমূহে এটা নিৰ্দিষ্ট সময়লৈ শিক্ষাক মুক্ত, সাৰ্ব্বজনীন আৰু বাধ্যতামূলক কৰি তোলে।

## ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত শিক্ষা ব্যৱস্থা (State control system of education)

আধুনিক শিক্ষা ব্যৱস্থা ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰণ কৰা হয়। অতীত কালৰ শিক্ষা ব্যৱস্থা ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত নাছিল। ৰাষ্ট্ৰনায়ক সকল যুদ্ধ বিগ্ৰহ আৰু শাসন

কাৰ্য্যক লৈয়ে ব্যস্ত হৈ আছিল বাবেই শিক্ষাৰ দিশটো এফলীয়া হৈ বৈ গৈছিল। শিক্ষা ব্যৱস্থাটো ব্যক্তিগত ধাৰণাৰ দ্বাৰা প্ৰচলন হৈ আছিল। গুৰুৱে নিজৰ গৃহতে বিদ্যালয় স্থাপন কৰি শিষ্যসকলক তেওঁৰ জীৱনৰ সকলো শিক্ষা দিছিল। এই প্ৰথাটোক 'গুৰুকুল প্ৰথা' বোলা হৈছিল। ৰজা, মহাৰজা বা ধনী মানুহবোৰে শিক্ষাৰ কাৰণে দান ৰৰগুণি আগবঢ়াই শিক্ষাৰ সম্প্ৰসাৰণ হোৱাটো বিচাৰিছিল। কিন্তু আধুনিক সমাজত ইয়াৰ পৰিবৰ্ত্তন হ'ল। গুৰু গৃহৰপৰা বিদ্যালয় হ'ল, ব্যাক্তিগত শিক্ষা ব্যৱস্থাৰ পৰিবৰ্তে হ'ল দেশীয় শিক্ষা ব্যৱস্থা। নাগৰিকৰ সম্পূৰ্ণ বিকাশৰ বাবে ৰাষ্ট্ৰসমূহে চিন্তা কৰিব লগা হ'ল। ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক বিকাশৰ লগতে শিক্ষাৰ বিকাশ প্ৰয়োজন হৈ পৰিল। তেতিয়াই শিক্ষাৰ সম্পূৰ্ণ দায়িত্ব ৰাষ্ট্ৰৰ হাতত পৰিল। বৰ্ত্তমান সমাজত ৰাষ্ট্ৰই শিক্ষাৰ ক্ষেত্ৰত এটা গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আছে।

গণতান্ত্ৰিক ৰাষ্ট্ৰৰ বিকাশ তথা স্থিতি নিৰ্ভৰ কৰে ৰাষ্ট্ৰখনৰ শিক্ষিত নাগৰিক সকলৰ ওপৰত। ৰাষ্ট্ৰখনৰ উপাদান সমূহে ৰাষ্ট্ৰক শক্তিশালী কৰাৰ অন্তৰালত শিক্ষিত নাগৰিকৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। ৰাষ্ট্ৰৰ সাৰ্ব্বভৌমত্ব বিশ্বাসী শিক্ষাবিদ সকলে ভাবে যে শিক্ষাৰ সকলো পৰ্য্যায়তে ৰাষ্ট্ৰৰ শাসন সৰ্ব্বজন স্বীকৃত হব আৰু কোনেও এই অধিকাৰ সম্পৰ্কে কোনো প্ৰশ্ন তুলিব নোৱাৰিব অথবা ইয়াৰ বিৰোধিতা কৰিব নোৱাৰিব। মনিষী কাৰ্লাইলে দিয়া এষাৰ মন্তব্য এই ক্ষেত্ৰত বিশেষ ভাবে উল্লেখযোগ্য। তেওঁ কৈছে "A modern state does not stop short at providing for national defence, for the repression of crimes and administration of civil Justice It aids in the production of wealth by retaining control certain instruments too important to be entrusted to individual such as the high road and the postal system And to come to our immediate question it facilitates the education of all citizens and makes elementary education compulsory." ৰাষ্ট্ৰই শিক্ষাৰ ক্ষেত্ৰত লোৱা ভূমিকা সমূহে নাগৰিক সকলৰ সামগ্ৰীক বিকাশত সহায় কৰাৰ লগতে ৰাষ্ট্ৰখনৰো বিকাশত সহায় কৰে।

শিক্ষাৰ সকলো দিশৰ লক্ষ্য ৰখাৰ বাবে ৰাষ্ট্ৰত এটা শিক্ষা বিভাগ স্থাপন কৰা হয়। সেই শিক্ষা বিভাগৰ দায়িত্বত এগৰাকী সুদক্ষ ৰাজনীতিজ্ঞক মন্ত্ৰীৰূপে দায়িত্ব অৰ্পণ কৰা হয়। শিক্ষামন্ত্ৰী দপ্তৰৰ তত্বাবধানত শিক্ষাৰ দায়িত্বত থকা বিষয়া সকলে সমগ্ৰ ৰাষ্ট্ৰখনৰ শিক্ষা পৰিচালনা কৰে। শিক্ষাৰ বাবে চৰকাৰে নানা ধৰণৰ আইন প্ৰণয়ন কৰে আৰু তাক কাৰ্য্যকৰী কৰাৰ বাবে শিক্ষা বিভাগক দায়িত্ব দিয়ে। এনেদৰেই শিক্ষা বিভিন্ন আইন প্ৰণয়নৰ যোগেদি ক্ৰমে ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণ আৰু কতৃত্বলৈ আহে। ৰাষ্ট্ৰৰ শিক্ষা ব্যৱস্থা ৰাষ্ট্ৰীয় শিক্ষা নীতিৰ দ্বাৰা পৰিচালিত কৰা হয়। এইদৰে ৰাষ্ট্ৰই শিক্ষাৰ ক্ষেত্ৰত বিভিন্ন ধৰণৰ ভূমিকা গ্ৰহণ কৰে।

## ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত শিক্ষা ব্যৱস্থাৰ সুবিধা আৰু অসুবিধা সমূহ (Merits and Demerits of state control system of education)

ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত শিক্ষা ব্যৱস্থাৰ বহুতো সুবিধা আৰু অসুবিধা থকাটো পৰিলক্ষিত হৈছে। এই সম্বন্ধে আধুনিক ৰাষ্ট্ৰসমূহত নানা ধৰণৰ বিতৰ্কৰ সৃষ্টি হোৱাও দেখা যায়। এনে ধৰণৰ বিতৰ্কক 'ব্যক্তিত্ববাদ' আৰু সমষ্টিবাদ চিন্তা ধাৰা বুলি আখ্যা দিয়া হৈছে। শিক্ষাক ৰাষ্ট্ৰৰ এবিধ দীৰ্ঘ ম্যাদী বিনিয়োগ বুলি কোৱা হয়। এই বিনিয়োগৰ মূলতে মানব সম্পদ আৰু জনশক্তি জড়িত হৈ থাকে। মানব সম্পদৰ বিকাশ কৰিবলৈ হলে শিক্ষাৰ পৰিকল্পনা প্ৰয়োজন। ৰাষ্ট্ৰৰ কল্যাণ আৰু উন্নতি সম্বন্ধীয় সকলোবোৰ বিষয়ৰ ওপৰত চৰকাৰৰ এক সাধাৰণ নিয়ন্ত্ৰণ ক্ষমতা থাকে। এই ক্ষমতাৰ মাধ্যমেৰে ৰাষ্ট্ৰই শিক্ষা জনসাধাৰণৰ কল্যাণৰ অৰ্থে সম্প্ৰসাৰিত কৰাৰ ব্যৱস্থা কৰা দেখা যায়।

### শিক্ষা ব্যৱস্থাৰ সুবিধা সমূহ (Merits of the Education system)

**প্ৰথমতে-** ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত শিক্ষা ব্যৱস্থা মুক্ত, সাৰ্ব্বজনীন আৰু বাধ্যতামূলক হিচাপে পৰিগণিত হয়। ৰাষ্ট্ৰৰ সকলো নাগৰিকক এটা নিৰ্দিষ্ট স্তৰলৈ মুক্ত শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হয়।

**দ্বিতীয়তে-** ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত শিক্ষা ব্যৱস্থা জাতীয় শিক্ষা নীতিৰ দ্বাৰা পৰিচালিত কৰিব পাৰি। এই শিক্ষাই ৰাষ্ট্ৰৰ সকলো ঠাইৰে সকলো নাগৰিকক সামৰি লব পাৰে। ই সমাজৰ সদস্যসকলৰ মাজত থকা বিসম্বাদৰ ধাৰণা আঁতৰ কৰে। ৰাষ্ট্ৰীয় শিক্ষানীতি সকলোৰে গ্ৰহণযোগ্য হয়।

**তৃতীয়তে-** ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত শিক্ষা ব্যৱস্থাৰ ফল স্বৰূপে সমাজৰ সকলো শ্ৰেণীৰ ব্যক্তিয়ে সুবিধা লাভ কৰিব। এই নীতি প্ৰয়োগৰ ক্ষেত্ৰত হীনপৰ ধাৰণা নাথাকে। ইয়াক কম খৰচত প্ৰযোগ কৰিবলৈ বিচৰা হয়। সেয়েহে সকলোৱে ইয়াৰ সুবিধা লাভ কৰিবলৈ সক্ষম হয়। বিশেষকৈ সমাজৰ দুৰ্ব্বল শ্ৰেণীৰ লোকে ইয়াৰ দ্বাৰা অধিক লাভবান হয়।

**চতুৰ্থতে-** ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত শিক্ষাত সমতা স্থাপন হয়। ইয়াত থকা আৰু নথকাৰ মাজত ব্যৱধানখিনি কমি যায়। এনে ধৰণৰ শিক্ষাই জাত পাতৰ বিচাৰ নকৰে আৰু ধনী দুখীয়াৰ মাজৰ পাৰ্থক্য দূৰ কৰে।

**পঞ্চমতে-** ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত শিক্ষা ব্যৱস্থাৰ সাংগঠনিক দিশটো সহজ। ইয়াৰ মাজেৰে বৃত্তিমুখী কৰ্মশীল শিক্ষা সম্প্ৰসাৰণ কৰিব পাৰি। বৃত্তিমুখী কৰ্মশীল শিক্ষা পদ্ধতি সম্প্ৰসাৰণ কৰিবলৈ যাওতে উদ্দ্যোগীক তথা ব্যৱসায়িক প্ৰতিষ্ঠানৰ সহায়ৰ প্ৰয়োজন হৈ পৰে। ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত শিক্ষাত এইটো সহজ হৈ পৰে।

**ষষ্ঠতে-** ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত শিক্ষা ব্যৱস্থাত নিয়মীয়া পৰিদৰ্শনৰ ব্যৱস্থা থাকে। শৈক্ষিক দায়িত্বসমূহ বিভিন্ন গোটৰ মাজত ভগাই দিয়া হয় আৰু তাৰ দ্বাৰা ক্ষমতাৰ বিকেন্দ্ৰীকৰণ হয়।

**সপ্তমতে-** ৰাষ্ট্ৰই প্ৰস্তুত কৰা শিক্ষাৰ আঁচনি সমূহ কাৰ্যকৰীকৰণৰ ক্ষেত্ৰত কোনো ধৰণৰ বাধাৰ সন্মুখীন হোৱা দেখা নেযায় । ৰাষ্ট্ৰীয় শিক্ষানীতি কাৰ্যকৰীকৰণ সহজ । ৰাষ্ট্ৰীয় ব্যৱস্থাৰে শৈক্ষিক পৰিবৰ্তন অনাটোও সহজ । পাঠ্যক্ৰম, বিষয়বস্তু আদিৰ সাল-সলনিও অতি সহজে কৰিব পাৰি ।

**অষ্টমতে-** ৰাষ্ট্ৰৰ দ্বাৰা শিক্ষা ব্যৱস্থা নিয়ন্ত্ৰণ হলে সেই শিক্ষাৰ পৰা শিক্ষাৰ্থীসকলে বিভিন্ন ধৰণে লাভবান হ'ব পাৰে । শিক্ষাৰ্থীসকলে জলপানী (Scholarship) আৰ্থিক সাহায্য আদি পোৱাতো সহজ হয় ।

**নৱমতে-** ৰাষ্ট্ৰৰ দ্বাৰা শিক্ষা ব্যৱস্থা নিয়ন্ত্ৰিত হলে নাগৰিক সকল অধিক খৰচান্ত হোৱাৰ ভয় নাথাকে । আনহাতে ব্যক্তিগত সংস্থা সমূহে পৰিচালনা কৰা শিক্ষা ব্যৱস্থাত যথে মধে খৰচ হয় । ৰাষ্ট্ৰীয় আঁচনিৰ মূল উদ্দেশ্য হল জনসাধাৰণৰ সেৱা । ইয়াৰ দ্বাৰা নতুন আঁচনি হাতত লোৱা সহজ আৰু তাক কাৰ্যকৰী কৰাও সহজ ।

**দশমতে-** ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত কৰা শিক্ষা ব্যৱস্থাৰ সহায়ত দেশৰ সংস্কৃতি সংৰক্ষণ কৰিব পাৰি । এনেধৰণৰ শিক্ষাই শিক্ষাৰ্থীক সহায় কৰাৰ লগতে শিক্ষক সকলক অধিক সাহসী কৰি তোলে । ইয়াৰ মূলতে হল শিক্ষক সকলৰ নিৰাপত্তা আৰু নিয়মীত চাকৰি ব্যৱস্থা ।

## শিক্ষা ব্যৱস্থাৰ অসুবিধা সমূহ (Demerits of the education system)

**প্ৰথমতে-** ৰাষ্ট্ৰৰ দ্বাৰা শিক্ষা নিয়ন্ত্ৰণ হলে সেই শিক্ষা প্ৰশাসনৰ ক্ষেত্ৰত ৰাজনৈতিক ভাবধাৰাৰ অন্তৰ্ভূক্তি হয় । ইয়াৰ ফলত সামাজিক জীৱনত অশান্তি বিৰাজ কৰে । সেইবাবে এই শিক্ষাৰ দ্বাৰা শিশুৰ সম্পূৰ্ণ বিকাশ সম্ভব নহয় ।

**দ্বিতীয়তে-** ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত শিক্ষা কেন্দ্ৰৰ লগত কেন্দ্ৰীভূত । ইয়াৰ ফলত আন সংস্থাবোৰে কোনো নিজস্ব বিকাশৰ চিন্তা কৰিব নোৱাৰে । স্থানীয় প্ৰয়োজনৰ ওপৰত ইয়াৰ গুৰুত্ব নাই ।

**তৃতীয়তে-** শিক্ষা ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত হলে কোনো ধাৰণাৰ মতামত দিয়াৰ ক্ষেত্ৰত বহুতো পলম হৈ যায় । এই শিক্ষাৰ দ্বাৰা সমাজে তৎকালীন সিদ্ধান্ত নাপায় । কিন্তু ব্যক্তিগত সংগঠন সমূহে নিয়ন্ত্ৰণ কৰা শিক্ষাৰ সিদ্ধান্ত তৎকালীন ভাবে হয় ।

**চতুৰ্থতে-** ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত হোৱা শিক্ষাত শিক্ষক সকলে চাকৰিৰ নিশ্চয়তা পায় যদিও শিক্ষক সকল যন্ত্ৰ সদৃশ হৈ পৰে । তেওঁলোকৰ মনৰ পৰা শিক্ষাদানৰ উদ্যম· আতৰি যোৱা যেন পৰিলক্ষিত হয় ।

**পঞ্চমতে-** ৰাষ্ট্ৰৰ দ্বাৰা শিক্ষা প্ৰণালী নিয়ন্ত্ৰণ হোৱাৰ ফলত বিদ্যালয় সমূহত শিক্ষাৰ্থীৰ সংখ্যা যথেষ্ট বৃদ্ধি হোৱা দেখা যায় । ইয়াৰ ফলত বিদ্যালয়ৰ পৰিবেশ অস্বাস্থ্যকৰ হৈ পৰে আৰু শিক্ষাৰ্থীৰ সম্পূৰ্ণ বিকাশত বাধা জন্মে । সেয়েহে আঢ্যৱন্ত টকা পইচা থকা পৰিয়ালৰ ল'ৰা-ছোৱালীক ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত শিক্ষানুষ্ঠানত পঢ়োৱাৰ মন নকৰা দেখা যায় ।

**ষষ্ঠতে-** ব্যক্তিগত সংস্থা সমূহে পৰিচালনা কৰা শিক্ষাৰ পৰা সুফল পোৱা দেখা যায় । এই শিক্ষাত অধিক সুবিধা পোৱাৰ লগতে ফলাফলসমূহো ভাল হোৱা পৰিলক্ষিত হয় । বিশেষকৈ ধৰ্মীয় সংগঠন সমূহে পৰিচালনা কৰা শিক্ষাৰ ক্ষেত্ৰত এনেকুৱা ধাৰণা পৰিলক্ষিত হোৱা দেখা যায় ।

**সপ্তমতে-** শিক্ষা ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰণ হলে মেধা সম্পন্ন শিক্ষাৰ্থীৰ বিকাশত বাধা পৰাৰ আশংকা থাকে । এওঁলোক ৰাষ্ট্ৰৰ সম্পদ । এই সম্পদ সমূহৰ স্বৰূপ উদ্ঘাটন আৰু পূৰ্ণ উপযোগিতাকৰণ কৰাটো আৱশ্যক ।

**অষ্টমতে-** শিক্ষা ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত হলে প্ৰকৃত গৱেষণাত গুৰুত্ব দিয়া হয় যদিও সেই কাম সুচাৰুৰূপে সম্পাদন হোৱা দেখা নাযায় । সেইবাবেই বিশেষ অনুষ্ঠান সমূহক স্বায়ত্ব শাসন দিয়াৰ ব্যৱস্থা কৰাটো অতি প্ৰয়োজন ।

ওপৰৰ আলোচনাৰ পৰা কব পাৰি যে ৰাষ্ট্ৰই শিক্ষাৰ দায়িত্ব লোৱাৰ ক্ষেত্ৰত সুবিধা যেনেকৈ আছে তেনেকৈ অসুবিধাও আছে । সুবিধা অসুবিধা সমূহৰ ক্ষেত্ৰত নানা জনে নানা মত প্ৰকাশ কৰা দেখা যায় । এই বিষয়ে চিন্তাবিদ হবচ্, লক্, আডাম স্মিথ, হাৰ্বাট স্পেনচাৰ, জন ষ্টুৱাৰ্ট মিল, ৰেমণ্ট আদিয়ে ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত শিক্ষাত অসুবিধা থকা বুলি মত পোষণ কৰিছিল । আনহাতে আধুনিক গণতান্ত্ৰিক ভাবধাৰাই ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত শিক্ষাৰ সপক্ষেহে মত পোষণ কৰিছে ।

## প্ৰশ্নাৱলী

১। শিক্ষাৰ ক্ষেত্ৰত ৰাষ্ট্ৰৰ ভূমিকা ।
২। ৰাষ্ট্ৰ আৰু শিক্ষা ।
৩। ৰাষ্ট্ৰৰ শৈক্ষিক কাৰ্য্যাৱলী সমূহ ।
৪। কল্যাণকামী ৰাষ্ট্ৰ আৰু শিক্ষা ব্যৱস্থা ।
৫। ৰাষ্ট্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত শিক্ষাৰ সুবিধা আৰু অসুবিধা সমূহ ।

## Exercise

1. Role of State in the field of Education
2 State and Education
3. Educational programmes of State.
4. Welfare state and Education system.
5. Merits and Demerits of State Control Education.

# দশম অধ্যায়
## বিদ্যালয় আৰু সমাজৰ ভূমিকা
## (Role of School and Society)

**প্ৰস্তাৱনা (Introduction)**

শিক্ষা ব্যৱস্থাৰ আটাইতকৈ উল্লেখযোগ্য অনুষ্ঠান হ'ল বিদ্যালয়। পৰিবৰ্তনশীল সমাজত শিক্ষানুষ্ঠান সমূহৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। শিক্ষানুষ্ঠান সমূহৰ আভ্যন্তৰীণ দিশটোলৈ লক্ষ্য কৰিলে দেখিবলৈ পোৱা যায় যে প্ৰত্যেকখন শিক্ষানুষ্ঠানতে একো একোখন সমাজৰ সৃষ্টি হয়। বিদ্যালয় বিলাকৰ বৰ্ত্তমান ভূমিকা আৰু বৈশিষ্টালৈ লক্ষ্য ৰাখি এখন বিশেষ সমাজ অথবা সম্প্ৰদায় স্বৰূপেহে বৰ্ণনা কৰা হয় বাবেই 'বিদ্যালয়ক সমাজৰ ক্ষুদ্ৰ সংস্কৰণ' (School is a miniature society) আখ্যা দিয়া হয়। আমি বিদ্যালয় আৰু সমাজৰ বিষয়ে যৌথভাবে জানিবলৈ যোৱাৰ আগতে বিদ্যালয় কি আৰু সমাজ কি ? সেই বিষয়ে জনাটো প্ৰয়োজন হব।

**বিদ্যালয় কি ? What is School ?** যি অনুষ্ঠানৰ মাধ্যমেৰে আমি আনুষ্ঠানিক শিক্ষা লাভ কৰিবলৈ সক্ষম হওঁ তাকে সাধাৰণতে বিদ্যালয় বুলি কোৱা হয়। বিদ্যালয় হল জ্ঞান অৰ্জনৰ মন্দিৰ বা শিক্ষা আহৰণৰ স্থান। বিদ্যালয়ৰ মাধ্যমেৰে শিক্ষক শিক্ষয়িত্ৰীৰ পৰা শিক্ষাৰ্থীসকলে শিক্ষা লাভ কৰে। বিদ্যালয় সমূহত সীমাবদ্ধ বিষয়সমূহৰ সম্পৰ্কে জ্ঞান বা শিক্ষা দিয়াৰ উপৰিও ল'ৰা-ছোৱালীৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ পূৰ্ণ বিকাশ সাধন কৰা ; ভবিষ্যতৰ জটিল সমাজৰ লগত মিলিব পৰা হোৱা আৰু ভবিষ্যতে জীৱিকা অৰ্জনৰ বাবে সাজু কৰাৰ লক্ষ্য চকুৰ আগত ৰাখি বিস্তৃত পাঠ্যক্ৰম আৰু আঁচনি প্ৰস্তুত কৰা হয়। বিদ্যালয়খনক এখন সামাজিক অনুষ্ঠান হিচাপে ধৰা হয়। বিদ্যালয়ে সমাজক প্ৰতিনিধিত্ব কৰে। বিদ্যালয়ৰ মূল লক্ষ্য হল জনসাধাৰণক বিশেষকৈ শিশুসকলক উপযুক্ত শিক্ষাদান কৰা। বিদ্যালয়ৰ সামাজিক পৰিবেশৰ মাজত শিশুসকলে তেওঁলোকৰ সুপ্ত প্ৰতিভা ৰাজিৰ বিকাশ সাধন কৰিবলৈ আৰু পৃথিৱীৰ বিষয়ে নানা জ্ঞান আহৰণ কৰিবলৈ সক্ষম হয়। শিক্ষক আৰু শিক্ষাৰ্থীয়ে হল বিদ্যালয়ৰ মূল ব্যক্তি। আধুনিক ধাৰণামতে ইয়াক 'মানব সম্পদ' বুলি গণ্য কৰা হৈছে। ইয়াৰ উপৰিও বিদ্যালয় সংগঠন আৰু প্ৰশাসনৰ ক্ষেত্ৰত বিভিন্ন ধৰণৰ ব্যক্তি জড়িত হৈ থাকে। শিক্ষকসকলৰ সহযোগত শিক্ষাৰ্থীসকলে সৰ্ব্বতোপ্ৰকাৰে উৎকৰ্ষ সাধনৰ প্ৰশিক্ষণ লাভ কৰে আৰু নিজৰ জীৱন গঢ়াৰ আদৰ্শ লাভ কৰে।

বিদ্যালয়ৰ প্ৰতিশব্দ হ'ল 'স্কুল' (school)। এই স্কুল শব্দটোৰ উৎপত্তি সম্পৰ্কে জানিবলৈ গলে দেখা যায় যে স্কুল শব্দটো গ্ৰীক শব্দ 'স্কোলেৰ' পৰা উদ্ভব হৈছে। 'স্কোলে' শব্দটোৰ অৰ্থ হল বক্তৃতাৰ ঠাই। গ্ৰীক দেশৰ যুৱক যুৱতীসকলে এই স্থানত নিজৰ উৎকৰ্ষ সাধনৰ চেষ্টা কৰিছিল আৰু ব্যায়াম, খেল-ধেমালি আদি কৰি সময় অতিবাহিত কৰিছিল। এইদৰে তেওঁলোকে সম্মিলিত হৈ 'ফৰাম' গঢ়ি

তুলিছিল আৰু ফৰামবোৰ শিক্ষাৰ কেন্দ্ৰস্থল হিচাবে পৰিগণিত হৈছিল। কিন্তু সকলোবোৰ বক্তৃতাৰ স্থান স্কুল হিচাবে পৰিগণিত নহয়। কাৰণ লণ্ডনৰ 'হাইডপাৰ্ক' বক্তৃতাৰ স্থান কিন্তু ই প্ৰকৃত স্কুল নহয়। ভাৰতবৰ্ষতো অতীততে স্কুল অথবা বিদ্যালয় বুলি কোনো অনুষ্ঠান নাছিল। গুৰু গৃহতে শিষ্যসকলে গোট খায় জীৱনৰ প্ৰয়োজনীয় সকলো শিক্ষা লাভ কৰিছিল। এই প্ৰথাক 'গুৰুকুল প্ৰথা' আখ্যা দিয়া হৈছিল। অতীতৰ সমাজে বৰ্তমান সমাজৰ দৰে বিদ্যালয় প্ৰতিষ্ঠা কৰাৰ কথা উপলব্ধি কৰিব পৰা নাছিল। সেই সময়ত যিখিনি শিক্ষা সম্প্ৰসাৰণ হৈছিল তাক অনানুষ্ঠানিক শিক্ষাৰ মাধ্যমতে হৈছিল বুলিব পাৰি।

আধুনিক সমাজৰ সামাজিক জীৱন ক্ৰমান্বয়ে জটিলৰ পৰা জটিল অৱস্থালৈ যোৱাটো পৰিলক্ষিত হৈছে। সভ্যতাৰ বিস্তাৰ ক্ষিপ্ৰ গতিত হোৱা হেতুকে বিদ্যালয় সম্পৰ্কে মানৱ সমাজৰ দৃষ্টিভংগী পৰিবৰ্তন হবলৈ ধৰিলে। বিদ্যালয়ক বৰ্তমান সমাজৰ এক অবিচ্ছেদ্য অংগ আৰু সামাজিক বিকাশৰ এক শক্তিশালী আহিলা স্বৰূপে পৰিগণিত কৰা হয়। ৰাষ্ট্ৰ এখন সুন্দৰৰূপে প্ৰস্তুত কৰাৰ ক্ষেত্ৰত বিদ্যালয় সমূহে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে।

বিদ্যালয় সম্বন্ধে নানা ধৰণৰ মত পোষণ কৰা দেখা যায়। চাৰ পাৰচিনান নামৰ মণিষীজনে কৈছে যে "বিদ্যালয়ক যদি এখন পৈণত সমাজ বুলি গণ্য কৰা হয়, তেন্তে তাত কিছুমান বিশেষ বৈশিষ্ট্য থাকিব লাগিব। আনহাতে বিদ্যালয়ৰ এই কৃত্ৰিম সমাজখন বৰ্হিজগতৰ দাপোন স্বৰূপ হব লাগিব। বৰ্হিজগতৰ আৱশ্যকীয়, গ্ৰহণযোগ্য আৰু শ্ৰেষ্ঠ লক্ষণবোৰ ইয়াত প্ৰতিফলিত হব লাগিব।" আনহাতে মণিষী জনডিউইৰ মতে "বিদ্যালয় হব লাগিব নিৰ্মল, সহজ আৰু সুপৰিকল্পিত সমাজ।" বিদ্যালয় সম্বন্ধে আমি তলত কেইটামান সূত্ৰ এইখিনিতে উল্লেখ কৰিব পাৰো। জন ডিউইয়ে কৈছে যে "School is a special environment where a certain quality of life and certain types of activities and occupations are provided with the object of securing child's development along desirable lines." ঠিক তেনেদৰে মহান শিক্ষাবিদ 'নানে' কৈছিল " The school must be thought of primary not as a place of learning where certain knowledge is learnt but as a place where young are disciplined in a certain form of activities namely, those that one of the greatest and most permanent significance in the wider world." আকৌ অধ্যাপক কে, জি, চৈইদৈইনৰ ভাষাত "A people's school must obviously be based on the peoples needs and problems. Its curriculum should be an epitome of their life. Its method of work must be approximate to their's. It should reflect all that is significant and characteristic in the life of the community in his natural seting." আনহাতে সমাজবিজ্ঞানী অটোৱে কৈছে যে "The school

may be regarded as a social invention to serve society for the specialised teaching of young"

**সমাজ আৰু লোকসমাজ (Society and Community) :** বিদ্যালয়ৰ লগতে সমাজ আৰু লোকসমাজো শিক্ষাৰ ক্ষেত্ৰত অতি গুৰুত্বপূৰ্ণ। ব্যক্তিসকলৰ বিকাশ কৰিবলৈ হলে সমাজৰ প্ৰভাব অপৰিহাৰ্য্য। 'সমাজ' শব্দটো সকলোৱে বুজিব পৰা এটি ব্যৱহৃত শব্দ। সাধাৰণ অৰ্থত সমাজ বুলিলে যি বুজা যায় সমাজবিজ্ঞানৰ দিশত সমাজ শব্দৰ অৰ্থ বেছি গুৰুত্বপূৰ্ণ। সমাজ বুলিলে অকল আমি মানব সমাজকেই ধৰি লওঁ। কিন্তু এই ধাৰণাটো প্ৰকৃততে সত্য বুলি কব নোৱাৰি। কাৰণ মানব সমাজৰ বাহিৰেও জীৱ-জন্তু, কীট-পতংগ আদিৰো সমাজ দেখা যায়। এই ক্ষেত্ৰত আমি 'দেভিচ' নামৰ চিন্তাবিদ গৰাকীৰ এফাঁকি কথা উল্লেখ কৰিব পাৰো। তেওঁ কৈছে "অকল মানুহেই সমাজত জীয়াই নাথাকে ; পৰুৱা, চৰাই চিৰিকতি, বান্দৰ ইত্যাদি বিলাকেও সমাজ পাতি থাকে।" সমাজ সকলোৰে থাকে যদিও মানুহৰ সমাজৰ লগত আন আন জীৱ-জন্তুৰ সমাজ সম্পূৰ্ণ ভাবে পৃথক। মানুহৰ সমাজ সুসংগঠিত বুলি ধৰা হয়। সমাজ এখন গঠন কৰোতে জনসংখ্যা, সংগঠন, নিৰ্দিষ্ট সময়, স্থান আৰু ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে। ইয়াৰ উপৰিও সমাজ সদায় পৰিবৰ্ত্তন হৈয়ে থাকে। পৰিবৰ্তনশীল জটিল সামাজিক সম্বন্ধৰ বান্ধোনেৰে বান্ধ খোৱা ব্যৱস্থাটোক সমাজ আখ্যা দিয়া হয়।

'শিক্ষা আৰু 'সমাজ' বিশেষভাবে সম্বন্ধিত। শিক্ষাৰ সামাজিক প্ৰয়োজন বিস্তৃত। মানুহে জীৱন ধাৰণৰ বাবে লগতে জীৱন ৰক্ষাৰ বাবে সৃষ্টি কৰি লৈছিল সমাজ ব্যৱস্থাৰ। সমাজত জীয়াই থকাৰ বাবে মানুহে বিভিন্ন ৰীতি-নীতি, সামাজিক পৰম্পৰা, আচাৰ ব্যৱহাৰ, নিয়মানুবৰ্ত্তিতা, শৃংখলা আদি মানি চলিছিল। সমাজৰ ক্ৰমোন্নতি শিক্ষাৰ প্ৰকৃত আদৰ্শৰ ওপৰত নিৰ্ভৰশীল। শিক্ষাৰ আদৰ্শ যেতিয়া সমাজ আৰু জাতিৰ আদৰ্শৰ লগত মিলিত হয় তেতিয়াই সমাজখন ক্ৰমোন্নতিৰ ক্ষেত্ৰত আগবাঢ়ে। সমাজ গঠন হোৱাৰ আগতে মানুহ শৃংখলাহীন পশুৰদৰে আছিল। ক্ৰমাগতভাবে মানুহে সমাজৰ মাধ্যমত নানা ধৰণৰ জ্ঞান আহৰণ কৰিবলৈ সক্ষম হয়। মানুহ সমাজত বিকশিত হয় সঁচা কিন্তু সমাজে বিচাৰিলেও সমাজৰ মতে গঢ় নলয়। মানব সমাজত মানুহৰ বিভিন্নতা পৰিলক্ষিত হয়। যদি সমাজে বিচৰামতে মানুহে গঢ় ললেহেতেন তেতিয়া হলে মানুহৰ স্বভাৱ চৰিত্ৰ আৰু ব্যক্তিত্ব একে হ'লহেতেন।

সমাজৰ ধাৰণাটো হ'ল অতি বহল ধাৰণা। এই ধাৰণাৰ অন্তৰালত চুবুৰী, সম্প্ৰদায়, ধৰ্মানুষ্ঠান, সংঘ সমিতি, পুথিভঁড়াল, বাতৰিকাকত, আলোচনী আদিয়েও নানা ধৰণৰ প্ৰভাব পেলায়। সকলো ধৰণৰ প্ৰভাবৰ দ্বাৰা প্ৰভাবান্বিত হৈ মানুহে সামাজিক পৰিবেশ সৃষ্টি কৰে। সমাজ আৰু ব্যক্তি দুটা দিশ হলেও ইটোৰ লগত সিটো সাঙুৰ খাই থাকে। শিক্ষাত ব্যক্তিতান্ত্ৰিক ধাৰণাৰ পোষকতা কৰিছিল শিক্ষাবিদ 'নানে' আৰু সমাজতান্ত্ৰিক ধাৰণাৰ পোষকতা কৰিছিল আমেৰিকাৰ বিখ্যাত শিক্ষাবিদ

'জন ডিউইয়ে' । মানুহৰ ব্যক্তিত্ব বিকাশৰ মূল ক্ষেত্ৰ হ'ল সমাজ । সমাজ অবিহনে ব্যক্তিৰ বিকাশ সম্ভৱ নহয় । সেইদৰে সমাজৰ উন্নতি হলেহে ব্যক্তিৰ উন্নতি সম্ভৱপৰ হ'ব ।

'সমাজৰ' লগত 'সম্প্ৰদায়' আন এটি উল্লেখযোগ্য ধাৰণা । সম্প্ৰদায় হ'ল সামাজিক সংৰচনাৰ এটি উল্লেখযোগ্য অংশ । আচলতে বহু ব্যক্তিৰ সমষ্টিৰে একোটা সম্প্ৰদায় গঢ়ি উঠে । সম্প্ৰদায়ত মানুহ বিলাকে ইজনে সিজনৰ লগত ভাব আদৰ্শৰ বিনিময় কৰি জীৱন নিৰ্বাহ কৰে । সম্প্ৰদায় অথবা লোক সমাজ দুয়োটাৰে সাংস্কৃতিক বৈশিষ্ট আছে । সম্প্ৰদায় হ'ল সামাজিক দল । এই দল এখন গাওঁ, এখন নগৰ অথবা এটা জাতিৰ অধিবাসীসকলৰ দ্বাৰা গঠিত হয় । সম্প্ৰদায়ৰ সদস্যসকলৰ মাজত এটা আমিভাব থাকে । সেইবাবেই সম্প্ৰদায় তথা লোক সমাজক আনবোৰ দলৰ পৰা পৃথক কৰিব পাৰি । যেনে এজন ব্যক্তি বিভিন্ন সমিতি অথবা সংঘৰ সদস্য হ'ব পাৰে কিন্তু তেওঁ এটা সম্প্ৰদায়ৰ সদস্য । সম্প্ৰদায় সমূহো ব্যক্তিৰ জীৱনৰ বাবে লাগতিয়াল ক্ষেত্ৰ । ইয়াৰ মাধ্যমেৰে শৈক্ষিক বিকাশ সম্ভৱ হৈ পৰে । সম্প্ৰদায় সম্বন্ধে সমাজবিজ্ঞানী সকলে নানা ধৰণেৰে মত পোষণ কৰা দেখা যায় । সমাজবিজ্ঞানী 'দেভিচ'ৰ মতে "সামাজিক জীৱনৰ সকলো দিশ সামৰিব পৰা সৰু আঞ্চলিক সমূহেই সম্প্ৰদায়" । সেইদৰেই অগবাৰ্ন আৰু 'নিমকক' মতে "সম্প্ৰদায় সীমিত অৱস্থানত সামাজিক জীৱনৰ এটি পূৰ্ণ সংগঠন" । সমাজ আৰু সম্প্ৰদায় দুয়োটাই ব্যক্তিৰ জীৱনৰ লগত জড়িত । ব্যক্তিত্ব সুন্দৰভাৱে বিকশিত কৰিবলৈ হ'লে সুন্দৰ সমাজ আৰু সম্প্ৰদায় সৃষ্টি কৰিব লাগিব । এই সকলো দিশতে শিক্ষাৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ ।

## সামাজিক অনুষ্ঠান হিচাবে বিদ্যালয় (School as a social Institution)

বিদ্যালয়ক সামাজিক অনুষ্ঠান বুলি কোৱা হয় । পৰিবৰ্ত্তনৰ ফলস্বৰূপে সামাজিক জীৱন বৰ্ত্তমান অতি জটিল হৈ পৰিছে । ইয়াৰ ফলস্বৰূপে বিদ্যালয়ৰ ভূমিকা সামাজিক জীৱনত অতি গুৰুত্বপূৰ্ণ হৈ পৰিছে । সমাজৰ সকলোবোৰ অনুষ্ঠানৰ ভিতৰত বিদ্যালয়বোৰেই একমাত্ৰ অনুষ্ঠান য'ত শিক্ষাৰ্থীসকলক সমাজৰ উপযোগী হিচাবে প্ৰস্তুত কৰাৰ শিক্ষা দিয়া হয় । শিক্ষাৰ্থীসকলৰ বয়স আৰু সামৰ্থ্য অনুসৰি শাৰীৰিক, মানসিক আৰু বৌদ্ধিক সামৰ্থলৈ চকু ৰাখি বিভিন্ন স্তৰৰ উপযোগীকৈ পাঠ্যক্ৰম প্ৰস্তুত কৰা হয় । শিক্ষা প্ৰক্ৰিয়াটোক এটা গতিশীল প্ৰক্ৰিয়া বুলি ধৰা হয় । এই গতিশীল প্ৰক্ৰিয়াটোক কাৰ্যকৰী কৰাৰ ক্ষেত্ৰত সকলোপ্ৰকাৰে বিদ্যালয় সমূহে সহায় কৰে । সেয়েহে বিদ্যালয় সমূহৰ প্ৰয়োজনীয়তাৰ কথা বহলাই উল্লেখ কৰাৰ বিশেষ দৰ্কাৰ নহ'ব । বাস্তৱ জীৱনত মানুহক বিভিন্ন ধৰণৰ জ্ঞানৰ প্ৰয়োজন । সেই জ্ঞানৰাজি যিমান বহল আৰু গভীৰ হয় ; জীৱন নিৰ্ব্বাহো সিমানে সফলতাপূৰ্ণ হয় । শিক্ষাৰ্থীসকলৰ পক্ষে জটিল বাস্তৱৰ পৰা তেনে ধৰণৰ জ্ঞান আয়ত্ব কৰা কঠিন । সেইবাবেই বিভিন্ন বিষয়ৰ জ্ঞানৰাজি সহজ তথা বোধগম্য কৰি বেলেগ বেলেগ

বিষয় বস্তু কৰি বিদ্যালয়ৰ মাধ্যমত শিক্ষাৰ্থীসকলক আয়ত্ত্ব কৰিবলৈ দিয়া হয়। এইখিনি কৰিবলৈ যাওঁতে বিষয়বস্তু আৰু বাস্তৱ জীৱনৰ লগত তাৰ যোগসূত্ৰ স্থাপন কৰি ৰখা নিতান্তই প্ৰয়োজন।

বিদ্যালয় হ'ল শিশুসকলক সামাজিকৰণ কৰাৰ এবিধ মূল মাধ্যম। পৰিয়াল সমূহে শিশুক নানা ধৰণে শিক্ষা দিলেও এই শিক্ষা শিশুৰ জীৱনৰ বাবে পৰিপাটী নহয়। পৰিপাটীকৈ শিক্ষা দিয়াৰ ক্ষেত্ৰত একমাত্ৰ বিদ্যালয় সমূহেহে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। প্ৰকৃতিৰ নিয়ম অনুসৰিয়েই মানুহ সামাজিক জীৱ হিচাবে পৰিগণিত হৈছে। মানুহে প্ৰয়োজন অনুসৰি সমাজ সৃষ্টি কৰিছে আৰু সেই সমাজতে বিদ্যালয়ৰ সৃষ্টি হৈছে। বিদ্যালয় সমূহৰ মাধ্যমেদি শিশুক সামাজিক ব্যক্তি হিচাবে গঢ় দিবলৈ যত্ন কৰা হয়। বিদ্যালয়ক এখন সমাজ অথবা সম্প্ৰদায়ৰ দৃষ্টিকোণেৰে চোৱা হয়। বিদ্যালয় তথা শিক্ষানুষ্ঠান সমূহৰ বিভিন্ন ধৰণৰ উদ্দেশ্য থাকে। সেই উদ্দেশ্যবোৰ কাৰ্যত পৰিণত কৰাৰ বাবে শিক্ষক, শিক্ষাৰ্থী তথা অভিভাৱক সকলে প্ৰচেষ্টা চলোৱাটো প্ৰয়োজন। সামূহিকভাবে প্ৰচেষ্টা চলালেহে উদ্দেশ্যবোৰ সফল হব।

বিদ্যালয় সমূহৰ উদ্দেশ্য হ'ল বিভিন্ন বিষয়ত সঞ্চিত সংস্কৃতি আৰু জ্ঞানৰাশি নতুন পুৰুষলৈ প্ৰেৰণ কৰি সমাজৰ সংৰক্ষণ কৰা। বিদ্যালয় সমূহে ব্যক্তি আৰু সমাজৰ উন্নতিৰ বাবে সঞ্চিত জ্ঞান আৰু সংস্কৃতিৰো উন্নতি সাধন কৰিবলৈ সক্ষম হয়। নতুন সত্যৰ সন্ধান, নতুন তত্ত্বৰ আৰু নতুন বস্তুৰ আবিষ্কাৰৰ বাবে ব্যক্তিৰ সৃজনীশক্তিৰ বিকাশৰ সুবিধা দিব লাগে। ভৱিষ্যত সমাজৰ উন্নতি সাধন কৰিবলৈ বৰ্তমানৰ শিক্ষাৰ্থীসকলক দুৰ্নীতি আৰু কুসংস্কাৰ, অন্ধবিশ্বাস আৰু অজ্ঞতাৰ বিৰুদ্ধে প্ৰত্যাহবান জনাবৰ বাবে বিদ্যালয়ৰ মাধ্যমত আদৰ্শ দেখুওৱা হয়। বিদ্যালয় সমূহে শিক্ষাৰ্থীসমূহৰ মানসিক উৎকৰ্ষ সাধনতকৈ ব্যক্তিত্বৰ সম্পূৰ্ণ বিকাশত প্ৰাধান্য দিয়া দৰ্কাৰ। বিদ্যালয়সমূহে ব্যক্তিৰ বিভিন্নতা স্বীকাৰ কৰি প্ৰত্যেক ব্যক্তিৰ শক্তি, আগ্ৰহ আৰু সামৰ্থ্যতাৰ বিকাশ কৰাত গুৰুত্ব দিয়ে। বিদ্যালয়ৰ উদ্দেশ্য সাধন হব যদিহে শিক্ষাৰ্থীসকলৰ মনত উপযুক্ত মূল্যবোধ, মনোভাব অভ্যাস আৰু সজ আচৰণ গঠনৰ বাবে সুন্দৰ পৰিবেশ গঢ়ি তুলিবলৈ সক্ষম হয়।

বিদ্যালয় অথবা শিক্ষানুষ্ঠান সমূহৰ মাধ্যমতেই শিশুৱে ৰক্ষণাবেক্ষণ পাবলৈ সক্ষম হয়। শিক্ষানুষ্ঠানলৈ আহি বন্ধু বান্ধৱৰ লগত মিলাপ্ৰীতিৰ জৰিয়তে আচৰণৰ সংশোধন কৰিবলৈ বিচাৰে। ইয়াৰ মাধ্যমতে শিশুৰ মনত সৌহাৰ্দভাৱ গঢ়ি উঠে আৰু বিদ্যালয়ৰ পৰিবেশত হোৱা ভাবেৰে প্ৰভাবান্বিত হয়। তেওঁলোকে নিজকে নিজে আনৰ আচৰণ অনুকৰণ কৰি সংশোধিত হবলৈ বিচাৰে আৰু সমাজৰ মাজত তেওঁলোকে সংশোধিত আচৰণৰ মাধ্যমেৰে আত্ম-প্ৰকাশিত হবলৈ সক্ষম হয়। সেইদৰে বিদ্যালয়ৰ উপৰিও তেওঁলোকৰ মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ৰ সহপাঠীসকলৰ লগত নিজস্ব ভাবৰ আদান প্ৰদান কৰি এটা সুস্থ পৰিবেশৰ মাধ্যমেৰে বিকাশ লাভ কৰে।

শিক্ষাৰ্থীসকলে শিক্ষা সমাপ্ত কৰাৰ পিচত বাস্তৱ জীৱনত এখন সুস্থ সমাজ গঢ়ি তোলাটো সকলোৱে বাঞ্ছা কৰে। সেই সমাজখন হ'ব লাগিব মিলাপ্ৰীতি, মৰম-চেনেহ আৰু সহযোগিতাৰ সমাজ। সেই সমাজখনত থাকিব নালাগিব হিংসা-দ্বেষ, অন্যায় অবিচাৰ। শিক্ষা প্ৰক্ৰিয়াটোৰ মূল লক্ষ্য হ'ল তেনে এখন বৃহৎ সমাজ সৃষ্টি কৰা। এই মূল্যবোধখিনি সৃষ্টি কৰি শিক্ষাৰ্থীসকলৰ জীৱনৰ মূলভেটি গঢ়ি তুলিব লাগে বিদ্যালয়ত। সমাজত বিভিন্ন ধৰণৰ অনৈক্য আৰু ভিন্নতা আছে। বিভিন্ন ধৰণৰ অনৈক্য থাকিলেও সমাজখনৰ বিভিন্ন স্থানৰপৰা ল'ৰা-ছোৱালীয়ে বিদ্যালয়ত একেলগে শিক্ষা আহৰণ, খেল-ধেমালি আদি নানা কাৰ্য্য কৰি জীৱনৰ মূল্যবান সময়খিনি অতিবাহিত কৰে। ইয়াৰপৰা বুজা যায় যে অনৈক্য আৰু বৈষম্য দূৰ কৰি ঐক্যবদ্ধ আৰু বৈষম্যহীন সমাজ স্থাপন কৰাত বিদ্যালয়ে বিশেষ ধৰণৰ ভূমিকা গ্ৰহণ কৰে। এই সকলোবোৰ দিশৰপৰা বিদ্যালয়খনক এখন সৰু সমাজ বুলি কোৱা হয়। এই সমাজখন হ'ল সুস্থ সহজ-সৰল ভাৰসাম্যপূৰ্ণ পবিত্ৰ সমাজ। বিখ্যাত মণিষী জন ডিউইয়ে কৈছে "The school is a simplified, balanced society." বিদ্যালয়ত বৃহত্তম সমাজৰ যিখিনি ধাৰণা সেই ধাৰণাখিনি অন্তৰ্নিহিত হৈ থকা বুলি কব পাৰি। বিদ্যালয়ক তাৎপৰ্য্যপূৰ্ণ দৃষ্টিভংগীৰে এখন ক্ষুদ্ৰ সমাজ (a miniature society) অথবা সম্প্ৰদায় স্বৰূপে বৰ্ণনা কৰা হয়। বহল সমাজখনৰ পৰা কণ কণ শিশুহঁতে বিদ্যালয়ত শিক্ষা আহৰণ কৰিবলৈ আহে। এই শিশুসকল সমাজখনৰ একো একোটা ক্ষুদ্ৰ অংশ অৰ্থাৎ প্ৰতিনিধি। সেই ধাৰণাটোৱে বিদ্যালয়টো তেওঁলোকক অংশ গ্ৰহণ কৰাৰ ক্ষেত্ৰত সহায় কৰে। সমাজ গঠনৰ প্ৰক্ৰিয়াসমূহ তেওঁলোকে বিদ্যালয়ৰ মাধ্যমত শিকিবলৈ ধৰে। সেয়ে বিদ্যালয়ক এখন নিৰ্মিয়মান সমাজ বুলি কব পাৰি। প্ৰকৃত সমাজখনৰ সকলো প্ৰয়োজন আৰু আশা-আকাংক্ষা পূৰণ কৰিব পৰাকৈ বিদ্যালয়ত বিভিন্ন কাৰ্য্যসূচী অন্তভূৰ্ক্ত কৰা হয়।

বিদ্যালয়সমূহে বৃহত্তৰ সমাজৰ প্ৰয়োজনসমূহ নিস্বাৰ্থভাবে আৰু সাৰ্বজনীন দৃষ্টিৰে পূৰণ কৰিব পাৰে। সমাজখনৰ প্ৰতি বিদ্যালয়ে উদাৰ তথা বহল দৃষ্টিভংগী লোৱা বাবেই বিদ্যালয়ক এক গুৰুত্বপূৰ্ণ সামাজিক অনুষ্ঠান (Social institution) হিচাবে ধৰা হয়।

**বিদ্যালয় আৰু সমাজৰ মাজত সম্পৰ্ক (Relation between School and Society) :** বিদ্যালয় আৰু সমাজৰ মাজত বিশেষ ধৰণৰ সম্পৰ্ক থকা দেখা যায়। বিদ্যালয়ক সামাজিক অনুষ্ঠান হিচাবে পৰিগণিত কৰাৰ মূলতে দুয়োবিধ অনুষ্ঠানৰ মাজত পৰিলক্ষিত হোৱা নিবিড়তাৰ কথা উল্লেখ কৰিব পাৰি। বিদ্যালয় আৰু সমাজৰ মাজত থকা পাৰস্পৰিক সম্পৰ্ক বৰ্ত্তমান অৱস্থাত এটি লক্ষ্য কৰিবলগীয়া গুৰুত্বপূৰ্ণ দিশ। সমগ্ৰ সমাজ ব্যৱস্থাটো উন্নত কৰাৰ অৰ্থে বিদ্যালয়ে নানা ধৰণে ভূমিকা গ্ৰহণ কৰে। বিদ্যালয় আৰু সমাজ সামাজিকৰণ ব্যৱস্থাৰ দুটা মূল অনুষ্ঠান। সমাজৰ পৰিবৰ্ত্তনৰ ক্ষেত্ৰত বিদ্যালয় সমূহে কাৰ্য্যব্যৱস্থা হাতত লয়। সমাজৰ সকলো আশা আকাংক্ষা আৰু প্ৰয়োজনীয় জ্ঞান-অভিজ্ঞান

ইত্যাদি বিদ্যালয়ৰ কাৰ্য্যসূচীত অন্তভূৰ্ক্ত কৰি লোৱা হয় । বিদ্যালয় আৰু সমাজৰ মাজত থকা সম্বন্ধ সম্বন্ধে বিভিন্ন শিক্ষাবিদে বিভিন্ন ধৰণেৰে মন্তব্য প্ৰকাশ কৰিছে । মণিষী 'ৰায়বাৰ্নে' কৈছে- "There must be a vital connection between the life of the pupils in school and the life of the community from which they come. There must be vital connection between the school, which is the corporate life of the pupils and teacher and the comunity. Other wise the school can never succeed in each aim of enabling the pupils to go out to face society and make necessary adjustments nor can it, as a corporate body, even have the vital influence on the community which it ought to have" । বিদ্যালয়ত শিক্ষাৰ্থী, শিক্ষক আৰু সমাজৰ এটা সুসমন্বয় গঢ়ি উঠে । এই অনুষ্ঠানৰ মাধ্যমত সু-সমাযোজন সৃষ্টি কৰাৰ ক্ষেত্ৰত শিক্ষক সকলে আগভাগ লোৱা দৰ্কাৰ । আনহাতে "ষ্টেফোৰ্ড' নামৰ চিন্তাবিদ গৰাকীয়ে কৈছে যে "The good school programme steps from community needs as an integral part of the life of the people. It is made by, for and of those it would serve." বিদ্যালয়ৰ আঁচনি সমাজৰ কল্যাণৰ অৰ্থে কৰা হয় আৰু ই মানুহৰ জীৱনক গঢ় দিয়াত সহায় কৰে । এই বিষয়ে আয়োগসমূহেও নানা ধৰণে মন্তব্য প্ৰকাশ কৰা দেখা যায় । ১৯৫৪ চনৰ মাধ্যমিক শিক্ষা আয়োগে কৈছে যে "The school is a small community within a lager community and that the attitued, values and modes of behaviour-good or bad - which have currency in national life are bound to be reflected in school." আমি এইখিনিতে বিদ্যালয় আৰু সমাজৰ মাজত গঢ়ি উঠা সম্বন্ধৰ ক্ষেত্ৰত ক'ব পাৰো যে এখন সমাজৰ উন্নতি আৰু প্ৰগতি বিদ্যালয়ৰ শিক্ষাৰ ওপৰতে ঘাঁইকৈ নিৰ্ভৰ কৰে । বিদ্যালয় আৰু সমাজৰ মাজত থকা সম্বন্ধৰ কেইটিমান লক্ষ্য তথা উদ্দেশ্য আছে । উদ্দেশ্য সমূহ তলত উল্লেখ কৰা হ'ল ।

**বিদ্যালয় আৰু সমাজৰ মাজত থকা সম্বন্ধৰ লক্ষ্যসমূহ ঃ- (Aims of school community relationship)–**

ক) ইয়াৰ মাধ্যমত সামাজিক জীৱনৰ আদৰ্শ আৰু মূল্যবোধৰ জ্ঞান বিস্তাৰ হয় ।

খ) শিক্ষাৰ্থীসকলক সমাজৰ লগত চিনাকি কৰি দিয়াৰ ব্যৱস্থা ।

গ) শিক্ষাৰ্থীসকলক সুস্থ সবল নাগৰিক হিচাবে গঢ়ি তোলাৰ বাবে আদৰ্শ আৰু দক্ষতাৰ বিকাশ কৰোৱা ।

ঘ) শিক্ষাৰ্থী সকলক বিদ্যালয় আৰু সমাজৰ মাজত সমন্বয় গঢ়ি তোলাৰ জ্ঞান দিয়া ।

ঙ) শিক্ষাৰ্থী আৰু সমাজৰ প্ৰয়োজন অনুসাৰে বিদ্যালয়ৰ কাৰ্য্যসূচীৰ আঁচনি প্ৰস্তুত কৰা ।

চ) সমাজৰ সমল সমূহৰ উপযুক্ত ব্যৱহাৰৰ দ্বাৰা জীৱনক সুখোময় আৰু সমৃদ্ধিশালী কৰি তোলা।

ছ) যিখন সমাজত বিদ্যালয় অনুষ্ঠিত সেই সমাজখনৰ সামূহিক কেন্দ্ৰ আৰু সামাজিক বিনোদনৰ কেন্দ্ৰ হিচাবে বিদ্যালয়ক বিকশিত কৰা।

জ) বিদ্যালয় আৰু সমাজৰ মাজত থকা দূৰত্ব তথা অমিল খিনিক নিম্ন স্তৰলৈ নিয়া।

ঝ) বিদ্যালয়ৰ প্ৰতি সমাজৰ ভালপোৱা ভাবৰ বিকাশ সাধন কৰা।

ঞ) বৃত্তিমুখী দক্ষতাৰ উন্নতি সাধনৰ বাবে শিক্ষাৰ্থী আৰু সমাজক সহায় কৰা।

## বিদ্যালয় আৰু সমাজৰ মাজত থকা সম্বন্ধৰ প্ৰয়োজনীয়তা (Necessity of the school community relationship) :-

সমাজখন গতিশীল। সমাজৰ এই গতিশীলতা একমাত্ৰ বিদ্যালয় সমূহৰ মাধ্যমেৰেহে আনিব পাৰি। শিক্ষক আৰু শিক্ষাৰ্থী হ'ল বিদ্যালয়ৰ মানব সম্পদ (Human resource)। এই মানব সম্পদৰ বিকাশৰ বাবে বিদ্যালয় আৰু সমাজৰ মাজত সুস্থ সবল আৰু সমৃদ্ধিশালী সম্বন্ধ গঢ়ি তোলাটো প্ৰয়োজন। বিদ্যালয়খনক এখন 'ক্ষুদ্ৰ সমাজ' আখ্যা দিয়া হয় বুলি আগতে কৈ অহা হৈছে। এই ধাৰণাটোৰ বিকাশ সমাজে কৰে সমাজৰ ব্যক্তিসকলৰ উন্নতিৰ অৰ্থে। সমাজ অবিহনে বিদ্যালয়ৰ কল্পনা কৰা অবাস্তব বুলি ক'ব পাৰি। বিদ্যালয় আৰু সমাজৰ সম্পৰ্কৰ প্ৰয়োজনীয়তা সম্বন্ধে শিক্ষাবিদ কে, জি, চৈইদিয়ানে তলত দিয়া কথা ফাকি প্ৰকাশ কৰিছে। তেওঁ কৈছে যে "If we continue the Present Practice of working the isolated compartment, the school not enriching the community, the commhuity not supporting the school, not only will it defeat our real educational objective, but whatever education we provide, will be stale and anaemic"। উক্ত কথাফাঁকিৰ পৰা বুজা যায় যে বিদ্যালয় আৰু সমাজৰ মাজত থকা সম্বন্ধটোৰ প্ৰয়োজনীয়তা খুব বেছি। এই বিষয়ে তলত কেইটিমান কথা আলোচনা কৰা হ'ল।

**প্ৰথমতে-** বৰ্ত্তমান সময়ৰ বিদ্যালয় সমূহৰ অৱস্থা সমস্যাপূৰ্ণ আৰু জটিল সমাজৰ জনসংখ্যা বৃদ্ধিৰ ফলস্বৰূপে বিদ্যালয়টো শিক্ষাৰ্থীৰ সংখ্যা যথেষ্ট বৃদ্ধি হৈছে। বিদ্যালয় সমূহত শিক্ষক আৰু শিক্ষাৰ্থীৰ মাজত অনুশাসনহীনতাই চৰম ৰূপ লৈছে। মানুহে শাৰীৰিক কৰ্ম কৰিবলৈ বাদ দি অসামাজিক পদ্ধতিৰে কৰ্ম সম্পাদন কৰিবলৈ বিচৰাৰ ফলত সমাজত অস্থিৰতাই দেখা দিছে। এই সকলোবোৰ দিশলৈ চাই ক'ব পাৰি যে বিদ্যালয় আৰু সমাজৰ মাজত সুসম্বন্ধ গঢ়ি উঠা প্ৰয়োজন।

**দ্বিতীয়তে-** সমাজত বিদ্যালয় স্থাপন কৰা হয় ব্যক্তিসকলৰ সম্পূৰ্ণ বিকাশ সাধন কৰাৰ অৰ্থে আৰু সমাজৰ বিকাশত অবিহণা যোগবৰ বাবে। এই লক্ষ্যত

উপনীত হ'বলৈ হলে বিদ্যালয় আৰু সমাজৰ মাজত সম্বন্ধ গঢ়ি তুলিব লাগিব । এই সম্বন্ধ শক্তিশালী নহলে বাস্তৱ ক্ষেত্ৰত ফলৱতী হ'ব পৰা নাযাব ।

তৃতীয়তে- আধুনিক সমাজ ব্যৱস্থাৰ ধাৰণা হ'ল গণতান্ত্ৰিক ধাৰণা । এই গণতান্ত্ৰিক ধাৰণাৰ দ্বাৰা বৰ্তমান সমাজ ব্যৱস্থাক উন্নত কৰাৰ প্ৰচেষ্টা চলাব লাগিব । শিক্ষাৰ্থী সকলৰ মনত গণতান্ত্ৰিক ভাৱধাৰা সোমাই দিবলৈ হলে বিদ্যালয় আৰু সমাজৰ মাজত শক্তিশালী সম্বন্ধ গঢ়ি তোলা প্ৰয়োজন ।

চতুৰ্থতে- শিক্ষাৰ প্ৰকৃত উদ্দেশ্যৰ উপলব্ধি কৰাব পৰাটো হল বিদ্যালয় আৰু সমাজৰ মাজত থকা সম্বন্ধৰ মূল ধাৰণা । আমি যদি শিক্ষাৰ প্ৰকৃত উদ্দেশ্যত উপনীত হবলৈ বিচাৰো তেতিয়া হলে শিক্ষাৰ্থী সকলক শাৰীৰিক, মানসিক, বৌদ্ধিক, আবেগিক, নৈতিক আৰু সৌন্দৰ্য্যবোধৰ লগতে সৰ্বাংগীন বিকাশত সহায় কৰিব লাগিব । এই সকলোবোৰ ধাৰণা আয়ত্ব কৰিবলৈ হলে বিদ্যালয় আৰু সমাজৰ সহায় লব লাগিব । ইয়াৰ বাবে বিদ্যালয় আৰু সমাজৰ মাজত সম্বন্ধ গঢ়ি উঠা প্ৰয়োজন ।

পঞ্চমতে- আধুনিক সমাজৰ চিন্তা ধাৰাৰ সলনি হৈছে । বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ বিকাশৰ ফলস্বৰূপে সামাজিক জীৱনলৈ পৰিবৰ্তন আহিছে । ইয়াৰ ফলত ইজনে সিজনৰ ওপৰত নিৰ্ভৰ হব লগা হৈছে । বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ প্ৰগতিয়ে ইজন মানুহক সিজন মানুহৰ নিচেই ওচৰলৈ আনিবলৈ সক্ষম কৰি তুলিছে । ইয়াৰ সকলো প্ৰভাব সমাজত পৰিছে ; সেয়েহে বিদ্যালয়ক সমাজৰ আঁতৰত ৰাখিব নোৱাৰি ।

ষষ্ঠতে- বিদ্যালয় সমাজৰ অবিচ্ছেদ্য অংগ । ইয়াক সমাজৰ পৰা একাষৰীয়া কৰি ৰাখিব নোৱাৰি । বিদ্যালয়ৰ শিক্ষাৰ লক্ষ্য, পাঠ্যক্ৰম, শিক্ষাপদ্ধতি আদি সকলোবোৰ সমাজৰ প্ৰয়োজন অনুসাৰে পৰিকল্পিত কৰিব লাগিব । সমাজৰ কল্যাণৰ অৰ্থে প্ৰয়োগ কৰিবলৈ যাওঁতে বিদ্যালয় আৰু সমাজৰ মাজত সৌহাৰ্দ ভাব গঢ়ি তুলিব লাগিব । তেতিয়াহে সামাজিক জীৱনৰ লগতে শিক্ষাৰ্থীসকলৰ বিদ্যালয়ৰ জীৱন সৰ্বাংগসুন্দৰ হ'ব ।

সপ্তমতে- ব্যক্তিসকল বৈষম্যপূৰ্ণ হোৱা হেতুকে কেতিয়াবা বিদ্যালয়ৰ চাৰি বেৰৰ মাজত অস্বাস্থ্যকৰ পৰিবেশৰ সৃষ্টি হয় । এই অস্বাস্থ্যকৰ পৰিবেশৰ অন্ত কৰিবলৈ হলে কিছুমান আদৰ্শ প্ৰয়োজন হয় । সেই আদৰ্শসমূহ সামাজিক জীৱনৰ পৰাহে আয়ত্ব কৰিব পাৰি । বিদ্যালয় আৰু সমাজৰ মাজত থকা সম্বন্ধ স্থাপন কৰি আদৰ্শবান সমাজ সেৱকৰ মাধ্যমেৰে ইয়াৰ ওৰ পেলাব পাৰি । সেয়েহে বিদ্যালয় আৰু সমাজৰ মাজত সম্বন্ধ থকা প্ৰয়োজন ।

## বিদ্যালয় আৰু সমাজৰ সম্বন্ধ উন্নত কৰাৰ নীতিসমূহ (Principles of development for school community relationship)

বিদ্যালয় আৰু সমাজৰ মাজৰ সম্পৰ্কটো উন্নত কৰাৰ অৰ্থে কিছুমান নীতিৰ

আশ্ৰয় লব পাৰি । এই নীতিসমূহৰ সহায়েৰে অগ্ৰসৰ হলে সম্বন্ধৰ উন্নতি সাধন কৰিব পাৰি ।

**১) সমাজৰ প্ৰয়োজনীয়তা-** সমাজৰ প্ৰয়োজনীয়তাৰ বাবে বিদ্যালয় আৰু সমাজৰ মাজত সম্বন্ধ স্থাপন কৰিব লাগিব । ইয়াৰ মূল কাৰণ হল বিভিন্ন সমাজৰ পৰা অহা শিক্ষাৰ্থীসকলৰ মাজত সুস্থ সবল ধাৰণাৰ সৃষ্টি কৰা ।

**২) মানসিক দিগন্তৰ পৰিসৰ বৃদ্ধি কৰণ-** বিদ্যালয় আৰু সমাজৰ মাজত সম্বন্ধ স্থাপন কৰাৰ মূলতে আছে শিক্ষাৰ্থী সকলৰ মানসিক দিগন্তৰ পৰিসৰ বৃদ্ধি কৰাৰ ধাৰণা । ইয়াৰ কাৰণ হল শিশুসকল মানসিক ভাবে শক্তিশালী হলেহে এখন ৰাষ্ট্ৰৰ সুস্থ সবল নাগৰিক হব আৰু সমগ্ৰ পৃথিৱীৰ নাগৰিকত্বৰ দিশত অৰিহণা যোগাব । ইয়াৰ আন এটা কাৰণ হল ইয়াৰ মাধ্যমত শিশু তথা নাগৰিকসকলৰ মনৰ পৰা ৰক্ষণশীল মনোভাব আৰু সংকীৰ্ণতা আঁতৰ কৰিব পৰা যাব ।

**৩) অৱস্থাৰ পৰিবৰ্তনৰ মানসিকতা-** বিদ্যালয় সমূহে সমাজৰ প্ৰয়োজনলৈ লক্ষ্য ৰাখি অৱস্থাৰ পৰিবৰ্তন সাধনৰ চেষ্টা কৰিব লাগিব । সেই পৰিবৰ্তৰ বাবে প্ৰয়োজন হব বিদ্যালয় আৰু সমাজৰ মাজৰ প্ৰকৃত সম্বন্ধৰ । বিদ্যালয় সমূহে সামাজিক জীৱনক উন্নত কৰাৰ প্ৰচেষ্টা চলালেহে শিক্ষাৰ্থী, শিক্ষক আৰু অভিভাৱকৰ মনত সৌহাৰ্দভাব গঢ়ি উঠিব । এই ক্ষেত্ৰত বিদ্যালয়ৰ ভিতৰত থকা মাধ্যমসমূহে সকলো প্ৰকাৰে সহায় কৰিব লাগিব ।

**৪) গণমাধ্যম সমূহৰ প্ৰয়োগ-** বিদ্যালয় সমূহে গণমাধ্যমৰ মাজেৰে শিক্ষাদানৰ ব্যৱস্থা কৰিব লাগে । গণমাধ্যম সমূহৰ সফল প্ৰয়োগ হলেহে বিদ্যালয় আৰু সমাজৰ মাজৰ সম্পৰ্ক সুমধুৰ হয় । কাৰণ গণমাধ্যম সমূহৰ শৈক্ষিক মূল্য উল্লেখযোগ্য ।

**৫) সকলো ব্যক্তিৰ কল্যাণ সাধন-** বিদ্যালয় আৰু সমাজৰ সম্বন্ধৰ মাধ্যমত সকলো ব্যক্তিৰে কল্যাণ সাধন হয় । বিদ্যালয়ে অকল শিশুসকলৰ উন্নতি সাধনত সহায় নকৰে সমাজৰ যুৱক তথা বয়স্কসকলকো বিকাশ সাধন হোৱাত সহায় কৰে । বিদ্যালয় সমূহ সামূহিক কেন্দ্ৰ হিচাবে পৰিগণিত হলেহে সকলো প্ৰকাৰৰ ব্যক্তিৰ কল্যাণ সাধন হব ।

## সমাজৰ ওপৰত বিদ্যালয়ৰ প্ৰভাৱ (Influence of school on society)

সমাজৰ ওপৰত বিদ্যালয়ৰ প্ৰভাব অপৰিসীম । সমাজৰ বিভিন্ন দিশৰ উন্নতি সাধনৰ ক্ষেত্ৰত বিদ্যালয়ে লোৱা ভূমিকা অতি গুৰুত্বপূৰ্ণ । সামাজিক সম্বন্ধ উন্নত কৰি তোলাত বিদ্যালয় সমূহে আগভাগ লোৱাটো প্ৰয়োজন । পৰিবৰ্তনশীল সমাজত বিদ্যালয় সমূহে বিভিন্ন ধৰণৰ ভূমিকা গ্ৰহণ কৰাৰ ফলস্বৰূপে সমাজৰ বিকাশ সম্ভৱ হৈ উঠা বুলি কব পাৰি । পৰিবৰ্তনশীল সমাজত বিকশিত শিশুসকলক খাপ খাব

পৰাকৈ সুবিধা কৰি দিয়া প্ৰয়োজন। এইখিনি কাম কাৰ্যত পৰিণত কৰাত বিদ্যালয় সমূহে আগভাগ লোৱা দেখা যায়।

**প্ৰথমতে**- এখন সমাজৰ প্ৰয়োজন সমূহৰ ওপৰত বিদ্যালয়ে প্ৰভাব পেলায়। আমি জানো প্ৰত্যেকখন সমাজৰে কিছুমান নিজস্ব প্ৰয়োজন আছে। সেই প্ৰয়োজন সমূহ বিদ্যালয় সমূহে পূৰণ কৰিবলৈ সক্ষম হোৱা দেখা যায়। বিশেষকৈ অৰ্থনৈতিক, ৰাজনৈতিক আৰু সামাজিক দিশত হোৱা সমস্যাৰাজি সমাধানৰ ক্ষেত্ৰত বিদ্যালয়ৰ ভূমিকা গুৰুত্বপূৰ্ণ হয়। সমাজ সমূহ সমস্যাবহুল হোৱা হেতুকে গুৰুত্বপূৰ্ণ দায়িত্ব বিদ্যালয়ৰ ওপৰত পৰা দেখা যায়। বিদ্যালয় বিলাকে সমস্যাবহুল সমাজৰ সমস্যাৰাজি চিনাক্ত কৰি সমাধানৰ পথৰ সন্ধান দিয়ে।

**দ্বিতীয়তে**- সংস্কৃতি হ'ল সমাজ সমূহৰ আভ্যন্তৰীণ দিশৰ প্ৰতিৰূপ স্বৰূপ। প্ৰত্যেকখন সমাজৰ নিজস্ব সংস্কৃতি আছে। বিদ্যালয়ৰ বিভিন্ন কাৰ্য্যসূচী অথবা সাংস্কৃতিক অনুষ্ঠান বিলাকৰ পৰা শিক্ষাৰ্থীসকলে নানা ধৰণৰ সংস্কৃতিৰ জ্ঞান পায়। সেই সংস্কৃতিৰ জ্ঞানসমূহে শিক্ষাৰ্থীসকলৰ জীৱনৰ মূল্যবোধ উপলব্ধি কৰাত সহায় কৰে। এই উপলব্ধিৰপৰাই তেওঁলোকে আনলৈয়ো সংস্কৃতিৰ জ্ঞান সম্প্ৰসাৰণ কৰে।

**তৃতীয়তে**- বিদ্যালয় সমূহে সমাজৰ পৰিবৰ্তনৰ ক্ষেত্ৰটো উল্লেখযোগ্য ভূমিকা লোৱা দেখা যায়। সময় আৰু পৰিবৰ্তনৰ দিশলৈ লক্ষ্য কৰিলে দেখা যায় যে প্ৰত্যেকখন সমাজে পৰিবৰ্তন বিচাৰে। সমাজৰ বাবে পৰিবৰ্তন প্ৰয়োজনীয়। সেই প্ৰয়োজনীয়তাৰ পিনে লক্ষ্য ৰাখি পৰিবেশৰ লগত সংগতি স্থাপনৰ মাধ্যমেৰে বিদ্যালয় সমূহে সমাজক প্ৰভাবান্বিত কৰে। বিভিন্ন দেশৰ ইতিহাস আদি অধ্যয়নেৰে বিদ্যালয়ে এই ক্ষেত্ৰত উদগণি যোগায়। বিদ্যালয় সমূহে সামাজিক পৰিবেশকো প্ৰভাবান্বিত কৰে। বিদ্যালয়ৰ পৰিবেশে সমাজক স্বাস্থ্যকৰ, পৰিষ্কাৰ-পৰিচ্ছন্ন সৰ্বাংগসুন্দৰ সম্পূৰ্ণ সমাজ গঢ়াত সহায় কৰে।

**চতুৰ্থতে**- বিদ্যালয় সমূহৰ আদৰ্শই সামাজিক জীৱনধাৰণৰ মানদণ্ডও প্ৰভাবান্বিত কৰে। ইয়াৰ প্ৰভাৱত সাধাৰণ সমাজৰ জীৱনধাৰণৰ মানদণ্ড উন্নত হয়। বিশেষকৈ শিক্ষাৰ্থীসকলৰ পোচাক-পৰিচ্ছদ আদিৰ চাফ্‌চিকুণতাই চাফ্‌চিকুণ হোৱাত সহায় কৰে। এই ক্ষেত্ৰত অৰ্থনৈতিক দিশৰ উন্নতি সাধনৰ প্ৰয়োজন হ'ব, কাৰণ জীৱন ধাৰণৰ মানদণ্ডৰ লগত অৰ্থনীতি বিশেষভাবে জড়িত হৈ থাকে।

**পঞ্চমতে**- সমাজসমূহ উন্নত হোৱাৰ মূলতে আছে বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ বিকাশ। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ বিকাশ সাধন হয় শিক্ষানুষ্ঠানৰ মাধ্যমত। বিজ্ঞান প্ৰযুক্তিবিদ্যাৰ শিক্ষা শিক্ষাৰ্থীসকলক বিদ্যালয়ৰ মাধ্যমতে দিয়া হয়। এই শিক্ষাৰ পৰাই নিগৰিত হয় আধুনিক বিজ্ঞানসম্মত ভাবধাৰা। আমাৰ সামাজিক জীৱনত উন্নতিৰ ক্ষেত্ৰত বিজ্ঞানসম্মত ভাবধাৰাই সকলো প্ৰকাৰৰ সহায় আগবঢ়াই।

**ষষ্ঠতে**- বিদ্যালয় সমূহে সমাজৰ বৃত্তিমূখী আৰু উদ্যোগীক ধাৰণাৰ বিকাশ

সাধনত প্ৰভাব পেলায়। বৃত্তিমুখী ধাৰণাৰ শিক্ষা শিক্ষাৰ্থী সকলক বিদ্যালয়ৰ মাধ্যমেৰে দিয়া হয় তাৰ ফলত তেওঁলোকৰ মনত আত্ম প্ৰতিষ্ঠাৰ ভাব জাগি উঠে লগতে অৰ্থনৈতিক ভাবে স্বাৱলম্বী হোৱাৰ ধাৰণাৰ শিক্ষা পায়। এইদৰে শিক্ষা লাভ কৰি তেওঁলোকে সামাজিক জীৱনলৈ আগবাঢ়ি যায় আৰু সমাজত প্ৰভাৱ পেলায়।

**সপ্তমতে-** বিদ্যালয় সমূহে ৰাষ্ট্ৰৰ গঠনতো প্ৰভাৱ পেলায়। বিদ্যালয়ৰ মাধ্যমতে তেওঁলোকৰ মনত গণতান্ত্ৰিক ভাবৰ উদয় হয়। বিদ্যালয়ত শিক্ষাৰ্থীসকলৰ নিজস্ব চৰকাৰসমূহে ৰাষ্ট্ৰৰ চৰকাৰৰ ধাৰণা তেওঁলোকৰ মনত প্ৰতিফলিত কৰে। ভোট সাব্যস্ত কৰা ধাৰণাও বিদ্যালয়তে শিকে। সমাজৰ আগশাৰীৰ নেতা সমূহ বিদ্যালয় সমূহৰপৰাই ওলাই আহে আৰু ৰাষ্ট্ৰতন্ত্ৰত তেওঁলোকে আগভাগ লয়। এই সকলো দিশৰপৰা বুজা যায় যে বিদ্যালয়ৰ প্ৰভাৱ সমাজত অধিকভাবে পৰে।

## বিদ্যালয়ৰ ওপৰত সমাজৰ প্ৰভাৱ (Influence of society on school)

সমাজৰ ওপৰত বিদ্যালয়ৰ যেনেকৈ প্ৰভাৱ পৰে তেনেকৈ বিদ্যালয়ৰ ওপৰতো সমাজৰ প্ৰভাৱ অপৰিসীম। বিদ্যালয়ক সামাজিক অনুষ্ঠান হিচাবে গণ্য কৰা হয়। এই বিষয়ে আমি আলোচনা কৰিবলৈ যাওঁতে জনাটো প্ৰয়োজন হ'ব যে বৰ্তমান সমাজত বিদ্যালয়ৰ প্ৰয়োজন অতি বেছি। অতীতৰ সমাজ ব্যৱস্থাত মানুহৰ জীৱনধাৰণৰ পদ্ধতি অতি সহজ সৰল আছিল। সাধাৰণ জীৱন যাপনৰ বাবে প্ৰয়োজন হোৱা সকলোখিনি শিক্ষা ল'ৰা-ছোৱালীয়ে পৰিয়ালৰ মাধ্যমতে আয়ত্ব কৰি লৈছিল। শিক্ষানুষ্ঠানৰ প্ৰয়োজনীয়তা উপলব্ধি কৰা নাছিল। সময়ৰ লগে লগে সভ্যতাৰ বিকাশ হ'ল। মানুহৰ প্ৰয়োজন বাঢ়িল আৰু জ্ঞানৰ পৰিসীমা বৃদ্ধি হ'ল। এই জ্ঞানৰ পৰিসীমা বৃদ্ধি হোৱা বাবে মানুহে বিদ্যালয় স্থাপন কৰি শিক্ষা আহৰণৰ ব্যৱস্থা কৰিলে। এইদৰে সমাজৰ প্ৰভাবৰ বিষয়ে তলত চমুকৈ আলোচনা দাঙি ধৰা হ'ল।

**প্ৰথমতে-** সমাজৰ প্ৰয়োজন পূৰণ কৰিবলৈ যাওঁতে বিদ্যালয়ৰ ওপৰত সমাজৰ প্ৰভাৱ পৰে। সময়ৰ পৰিবৰ্তন অনুসাৰে সমাজৰ প্ৰয়োজনসমূহৰো পৰিবৰ্তন হয়। সেই পৰিবৰ্তনে শিক্ষাৰ দৰ্শন, পাঠ্যক্ৰম, শিক্ষণ পদ্ধতি আদিত প্ৰভাৱ পেলালে। সেয়েহে শিক্ষাৰ পাঠ্যক্ৰম, শিক্ষণ পদ্ধতি সমূহৰ পৰিবৰ্তন তথা সংস্কাৰ কৰিব লগীয়া হ'ল। এইদৰে সমাজৰ প্ৰভাৱ বিদ্যালয়ৰ ওপৰত পৰিল।

**দ্বিতীয়তে-** সমাজসমূহ সংস্কৃতি সম্পন্ন আৰু বিভিন্ন আদৰ্শৰদ্বাৰা পৰিপুষ্ট। এই সংস্কৃতি, আদৰ্শ আৰু পৰম্পৰাৰ মূল্যবোধ আছে। বিদ্যালয় স্থাপন কৰাৰ মূল উদ্দেশ্য হ'ল সংস্কৃতি, আদৰ্শ আৰু পৰম্পৰাৰ মূল্যবোধ বিদ্যালয়ৰ সহায়ত নবীন পুৰুষ সকললৈ প্ৰেৰণ কৰা। শিক্ষাৰ্থীসকলে এই ধাৰণা সমূহ বিদ্যালয়ৰ মাধ্যমত আয়ত্ব কৰিবলৈ সক্ষম হয়।

**তৃতীয়তে-** সকলো বস্তুৰে দুটা দিশ থাকে । এটা হ'ল ভাল দিশ আৰু আনটো হ'ল বেয়া দিশ । কেতিয়াবা বেয়া দিশটো শক্তিশালী হয় আৰু কেতিয়াবা ভাল দিশটো শক্তিশালী হয় । সমাজৰ এই দুয়োটা দিশেই বিদ্যালয়ক প্ৰভাবান্বিত কৰে । বিদ্যালয়ৰ শিক্ষাৰ্থীসকলৰ চৰিত্ৰ, আচৰণ, অভ্যাস, ধাৰণা আদিত এই দুয়োটা দিশৰ প্ৰভাব পৰিব পাৰে । এই ক্ষেত্ৰত শিক্ষক তথা অভিভাবকৰ সজাগতাৰ প্ৰয়োজন হয় । সমাজৰ বেয়া আদৰ্শ যাতে শিক্ষাৰ্থীসকলৰ বিদ্যালয়ৰ জীৱনত নপৰে তাৰ প্ৰতি চকু ৰখা অতি প্ৰয়োজন ।

**চতুৰ্থতে-** শিক্ষাৰ্থীসকল ৰাজনীতিৰপৰা প্ৰকৃততে মুক্ত হব লাগে, কিন্তু বৰ্তমান সময়ত সমাজৰ মাধ্যমত ৰাষ্ট্ৰৰ ৰাজনীতি বিদ্যালয়ৰ জীৱনত প্ৰতিফলিত হয় । ৰাজনৈতিক চাতুৰী সমূহো বিদ্যালয়ৰ মাধ্যমেৰেও সমাজলৈ আহে আৰু সমাজৰ মাধ্যমেৰেও বিদ্যালয়ত সোমায় । সময়ে সময়ে চৰকাৰ সমূহ বিভিন্ন ৰাজনৈতিক দলৰ দ্বাৰা গঠিত হয় আৰু সেই দল সমূহৰ প্ৰভাৱ প্ৰশাসন আৰু বিদ্যালয়ত শিক্ষকৰ ওপৰত পৰে । এইদৰে সমাজৰ প্ৰভাৱত ৰাজনৈতিক ধাৰণা বিদ্যালয়ত প্ৰতিফলিত হয় ।

**পঞ্চমতে-** সকলো অনুষ্ঠানৰ লগতে অৰ্থনীতি বিশেষভাবে জড়িত । সমাজৰ অৰ্থনীতিৰ চাপ বাৰুকৈয়ে বিদ্যালয়ত পৰে । অভাৱগ্ৰস্ত সমাজৰ প্ৰভাৱ বিদ্যালয়ত পৰাত সেই বিদ্যালয়খনতো অভাৱ পৰিলক্ষিত হয় । এই ধাৰণাৰ পৰা বিদ্যালয় আঁতৰি আহিব নোৱাৰে । যিখন সমাজ অৰ্থনীতিত আগবঢ়া সেইখন সমাজৰ বিদ্যালয় সমূহৰ মানদণ্ডও উন্নত । সেইদৰে যিখন সমাজ অৰ্থনৈতিক ভাবে দুৰ্বল সেইখন সমাজৰ বিদ্যালয় সমূহো স্বাভাৱিকতে দুৰ্বল হোৱা দেখা যায় ।

## বিদ্যালয় আৰু সমাজৰ মাজত সম্বন্ধ উন্নত কৰাৰ উপায় (Way to Develop relationship between school and community)

আমি ওপৰৰ আলোচনাবোৰৰ পৰা বুজিবলৈ সক্ষম হলো যে বিদ্যালয় আৰু সমাজৰ মাজত গঢ়ি উঠা সম্বন্ধ অতি প্ৰয়োজনীয় । এই প্ৰয়োজনীয়তালৈ লক্ষ্য কৰি বিদ্যালয় আৰু সমাজৰ মাজত সম্বন্ধ আদি উন্নত কৰাৰ ব্যৱস্থা কৰিব পাৰি । এই ক্ষেত্ৰত আমি কেইটিমান উপায় হাতত লোৱাৰ প্ৰয়োজন হব । উপায় সমূহ তলত উল্লেখ কৰা হল ।

**প্ৰথমতে-** বিদ্যালয়ক আমি সামাজিক আৰু বয়স্ক শিক্ষাৰ কেন্দ্ৰ হিচাবে গঢ়ি তোলাৰ ব্যৱস্থা কৰিব লাগিব । আধুনিক সমাজ ব্যৱস্থাত নিৰক্ষৰতা এটা ডাঙৰ ব্যাধি হিচাপে পৰিগণিত হৈছে । সমাজৰ পৰা নিৰক্ষৰতা আঁতৰ কৰিবলৈ হলে বিদ্যালয়ত আবেলি সামাজিক শিক্ষাৰ কেন্দ্ৰ স্থাপন কৰিব লাগিব । সেৱাৰ মনোভাব লৈ শিক্ষা প্ৰসাৰৰ বাবে শিক্ষকৰ লগতে ওপৰৰ শ্ৰেণীৰ শিক্ষাৰ্থীসকলেও এই ক্ষেত্ৰত সহায় আগবঢ়াব পাৰিব । বয়স্কসকলৰ বিদ্যালয়লৈ অহাৰ অভ্যাস সৃষ্টি কৰিব পাৰিলে এই ক্ষেত্ৰত ফলৱতী হব পৰা যাব ।

**দ্বিতীয়তে-** বিদ্যালয় আৰু সমাজৰ সম্বন্ধ উন্নত কৰাৰ বাবে বিদ্যালয় সমূহক সামুহিক কাৰ্যসূচীৰ কেন্দ্ৰ হিচাপে পৰিগণিত কৰিব পাৰি । বিদ্যালয়ৰ গৃহ, আচবাব, সা-সঁজুলি, মানব সম্পদ আদি আচলতে ৰাজহুৱা সম্পত্তি । বিদ্যালয়ৰ শ্ৰেণী সমূহো শেষ হোৱাৰ পিচত এই সম্পত্তিসমূহৰ ব্যৱহাৰ ৰাজহুৱা স্বাৰ্থত কৰিব পাৰি । ইয়াৰ দ্বাৰা সমাজৰ উপকাৰ হয় । এই ধাৰণা আগত ৰাখি নাট্যনুষ্ঠান, সভাসমিতি, আলোচনা চক্ৰ, প্ৰদৰ্শনী, সমাজৰ উপযোগী মেলা, পণ্ডিত সকলৰ বক্তৃতা, খেল ধেমালি প্ৰতিযোগীতা আদি অনুষ্ঠিত কৰিব পাৰি । এই ক্ষেত্ৰত শিক্ষক আৰু শিক্ষাৰ্থীসকলে পূৰ্ণ সহযোগিতা আগবঢ়াই সাংগঠনিক দিশটো সাফল্য মণ্ডিত কৰিব পাৰে ।

**তৃতীয়তে-** বিদ্যালয়ত অভিভাৱকৰ সভা, ৰাজহুৱা অভিবৰ্তন আদি পাতিও বিদ্যালয় আৰু সমাজৰ মাজত সম্বন্ধ উন্নত কৰিব পাৰি । বছৰত অন্ততঃ দুবাৰ এনে ধৰণৰ সভা অনুষ্ঠিত কৰিলে এই ক্ষেত্ৰত লাভবান হব পৰা যাব । অভিভাৱকৰ উপস্থিতিয়ে শিক্ষাৰ্থীসকলৰ মনত উৎসাহ প্ৰদান কৰাৰ লগতে মানসিক উদ্দীপনা বৃদ্ধি কৰিব । এনেকুৱা সভাসমিতিত আবৃত্তি, নাট্যানুষ্ঠান, আলোচনা চক্ৰ আদি অনুষ্ঠিত কৰিব পাৰি । এই অনুষ্ঠানৰ মাজেৰে শিক্ষাৰ্থীসকলৰ অভাৱ অভিযোগ আৰু সামূহিক সমস্যাসমূহো বিশ্লেষণ কৰিব পাৰি । ইয়াৰ উপৰিও এনেকুৱা ধৰণৰ অনুষ্ঠানৰ মাধ্যমেৰে অভিভাৱক সকলক শিক্ষাৰ্থীসকলৰ যে সময়বোৰ অবাবত যোৱা নাই তাক অবগত কৰিব পাৰি ।

**চতুৰ্থতে-** খেল ধেমালি আৰু সাংস্কৃতিক অনুষ্ঠানৰ মাধ্যমেৰেও বিদ্যালয় আৰু সমাজৰ সম্বন্ধ শক্তিশালী কৰিব পাৰি । বিদ্যালয় আৰু সমাজৰ সদস্যসকলৰ যুটীয়া সহযোগত প্ৰীতি খেল অনুষ্ঠিত কৰিব পাৰি । এই প্ৰীতি খেল ধেমালিৰ ভিতৰত ফুটবল, ক্ৰিকেট আদি বিশেষভাবে উল্লেখযোগ্য । খেল ধেমালিৰ লগতে সমাজৰে আন আন ক্ষেত্ৰৰ পৰা নিৰ্ব্বাচিত কৰি নৃত্য-শিল্পী গায়ক অভিনেতা আদিক নিমন্ত্ৰণ কৰিব পাৰি । তেওঁলোকৰ পৰা শিক্ষাৰ্থীসকলেও আদৰ্শ পালে আৰু তেওঁলোকেও শিক্ষাৰ্থী সকলৰপৰা সজ আচৰণ, নিয়মানুবৰ্তিতা আদিৰ উমান পালে । ইয়াৰ উপৰিও সমাজ সংস্কাৰমূলক কথাছবি, শিক্ষামূলক প্ৰদৰ্শনী আদি দেখুওৱাৰ ব্যৱস্থা কৰিব পাৰি । এনেকুৱা অনুষ্ঠান সমূহে স্কুলৰ প্ৰতি ৰাইজৰ আগ্ৰহ আৰু উদ্দীপনা বৃদ্ধি কৰাত সহায় কৰিব ।

**পঞ্চমতে-** পুথিভঁৰাল আৰু অৱসৰ বিনোদন শিবিৰৰ ভূমিকা এই ক্ষেত্ৰত গুৰুত্বপূৰ্ণ বুলি কব পাৰি । এনেধৰণৰ কেন্দ্ৰ শিক্ষানুষ্ঠানতে স্থাপন কৰি সমাজৰ সদস্যসকলক শিক্ষানুষ্ঠানৰ প্ৰতি আগ্ৰাহান্বিত কৰাৰ ব্যৱস্থা কৰিলে সমাজ আৰু শিক্ষানুষ্ঠান দুয়োটাৰ পাৰস্পৰিক সমন্বন্ধ বৃদ্ধি হব লগতে ব্যক্তিসকলৰো কল্যাণ সাধন হব ।

**ষষ্ঠতে-** বিদ্যালয় আৰু সমাজৰ মাজৰ সম্বন্ধ আৰু উন্নত কৰাৰ আন এটা

উপায় হ'ল 'শৈক্ষিক অভিবৰ্ত্তন' আৰু 'অতিথি বক্তৃতা' আদিৰ ব্যৱস্থা কৰা। শিক্ষামূলক অভিবৰ্ত্তন অনুষ্ঠিত কৰিলে তাৰ দ্বাৰা শিক্ষক আৰু শিক্ষাৰ্থীৰ বিশেষ উপকাৰ হোৱাৰ লগতে সমাজৰ আন আন ব্যক্তিবো উপকাৰ হ'ব। সেইদৰে বিশিষ্ট শিক্ষাবিদ, সমাজ সংস্কাৰক, দাৰ্শনিক, বৈজ্ঞানিক আদিক আমন্ত্ৰণ কৰি তেখেতসকলৰ তত্ত্ব গধূৰ প্ৰবন্ধ, বক্তৃতা আদিৰ ব্যৱস্থা কৰিলে সকলোৱে লাভৱান হ'ব।

**সপ্তমতে-** বিশিষ্ট ব্যক্তিসকলৰ মৃত্যু দিৱস, জন্ম দিৱস, গণতন্ত্ৰ দিৱস, স্বাধীনতা দিৱস, মানৱ অধিকাৰ দিৱস, ইউ, 'এন, ও, দিৱস আদিৰ দৰে উল্লেখযোগ্য দিনবোৰ উদযাপন কৰি শিক্ষাৰ্থীসকলৰ মনত এই সম্বন্ধে গভীৰ ৰেখাপাত কৰিব পাৰি। এই অনুষ্ঠানবোৰলৈ সমাজৰ বিভিন্ন ব্যক্তিক আমন্ত্ৰণ কৰি দিনবোৰৰ তাৎপৰ্য্য ব্যাখ্যা কৰিলে শিক্ষাৰ্থীৰ মনত আদৰ্শবোধ সৃষ্টি হ'ব লগতে বিদ্যালয় আৰু সমাজৰ মাজৰ সম্বন্ধ শক্তিশালী হ'ব।

**অষ্টমতে-** বিদ্যালয় আৰু সমাজৰ মাজত সম্বন্ধ শক্তিশালী কৰিবলৈ বিচাৰিলে শিক্ষক অভিভাৱকৰ মাজত অনুসংগ স্থাপন কৰিব লাগিব। এনেধৰণৰ অনুসংগ স্থাপন হ'লেহে বিদ্যালয় আৰু ঘৰৰ মাজত প্ৰকৃত বুজাবুজিৰ ধাৰণাৰ উদয় হ'ব। এনে অনুসংগৰ দ্বাৰা সমাজ, বিদ্যালয় আৰু পৰিয়ালৰ সমন্বয় স্থাপন সম্ভৱ হৈ উঠিব আৰু শিক্ষাৰ্থীসকলৰ পূৰ্ণ বিকাশ হ'ব।

**নৱমতে-** বিদ্যালয় সমূহক সমাজৰ নিৰ্দেশনা কেন্দ্ৰৰূপে পৰিগণিত কৰিব পাৰি। ইতিমধ্যে কিছুমান অঞ্চলত এনে ধৰণৰ ভূমিকা বিদ্যালয়ে লোৱা পৰিলক্ষিত হৈছে। আধুনিক বিজ্ঞানসম্মত সমাজিক জীৱনধাৰাক সৰ্ব্বাংগসুন্দৰ কৰিবলৈ বিচাৰিলে সমাজৰ পৰা নিৰক্ষৰতা আঁতৰ কৰি নজনা মানুহক খেতি পাময় জ্ঞান, সঞ্চয় নিধি খোলাৰ ব্যৱস্থা, ডাকঘৰ সঞ্চয় আঁচনিৰ শিক্ষা দিয়া, বেংক আদিৰ ঋণৰ বিষয়ে অৱগত কৰা, গণতন্ত্ৰৰ ভাৱধাৰাৰ জ্ঞান দিয়া আদি দিশৰ নিৰ্দেশনা বিদ্যালয় সমূহে সমাজক দিব পাৰে।

## বিদ্যালয় আৰু সমাজৰ কাম, দায়িত্ব আৰু ভাৰতীয় শিক্ষা (School and society its function, responsibilities and Indian education)

আমি বিদ্যালয় আৰু সমাজৰ ভিন্নতা, সমন্বয় ইটোৰ লগত সিটোৰ প্ৰভাৱৰ বিষয়ে বিশদ ভাবে ওপৰত আলোচনা দাঙি ধৰিছো। সেই আলোচনা সমূহৰ পৰা বুজিব পাৰি যে শিক্ষাৰ্থীসকলক সমাজৰ বাবে উপযুক্ত ভাবে গঢ় দিবলৈ হ'লে বিদ্যালয় আৰু সমাজে বিভিন্ন কৰ্ম সম্পাদন কৰাৰ লগতে নানা ধৰণৰ দায়িত্ব পালন কৰিব লগীয়া হয়।

বিদ্যালয় সমূহ হ'ল সমাজৰ একোটা উপযুক্ত অংগ। যিখন সমাজত বিদ্যালয় নাই অথবা স্থাপন কৰিবলৈ বিচৰা নাই তেনেকুৱা সমাজৰ ব্যক্তিসকলৰ বিকাশো সম্ভৱপৰ নহয়। বিদ্যালয় সমূহে সমাজৰ বাবে নানা প্ৰকাৰে কৰ্ম সম্পাদন কৰে।

বিদ্যালয় সমূহৰ মূল কাম হ'ল শিক্ষাৰ্থীসকলৰ বিভিন্ন প্ৰতিভাৰ বিকাশ সাধন কৰা। শিক্ষাৰ্থীসকলৰ বিচাৰ শক্তি সমূহৰ উৎকৰ্ষ সাধন কৰাৰ ক্ষেত্ৰত বিদ্যালয় সমূহে আগভাগ লবলগীয়া হয়। মানুহৰ মন বিভিন্ন জ্ঞানেৰে পৰিপূৰ্ণ কৰি তোলাৰ লগতে মানৱ মনৰ সুপ্ত প্ৰতিভাসমূহৰ সুপৰিকল্পিতভাৱে বিকাশ সাধন কৰাই বিদ্যালয় সমূহৰ কাম। শিক্ষাৰ্থীৰ আবেগিক, সামাজিক আৰু নৈতিক বিকাশ সাধন কৰাৰ উদ্দেশ্য আগত ৰাখি বিদ্যালয়ত শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হয়। ইয়াৰ লগতে বিদ্যালয় সমূহৰ দায়িত্ব হ'ল শিক্ষাৰ্থীসকলৰ ব্যক্তিত্ব, আত্মোপলব্ধি আৰু অন্যান্য গুণসমূহ ক্ৰমাগতভাৱে বিকাশ কৰি তোলা। আধুনিক সমাজসমূহে উদ্যোগমুখী বৃত্তিমূলক শিক্ষাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰা দেখা যায়, সেয়েহে বিদ্যালয়ৰ দায়িত্ব হ'ল সমাজৰ সেই ভাবধাৰাক কাৰ্য্যত প্ৰতিপন্ন কৰাৰ বাবে বিজ্ঞান আৰু বৃত্তিমূলক বিষয় সমূহ অধ্যয়নৰ প্ৰতি শিশুসকলক আগ্ৰহী কৰি তোলা। সংস্কৃতি সংৰক্ষণ কৰাৰ দায়িত্ব বিদ্যালয়ৰ ওপৰতে পৰে। অতীতৰ সংস্কৃতিৰ ঐতিহ্য আৰু সামাজিক মূল্যায়নৰ ধাৰণা শিক্ষাৰ্থীসকলক জানিবলৈ দিয়াৰ দায়িত্ব বিদ্যালয়ে বহন কৰিব লাগিব। সমাজত থকা খেলিমেলি, আঁসোৱাহ সমূহ দূৰ কৰাৰ ব্যৱস্থা বিদ্যালয়ৰ শিক্ষাৰ মাধ্যমেৰে কৰাৰ ব্যৱস্থা কৰি সংস্কাৰমুখী ভাবধাৰা শিক্ষাৰ্থীৰ মনত সোমাই দিব লাগিব। তেতিয়াহে সমাজৰ উন্নতি সম্ভৱপৰ হ'ব। বিদ্যালয়ৰ আন এটি গুৰুত্বপূৰ্ণ কাম তথা দায়িত্ব হ'ল শিক্ষাৰ্থীসকলক গণতান্ত্ৰিক ভাবধাৰাৰ ধাৰণাৰ শিক্ষা দিয়া। এই শিক্ষাৰ মাজেৰে এজন নাগৰিকৰ কৰ্তব্য আৰু দায়িত্ব সম্বন্ধে শিক্ষাৰ্থীসকলক সম্পূৰ্ণৰূপে বুজাই দিয়াৰ ব্যৱস্থা কৰিব লাগিব। সমাজৰ প্ৰায়ভাগ দায়িত্ব বিদ্যালয়ে বহন কৰিবলৈ যাওঁতে বিদ্যালয়ে এখন ক্ষুদ্ৰ সমাজৰ ভূমিকা গ্ৰহণ কৰিব লগীয়া হৈ পৰে। সেয়েহে বিদ্যালয়ক এখন ক্ষুদ্ৰ সমাজ (Miniature Society) আখ্যা দিয়া হয়।

বিদ্যালয় আৰু শিক্ষাৰ্থীৰ উন্নতি সাধনৰ বাবে সমাজে বিভিন্ন ধৰণৰ কাৰ্য্য আৰু দায়িত্ব পালন কৰিব লগীয়া হয়। সময়ৰ গতিত সমাজ পৰিবৰ্তন হ'বলৈ ধৰিছে। এই পৰিবৰ্তনশীল সমাজৰ উপযোগীকৈ অহা শিক্ষাৰ্থীক নানা ধৰণে উপযুক্ত কৰি তোলাটো সমাজৰ উল্লেখযোগ্য কৰ্তব্য তথা দায়িত্ব। সামাজিক পৰিবৰ্তনৰ এক উৎকৃষ্ট মাহিলা হিচাবে বিদ্যালয়ে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আছে। এই গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিবলৈ যাওঁতে সমাজৰো দায়িত্ব আহি পৰে। শিক্ষাৰ্থীসকলক উপযুক্ত ভাৱে গঢ় দিয়াৰ দায়িত্ব অকল বিদ্যালয়ৰে নহয় সমাজৰো এই ক্ষেত্ৰত দায়িত্ব আছে। সমাজেওঁ সেই দায়িত্ব সমূহ পালন কৰিব লাগিব। তেতিয়াহে সকলোৰে উন্নতি সম্ভৱপৰ হ'ব। ব্যক্তি সকলক বিকশিত হ'বলৈ হ'লে সমাজৰ প্ৰয়োজন। সেইদৰে সমাজৰ বিকাশ হ'বলৈ হ'লে অবিচ্ছেদ্য অংগ হিচাবে ব্যক্তিৰ আৱশ্যক হ'বই। ব্যক্তিসকলে সমাজ গঠন কৰি সমাজক প্ৰভাৱান্বিত কৰে আৰু সমাজেও ব্যক্তিসকলক সংস্কৃতি সম্পন্ন কৰি গঢ়ি তোলে। সমাজৰ প্ৰধান কৰ্তব্য আৰু দায়িত্ব হ'ল ব্যক্তিসকলক সৰ্ব্বাংগীণ ভাৱে উন্নতি সাধনত সহায় কৰা।

ভাৰতবৰ্ষৰ শিক্ষাৰ বিকাশত বিদ্যালয় আৰু সমাজে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। অতীতৰ সমাজ ব্যৱস্থালৈ লক্ষ্য কৰিলে দেখা যায় যে সমাজ আৰু শিক্ষানুষ্ঠান প্ৰায় ওচৰা-ওচৰিয়েই আছিল। অতীতৰ শিক্ষা ব্যৱস্থাৰ বিকাশ হৈছিল ঘৰুৱা শিক্ষানুষ্ঠানৰ মাধ্যমত। গুৰুগৃহসমূহক শিক্ষাৰ অনুষ্ঠান হিচাবে পৰিগণিত কৰা হৈছিল। শিষ্যসকলে সমাজৰ লগতে বিভিন্ন প্ৰকাৰে জড়িত হৈ জীৱনৰ প্ৰয়োজনীয় সকলো শিক্ষা লাভ কৰিছিল। শিষ্য সকলক শিক্ষা দিয়া হৈছিল সমাজৰ উপকাৰ সাধনৰ অৰ্থে আৰু শিষ্যসকলৰ দায়িত্ব তথা কৰ্ত্তব্যই আছিল সমাজৰ কল্যাণৰ হকে কাম কৰা। সেই ধাৰণাৰ কিছু পৰিবৰ্তন হ'ল। সমাজবোৰ সংস্কাৰমূখী হৈ পৰিল। ইয়াৰ ফলত শিক্ষা ব্যৱস্থাৰো পৰিবৰ্তন হ'ল। পৰিবৰ্তন হ'লেও ভাৰতীয় সমাজত সকলো ধৰণৰ শিক্ষাই প্ৰচলিত হৈ থাকিল কিন্তু ইয়াৰ সংস্কাৰ সাধন হ'ল।

ভাৰতীয় বিদ্যালয় সমূহক 'সমাজ' হিচাবে পৰিগণিত কৰাৰ ধাৰণা কিছুমান উদয় হোৱা দেখা যায়। এই ধাৰণা সমূহৰ পৰা উপলব্ধি কৰিব পাৰি যে বিদ্যালয় আৰু সমাজ পৰস্পৰ সম্বন্ধিত। এই ক্ষেত্ৰত আমি কেইটিমান দিশ উল্লেখ কৰিব পাৰো।

**প্ৰথমতে-** বিদ্যালয় সমূহক সমাজৰ উপযুক্ত অংগ হিচাবে পৰিগণিত কৰিবলৈ যাওঁতে আমি প্ৰথম পদক্ষেপ হিচাবে সমাজ সমূহৰ সমস্যাৱলীৰ অধ্যয়নৰ আঁচনি হাতত লোৱা দৰ্কাৰ। এই আঁচনিক 'Social survey schemes' নামেৰে নামকৰণ কৰি পৰিকল্পনা হাতত ললে ইয়াৰ ফল পোৱা যাব। এই আঁচনিত নিৰক্ষৰতা দূৰীকৰণ, চাফ চিকুণতা, জীৱনধাৰণৰ উন্নতি সাধন আদিৰ দৰে দিশ সামৰি লব পাৰি। ইয়াৰ উপৰিও অৰ্থনৈতিক, সামাজিক, আধ্যাত্মিক দিশবো অধ্যয়ন সামৰি লব পাৰি।

**দ্বিতীয়তে-** বিদ্যালয় সমূহে সমাজ সেৱা আঁচনিৰ মাধ্যমত সমাজৰ উন্নতি সাধন কৰিব পাৰে। এই ক্ষেত্ৰত তলত দিয়া বিষয়সমূহ সামৰি লব পাৰি।

ক) ৰাস্তা, পদুলি, সামাজিক স্থান সমূহ চাফচিকুন কৰা।

খ) নলা, নৰ্দমা, খোৱাপানীৰ ব্যৱস্থা কৰা।

গ) দুৰ্যোগৰ সময়ত সাহায্য দান কৰা (বানপানী, ভূমিকম্প, অগ্নিদাহ, মহামাৰী, সমাজিক দুৰ্ঘটনা ইত্যাদি)।

ঘ) গ্ৰামাঞ্চলৰ স্বাস্থ্য সেৱা আঁচনিৰ ব্যৱস্থা কৰা।

ঙ) সভা, সমিতি, উৎসৱ আদিত আইন শৃংখলাৰ ব্যৱস্থা কৰা।

চ) প্ৰযোজন সাপেক্ষে তেজ দান কৰা। ইত্যাদি

**তৃতীয়তে-** বিদ্যালয়ে সামাজিক অপৰাধ সমূহ নিৰ্মূল কৰাৰ লগতে, জুৱা খেলা, যৌতুক প্ৰথা, বেশ্যাবৃত্তি, ভিক্ষাবৃত্তি আদিও সমাজৰ পৰা আঁতৰ কৰাত সহায় আগবঢ়াব পাৰে।

**চতুৰ্থতে-** বিদ্যালয়ে সামাজিক অনুষ্ঠান, মেলা, অভিবৰ্তন আদি সুচাৰুৰূপে চলাই নিয়াত সহায় কৰিব পাৰে। ইয়াৰোপৰি সমাজখনক আদৰ্শমূলক দিশবোৰৰ বিষয়ে অৱগত কৰাব পাৰে।

**পঞ্চমতে-** ভাৰতীয় সমাজত নানা ধৰণৰ শিক্ষাৰ সমল থকা অনুষ্ঠান, প্ৰতিষ্ঠান, কেন্দ্ৰস্থল আদি আছে। সেই স্থানলৈ শিক্ষাৰ্থীসকলক দৰ্শনাৰ্থে নিব পাৰি। অজন্তা, ইলোৰা, এলিফেণ্টা আদি গুহাৰ ভাস্কৰ্য্য, তাজমহল, কুতুবমিনাৰ, আগ্ৰাদুৰ্গ, দিল্লীৰ লালকিল্লা, নানা ধৰণৰ মঠ মন্দিৰ, গীৰ্জা, মচজিদ, আদিৰ দৰে আপুৰুগীয়া স্থানৰ লগতে আধুনিক মনোগ্ৰাহী কেন্দ্ৰ সমূহ দেখুৱাব পাৰি। ইয়াৰ মাজেৰে তেওঁলোকৰ মনৰ পৰিসৰ বৃদ্ধি হোৱাৰ লগতে সামাজিক ভাবধাৰাৰো বিকাশ সাধন কৰিব পৰা যাব। থলুৱা ভাবেও শিক্ষাৰ্থীসকলক নানা ধৰণৰ সমলৰ বিষয়ে জ্ঞান দিব পাৰি। তাৰ ভিতৰত আদালত, কাৰাগাৰ, পঞ্চায়ত, সমবায় কেন্দ্ৰ আদিলৈ নি সেই কেন্দ্ৰ সমূহৰ লক্ষ্য আৰু উদ্দেশ্যৰ বিষয়ে জ্ঞান দিব পাৰি। এনেকুৱা ধৰণৰ পৰিভ্ৰমণ আৰু দৰ্শনে শিক্ষাৰ্থীসকলৰ মনত ভাতৃত্বভাব, সমন্বয়, সহযোগ আৰু পৰস্পৰ বুজাবুজিৰ ভাবৰ উদয় কৰিব, লগতে তেওঁলোকৰ ধাৰণা আৰু আচৰণৰ সংশোধনত সহায় কৰিব।

## প্ৰশ্নাৱলী

১। সমাজৰ ওপৰত বিদ্যালযৰ প্ৰভাব।
২। বিদ্যালযৰ ওপৰত সমাজৰ প্ৰভাব।
৩। বিদ্যালয আৰু সমাজ।
৪। বিদ্যালয়খন এখন 'ক্ষুদ্ৰ সমাজ'।
৫। বিদ্যালয আৰু সমাজৰ কাম আৰু ভাৰতীয শিক্ষা।

## Exercise

1 Influence of 'School' on 'Society'
2 Influence of 'Society' on 'School '
3 School and Society
4 School is a 'miniature society
5 Functions of 'School' and 'Society'' and Indian Education

# একাদশ অধ্যায়
## ৰাষ্ট্ৰীয় শিক্ষানীতি ১৯৮৬
## (National Policy on Education 1986)

**প্ৰস্তাৱনা (Introduction)**- শিক্ষাই মানব সম্পদৰ উন্নয়নত এটি গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। ৰাষ্ট্ৰৰ কল্যাণ আৰু বিকাশৰ মূল মন্ত্ৰ হ'ল শিক্ষা। শিক্ষাৰ সফল প্ৰয়োগ হলে ৰাষ্ট্ৰৰ কল্যাণ সম্ভৱ হৈ উঠে। সকলো ৰাষ্ট্ৰই সময়ৰ পৰিবৰ্তনে কঢ়িয়াই আনিব পৰা প্ৰত্যাহ্বানৰ সম্মুখীন হব পৰাকৈ শিক্ষা ব্যৱস্থাক সজাই পৰাই তোলে ; লগতে প্ৰয়োজন সমূহ পূৰণ কৰিব পৰাকৈ শিক্ষা ব্যৱস্থাক উপযুক্ত কৰি তোলাৰ আঁচনি হাতত লয়। ভাৰতবৰ্ষৰ ক্ষেত্ৰত এইটো কাৰ্যকৰী কৰি তুলিবলৈ বৰ্ত্তমান পৰিস্থিতিলৈ লক্ষ্য ৰাখি আমাৰ অতীত আৰু বৰ্তমানৰ পৰা আহৰণ কৰা অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰি শিক্ষা ব্যৱস্থাক বিকাশ কৰাৰ লগতে পৰিবৰ্তন সাধন কৰা আঁচনি হাতত লোৱা হয়। এই আঁচনিৰ মূলতে অন্তৰ্নিহিত হৈ আছে দেশৰ উদ্যোগিক আৰু অৰ্থনৈতিক বিকাশৰ ধাৰা। সামাজিক আৰু ৰাজনৈতিক দিশৰ পৰা চালে উপলব্ধি কৰিব পৰা যায় যে শিক্ষাৰ বিকাশ সাধন কৰিব লাগিলে ৰাষ্ট্ৰইহে দায়িত্ব গ্ৰহণ কৰিব লাগিব আৰু প্ৰয়োজন হব জনসাধাৰণৰ সক্ৰিয় সহযোগ। আমি স্বাধীন ভাৰতৰ শিক্ষা আয়োগ সমূহৰ পৰামৰ্শ সমূহ ফঁহিয়াই চালে দেখিবলৈ পাওঁ যে আয়োগ সমূহে একোটা নিৰ্দিষ্ট দিশ হাতত লৈ পৰিবৰ্তনৰ কথা পৰিকল্পনা কৰিছিল। ১৯৬৮ চনৰ ৰাষ্ট্ৰীয় শিক্ষানীতিত কোৱা হৈছিল যে প্ৰতি পাঁচ বছৰৰ মূৰে মূৰে শিক্ষাৰ উন্নতি সম্পৰ্কে পৰ্য্যালোচনা কৰা হব আৰু নতুন নীতি তথা কাৰ্যসূচীও প্ৰস্তুত কৰি থকা হব। সেই উদ্দেশ্য আগত ৰাখি পাঁচবছৰীয়া পৰিকল্পনা সমূহত শিক্ষাৰ ক্ষেত্ৰত হোৱা ত্ৰুটি বিচ্যুতি সম্পৰ্কে পৰ্য্যালোচনা কৰা হয় আৰু ভৱিষ্যতৰ বাবে কাৰ্যপন্থা হাতত লোৱা হয়।

মানব সম্পদৰ উন্নয়ন কৰাই হ'ল শিক্ষাৰ মূল উদ্দেশ্য। জ্ঞান আৰু বুদ্ধি উভয়ৰ দৃষ্টিভংগী আগত ৰাখি প্ৰমূল্য তথা যোগ্যতা বিকাশ কৰাৰ উদ্দেশ্য শিক্ষাৰ লগত নিহীত হৈ থাকে। আনহাতে পৰিবৰ্ত্তিত পৰিস্থিতিৰ সৈতে মুখা মুখি হবলৈ শিক্ষাই মানুহক শক্তি আৰু দৃঢ়তাৰ যোগান ধৰে। শিক্ষাই সমাজৰ উন্নয়নৰ ক্ষেত্ৰত যথেষ্ট বৰঙণি যোগায় আৰু মানব সম্পদক উপযুক্ত কৰি তোলে। এই মানব সম্পদক সকলো প্ৰকাৰে বিকাশ কৰিবলৈ হ'লে এটা সুসংহত, সুপৰিকল্পিত শিক্ষা ব্যৱস্থা যথোপযুক্ত কাৰ্যকৰী ব্যৱস্থাৰ প্ৰয়োজন। এই প্ৰয়োজন সমূহ পূৰণ কৰিবলৈ দেশত শিক্ষানীতিৰ প্ৰবৰ্ত্তন কৰা হয়। আমি আহি আহি কুৰি শতিকাৰ শেষ দশকত উপনীত হৈছো। কুৰিশতিকাৰ শেষ পাদত পদাৰ্পন কৰি ভাৰতবৰ্ষৰ শিক্ষা ব্যৱস্থাই নতুন চিন্তা ধাৰা আৰু বৈজ্ঞানিক দৃষ্টি ভংগীৰ প্ৰসূত জ্ঞানৰ মাজেৰেহে নতুন পুৰুষক একৈশ শতিকাৰ বাবে প্ৰস্তুত কৰি তুলিব লাগিব। এই উদ্দেশ্য আগত ৰাখি ১৯৮৫ চনত 'শিক্ষা প্ৰত্যাহ্বান' (Challenge of Education) নামৰ এখন শিক্ষা সম্পৰ্কীয়

পত্ৰ প্ৰকাশ কৰা হয় । 'শিক্ষা প্ৰত্যাহ্বান' পত্ৰৰ ভেটিত গণতান্ত্ৰিক ভাবধাৰাৰে বিভিন্ন দিশৰ ভাৰতীয় নাগৰিক সকলৰ পৰা শিক্ষা সম্পৰ্কীয় পৰামৰ্শ গ্ৰহণ কৰি বৰ্তমানৰ পটভূমিত ৰাষ্ট্ৰীয় শিক্ষানীতি আঁচনি প্ৰস্তুত কৰা হয় । 'শিক্ষা ৰাষ্ট্ৰৰ বৰ্তমান আৰু ভবিষ্যতৰ সংযোজনৰ ক্ষেত্ৰত এক অদ্বিতীয় আৰু উল্লেখযোগ্য বিনিয়োগ ব্যৱস্থা' । এই তত্বক শিৰোগত কৰি ১৯৮৬ চনৰ মে মাহত ভাৰতবৰ্ষত দুয়োখন সংসদৰ অধিবেশনত নতুন ৰাষ্ট্ৰীয় শিক্ষানীতি গৃহীত কৰা হয় । ইয়াক ৰাষ্ট্ৰীয় শিক্ষানীতি ১৯৮৬ বুলি জনা যায় ।

## ১৯৬৮ চনৰ শিক্ষানীতি আৰু পিছৰ অৱস্থা (The 1968 Education Policy and after)

স্বাধীন ভাৰতৰ শিক্ষাৰ ইতিহাসত ১৯৬৮ চনৰ শিক্ষানীতিয়ে এটা গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে । এই শিক্ষা নীতিৰ মূল উদ্দেশ্য আছিল, জাতীয় বিকাশত অৰিহণা যোগোৱা একেধৰণৰ নাগৰিকত্ব আৰু সংস্কৃতিৰ বিকাশ সাধন কৰাৰ লগতে জাতীয় সংহতি শক্তিশালী কৰা । শিক্ষা ব্যৱস্থাটোৰ পুনৰ গঠন কৰি সকলো স্তৰৰে বিকাশ সাধন কৰা আৰু বিজ্ঞান প্ৰযুক্তিবিদ্যাৰ ওপৰত বিশেষ ভাবে গুৰুত্ব দিয়া । এই শিক্ষানীতিত নৈতিক মূল্যবোধৰ ওপৰত গুৰুত্ব দি শিক্ষা আৰু জীৱনৰ মাজত নিবিড় সম্বন্ধ গঢ়ি তোলাৰ ব্যৱস্থাৰ কথা কোৱা হৈছিল ।

এই আঁচনিত সৰ্বভাৰতীয় শিক্ষাৰ গাঁথনিৰ ওপৰত গুৰুত্ব দিয়া হৈছিল । শিক্ষাৰ ক্ষেত্ৰত সমতা স্থাপন কৰাৰ অৰ্থে ১০+২+৩ সূত্ৰৰ প্ৰয়োগৰ ব্যৱস্থা কৰা হৈছে । এই গাঁঠনিত সৰ্বভাৰতীয় সাধাৰণ পাঠ্যক্ৰমৰ ওপৰত নিৰ্ভৰ কৰাৰ কথা কোৱা হৈছে । স্কুলীয়া স্তৰত বিজ্ঞান, গণিত আৰু কৰ্মঅভিজ্ঞতাক অগ্ৰাধিকাৰ দিয়াৰ ব্যৱস্থাও পাঠ্যক্ৰমত অন্তভূৰ্ক্ত কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছে । এনেকুৱা ধৰণৰ ব্যৱস্থাৰ দ্বাৰা মানব সম্পদৰ সফল বিকাশ ঘটোৱা হব । ১৯৬৮ চনৰ শিক্ষানীতিত নীতিগত ভাবে বহু ব্যবস্থাকে অগ্ৰাধিকাৰ দিয়া হৈছিল যদিও তাত্বিক প্ৰয়োজনীযতাৰ প্ৰাচীৰ অতিক্ৰম কৰিবলৈ যাওঁতে বহুতো আসোঁৱাহৰ সৃষ্টি হল । এই সমস্যা সমূহৰ সৃষ্টি হৈছিল ব্যৱহাৰিক ৰূপদানৰ ফলস্বৰূপে । দেশৰ নাগৰিক সকলৰ সৰ্বাংগ সুন্দৰভাবে বিকাশ হলেহে মানৱ সম্পদৰ বিকাশ হব ।

ভাৰতবৰ্ষৰ সামাজিক জীৱন আৰু ৰাজনৈতিক জীৱন সকলো দিশৰপৰা আক্ৰান্ত হৈছে । ভাৰতীয় আদৰ্শৰ ধৰ্মনিৰপেক্ষতাবাদ, সমাজবাদ, গণতন্ত্ৰত আৰু বৃত্তিৰ নীতিত সম্পূৰ্ণ ভাবে হেচা পৰিছে । শিক্ষা ব্যৱস্থা বিবৰ্তনৰ শেষ সীমাত অৱতীৰ্ণ হৈছে । সেযেহে শ্লথ প্ৰস্তুতিৰে আগবঢ়াটোও সম্ভৱ হৈ নুঠে । গ্ৰাম্যাঞ্চলৰ দুৰ্ব্বল গাঠনিযে সামাজিক প্ৰয়োজনীযতা সমূহ পুৰণ কৰিব নোৱাৰে । শিক্ষিত যুবক সকলৰ ইয়াৰ দ্বাৰা কোনো ধৰণৰ উপকাৰ নহয় । সেয়েহে চহৰ আৰু গাওঁৰ ব্যৱধান আঁতৰ কৰি নিয়োগৰ ব্যৱস্থা কৰাটো অতি প্ৰয়োজন ।

ভাৰতবৰ্ষৰ সকলো ক্ষেত্ৰতে জনসংখ্যাৰ বিস্ফোৰণে সমস্যাৰ সৃষ্টি কৰিছে ।

সেয়েহে আগত সময়ত ইয়াৰ গতি নিম্ন মানলৈ আনিব লাগিব। এই ক্ষেত্ৰত সহায়ৰ একমাত্ৰ উপায় হল নিৰক্ষৰতা দূৰ কৰা আৰু স্ত্ৰীশিক্ষাৰ প্ৰসাৰ ঘটোৱা। অহা সময়খিনিয়ে নতুন ধৰণৰ অস্থিৰতা আনিব বিশেষকৈ অভাবনীয় সুবিধাৰ ক্ষেত্ৰত। মানব সম্পদৰ সফল বিকাশ হলেহে নতুন পৰিবেশৰ সম্মুখীন হ্ব পৰা যাব। নতুন বংশধৰ সকল নতুন নতুন আদৰ্শ আহৰণৰ বাবে সামৰ্থবান হব লাগিব আৰু তেওঁলোকৰ মাজত সৃষ্টিশীল ধাৰণাৰ উদয় হব লাগিব। তেওঁলোকৰ মাজত সামাজিক ন্যায় আৰু মানব মূল্যাবোধৰ শক্তিশালী আদৰ্শ সৃষ্টি হব লাগিব। এই সকলোৱোৰ দিশৰ গুৰিতে হল শিক্ষা। আমাৰ সামাজিক প্ৰয়োজনীয়তা সমূহ পূৰণৰ ক্ষেত্ৰত প্ৰত্যাহ্বান আহি পৰিছে। এই প্ৰত্যাহ্বান সমূহৰ সম্মুখীন হব পৰাকৈ ৰাষ্ট্ৰৰ বাবে নতুন শিক্ষানীতিৰ প্ৰয়োজন।

## শিক্ষাৰ প্ৰয়োজনীয়তা আৰু ভূমিকা (The Essence and role of education)

শিক্ষাৰ প্ৰয়োজন সকলোৰে বাবে। আমাৰ সৰ্বাংগীণ বিকাশৰ ক্ষেত্ৰত সহায় কৰিব পাৰিব শিক্ষা ব্যৱস্থাইহে। শিক্ষাই সকলো ব্যক্তিৰ সূক্ষ্ম অনুভূতিক জাগৃত কৰিব পাৰে। শিক্ষাৰ মূল দায়িত্ব হ'ল ৰাষ্ট্ৰীয় ঐক্য গঠন কৰাৰ লগতে বৈজ্ঞানিক চিন্তাধাৰাৰ বিকাশ ঘটোৱা। বিৱৰ্তন মূখী সমাজত শিক্ষাৰ ভূমিকা অতি দৃঢ়। শিক্ষা ব্যৱস্থাৰ সহায়ত মানব সম্পদৰ পূৰ্ণ বিকাশ ঘটাব পাৰি। শিক্ষাক ভবিষ্যতৰ বাবে বিনিয়োগ ব্যৱস্থা বুলি কব পাৰি আৰু ই বৰ্ত্তমানক বিকাশ কৰাৰ সহায়ক হৈ পৰে। ইয়াকে ৰাষ্ট্ৰীয় শিক্ষানীতিত মূল হিচাবে লোৱা হৈছে।

## ৰাষ্ট্ৰীয় শিক্ষা পদ্ধতি (National system of Education)

ভাৰতবৰ্ষৰ সংবিধানে ৰাষ্ট্ৰীয় পদ্ধতিৰ শিক্ষা ব্যৱস্থাৰ কথা প্ৰকাশ কৰিছে। ৰাষ্ট্ৰীয় শিক্ষা ব্যৱস্থাৰ অৰ্থ হল জাতি, বৰ্ণ, ধৰ্ম নিৰ্বিশেষে সকলো লোককে শিক্ষা গ্ৰহণৰ সুবিধা দিয়া। প্ৰবৰ্তিত শিক্ষানীতিত এক সৰ্বভাৰতীয় দৃষ্টি ভংগী অন্তৰ্নিহিত হৈ আছে আৰু ইয়াক দেশত এটা উপযুক্ত ৰাষ্ট্ৰীয় শিক্ষা ব্যৱস্থা প্ৰতিস্থা কৰিবৰ বাবে অবিৰতভাবে চলোৱা প্ৰচেষ্টা বুলি কব পাৰি। ১৯৬৮ চনৰ শিক্ষানীতিয়ে প্ৰবৰ্তন কৰিবলৈ বিচৰা 'সাধাৰণ স্কুল' ব্যৱস্থা এই ক্ষেত্ৰত অধিক ফলপ্ৰসূ হব। ৰাষ্ট্ৰীয় শিক্ষা ব্যৱস্থাত সকলোৰে বাবে সাধাৰণ শিক্ষাৰ গাঁঠনিৰ কথা কোৱা হৈছে। দেশৰ সকলো অংশতে ১০+২+৩ সূত্ৰৰ গাঁঠনিৰে শিক্ষা দিয়াৰ ব্যৱস্থা গ্ৰহণ কৰিছে। ইয়াৰে প্ৰথম দহ বছৰত ৫ বছৰৰ প্ৰাথমিক শিক্ষা, ৩ বছৰ উচ্চ প্ৰাথমিক আৰু ২ বছৰীয়া মাধ্যমিক শিক্ষাৰ বাবে প্ৰযোজ্য হব।

ৰাষ্ট্ৰীয় শিক্ষা পদ্ধতিৰ পাঠ্যক্ৰম হব ৰাষ্ট্ৰীয় ভিত্তিৰ আৰু ইয়াত কিছুমান সাধাৰণ দিশ থাকিব আৰু আন কিছুমান পৰিবৰ্তনীয় দিশ থাকিব। সাধাৰণ দিশবোৰৰ ভিতৰত থাকিব ভাৰতৰ ইতিহাস, স্বাধীনতা আন্দোলন, সাংবিধানিক দায়বদ্ধতা আৰু আন প্ৰয়োজনীয় জাতীয় চিহ্নিত দিশসমূহ। এই দিশবোৰৰ মাজেৰে মূল্যাবোধৰ

বিকাশ কৰা হব আৰু ভাৰতীয় সংস্কৃতিৰ ধাৰা, গণতন্ত্ৰৰ ধাৰা, ধৰ্মনিৰপেক্ষতাবাদ, সমভাবাপন্ন স্ত্ৰী-পুৰুষৰ সমতা, পৰিবেশৰ সংৰক্ষণ, সামাজিক বাধা দুৰীকৰণ, সৰু পৰিয়ালৰ আদৰ্শ গ্ৰহণ, বিজ্ঞান সম্মত দৃষ্টিভংগী আহৰণৰ কথা প্ৰকাশ পাব । সকলো ধৰণৰ শিক্ষাৰ কাৰ্য্যসূচী সম্পূৰ্ণ ভাবে ধৰ্মনিৰপেক্ষভাবে কৰিয়াই নিয়া হব ।

ভাৰতবৰ্ষই সদায় শান্তি আৰু জাতিসমূহৰ বুজাবুজিৰ বাবে কাম কৰি যাব আৰু পৃথিৱীখনক এখন পৰিয়াল হিচাবে গণ্য কৰিব । এই ধাৰণাৰ বশবৰ্ত্তী হোৱাৰ বাবে উঠি অহা নতুন বংশধৰ সকলক আন্তৰ্জাতিক সমন্বয়, শান্তিপূৰ্ণ সহস্থিতি আদিৰ শিক্ষা দিব লাগিব আৰু ইয়াক উপেক্ষা কৰিব পৰা নাযাব । সমতা বিকাশ সাধন কৰাৰ বাবে সকলোকে সমানে সুবিধা দিব লাগিব যাতে সকলোৱে বিকাশ কৰিব পাৰে । ইয়াক সাধাৰণ পাঠ্যক্ৰমৰ মাজেৰে প্ৰয়োগ কৰিব পৰা যাব । সামাজিক পৰিবেশৰ মাজেৰে অন্ধবিশ্বাস আৰু যৌগিক ধাৰণা সমূহ আঁতৰ কৰিব লাগিব ।

শিক্ষাৰ প্ৰতিটো স্তৰতে আয়ত্ব কৰিবলগীয়া নুন্যতম শিক্ষাৰ মান নিৰ্ধাৰিত কৰিব লাগিব । শিক্ষাৰ্থীসকলৰ মাজত ভাৰতৰ বিভিন্ন প্ৰান্তত থকা সংস্কৃতি আৰু সামাজিক ব্যৱস্থাৰ জ্ঞান অৱগত কৰাৰ ব্যৱস্থা হাতত লব লাগিব । সংযোগ ভাষাৰ বিকাশ সাধন কৰাৰ লগতে এটা ভাষাৰ পৰা আন এটা ভাষালৈ কিতাপ পত্ৰ অনুবাদ কৰাৰ কাৰ্য্যসূচী হাতত লব লাগিব । এই দিশৰ লগতে বহুভাষিক অভিধান প্ৰণয়নৰ ব্যৱস্থা কৰিব লাগিব । নতুন পুৰুষ সকলে ভাৰতবৰ্ষক পুনৰ আবিষ্কাৰ কৰাৰ সুবিধা পালে তেওঁলোকৰ নিজস্ব প্ৰতিৰূপ আৰু সংবোধন প্ৰকাশত উদগণি পাব ।

শিক্ষানীতিত উচ্চ শিক্ষাৰ ক্ষেত্ৰত, বিশেষভাবে কাৰিকৰী শিক্ষাৰ দিশত সকলোকে যোগ্যতা অনুসৰি শিক্ষাৰ সুবিধা দিয়াৰ কথা কোৱা হৈছে । বিশ্ববিদ্যালয় আৰু আন আন উচ্চ শিক্ষাৰ অনুষ্ঠানত শিক্ষা লাভৰ ক্ষেত্ৰতো সাৰ্বজনীন চৰিত্ৰৰ কথা প্ৰকাশ কৰিছে । বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ শিক্ষাৰ ক্ষেত্ৰত গৱেষণা আৰু বিকাশৰ ওপৰত গুৰুত্ব দিব লাগিব । দেশৰ বিভিন্ন অনুষ্ঠানৰ মাজত সমন্বয় গঢ়ি তুলিব লাগিব আৰু ৰাষ্ট্ৰীয় গুৰুত্বসম্পন্ন আঁচনি সমূহত অংশ গ্ৰহণ কৰাৰ লগতে ৰাষ্ট্ৰৰ সমল সমূহো কামত লগাব লাগিব । ৰাষ্ট্ৰই সম্পূৰ্ণ ভাবে কাৰ্য্যসূচী সমূহ প্ৰয়োগ কৰাৰ দায়িত্ব বহন কৰিব লাগিব আৰ বৈষম্যতা দুৰ কৰি সাৰ্বজনীন প্ৰাথমিক শিক্ষা, বয়স্ক শিক্ষা, বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ গৱেষণাত গুৰুত্ব আৰোপ কৰিব লাগিব ।

শিক্ষা প্ৰক্ৰিয়াৰ উদ্দেশ্য হ'ল জীৱনজোৰা শিক্ষা । নিৰক্ষৰতাদূৰীকৰণ, যুৱক সকলক সুবিধা প্ৰদান কৰাৰ লগতে গৃহিণী, কৃষক আৰু উদ্যোগীক কৰ্মীসকলে যি শিক্ষা লাভ কৰিবলৈ বিচাৰে তাৰ ব্যৱস্থা কৰিব লাগিব । ভবিষ্যতে মুক্ত আৰু দূৰশিক্ষণ পদ্ধতিৰ নিৰ্দেশনা থাকিব ।

শিক্ষানুষ্ঠান সমূহে যাতে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰাৰ বাবে শক্তি আহৰণ

কৰিব পাৰে তাৰ দায়িত্ব বিশ্ববিদ্যালয় অনুদান আয়োগ (U.G.C). সদৌ ভাৰত কাৰিকৰী শিক্ষা পৰিষদ (A.I.C.T.E) ভাৰতীয় কৃষি গৱেষণা পৰিষদ (I.C.A.R) ভাৰতীয় চিকিৎসা পৰিষদ (I.M.C) আদিয়ে বহন কৰিব। এই সংস্থাসমূহৰ মাজত সংহত পৰিকল্পনা অনুষ্ঠিত কৰা হব যাতে কৰ্ম সংযোগ স্থাপন গৱেষণা আৰু স্নাতকোত্তৰ শিক্ষাৰ ব্যৱস্থা কৰিব পৰা যায়। শিক্ষানীতি প্ৰয়োগৰ ক্ষেত্ৰত ৰাষ্ট্ৰীয় শিক্ষা গৱেষণা আৰু প্ৰশিক্ষণ পৰিষদ (N.C.E.R.T) শিক্ষা পৰিকল্পনা আৰু প্ৰশাসন ৰাষ্ট্ৰীয় প্ৰতিষ্ঠান (N.I.E.P.A.) আৰু বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যা শিক্ষা আন্তৰাষ্ট্ৰীয় প্ৰতিষ্ঠান (I.I.S.T.E) আদিক জড়িত কৰিব পৰা যাব।

### শিক্ষাত কেন্দ্ৰ আৰু ৰাজ্যচৰকাৰৰ ভূমিকা (Role of the Central and State Government in Education)

১৯৭৬ চনৰ সংবিধানৰ সংশোধন অনুসৰি শিক্ষাক সমবৰ্ত্তী সূচীত অন্তভূৰ্ক্ত কৰা হয়। জাতীয় জীৱনৰ ক্ষেত্ৰ অনুসৰি ৰাজ্যিক আৰু কেন্দ্ৰীয় চৰকাৰসমূহে বৈষয়িক, অৰ্থনৈতিক আৰু প্ৰশাসনিক দিশৰ দায়িত্ব ভগাই লব লাগিব। ৰাজ্যিক চৰকাৰ সমূহৰ শিক্ষাৰ দায়িত্ব একেধৰণে থাকিব। কেন্দ্ৰীয় চৰকাৰে শিক্ষাৰ দায়িত্ব বহলভাবে লব কাৰণ সকলো পৰ্য্যায়তে গুণ আৰু মানদণ্ড উন্নত কৰাৰ লাগিব। ইয়াৰ উপৰিও ৰাষ্ট্ৰৰ শৈক্ষিক প্ৰয়োজন সমূহৰ অধ্যয়ন কৰি মানব সম্পদৰ বিকাশ সাধন উচ্চ অধ্যয়ন আৰু গবেষণাৰ প্ৰয়োজনীয়তা শিক্ষাৰ আন্তৰ্জাতিক ধাৰণাৰ প্ৰতি লক্ষ্য ৰখা, সংস্কৃতি আৰু মানবসম্পদৰ বিকাশ আৰু সাধাৰণভাবে দেশৰ শিক্ষাৰ পিৰামিদৰ বৈশিষ্ট্য সমূহৰ অগ্ৰগতিৰ খতিয়ান লোৱাৰ দায়িত্ব বহন কৰে। স্বাধীনোত্তৰ ভাৰতবৰ্ষৰ শিক্ষাৰ যাবতীয় দিশসমূহৰ দায়িত্ব লবৰ কাৰণে কেন্দ্ৰীয়শিক্ষা মন্ত্ৰণালয় দপ্তৰক ন্যস্ত কৰা হৈছে। শিক্ষাক অৰ্থপূৰ্ণ আৰু প্ৰত্যাহ্বান স্বৰূপ কৰাৰ ক্ষেত্ৰত সমবৰ্ত্তী সূচীৰ বিশেষত্ব আছে। ৰাষ্ট্ৰীয় শিক্ষানীতিয়ে ইয়াক ফলপ্ৰসু কৰি তুলিব।

### সমতাৰ বাবে শিক্ষা (Education for equality)

নতুন শিক্ষানীতিয়ে বিভিন্নতা দূৰ কৰাৰ বাবে বিশেষ গুৰুত্ব আৰোপ কৰিছে। শিক্ষাৰ সুবিধাসমূহ সমভাবে দিয়াৰ ক্ষেত্ৰত বিশেষ প্ৰয়োজনীয় দিশবোৰ হাতত লোৱাৰ কথা কৈছে। যিবিলাকে সুবিধাৰ পৰা বঞ্চিত হৈ আছে তেওঁলোকৰ বাবে সমপৰ্য্যায়ৰ শিক্ষা প্ৰদান কৰাৰ সা-সুবিধা আগবঢ়োৱাত গুৰুত্ব আৰোপ কৰিছে।

### মহিলাৰ সমতাৰ বাবে শিক্ষা (Education for women's equality)

নতুন শিক্ষানীতিত মহিলাৰ বাবে শিক্ষাৰ বিকাশ আৰু প্ৰগতিত বিশেষ গুৰুত্ব দিছে। মহিলা সকলক সম-অধিকাৰ প্ৰদান কৰাৰ ক্ষেত্ৰত শিক্ষাই মূল বাহক হিচাবে পৰিগণিত হব। অতীতত সৃষ্টি হোৱা বৈসম্যতা দূৰ কৰি নিৰপেক্ষ দৃষ্টিভংগী লোৱাৰ ক্ষেত্ৰত ৰাষ্ট্ৰীয় শিক্ষানীতিয়ে সহায় কৰিব। মহিলা সকলৰ পূৰ্ণ বিকাশৰ বাবে বিভিন্ন প্ৰয়োজনীয় দিশবোৰ পাঠ্যক্ৰমত অন্তৰ্ভূক্ত কৰা হব। শিক্ষানুষ্ঠান সমূহত

মহিলা শিক্ষাৰ বিকাশৰ বাবে প্ৰয়োজনীয় সা-সুবিধা সমূহৰ ব্যৱস্থা কৰা হ'ব ; পাঠ্যক্ৰম পুনৰ গঠন কৰি নতুন মূল্যবোধ সৃষ্টি কৰা হ'ব । পাঠ্যপুথি, শিক্ষক প্ৰশিক্ষণ আৰু অভিৰোচনৰ ব্যৱস্থা কৰা হ'ব । উচ্চশিক্ষাৰ পাঠ্যক্ৰমত সামাজিক অভিযন্তা মহিলা অধ্যয়ন আদিৰ দৰে বিষয়বোৰ সামৰি লোৱা হ'ব আৰু অনুষ্ঠান সমূহে যাতে মহিলা সকলৰ ভৱিষ্যত বিকাশত উদগণি যোগায় তাৰ প্ৰতিও চকু ৰখা হ'ব ।

মহিলা সকলৰ মাজৰ পৰা নিৰক্ষৰতা নিৰ্মূল কৰাৰ ব্যৱস্থা কৰি প্ৰাথমিক শিক্ষা নিশ্চিতভাৱে যাতে লাভ কৰিবলৈ সক্ষম হয় তাৰ প্ৰতি গুৰুত্ব দিয়া হ'ব । এই প্ৰচেষ্টাত কৃতকাৰ্য্য হোৱাৰ বাবে সকলো প্ৰকাৰৰ সেৱা জৰুৰীভাৱে প্ৰয়োগ কৰাৰ ব্যৱস্থা কৰা হ'ব । ইয়াৰ উপৰিও মহিলা সকলে যাতে বৃত্তিমুখী, কাৰিকৰী শিক্ষা লাভ কৰিবলৈ সুযোগ পায় তাৰ ওপৰত অধিক গুৰুত্ব দিয়া হ'ব । মহিলাসকলৰ ক্ষেত্ৰত লিঙ্গভেদ নাৰাখি বৃত্তিমুখী আৰু পেচামুখী শিক্ষাত অংশ গ্ৰহণ কৰাৰ সুবিধা দিয়াৰ লগতে অপৰম্পৰাগত জৰুৰীকালিন প্ৰযুক্তি বিদ্যাৰ বৃত্তিসমূহতো জড়িত কৰাৰ ব্যৱস্থা কৰা হ'ব ।

## অনুসূচীত জাতিৰ শিক্ষা (The education of Schedule caste)

অনুসূচীত জাতিৰ লোকসকলে যাতে অ-অনুসূচীত জাতিৰ লোকসকল সমানে শিক্ষা লাভ কৰিবলৈ সক্ষম হয় তাৰ ব্যৱস্থা কৰা হ'ব । গ্ৰাম্যাঞ্চলৰ মহিলা আৰু পুৰুষ আৰু চহৰ অঞ্চলৰ মহিলা পুৰুষৰ মাজত সমতা ৰক্ষাৰ ক্ষেত্ৰত গুৰুত্ব আৰোপ কৰা হ'ব । পিচপৰা অঞ্চলৰ পৰিয়াল সমূহৰ ল'ৰা-ছোৱালীয়ে যাতে ১৪ বছৰ বয়সলৈ স্কুললৈ গৈ থাকে তাৰ প্ৰতিও সজাগ হোৱাটো প্ৰয়োজন হ'ব । পূৰ্ব প্ৰবেশিকা জলপানীৰ ব্যৱস্থা কৰাৰ প্ৰয়োজন হ'ব আৰু ইয়াক আঁচনি হিচাপে লৈ আয়বিহীন পৰিয়াল সমূহকো এই আঁচনিৰ অন্তৰ্ভূক্ত কৰা হ'ব । অনুসূচীত জাতিৰ ল'ৰা-ছোৱালীৰ শিক্ষা আৰু নিয়োগৰ সম্ভাৱনীয়তা উন্নত কৰাৰ কাৰণে প্ৰতিকাৰমূলক পাঠ্যসূচীৰ দিহা কৰা হ'ব । অনুসূচীত জাতিৰ ল'ৰা-ছোৱালীৰ নামভৰ্তিকৰণ, অপচয়ৰোধকৰণ আৰু সফলতা নিশ্চিতকৰণৰ বাবে সঘনাই নিৰীক্ষণ কৰা আৰু পৰিকল্পনা কৰাৰ গুৰুত্ব দিয়া হৈছে । অনুসূচীত জাতিৰ ল'ৰা-ছোৱালীয়ে অংশগ্ৰহণ কৰিব পৰাকৈ স্কুলঘৰ, বালকেন্দ্ৰ আৰু বয়স্ক শিক্ষাৰ কেন্দ্ৰ আদি গঢ়িতোলাৰ ব্যৱস্থা কৰা হ'ব । জনজাতিৰ মাজৰ পৰা শিক্ষক নিয়োগৰ ব্যৱস্থাও কৰা হ'ব । শিক্ষাৰ্থীসকলে জিলাৰ মূখ্যস্থানত যাতে আবাসিক সুবিধা পায় তাৰ বাবে ছাত্ৰাবাস স্থাপন কৰাৰ ওপৰত পৰ্য্যায়ক্ৰমে গুৰুত্ব দিয়া হ'ব । জনজাতিৰ ল'ৰা ছোৱালীৰ উপযোগীকৈ নতুন পদ্ধতি অৱলম্বন কৰাৰ লগতে অন্যান্য উৎস যেনে N.R.E.P আৰু R.L.E.G.P আঁচনি আদিৰ মাধ্যমেৰে শিক্ষা দিয়া হ'ব ।

## অনুসূচীত জনজাতিৰ শিক্ষা (The Education of schedule Tribe)

অনুসূচীত জনজাতি অধ্যুষিত অঞ্চলত প্ৰাথমিক বিদ্যালয় স্থাপন কৰাৰ ক্ষেত্ৰত বিশেষ গুৰুত্ব দিয়া হ'ব । তেনেকুৱা অঞ্চলৰ বিদ্যালয়ৰ ঘৰবোৰ শিক্ষাৰ সাধাৰণ

কোষৰ সাহায্যত বনোৱাৰ ব্যৱস্থা কৰা হ'ব । ইয়াৰ উপৰিও N.R.E.P. ; R.L.E.G.P আৰু জনজাতীয় কল্যাণ আঁচনিৰ পৰাও এই ক্ষেত্ৰত সাহায্য আগবঢ়োৱা হ'ব । জনজাতিৰ সামাজিক আৰু সাংস্কৃতিক জীৱনৰ স্বকীয় বৈশিষ্ট্যৰ প্ৰয়োজন সাপেক্ষে শিক্ষাদানৰ সামগ্ৰী প্ৰাৰম্ভিক স্তৰৰ বাবে এনেভাবে প্ৰস্তুত কৰা হ'ব যাতে পৰবৰ্ত্তী সময়ছোৱাত তেওঁলোকে আঞ্চলিক ভাষাত সকলো কাম কৰিবলৈ সক্ষম হয় । এই উদ্দেশ্যৰ লগতে জনজাতীয় ভাষাসমূহক প্ৰাৰম্ভিক স্তৰত শিক্ষণীয় বিষয় বস্তুৰ অন্তৰ্ভূক্ত কৰিব পৰা যাব । জনজাতিৰ শিক্ষিত আৰু উদ্যোগীক যুবক সকলক শিক্ষক হিচাবে নিজ এলেকা সমূহতে নিয়োগ কৰিব পৰা যাব । এনেধৰণৰ অঞ্চলত আবাসিক বিদ্যালয়, আশ্ৰম বিদ্যালয় আদি স্থাপন কৰিব পৰা যাব । জনজাতীয় জীৱনৰ বিশেষ প্ৰয়োজন সমূহ পূৰণৰ বাবে আঁচনি গ্ৰহণ কৰা হ'ব । উচ্চশিক্ষাৰ বাবে জলপানীৰ ব্যৱস্থা, কাৰিকৰী আৰু ব্যৱসায়িক শিক্ষাৰ ওপৰত গুৰুত্ব আৰোপ কৰি সামাজিক দিশৰ বিকাশ সাধন কৰিবলৈ চেষ্টা কৰা হ'ব । অংগনবাদী, অনানুষ্ঠানিক আৰু বয়স্ক শিক্ষাৰ কেন্দ্ৰ আদি মুকলি কৰা হ'ব । জনজাতীয় শিক্ষাৰ বিকাশৰ বাবে পাঠ্যক্ৰম সমূহ সাংস্কৃতিক চিনাক্তকৰণৰ ভিত্তিত সৃষ্টিশীল ধাৰণাৰে পুনৰগঠন কৰা হ'ব ।

## আন আন শিক্ষাৰ ক্ষেত্ৰত পিচপৰা সম্প্ৰদায় আৰু অঞ্চলসমূহ (Other Educationally Backward sections and areas)

সমাজৰ সকলোশ্ৰেণীৰে পিচপৰা সম্প্ৰদায় সমূহক শিক্ষাৰ ক্ষেত্ৰত আগুৱাই নিয়াৰ ব্যৱস্থা কৰা হ'ব, বিশেষকৈ গ্ৰাম্যাঞ্চলত । পাহাৰীয়া অঞ্চল, মৰুভূমিৰ জিলা, দুৰ্গম যোগাযোগ বিচ্ছিন্ন অঞ্চল আৰু দ্বীপ অঞ্চল সমূহত প্ৰয়োজনীয় শিক্ষানুষ্ঠান স্থাপন কৰি উদগণিমূলক ব্যৱস্থা লোৱা হ'ব ।

## সংখ্যালঘুৰ শিক্ষা (Education of Minorities)

কিছুমান অঞ্চলৰ সংখ্যালঘু সম্প্ৰদায় সমূহ শিক্ষাৰ পৰা বঞ্চিত আৰু পিচপৰি আছে । সমতা আৰু সামাজিক ন্যায় স্থাপন কৰাৰ অৰ্থে এনে সম্প্ৰদায় সমূহৰ ওপৰত মনোযোগ দিয়া হ'ব । এইবোৰৰ সাংবিধানিক নিশ্চয়তা আছে । সংখ্যালঘু সকলৰ ভাষা আৰু সংস্কৃতি ৰক্ষাৰ অৰ্থে তেওঁলোকৰ নিজস্ব অনুষ্ঠান স্থাপনৰ ক্ষেত্ৰত উদগণি দিয়া হ'ব । বিদ্যালয়ৰ কৰ্ম আঁচনি আৰু পাঠ্যক্ৰম আদিৰ প্ৰস্তুতিৰ ক্ষেত্ৰতো মনোযোগ ৰখা হ'ব ।

## বাধাগ্ৰস্ত সকলৰ শিক্ষা (Education of Handicapped)

বাধাগ্ৰস্ত শিক্ষাৰ্থী সকলৰ বাবে প্ৰতিখন জিলাতে আবাসিক বিদ্যালয় স্থাপন কৰা হ'ব । অসমৰ্থ এনে শিক্ষাৰ্থীসকলক উপযুক্ত প্ৰকাৰৰ বৃত্তিমূলক শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হ'ব । বাধাগ্ৰস্ত শিক্ষাৰ্থীসকলৰ বিশেষ অসুবিধালৈ লক্ষ্য ৰাখিবৰ কাৰণে প্ৰাথমিক পৰ্য্যায়ৰ শিক্ষক প্ৰশিক্ষণৰ ব্যৱস্থা কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰা হ'ব । শাৰীৰিক আৰু মানসিক ভাবে বাধাগ্ৰস্ত সকলকো অন্যান্যসকলৰ দৰে

এক্ষেধৰণৰ সুবিধা প্ৰদান কৰা হব । অসমৰ্থ সকলৰ বিকাশৰ বাবে কৰা স্বেচ্ছামূলক প্ৰচেষ্টা কৰা সংগঠন সমূহক উৎসাহ প্ৰদান কৰা হব ।

## বয়স্ক শিক্ষা (Adult Education)

ৰাষ্ট্ৰীয় শিক্ষানীতিত বয়স্ক শিক্ষাৰ ক্ষেত্ৰটো গুৰুত্ব আৰোপ কৰা হৈছে । আমাৰ অতীতৰ বৰ্ণনা সমূহত পোৱা যায় যে শিক্ষাই 'নিৰ্বান' তথা মুক্তি লাভ কৰাবলৈ সক্ষম হয় । শিক্ষাই অজ্ঞান আন্ধাৰৰ পৰা আমাক মুক্তিৰ পথলৈ আনে । আধুনিক পৃথিৱীত প্ৰকৃতাৰ্থত লিখা আৰু পঢ়াক সামৰি লোৱা হৈছে বহল দৃষ্টিভংগীৰে । তেতিয়াৰেপৰা ইয়াক শিক্ষণ প্ৰক্ৰিয়াৰ মূল আহিলা বুলি ধৰা হয় । বৰ্ত্তমান সময়ত বয়স্ক শিক্ষা আৰু বয়স্ক নিৰক্ষৰতাৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছে । আজিৰ সমাজৰ প্ৰয়োজন অনুসৰে মানব সম্পদক সফল ভাবে প্ৰয়োগ কৰাৰ পৰিকল্পনা কৰা হৈছে । দক্ষ কৰ্মীৰ গতিশীল উন্নতিকৰণৰ ব্যৱস্থা কৰাৰ দিহা কৰা হৈছে । এই ক্ষেত্ৰত লাভবান হোৱাৰ বাবে বিভিন্ন ধৰণৰ বিকাশ মূলক কাৰ্যসূচী হাতত লোৱা হৈছে । এই কাৰ্যসূচীসমূহে পদ্ধতিগত ভাবে বয়স্ক শিক্ষাৰ বিকাশত সহায় কৰিছে আৰু জাতীয় লক্ষ্যত উপনীত হোৱাত সহায় কৰিছে । এই ক্ষেত্ৰত দাৰিদ্ৰতা দূৰীকৰণ, জাতীয় সংহতি, পৰিবেশ সংৰক্ষণ, ব্যক্তিসকলৰ সাংস্কৃতিক সৃষ্টি, সৰু পৰিয়ালৰ আদৰ্শ পালন, মহিলাৰ সমতা স্থাপনৰ উন্নতিকৰণ আদিৰ দৰে কাৰ্যসূচী হাতত লোৱা হব আৰু কাৰ্যসূচীসমূহক পুনৰ নিৰীক্ষণ আৰু শক্তিশালী কৰা হব ।

সমগ্ৰ জাতিটোৱে ১৫ বছৰৰ পৰা ৩৫ বছৰৰ ভিতৰত ব্যক্তিসকলৰ মাজৰ পৰা নিৰক্ষৰতা দূৰীকৰণৰ প্ৰতিজ্ঞা কৰিব লাগিব । কেন্দ্ৰীয় চৰকাৰ আৰু ৰাজ্যচৰকাৰ সমূহ, ৰাজনৈতিক দলসমূহ আৰু তেওঁলোকৰ বৃহৎ সংগঠন, গণসংযোগ মাধ্যম আৰু শিক্ষানুষ্ঠান সমূহে সমাজৰ পৰা নিৰক্ষৰতা দূৰ কৰাৰ বাবে স্বাক্ষৰিত অভিযান চলাম বুলি সংকল্পবদ্ধ হব লাগিব । ইয়াৰ লগতে বিস্তৃতভাবে শিক্ষক, শিক্ষাৰ্থী যুৱক, স্বেচ্ছাসেৱক সংগঠন, কৰ্মচাৰী সকলো জড়িত হব লাগিব । বিভিন্ন ধৰণৰ গৱেষণা সংগঠন সমূহক বয়স্ক শিক্ষাৰ শৈক্ষিক ধাৰণাৰ বিকাশৰ কামত সমূহীয়া প্ৰচেষ্টা চলাবলৈ দিয়া হব । সাক্ষৰতা অভিযানৰ লগে লগে কৰ্মক্ষম জ্ঞান আৰু দক্ষতা, আৰ্থসামাজিক সত্যতা, পৰিবৰ্তনৰ সম্ভাৱনীয়তা সমূহকো অন্তৰ্ভূক্ত কৰা হব ।

বয়স্ক আৰু গতিশীল শিক্ষাৰ সম্প্ৰসাৰণ কৰাৰ অৰ্থে বিস্তৃত আঁচনি হাতত লোৱা হৈছে আৰু ইয়াক কাৰ্যকৰী কৰাৰ ক্ষেত্ৰত নিম্ন উল্লেখিত দিশসমূহো অন্তৰ্ভূক্ত কৰা হৈছে—

ক) গ্ৰাম্যাঞ্চলত অবিৰত (Continuing) শিক্ষাৰ কেন্দ্ৰ স্থাপন কৰা ।

খ) নিয়োগকাৰী, কৰ্মীসংস্থা আৰু চৰকাৰৰ জড়িত সংস্থা সমূহৰ মাধ্যমত শিক্ষাৰ ব্যৱস্থা কৰা ।

গ) উত্তৰ মাধ্যমিক শিক্ষানুষ্ঠান ।

ঘ) পাঠ্যপুথি, পুথিভঁৰাল আৰু পাঠাগাৰ আদিৰ বিস্তৃত উন্নয়ন ।
ঙ) গণমাধ্যম হিচাবে ৰেডিঅ', দূৰদৰ্শন আৰু কথাছবিৰ ব্যৱহাৰ ।
চ) শিক্ষাৰ্থীৰ দল আৰু সংগঠনৰ সৃষ্টি ।
ছ) দূৰশিক্ষণ আঁচনি সমূহ ।
জ) আত্মশিক্ষণ প্ৰণালীৰ ব্যৱস্থা কৰণৰ সহযোগ আৰু
ঝ) প্ৰয়োজনীয় আৰু মনোগ্ৰাহী বৃত্তিমুখী প্ৰশিক্ষণ আঁচনিৰ ব্যৱস্থাকৰণ ।

**বিভিন্ন স্তৰৰ শিক্ষানুষ্ঠান সমূহৰ পুনৰগঠন (Re-organisation of Education at Different Stages)**

**আগতীয়া বাল্যকালৰ তত্বাৱধান আৰু শিক্ষা (Early childhood care & Education)**

ৰাষ্ট্ৰীয় শিক্ষানীতিত বিশেষকৈ কণ কণ শিশুসকলৰ বিকাশৰ ওপৰত গুৰুত্ব দিয়া হয় । শিশুসকলে আনন্দমুখৰ পৰিবেশৰ মাধ্যমত যাতে বিকশিত হব পাৰে তাৰ ব্যৱস্থালোৱাৰ অৰ্থে সুষম খাদ্য, স্বাস্থ্য আৰু সামাজিক, মানসিক আৰু শাৰীৰিক দিশৰ ওপৰত গুৰুত্ব দিব লাগিব । আগতীয়া বাল্যকালৰ তত্বাৱধান আৰু শিক্ষা (E C C.E ) ই এইক্ষেত্ৰত প্ৰাধান্য লাভ কৰিব লগতে সুসংহত শিশুবিকাশ সেৱা আঁচনি (I C D E P) সম্ভৱ হলে কাৰ্যকৰী কৰা হব । 'দিবা তত্বাৱধান' কেন্দ্ৰৰ ব্যৱস্থা কৰি প্ৰাথমিক শিক্ষাক সাৰ্বজনীন কৰাৰ ব্যৱস্থা কৰা হব । ইয়াৰ লগতে দুখীয়া শ্ৰেণীৰ কৰ্মৰত মহিলা সমৰ্থিত সেৱাৰ আঁচনি হাতত লোৱা হব । আগতীয়া বাল্যকালৰ তত্বাৱধান আৰু শিক্ষা [E.C C E] কাৰ্যসূচী সম্পূৰ্ণৰূপে শিশুকেন্দ্ৰীক হব আৰু ইয়াক ক্ৰীড়া ভিত্তিক বৃত্তিমুখী কৰি তোলা হব । এই স্তৰত লিখা পঢ়া আৰু অংক কৰা [3R's] আদিক নিয়মীয়া পদ্ধতি হিচাপে লোৱাত উদগণি দিয়া নহব । এই আঁচনি সমূহক কাৰ্যকৰী কৰাৰ ক্ষেত্ৰত স্থানীয় সম্প্ৰদায় সমূহক জড়িত কৰা হব । প্ৰাক্-প্ৰাথমিক স্তৰৰ বিকাশ কৰাৰ ব্যৱস্থা কৰা হব । সাধাৰণভাবে প্ৰাথমিক শিক্ষা আৰু মানব সম্পদৰ বিকাশৰ কাৰণে শক্তিশালী উপাদান হাতত লোৱা হব ।

**প্ৰাথমিক শিক্ষা (Primary Eduction)**

প্ৰাথমিক শিক্ষাৰ ক্ষেত্ৰত দুটা দিশৰ ওপৰত গুৰুত্ব দিয়া হব । ১) সাৰ্বজনীন নামভৰ্ত্তিকৰণ আৰু ১৪ বছৰ বয়সলৈ শিক্ষানুষ্ঠানত উপস্থিতি ২) শিক্ষাৰ গুণগত দিশৰ বিষয়াত্মক উন্নতি কৰণ ।

**শিশুকেন্দ্ৰীক শিক্ষা (Child centred Education)**

শিশুসকলক শিক্ষানুষ্ঠানত উপস্থিত হোৱা আৰু শিক্ষাৰ বাবে সুন্দৰ ভাবে স্বাগতম জনায় উৎসাহপূৰ্ণ ধাৰণা লব লাগিব আৰু প্ৰয়োজন সমূহো পূৰণৰ চেষ্টা কৰিব লাগিব । প্ৰাথমিক স্তৰত শিক্ষণ প্ৰক্ৰিয়া কৰ্মশীল শিশুকেন্দ্ৰিক কৰি তুলিব লাগিব । প্ৰথম গোষ্ঠীৰ শিক্ষাৰ্থীসকলৰ ওপৰত অধিক গুৰুত্ব প্ৰদান কৰা হব ।

তেওঁলোকৰ ব্যক্তিগত চাহিদা, পঠনীয় বিষয়ৰ প্ৰতি অনুৰাগ, দৃষ্টিভংগী আৰু সামৰ্থ্যৰ প্ৰতি লক্ষ্য ৰাখিহে শিক্ষা প্ৰদান কৰা হব। শিক্ষাক অনুশীলনৰ মাজেৰে বিকাশ কৰাৰ চেষ্টা কৰা হব। শাস্তিপ্ৰদান কৰাৰ ব্যৱস্থা বাদ দি শিশুৰ সুবিধা হোৱাকৈ স্কুলৰ সময় আৰু বন্ধৰ দিন সমাযোজন কৰা হব।

## স্কুলৰ সুবিধা সমূহ (School facilities)

প্ৰাথমিক বিদ্যালয় সমূহক প্ৰয়োজনীয় সা-সুবিধাখিনি দিয়াৰ ব্যৱস্থা কৰিব লাগিব। সকলো সময়ৰ উপযোগীকৈ দুটা ডাঙৰ কোঠা, পুতলা, ক'লা বোৰ্ড, মানচিত্ৰ, চাৰ্ট আৰু আন আন সঁজুলি সমূহ যোগান ধৰিব লাগিব। প্ৰত্যেকখন বিদ্যালয়তে দুজনকৈ শিক্ষক নিয়োগ কৰিব লাগিব। তাৰে এগৰাকী মহিলা হোৱাটো বাঞ্চনীয়। পাৰিলে শিক্ষকৰ সংখ্যা বৃদ্ধি কৰি প্ৰত্যেক শ্ৰেণীৰ বাবে একোজনকৈ শিক্ষকৰ ব্যৱস্থা কৰিব লাগে। সমগ্ৰ ৰাষ্ট্ৰতে বিদ্যালয় বিলাকক 'অপাৰেচন ব্লেকবোৰ্ড' আঁচনিৰ মাধ্যমেৰে উন্নত কৰাৰ ব্যবস্থা সোনকালে ফলপ্ৰসূ হোৱাকৈ হাতত লোৱা হব। এই ক্ষেত্ৰত স্থানীয় সংস্থা সমূহ, স্বেচ্ছাসেৱক অনুষ্ঠান আৰু ব্যক্তি সকলক সম্পূৰ্ণৰূপে জড়িত কৰা হব। N R E P আৰু R.L E.G.P আঁচনিৰ সহায়ত্ বিদ্যালয়ৰ ঘৰবোৰ নিৰ্মাণৰ ব্যৱস্থা হাতত লোৱা হব।

## অনানুষ্ঠানিক শিক্ষা (Non Formal Education)

অনানুষ্ঠানিক শিক্ষাৰ পদ্ধতিগত কাৰ্য্যসূচী হাতত লোৱা হব। এই কাৰ্য্যসূচীৰ মাধ্যমেৰে বিদ্যালয় নোহোৱা বাসস্থান সমূহৰ শিশু, কৰ্মৰত ল'ৰা আৰু ছোৱালী, যিবিলাকে সম্পূৰ্ণ দিনটো স্কুলত কটাব নোৱাৰে তেওঁলোকক সহায় কৰা হব। অনানুষ্ঠানিক শিক্ষাৰ কেন্দ্ৰ সমূহক আধুনিক প্ৰযুক্তিবিদ্যাৰ আহিলা প্ৰয়োগৰ সুবিধা দিয়া হব। এই কেন্দ্ৰ সমূহত সেৱা আগবঢ়োৱাৰ বাবে স্থানীয় সমাজৰ পৰা উচ্চ বুদ্ধি সম্পন্ন পুৰুষ মহিলা নিয়োগ কৰা হব। তেওঁলোকৰ বাবে উপযুক্ত প্ৰশিক্ষণৰ ব্যৱস্থাও কৰা হব আৰু প্ৰয়োজন সাপেক্ষে আনুষ্ঠানিক দিশলৈ নিয়া হব। এনে ধৰণৰ কেন্দ্ৰবোৰৰ বাবে স্থানীয়.পৰিবেশৰ উপযোগীকৈ পাঠ্যক্ৰম জাতীয় ভিত্তিত প্ৰস্তুত কৰা হব। সকলো শিক্ষাৰ্থীৰ বাবে উচ্চ পৰ্য্যায়ৰ শিক্ষণৰ আহিলা বিনামূলীয়াকৈ দিয়া হব। এই আঁচনি মতে শিক্ষণ পৰিবেশত অংশগ্ৰহণ, খেলাধুলা, ভ্ৰমণ কাৰ্য্যসূচী, সাংস্কৃতিক কাৰ্য্যসূচী আদিৰ ব্যৱস্থা কৰা হব। অনানুষ্ঠানিক শিক্ষাৰ কেন্দ্ৰ সমূহক চলোৱাৰ বাবে স্বেচ্ছাসেৱী অনুষ্ঠান আৰু পঞ্চায়তী ৰাজ অনুষ্ঠান সমূহৰ ওপৰত দায়িত্ব অৰ্পণ কৰা হব। এই অনুষ্ঠান সমূহলৈ সময় মতে আৰ্থিক সাহায্য দিয়া হব। চৰকাৰে এই ক্ষেত্ৰত সম্পূৰ্ণ দায়িত্ব বহন কৰিব।

এক সিদ্ধান্ত অনুসাৰে ৰাষ্ট্ৰীয় শিক্ষানীতিয়ে বিদ্যালয়ৰ পৰা (Dropout) হোৱা ল'ৰা ছোৱালীৰ সমস্যা সমাধানৰ বাবে বিশেষ প্ৰাধান্যতা দিয়াৰ কথা কৈছে। একেবাৰে আৰম্ভণিৰপৰা সমাধানৰ প্ৰচেষ্টা চলায় ফলপ্ৰসূ কৰাৰ ব্যৱস্থা কৰিব লাগিব। ১৯৯০ চনলৈ ১১ বছৰ হোৱা ল'ৰা ছোৱালীক পাঁচবছৰীয়া বিদ্যালয়ত

শিক্ষা দিয়া বা সমপৰ্য্যায়ৰ অনানুষ্ঠানিক শিক্ষাৰ ব্যৱস্থা কৰা হ'ব। সেইদৰেই ১৯৯৫ চনৰ ভিতৰত ১৪ বছৰ বয়সলৈ সকলো ল'ৰা ছোৱালীক বাধ্যতামূলক মুক্ত শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হ'ব।

## মাধ্যমিক শিক্ষা (Secondary Education)

মাধ্যমিক শিক্ষাই ল'ৰা-ছোৱালীক বিকশিত হ'বলৈ সুবিধা প্ৰদান কৰে। এই ক্ষেত্ৰত বিজ্ঞান, কলা আৰু সমাজবিজ্ঞানে বিভিন্ন ধৰণৰ ভূমিকা গ্ৰহণ কৰে। এই সময়ছোৱাত ইতিহাস আৰু জাতীয় বিকাশ, সাংবিধানিক কৰ্ত্তব্য আৰু নাগৰিক সকলৰ অধিকাৰ আদিৰ বিষয়ে শিক্ষা দিব পাৰি। পাঠ্যক্ৰমৰ মাধ্যমেৰে মানবতাবোধ, মিশ্ৰ সংস্কৃতি আদিৰ জ্ঞানো দিয়াৰ ব্যৱস্থা কৰা হ'ব। বিশেষ অনুষ্ঠান সমূহৰ মাধ্যমেৰে শিক্ষা ব্যৱস্থাক বৃত্তিমুখী কৰি তোলা হ'ব আৰু মানব শক্তিৰ বিকাশৰ লগতে অৰ্থনৈতিক বিকাশৰ ওপৰত গুৰুত্ব দিয়া হ'ব। সময় সাপেক্ষে দেশৰ বিভিন্ন স্থানত 'নবোদয় বিদ্যালয়' স্থাপনৰ ব্যৱস্থা কৰা হ'ব। এই বিদ্যালয়ৰ মাধ্যমেৰে নিম্ন স্তৰৰ ল'ৰা ছোৱালীবোৰক উন্নত স্তৰৰ শিক্ষা প্ৰদান কৰা হ'ব। বিদ্যালয় বিকাশ আঁচনিক কাৰ্য্যকৰী কৰাৰ কাৰণে ৰাষ্ট্ৰীয় ভিত্তিক ধাৰণা লোৱা হ'ব। নবোদয় বিদ্যালয় সমূহ আবাসিক আৰু বিনামূলীয়া শিক্ষাৰ অনুষ্ঠান হ'ব।

## বৃত্তিমুখী শিক্ষা (Vocational Education)

শিক্ষা পুনৰগঠন আঁচনিত পদ্ধতিগতভাবে সুপৰিকল্পিত বৃত্তিমূলক শিক্ষাৰ ব্যৱস্থা কৰাৰ কথা কোৱা হৈছে। এই শিক্ষা প্ৰয়োগৰ অৰ্থ হ'ল আত্মনিয়োগৰ ব্যৱস্থা কৰাৰ লগতে চাহিদা আৰু দক্ষ মানব শক্তিৰ মাজত থকা অপসমাযোজন নোহোৱা কৰা। ইয়াৰ উপৰিও যিবিলাকে কোনোধৰণৰ আগ্ৰহ আৰু উদ্দেশ্য নোহোৱাকৈ উচ্চশিক্ষা লাভ কৰিবলৈ বিচাৰে তেওঁলোকক অন্য উপায় দিয়াৰ ব্যৱস্থা কৰা।

বৃত্তিমুখী শিক্ষা এটা নিৰ্দিষ্ট শাখা হিচাপে পৰিগণিত হ'ব আৰু শিক্ষাৰ্থী সকলক নিৰ্দিষ্ট পেচাৰ বাবে প্ৰস্তুত কৰি তোলা হ'ব। এই শিক্ষা মাধ্যমিক স্তৰৰ পিচত দিয়া হ'ব যদিও ইয়াৰ কিছু শিথিলতা থাকিব আৰু অষ্টম শ্ৰেণীৰ পৰা এই শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হ'ব। ইয়াৰ বাবে উদ্যোগীক প্ৰশিক্ষণ কেন্দ্ৰবোৰত বিভিন্ন ধৰণৰ সুবিধা থাকিব। স্বাস্থ্য পৰিকল্পনা আৰু স্বাস্থ্যসেৱা ব্যৱস্থাপনা কৰি স্বাস্থ্য জড়িত বৃত্তিৰ বিষয় শিক্ষাত সন্নিবিষ্ট কৰি বৃত্তিৰ উপযোগী কৰি তোলা হ'ব। এই শিক্ষা +২ স্তৰৰ উচ্চতৰ মাধ্যমিক শিক্ষাত প্ৰয়োগ কৰা হ'ব।

বৃত্তিমুখী শিক্ষা অনুষ্ঠান সমূহ স্থাপন কৰাৰ দায়িত্ব চৰকাৰৰ ওপৰত থাকিব। সেইদৰেই ৰাজহুৱা আৰু ব্যক্তি মালিকানা নিয়োগকাৰী সকলৰ ওপৰতো দায়িত্ব থাকিব। চৰকাৰে মহিলাসকলৰ প্ৰয়োজন পূৰণৰ কাৰণে ব্যৱস্থা হাতত লব লগতে গ্ৰাম্যাঞ্চলৰ শিক্ষাৰ্থী, জনজাতীয় শিক্ষাৰ্থী আৰু অৱহেলিত শ্ৰেণীৰ শিক্ষাৰ্থীসকলৰ বাবেও নজৰ ৰাখিব। বাধাগ্ৰস্ত শিশুসকলৰ বাবে উপযুক্ত আঁচনি আৰম্ভ কৰিব।

বৃত্তিমুখী শিক্ষাৰ স্নাতক সকলক প্ৰয়োজনীয় সুবিধা প্ৰদান কৰা হ'ব। সাধাৰণ

শিক্ষা, কাৰিকৰী শিক্ষা আৰু বৃত্তিমুখী শিক্ষাৰ বাবে সংযোগ পাঠ্যক্ৰমৰ ব্যৱস্থা কৰি শিক্ষাৰ জীৱন উন্নীত কৰা হব। নতুন শিক্ষিত, প্ৰাথমিক শিক্ষা সম্পূৰ্ণ কৰা যুৱক আৰু স্কুল এৰা শিক্ষাৰ্থীৰ বাবে, প্ৰয়োজনীয় অনানুষ্ঠানিক, পৰিবৰ্ত্তনশীল শিক্ষাৰ ব্যৱস্থা থাকিব। ইয়াৰ উপৰিও, কৰ্মত লিপ্ত হৈ থকা ব্যক্তি আৰু নিয়োগহীন অথবা আংশিক ভাবে নিয়োগ হোৱা ব্যক্তিৰ বাবেও সুবিধা থাকিব। মহিলা সকলৰ ক্ষেত্ৰত বিশেষ মনোযোগ দিয়া হব।

বিদ্যায়তনিক শাখাৰ উচ্চতৰ মাধ্যমিক পৰ্য্যায়ৰ পৰা হোৱা স্নাতক যুৱক সকলৰ বাবে 'তাৰতিয়াৰি' স্তৰৰ পাঠ্যক্ৰমৰ ব্যৱস্থা কৰা হব আৰু তেওঁলোকৰ বাবেও বৃত্তিমুখী শিক্ষাৰ প্ৰয়োজন হব। উচ্চতৰ মাধ্যমিক স্তৰৰ শতকৰা ১০ ভাগ শিক্ষাৰ্থীৰ বাবে ১৯৯০ চনৰ ভিতৰত আৰু শতকৰা ২৫ ভাগৰ বাবে ১৯৯৫ চনৰ ভিতৰত বৃত্তিমুখী শিক্ষাৰ ব্যৱস্থা কৰা হব। বৃত্তিমুখী শিক্ষা লাভ কৰা সকলে যাতে নিয়োগ অথবা আত্মনিয়োগ হব পাৰে তাঁলৈ লক্ষ্য ৰখা হব। চৰকাৰেও নিয়োগ নীতিৰ পুনৰ নিৰীক্ষণ কৰি এই ক্ষেত্ৰত উদগণি যোগাব।

**উচ্চ শিক্ষা (Higher Education)**

উচ্চশিক্ষাই মানবতাৰ সন্মুখীন হবপৰাকৈ ব্যক্তিসকলক সজাই -পৰাই তোলে। ব্যক্তিসকলে এই শিক্ষালাভ কৰি জটিল সামাজিক অৰ্থনৈতিক, সাংস্কৃতিক, নৈতিক আৰু আধ্যাত্মিক দিশবোৰৰ সন্মুখীন হবলৈ সক্ষম হয়। উচ্চশিক্ষাৰ সহায়ত জাতিৰ বিকাশ সম্ভৱ হৈ উঠে। উচ্চশিক্ষা হ'ল শিক্ষাৰ চুড়াৰকোষ, ইয়াৰ সহায়ত শিক্ষা ব্যৱস্থাৰ বাবে শিক্ষক প্ৰস্তুত কৰা হয়। উচ্চ শিক্ষাৰ সহায়ত জ্ঞানৰ বিস্ফোৰণ হয়।

ভাৰতবৰ্ষত এতিয়ালৈ ১৫০ খন বিশ্ববিদ্যালয় আৰু ৫০০০ খন মহাবিদ্যালয় স্থাপন হৈছে। এই অনুষ্ঠান সমূহৰ বিকাশ সাধন কৰা প্ৰয়োজন হব। উচ্চ শিক্ষা নিম্ন পৰ্য্যায়লৈ নোযোৱাৰ ব্যৱস্থা লোৱা হব। উচ্চ শিক্ষাৰ উন্নতি সধাৰ অৰ্থে অন্তৰ্ভূক্তিকৰণ আৰু স্বায়ত্ব শাসিত মহাবিদ্যালয় সমূহে অৰিহণা যোগাব। সমাজৰ চাহিদা অনুযায়ী পাঠ্যক্ৰম আৰু কাৰ্য্যসূচীৰ পুনৰ নিৰীক্ষণ হব। শিক্ষাৰ্থীসকলৰ বাবে ।বিষয়ৰ শিথিলতা থাকিব।

উচ্চশিক্ষাৰ পৰিষদে উচ্চশিক্ষাৰ ক্ষেত্ৰত ৰাজ্যিক পৰ্য্যায়ৰ পৰিকল্পনা আৰু সমন্বয় গঢ়ি তুলিব। মানদণ্ড উন্নয়নৰ কাৰণে বিশ্ববিদ্যালয় অনুদান আয়োগ আৰু এই পৰিষদ সমূহৰ সমন্বয় বিকাশ হব লাগিব। শিক্ষাদান পদ্ধতিৰ উন্নতি কৰি শ্ৰৱণ দৰ্শন আহিলা আৰু বৈদ্যুতিক আহিলাৰ প্ৰয়োগ সফল কৰি তোলা হব। বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ বিকাশৰ পাঠ্যক্ৰম আৰু আচবাব, গৱেষণা আৰু শিক্ষকৰ শিক্ষাৰ ওপৰত মনোযোগ দিয়া হব।

উচ্চশিক্ষাৰ বিকাশ সাধন কৰা হব আৰু ভিন ভিন দিশৰ অধ্যয়নৰ লগতে গৱেষণাৰ ব্যৱস্থা কৰা হব। ভাৰতীয় তত্ব, কলা আৰু সমাজ বিজ্ঞানৰ গৱেষণাক

অগ্ৰাধিকাৰ দিয়া হ'ব । শিক্ষানীতিৰ প্ৰয়োজন ভিত্তিত আন্তঃবিষয়ৰ গৱেষণাৰ ব্যৱস্থা কৰা হ'ব, ভাৰতবৰ্ষৰ অতীত জ্ঞানৰ ভাণ্ডাৰৰ সত্যতা নিৰূপণ কৰাৰ ব্যৱস্থা কৰা হ'ব । এটা জাতীয় গোটৰ মাধ্যমত সাধাৰণভাবে উচ্চশিক্ষা, কৃষিশিক্ষা, চিকিৎসা বিজ্ঞান, কাৰিকৰী, আইন আৰু আন বৃত্তিমুখী শিক্ষাৰ ক্ষেত্ৰ প্ৰতিস্থা কৰাৰ ব্যৱস্থা কৰা হ'ব ।

**মুক্ত বিশ্ববিদ্যালয় আৰু দূৰত্ব শিক্ষা (Open University and Distance learning)**

গণতান্ত্ৰিক শিক্ষাৰ বিকাশ আৰু উচ্চশিক্ষাৰ বিকাশ সাধনৰ কাৰণে মুক্ত বিশ্ববিদ্যালয় স্থাপন কৰা হ'ব । ইতিমধ্যে স্থাপন কৰা 'ইন্দিৰাগান্ধী মুক্ত বিশ্ববিদ্যালয়'ৰ পৰিসৰ বৃদ্ধি কৰা হ'ব । গ্ৰাম্য বিশ্ববিদ্যালয় স্থাপন কৰা হ'ব ।

**উপাধিক নিয়োগৰপৰা বিচ্ছিন্ন (Delinking Degree from Jobs)**

কিছুমান নিৰ্বাচিত অঞ্চলত উপাধিক নিয়োগৰপৰা বিচ্ছিন্ন কৰাৰ আৰম্ভণি কৰা হ'ব । এই প্ৰস্তাবটো কিছুমান ক্ষেত্ৰত প্ৰয়োগ কৰিব পৰা নাযাব যেনে অভিযান্ত্ৰিক শিক্ষা, চিকিৎসা বিজ্ঞান, আইন, শিক্ষকতা আদি বৃত্তিত । সেইদৰেই কলা, সমাজবিজ্ঞান, বিজ্ঞান আদি কিছুমান দিশৰ বিদ্যায়তনিক উপাধিৰ ক্ষেত্ৰত নিয়োগৰ সুবিধা থাকিব ।

বিচ্ছিন্ন অৱস্থাত কিছুমান সেৱাৰ ক্ষেত্ৰত প্ৰয়োগ হ'ব যিবোৰত বিশ্ববিদ্যালয় উপাধিৰ প্ৰয়োজন নহয় । উপাধিৰ প্ৰয়োজন নোহোৱা কৰ্মক্ষেত্ৰত দক্ষ আৰু অৰ্হতাসম্পন্ন ব্যক্তিকহে নিয়োগৰ সুবিধা দিয়া হ'ব । এই ক্ষেত্ৰত সহায় হোৱাকৈ 'জাতীয় অভীক্ষা সেৱা' নামৰ গোট এটা স্থাপন কৰা হ'ব । এই গোটৰ মাধ্যমত ক্ষেত্ৰ অনুযায়ী দক্ষ ব্যক্তি নিৰ্বাচন কৰি লোৱা হ'ব আৰু এই পদ্ধতি নীতিগত হ'ব ।

**গ্ৰাম্য বিশ্ববিদ্যালয় (Rural University)**

গ্ৰাম্য বিশ্ববিদ্যালয়ৰ নতুন ধাৰণাটো মহাত্মাগান্ধীৰ বৈপ্লৱিক আদৰ্শৰ মাধ্যমতহে বিকশিত কৰা হ'ব । গ্ৰাম্যাঞ্চলৰ শিক্ষা একেবাৰে অন্তৰৰ পৰা বিকশিত কৰাৰ প্ৰচেষ্টা কৰা হ'ব আৰু সুক্ষ্ম পৰিকল্পনা হাতত লোৱা হ'ব । মহাত্মাগান্ধীৰ বুনিয়াদী শিক্ষাৰ কাৰ্য্যসূচী আৰু আঁচনিসমূহ সমৰ্থিত হ'ব ।

**কাৰিকৰী আৰু ব্যৱস্থাপনা শিক্ষা (Technical and Management Education)**

কাৰিকৰী আৰু ব্যৱস্থাপনা শিক্ষাৰ ধাৰা যদিও দুটা বিপৰীত ধাৰণা ইয়াৰ মাজত পৰস্পৰ সম্বন্ধ আছে । কাৰিকৰী শিক্ষা আৰু ব্যৱস্থাপনা শিক্ষা ব্যৱস্থাৰ পুনৰগঠন কৰা হ'ব লগতে অৰ্থনৈতিক, সামাজিক পৰিবেশ, উৎপাদন আৰু পৰিচালন প্ৰক্ৰিয়া আদিৰ বিকাশ সাধন কৰিব লাগিব । সেৱা ক্ষেত্ৰবোৰৰ উন্নতি সাধনৰ

ব্যৱস্থা কৰি প্ৰযুক্তিৰ দিশবোৰৰ উন্নতি সাধিব লাগিব। এই ক্ষেত্ৰত চৰকাৰৰ সহযোগিতা প্ৰয়োজন হ'ব। মানব শক্তিৰ দিশত জানিবলৈ হ'লে অৱস্থাৰ উন্নতি সাধন কৰিব লাগিব। এই উদ্দেশ্যৰে স্থাপন কৰা 'কাৰিকৰী মানৱশক্তি সংবাদ ব্যৱস্থা' (Technical man Power information System) ক অধিক শক্তিশালী আৰু বিকশিত কৰিব লাগিব। অবিচ্ছিন্ন শিক্ষা ব্যৱস্থাক প্ৰযুক্তিগত ভাবে উন্নীত কৰা হ'ব। আধুনিক আহিলা হিচাবে কম্পিউটাৰৰ অতি প্ৰয়োজন। বৃত্তিমুখী শিক্ষাৰ এটা অংশ হিচাবে কম্পিউটাৰৰ ব্যৱহাৰ প্ৰশিক্ষণ বিস্তৃত ভাবে বিদ্যালয় পৰ্য্যয়ৰ পৰা দিয়াৰ ব্যৱস্থা কৰা হ'ব। বৰ্ত্তমান শিক্ষা ব্যৱস্থাত থকা নামভৰ্ত্তিকৰণৰ ব্যৱস্থাৰ লগতে দূৰত্ব শিক্ষণ প্ৰক্ৰিয়াৰ মাধ্যমত ব্যক্তিসকলক কাৰিকৰী আৰু ব্যৱস্থাপনা শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব লাগিব। এই ক্ষেত্ৰত উন্নতি সাধনৰ অৰ্থে 'নিৰ্দেশনা আৰু পৰামৰ্শ' সেৱা ব্যৱস্থা কৰি এটা শক্তিশালী পদক্ষেপ লব লাগিব। কাৰিকৰী শিক্ষাৰ উপচাৰিক আৰু অনৌপচাৰিক আঁচনি তথা কাৰ্য্যসূচী হাতত লব লাগিব আৰু এই কাৰ্য্যসূচীৰ সহায়ত মহিলা, সমাজৰ অৰ্থনৈতিক আৰু সামাজিক ভাবে দুৰ্বল অংশৰ লগতে শাৰীৰিক ভাবে অক্ষম সকলো যাতে উপকৃত হয় তালৈ লক্ষ্য ৰাখিব লাগিব। বৃত্তিমুখী শিক্ষাৰ ওপৰত গুৰুত্ব আৰোপ কৰিব লাগিব। ইয়াৰ বিকাশৰ বাবে গৰিষ্ঠ সংখ্যক শিক্ষক আৰু পেশাদাৰৰ প্ৰয়োজন হ'ব। শৈক্ষিক প্ৰযুক্তিবিদ্যা, পাঠ্যক্ৰমৰ বিকাশৰ আঁচনি আৰম্ভ কৰি চাহিদা পূৰণৰ ব্যৱস্থা কৰিব লাগিব। ইয়াৰ উপৰিও 'আত্মনিয়োগ' হোৱা ব্যৱস্থাটোক উদগণি দি শিক্ষাৰ্থীক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিব লাগিব। গ্ৰাম্যাঞ্চলত 'পলিটেকনিক' কিছুমান খুলি দুৰ্বল শ্ৰেণীৰলোকক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিব লাগিব।

**নবপ্ৰৱৰ্ত্তন গৱেষণা আৰু বিকাশ (Innovation, Research and Development)**

গৱেষণা হ'ল নবৰূপদান আৰু শৈক্ষিক প্ৰক্ৰিয়াসমূহৰ নবীকৰণ ব্যৱস্থা। ইয়াক সকলো উচ্চ কাৰিকৰী শিক্ষাৰ অনুষ্ঠানে হাতত লোৱা প্ৰয়োজন। বিকাশৰ বাবে হোৱা গৱেষণাই বৰ্তমান প্ৰযুক্তিবিদ্যাৰ বিকাশ, উৎপাদন বৃদ্ধি আৰু থলুৱা বিকাশত সহায় কৰিব। এই ক্ষেত্ৰত নিৰীক্ষণ আৰু পূৰ্ব্বাভাষ পোৱাৰ বাবে ফলপ্ৰসূ ব্যৱস্থা কৰিব লাগিব। বিভিন্ন পৰ্য্যায়ত, সহযোগ, সহযোগিতা আৰু জালিকৰ্মসুলভ সম্বন্ধ স্থাপন কৰিব লাগিব। নবপ্ৰৱৰ্ত্তন আৰু বিকাশৰ ধাৰণাক পদ্ধতিগত ভাবে উন্নীত কৰিব লাগিব।

**সকলো পৰ্য্যায়ত দক্ষতাৰ উন্নীতকৰণ আৰু ফলপ্ৰসূতা (Promoting efficiency and Effectiveness at all levels)**

কাৰিকৰী শিক্ষা আৰু ব্যৱস্থাপনা শিক্ষা সম্প্ৰসাৰিত কৰিবলৈ হ'লে কেইটিমান গুৰুত্বপূৰ্ণ পদক্ষেপ হাতত লোৱা প্ৰয়োজন। তেতিয়াহে ই অধিক ফলপ্ৰসূ হ'ব। পদক্ষেপবোৰ হ'ল—

১) আধুনিকত্বৰ ক্ষেত্ৰত গুৰুত্ব আৰোপ কৰিব লাগিব আৰু অপ্ৰচলিত ধাৰণাক আঁতৰাব লাগিব। কৰ্মৰ দক্ষতা বঢ়াবৰ বাবে আধুনিকতাক প্ৰয়োগ কৰা হব।

২) সমাজ আৰু উদ্যোগসমূহৰ সেৱা আগবঢ়োৱাৰ বাবে অনুষ্ঠান সমূহক উদগণি যোগোৱা হব যাতে সম্পদসমূহক ব্যৱহাৰ কৰি দক্ষতা প্ৰকাশ কৰিব পাৰে। তেওঁলোকক কম্পিউটাৰ, পুথিভঁৰাল, শিক্ষণ সম্পদ আদিৰ দৰে আহিলাৰ সুবিধা দিয়া হব।

৩) মহিলাসকলৰ বাবে আবাসিক সুবিধা দিয়া হব। খেলা ধূলা, সৃষ্টিশীল কৰ্ম আৰু সাংস্কৃতিক কাৰ্য্যসূচীৰ সম্প্ৰসাৰণ কৰা হব।

৪) কৰ্মচাৰী নিয়োগৰ ক্ষেত্ৰত অধিক ভাবে ফলপ্ৰসূ পদ্ধতি হাতত লোৱা হব। চাকৰিৰ অৱস্থা, নীতিনিয়ম আন আন সুবিধাজনক দিশসমূহৰ উন্নয়ণত গুৰুত্ব দিয়া হব।

৫) শিক্ষক সকলে বহু বিকল্প ভূমিকা পালন কৰিব লাগিব যেনে, শিক্ষণ, গৱেষণা, শিক্ষণ সম্পদ সমূহ আৰু আচবাব, সম্প্ৰসাৰণ আৰু অনুষ্ঠান পৰিচালনা ইত্যাদি। নিয়োগৰ মাজৰ প্ৰশিক্ষণৰ লগতে আন আন প্ৰশিক্ষণৰ ব্যৱস্থাও কৰা হব। ৰাজ্যসমূহত কৰ্মচাৰী বিকাশ কাৰ্য্যসূচী সুসংহত ভাবে হাতত লোৱা হব। ইয়াৰ সমন্বয় আঞ্চলিক আৰু ৰাষ্ট্ৰীয় পৰ্য্যায়ৰ লগত ৰখা হব।

৬) কাৰিকৰী আৰু ব্যৱস্থাপনা শিক্ষাৰ কাৰ্য্যসূচী সময়োপযোগী হোৱাৰ বাবে লক্ষ্য কৰা হব। উদ্যোগসমূহৰ প্ৰয়োজন পৰিকল্পনা কৰি প্ৰয়োগ ব্যৱস্থাৰ ওপৰত গুৰুত্ব দিয়া হব। কাৰিকৰী অথবা ব্যৱস্থাপনা শিক্ষাৰ অনুষ্ঠান আৰু উদ্যোগ সমূহৰ মাজত পৰস্পৰ বিনিময়ৰ ভাব গঢ়ি তুলিব লাগিব। ব্যক্তি বিনিময়, প্ৰশিক্ষণৰ সুবিধা আৰু সম্পদসমূহ, গবেষণা আৰু আলোচনা আৰু আন ক্ষেত্ৰৰ পাৰস্পৰিক আগ্ৰহৰ উন্নীতকৰণ কৰিব লাগিব।

৭) যিবিলাক অনুষ্ঠান আৰু ব্যক্তিয়ে উপযুক্ত তথা সুন্দৰভাবে কাৰ্য্যসমূহ সম্পাদন কৰে সেইবোৰক স্বীকৃতি দান আৰু পুৰস্কৃত কৰা হব। নিম্ন মানদণ্ডৰ অনুষ্ঠান সমূহক চকু দিয়া হব।

৮) নিৰ্বাচিত অনুষ্ঠানসমূহক বিদ্যায়াতনিক পুৰস্কাৰ দিয়াৰ লগতে প্ৰশাসন আৰু অৰ্থনৈতিক স্বতন্ত্ৰতা দিয়া হব।

৯) কাৰিকৰী শিক্ষা আৰু উদ্যোগ সমূহ আৰু এণ্ড, ডি সংগঠন সমূহ, গ্ৰাম্যসমাজ বিকাশ কাৰ্য্যসূচী আৰু আন আন শিক্ষাৰ খণ্ড সমূহৰ মাজত জালিকৰ্ম সুলভ ব্যৱস্থা হাতত লোৱা হব।

**ব্যৱস্থাপনা কৰ্মসমূহ আৰু পৰিবৰ্তন (Management functions and change)**

ব্যৱস্থাপনা ব্যৱস্থাৰ পৰিবৰ্তন অনাৰ ক্ষেত্ৰত শিক্ষাৰ্থীসকলৰ দক্ষতাৰ অতি

প্ৰয়োজন। তেতিয়াহে ই অধিক ফলপ্ৰসূ হৈ উঠিব। নিৰ্দিষ্ট পাঠৰ সুসংহত প্ৰকৃতিৰ ক্ষেত্ৰত মানব সম্পদ বিকাশ মন্ত্ৰণালয়ে অভিযান্ত্ৰিক, বৃত্তিমুখী আৰু পৰিচালন শিক্ষাৰ লগতে 'টেকনিচিয়ান' আৰু 'ক্ৰেফট্ মেন' প্ৰশিক্ষণৰ বিকাশ সাধনৰ সমন্বয় গঢ়ি তুলিব। কাৰিকৰী আৰু পৰিচালন শিক্ষাৰ অগ্ৰগতিৰ ক্ষেত্ৰত পেচামুখী সমাজবোৰে যাতে তেওঁলোকৰ নিজস্ব ভূমিকা সম্পাদন কৰিবলৈ সমৰ্থবান হয় সেই বিষয়েও উদগণি যোগোৱা হব। 'সৰ্বো ভাৰত কাৰিকৰী শিক্ষা পৰিষদক' (A.I.C.T.E) এটি শক্তিশালী গোট হিচাবে পৰিগণিত কৰা হব। সেই গোটটোৱে পৰিকল্পনা, নীতি আৰু মানদণ্ড নিৰ্ণয় নিৰ্বাচিত ক্ষেত্ৰত অৰ্থৰ সাহায্য, মূল্যায়ণ, প্ৰমাণ পত্ৰ আৰু পুৰস্কাৰ প্ৰদানৰ উপৰিও কাৰিকৰী শিক্ষা আৰু পৰিচালন শিক্ষাৰ সমন্বয় আৰু সুসংহত বিকাশত আগভাগ লব। মানদণ্ড নিৰ্ণয়ৰ আগ্ৰহেৰে কাৰিকৰী আৰু পৰিচালন শিক্ষাক ব্যৱসায়ীক কৰাৰ ক্ষেত্ৰত্ৰ কিছুমান বৈধ কাৰণৰ বাবে সংযত কৰা হব। নীতি আৰু উদ্দেশ্য গ্ৰহণযোগ্য কৰিবলৈ ব্যক্তিগত আৰু স্বেচ্ছামূলক প্ৰচেষ্টাৰে এনে শিক্ষাৰ বাবে এটা বিকল্প ব্যৱস্থা হাতত লোৱা হব।

### পদ্ধতিগত কৰ্ম সৃষ্টি কৰা (Making system work)

এটা বিসংগতি অৱস্থাত বিভিন্ন ধৰণৰ নতুন শিক্ষাৰ পাঠ সম্পাদন কৰিব নোৱাৰি। শিক্ষাক উপযুক্ত ভাবে পৰিচালনা কৰিবলৈ হলে বৌদ্ধিক ধাৰণা, উদ্দেশ্যৰ প্ৰতি সজাগতা, একেসময়তে নবপ্ৰবৰ্ত্তন আৰু সৃষ্টিধৰ্মীতাৰ বাবে স্বাধীনতা আদিৰ প্ৰয়োজন হব। ৰাষ্ট্ৰখনে এতিয়া সীমাহীন ভাবে শিক্ষা ব্যৱস্থা ন্যাসত স্থিতি লাভ কৰিছে। উপযুক্ত ফল বিচৰাৰ ক্ষমতা জনগণৰ আছে। প্ৰথম পাঠ হব ইয়াৰ কৰ্ম সৃষ্টি কৰা। সকলো শিক্ষকে পঢ়োৱা উচিত আৰু সকলো শিক্ষাৰ্থীয়ে অধ্যয়ন কৰা উচিত।

কৰ্মপদ্ধতি সৃষ্টি কৰাৰ বাবে পৰিচালন দক্ষতাৰ প্ৰয়োজন। শিক্ষকে বৃহৎ গণনাত্মক ধাৰণাৰে সুন্দৰভাবে অংশগ্ৰহণ কৰিব লাগিব। উন্নত শিক্ষাৰ্থী সেৱা ব্যৱস্থা আৰু আচৰণৰ গ্ৰহণযোগ্য নীতি পৰ্য্যবেক্ষণ হোৱা দৰ্কাৰ। ইয়াৰ লগতে অনুষ্ঠান সমূহক প্ৰয়োজনীয় উন্নত সুবিধা প্ৰদানৰ ব্যৱস্থা আৰু ৰাষ্ট্ৰীয় আৰু ৰাজ্যিক পৰ্য্যায়ত সম্পাদন ব্যৱস্থাৰ সৃষ্টি কৰিব লাগিব।

## বিষয়সূচী আৰু শিক্ষা প্ৰক্ৰিয়াৰ পুনৰীক্ষণ (Reorienting the content and process of Education)

### সাংস্কৃতিক দৃষ্টিপাত (The cultural perspective)

ঔপচাৰিক শিক্ষা ব্যৱস্থা আৰু ৰাষ্ট্ৰৰ ভিন্ন সাংস্কৃতিক পৰম্পৰা সমূহৰ মাজত সংযোগ স্থাপন হোৱা প্ৰয়োজন। আধুনিক প্ৰযুক্তিবিদ্যাই নতুন গোষ্ঠীক ভাৰতীয় ইতিহাস আৰু সাংস্কৃতিক ধাৰণাৰ পৰা পৃথক কৰিব নোৱাৰে। আমি আমাৰ অপধাৰণাবোৰ আঁতৰাব লাগিব। বিষয় সূচী আৰু পাঠ্যক্ৰম সাংস্কৃতিক দিশৰ সৈতে

সম্বন্ধ থকা হ'ব লাগিব । শিশুসকলক সৌন্দৰ্য্য, সমন্বয় আৰু পৰিবৰ্তনৰ অনুভূতিৰ দ্বাৰা বিকশিত হ'ব পৰাকৈ সমৰ্থবান কৰি তুলিব লাগিব । সমাজৰ সম্পদ সুলভ ব্যক্তিসকলক আমন্ত্ৰণ কৰি সংস্কৃতি সম্পন্ন শিক্ষাৰ বাবে অৱদান আগবঢ়োৱাত মনোযোগ দিব লাগিব । এনে অৱস্থাত উপনীত হোৱাৰ বাবে পুৰণা শিক্ষক সকলৰ দ্বাৰা দিয়া শিক্ষাক সমৰ্থন আৰু স্বীকৃতি প্ৰদান কৰিব লাগিব । বিশ্ববিদ্যালয় আৰু উচ্চশিক্ষাৰ আন আন অনুষ্ঠানৰ মাজত সুসম্বন্ধ স্থাপন হ'ব লাগিব । বিশেষকৈ প্ৰত্নতত্ব আৰু প্ৰাচ্যতত্ব অধ্যয়নৰ অনুষ্ঠানসমূহ সামৰি লোৱা হ'ব । ইয়াৰ উপৰিও প্ৰয়োজনীয় মনোযোগ দিয়া হয় সুকুমাৰ কলা, মিউজিঅ'লজি, লোকসংস্কৃতি আদিৰ দৰে বিষয়ৰ অধ্যয়নৰ ওপৰত । এই বিষয়বোৰৰ শিক্ষাদান, প্ৰশিক্ষণ আৰু গৱেষণা আদি শক্তিশালী কৰা হ'ব ।

## মূল্যবোধ শিক্ষা (Value Education)

সমাজত ক্ৰমশঃ মানবীয় মূল্যবোধৰ স্খলন হোৱা পৰিলক্ষিত হৈছে আৰু জনমানসত আস্থাহীনতাৰ মনোভাব গটি উঠা দেখা গৈছে । উপযুক্তভাবে পুনৰবিন্যাস কৰি প্ৰস্তুত কৰা এখন পাঠ্যক্ৰমৰ সহায়ত শিক্ষাৰ্থীসকলৰ নৈতিক, সামাজিক প্ৰমূল্যসমূহৰ বিকাশ সাধন কৰিব লাগে । শিক্ষা ব্যৱস্থাৰ মাধ্যমেৰে শিক্ষাৰ্থীসকলৰ মনত ঐক্য সংহতি আৰু সাৰ্বজনীন তথা শ্বাশ্বত মূল্যবোধৰ বিকাশ সাধন কৰিব লাগিব । এনেধৰণৰ মূল্যবোধ শিক্ষাই ধৰ্মান্ধতা, হিংসা, কুসংস্কাৰ অন্ধবিশ্বাস আৰু অদৃষ্টবাদ আদি নিৰ্মূল কৰাত সহায় কৰিব লাগিব । শিক্ষাৰ্থীসকলৰ ব্যক্তিত্বত সততা, সত্যনিষ্ঠা, সৎসাহস, আত্মবিশ্বাস সহনশীলতা, দয়া, ক্ষমা, ন্যায়বিচাৰ আদি সাৰ্ব্বজনীন প্ৰমূল্যৰ বিকাশ সাধন কৰিব পাৰে একমাত্ৰ শিক্ষাই । এইবোৰৰ বিকাশ সাধন হ'লেহে শিক্ষাৰ্থীসকল এখন সুস্থ সমাজৰ প্ৰকৃত নাগৰিকৰূপে গঢ় লৈ উঠিব ।

## ভাষাসমূহ (Languages)

১৯৬৮ চনৰ শিক্ষানীতিয়ে ভাষাবিকাশৰ পৰীক্ষাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল । আজি আৰু আগৰদৰে প্ৰয়োজনীয় ব্যৱস্থা সমূহৰ উন্নতি কোনোমতেহে কৰিব পৰা যাব । ১৯৬৮ চনৰ শিক্ষানীতিৰ এই অংশটো প্ৰয়োগ কৰাৰ বৰ্তমানে থল আছে । উদ্দেশ্যমূলক ভাবে এই নীতি প্ৰয়োগ কৰাৰ বাবে শক্তিশালী পদক্ষেপ লোৱা হ'ব ।

## গ্ৰন্থসমূহ আৰু পুথিভঁৰাল (Books and Libraries)

জনসমাজৰ শিক্ষাৰবাবে কম দামৰ গ্ৰন্থৰ সহজলভ্যতা অপৰিহাৰ্য্য । শিক্ষা আৰু খেল ধেমালি সহজে যাতে পায় তাৰ প্ৰতি সজাগ হোৱা দৰ্কাৰ । বিদ্যালয় উন্নয়ন আঁচনিত খেলপথাৰ, আচবাব, শাৰীৰিক শিক্ষাৰ শিক্ষক আৰু প্ৰশিক্ষক আদি অন্তৰ্ভূক্ত হৈছে । চহৰ অঞ্চলত মুক্ত স্থান খেল পথাৰৰ বাবে সংৰক্ষণ কৰা হয়, প্ৰয়োজন হ'লে ইয়াৰ বাবে আইন প্ৰণয়ন কৰা হয় । খেল ধেমালিৰ কাৰ্য্যসূচী আৰু খেল ভিত্তিক অধ্যয়ন কৰিবলৈ হ'লে ক্ৰীড়াৰ অনুষ্ঠান স্থাপন কৰি ছাত্ৰাবাসৰ

সুবিধা প্ৰদান কৰিব লাগিব । খেল ধেমালিৰ প্ৰতি প্ৰৱণতা থকা শিক্ষাৰ্থীসকলক এই ক্ষেত্ৰত উৎসাহ প্ৰদান কৰা হব । থলুৱা পৰম্পৰাগত খেল সমূহৰ উন্নতি সাধনৰ ওপৰত গুৰুত্ব দিয়া হব । শৰীৰ আৰু মনৰ সুসংহত বিকাশ কৰাৰ বাবে 'যোগাসন' শিক্ষাৰ বিশেষ মনোযোগ দিয়া হব । এই শিক্ষা যাতে সকলো শিক্ষাৰ্থীয়ে পায় তাৰ বাবে শিক্ষক সকলক প্ৰশিক্ষণ প্ৰাপ্ত কৰি বিদ্যালয়বোৰত প্ৰৱৰ্তন কৰা হব ।

## যুৱক সকলৰ ভূমিকা (Role of Youth)

শিক্ষানুষ্ঠান আৰু আন আন ক্ষেত্ৰৰ মাধ্যমত যুবক সকল যাতে ৰাষ্ট্ৰীয় আৰু সামাজিক বিকাশত জড়িত হৈ পৰে তাৰ সুবিধা দিয়া হব । বৰ্তমান শিক্ষানুষ্ঠান সমূহত থকা যিকোনো এটা আঁচনিত যুৱক সকলে অংশ গ্ৰহণ কৰিব লাগিব । আঁচনি সমূহ হ'ল ৰাষ্ট্ৰীয় সেৱা আঁচনি (N.S.S) আৰু জাতীয় শিক্ষাৰ্থী বাহিনী (N C C.) । বাহিৰতো যুৱক সকলক সংস্কাৰ আৰু সম্প্ৰসাৰণৰ আঁচনিত অংশগ্ৰহণ কৰাৰ সুবিধা দিয়া হব । ৰাষ্ট্ৰীয় স্বেচ্ছাসেৱক সেৱা আঁচনি (N.S V.S) শক্তিশালী কৰা হব ।

## মূল্যায়ন প্ৰক্ৰিয়া আৰু পৰীক্ষা সংস্কাৰ

শিক্ষণ আৰু শিক্ষাদান প্ৰক্ৰিয়াৰ মূল্যায়ন সম্পাদন কৰাটো এটা অবিচ্ছেদ্য অংগ স্বৰূপ । উচিত মূল্যায়ণ পদ্ধতিৰ বিকাশ সাধন আৰু প্ৰচলিত পৰীক্ষা ব্যৱস্থাৰ সংস্কাৰ সাধন কৰাৰ ব্যৱস্থা কৰা হব, তেতিয়াহে শিক্ষাৰ গুণগত বিকাশ সম্ভৱ হব । শিক্ষাৰ্থীসকলে নিজে নিজৰ পাৰদৰ্শিতাৰ অগ্ৰগতি নিৰূপণ কৰিব পৰা ক্ষমতাৰ বিকাশ সাধন কৰাৰ ব্যৱস্থা থাকিব লাগে ।

মূল্যায়ন প্ৰক্ৰিয়াৰ উন্নতি সাধন আৰু পৰীক্ষা সংস্কাৰ কৰিবলৈ হলে কেইটিমান কথাৰ ওপৰত গুৰুত্ব আৰোপ কৰিব লাগিব । বিষয়াত্মক আৰু সুযোগৰ উপাদান সমূহ বাদ দিয়াৰ লগতে মুখস্থ পদ্ধতিৰ ওপৰত গুৰুত্বহীনতা দেখুৱাব লাগিব । অবিৰত আৰু সহজ মূল্যায়ন শিক্ষাৰ পাণ্ডিত্যপূৰ্ণ আৰু অপাণ্ডিত্যপূৰ্ণ দিশৰ প্ৰয়োগ কৰাৰ লগতে শিক্ষক, শিক্ষাৰ্থী আৰু অভিভাৱকে মূল্যায়ন প্ৰক্ৰিয়াৰ ফলপ্ৰসূ ব্যৱহাৰ হোৱাৰ ওপৰত গুৰুত্ব দিব লাগিব । পৰীক্ষা নিয়ন্ত্ৰণ ব্যৱস্থাৰ বিকাশ সাধন কৰিব লাগিব । শৈক্ষিক আচৰাব আৰু পদ্ধতিৰ পৰিবৰ্তন সাধন কৰিব লাগিব । মাধ্যমিক পৰ্য্যায়ৰপৰা 'চেমিষ্টাৰ' পদ্ধতিৰ প্ৰয়োগ কৰিব লাগিব আৰু নম্বৰৰ ঠাইত ক্ৰমৰ (Grades) ব্যৱহাৰ কৰিব পৰা যাব ।

শিক্ষানুষ্ঠান সমূহৰ ভিতৰত বহিঃপৰীক্ষা আৰু মূল্যায়ন পদ্ধতিৰ বাবে ওপৰত উল্লেখ কৰা দিশবোৰৰ সহায়ত প্ৰয়োজনীয় বহিঃপৰীক্ষাৰ গুৰুত্ব কমাই আনুষ্ঠানিক পৰ্য্যায়ৰ মূল্যায়নৰ ওপৰত গুৰুত্ব আৰোপ কৰাৰ দৰ্কাৰ ।

## শিক্ষক (Teacher)

শিক্ষকৰ পদমৰ্যাদায় এখন সংস্কৃতি সম্পন্ন সমাজত উপযুক্ত ভাবে প্ৰতিফলন

ঘটায় । এইটো কোৱা দেখা যায় যে কোনো ব্যক্তিয়ে শিক্ষকৰ ওপৰত যাব নোৱাৰে । সমাজৰ প্ৰয়োজন সামৰ্থ আৰু আশা আকাংক্ষাৰ লগত সংগতি ৰাখি শৈক্ষিক উদ্ভাৱনৰ স্বাধীনতা আৰু যথোচিত যোগাযোগ পদ্ধতি আৰু ক্ৰিয়া কলাপ অবলম্বন কৰাৰ সুবিধা শিক্ষক সকলক দিয়া হব । ৰাষ্ট্ৰীয় শিক্ষানীতিত শিক্ষক সকলৰ মৰ্যাদা উন্নত কৰাৰ অৰ্থে আৰু লগতে শিক্ষকৰ বৃত্তিগত দায়বদ্ধতাৰ প্ৰতি সচেতন কৰাৰ বাবে বিভিন্ন ধৰণৰ পদক্ষেপ হাতত লোৱা হৈছে । তাৰ ভিতৰত শিক্ষক বাচনি প্ৰক্ৰিয়াৰ সংস্কাৰ সাধন, শিক্ষকৰ সংস্থান কৰ্ম পদ্ধতি আৰু সেৱা ব্যৱস্থাৰ উন্নয়ন, শিক্ষক সমাজৰ অসুবিধা সমূহ দূৰীকৰণৰ বাবে উপযুক্ত আৰু কাৰ্য্যকৰী প্ৰশাসনীয় ব্যৱস্থা গ্ৰহণ, শিক্ষা ব্যৱস্থাৰ পৰিকল্পনা আৰু ব্যৱস্থাকৰণৰ ক্ষেত্ৰত শিক্ষক সকলক জড়িত কৰণ, শিক্ষক সকলৰ বৃত্তিগত আচৰণবিধি প্ৰস্তুতকৰণ আৰু গৃহীত বিধিসমূহ পালন কৰি কৰ্ত্তব্য কৰাৰ ব্যৱস্থা গ্ৰহণ, শিক্ষক সকলৰ শৈক্ষিক ক্ৰিয়াকলাপত আৱশ্যকীয় স্বাধীনতা প্ৰদান কৰি উদ্ভাৱনৰ সুবিধা দিয়াৰ পৰিবেশ সৃষ্টি কৰা, আদিয়েই প্ৰধান ।

'শিক্ষকৰ সংস্থা' সমূহে বৃত্তিগত সংহতি উন্নতি সাধনৰ অৰ্থে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিব লাগিব আৰু শিক্ষকৰ মৰ্যাদা বৃদ্ধি কৰি বৃত্তিগত অপকৰ্মসমূহ যাতে সংযত হয় তাৰ প্ৰতি চকু ৰাখিব লাগিব । ৰাষ্ট্ৰীয় পৰ্য্যায়ৰ শিক্ষক সংস্থা সমূহে বৃত্তিগত নীতি প্ৰস্তুত কৰা উচিত আৰু সেই বিষয়ে পৰ্য্যবেক্ষণ কৰা দৰ্কাৰ ।

শিক্ষকৰ শিক্ষা এটা অবিৰত প্ৰক্ৰিয়া । শিক্ষকৰ শিক্ষাৰ ক্ষেত্ৰত প্ৰাক্-নিযুক্তিকালীন আৰু নিযুক্তিকালীন প্ৰশিক্ষণৰ বিষয়টো জুকিয়াই চাই উন্নত কৰাৰ ব্যৱস্থা কৰা হব । প্ৰাথমিক স্তৰৰ শিক্ষক তথা অনানুষ্ঠানিক আৰু বয়স্ক শিক্ষাকেন্দ্ৰ সমূহত কাম কৰি থকা ব্যক্তিসকলৰ বাবে প্ৰাক্ নিযুক্তিকালীন আৰু নিযুক্তিকালীন প্ৰশিক্ষণৰ ব্যৱস্থা কৰিব পৰাকৈ 'জিলা শিক্ষা আৰু প্ৰশিক্ষণ প্ৰতিষ্ঠান' (D.I.E.T) স্থাপন কৰা হব । নিম্ন মানদণ্ডৰ প্ৰশিক্ষণ প্ৰতিষ্ঠান সমূহৰ পৰ্য্যায়ক্ৰমে বিলোপ সাধন কৰা হব । মাধ্যমিক বিদ্যালয়ৰ শিক্ষক সকলৰ মানদণ্ড উন্নত কৰাৰ বাবে প্ৰশিক্ষণ মহাবিদ্যালয় সমূহৰ উন্নতি সাধন কৰা হব । 'ৰাষ্ট্ৰীয় শিক্ষক শিক্ষণ পৰিষদক' (N.C.T.E) এই স্তৰৰ শিক্ষক প্ৰশিক্ষণ প্ৰতিষ্ঠান সমূহক প্ৰশিক্ষণৰ পাঠ্যক্ৰম আৰু শিক্ষণ পদ্ধতি সম্পৰ্কত প্ৰয়োজনীয় পৰামৰ্শ আগবঢ়োৱাৰ বাবে দায়িত্ব অৰ্পণ কৰা হব । বিশ্ববিদ্যালয়ৰ শিক্ষাবিভাগৰ লগত শিক্ষক প্ৰশিক্ষণ প্ৰতিষ্ঠান সমূহৰ পাৰস্পৰিক সম্বন্ধ জালি সদৃশ কৰি তুলিব লাগিব ।

## শিক্ষাৰ পৰিচালনা (The Management of Education)

শিক্ষাৰ পৰিকল্পনা ব্যৱস্থা আৰু পৰিচালনাই এটি বিশেষ প্ৰাধান্যতা লাভ কৰিছে । মানব সম্পদৰ বিকাশ আৰু ৰাষ্ট্ৰৰ বিকাশৰ প্ৰয়োজনীয়তাত শিক্ষা প্ৰক্ৰিয়াটোৰ সুসম্পন্ন আৰু দক্ষ পৰিচালনা অতি গুৰুত্বপূৰ্ণ । এই ক্ষেত্ৰত কেইটিমান দিশ বিশেষভাবে উল্লেখযোগ্য । সেইবোৰ হল —

ক) মানৱ শক্তিৰ প্ৰয়োজন অনুসৰে বিকশিত কৰিবলৈ দীৰ্ঘকালীন পৰিকল্পনা আৰু পৰিচালনাৰ আঁচনি হাতত লব লাগে ।

খ) শিক্ষানুষ্ঠান বিলাকৰ ক্ষেত্ৰত স্বায়ত্ব শাসনৰ উদ্যম সৃষ্টি কৰি ক্ষমতাৰ বিকেন্দ্ৰীকৰণ কৰিব লাগে ।

গ) বেচৰকাৰী প্ৰতিষ্ঠান, স্বেচ্ছাসেৱী সংস্থা সমূহক কেন্দ্ৰ কৰি বিভিন্ন গোষ্ঠীৰ ব্যক্তিক জড়িত কৰাৰ ব্যৱস্থা কৰিব লাগে ।

ঘ) শিক্ষা পৰিচালনা আৰু পৰিকল্পনা ব্যৱস্থাত অধিক সংখ্যক মহিলা নিয়োগ কৰিব লাগে ।

ঙ) উদ্দেশ্য আৰু নীতি সমূহক কেন্দ্ৰ কৰি মূল্যায়নৰ ব্যৱস্থা কৰিব লাগে ।

**ৰাষ্ট্ৰীয় পৰ্য্যায়ত (National Level)**

ৰাষ্ট্ৰীয় পৰ্য্যায়ত 'কেন্দ্ৰীয় শিক্ষা উপদেষ্টা পৰিষদখনে' (C A.B.E) এটা গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিব । শিক্ষাৰ প্ৰয়োগ, উন্নতিকৰণৰ পুনৰ বিবেচনা, প্ৰয়োজনীয় পৰিবৰ্তন সাধন আদি এই পৰিষদে কৰিব । মানৱ সম্পদৰ বিকাশৰ বিভিন্ন ক্ষেত্ৰত উপযুক্ত সমিতি সমূহৰ সহযোগত এই পৰিষদে কাম কৰি যাব । বৃত্তিধাৰী সকলক জড়িত কৰি কেন্দ্ৰ আৰু ৰাজ্যসমূহৰ শিক্ষাবিভাগক শক্তিশালী কৰি তোলা হব ।

**ভাৰতীয় শিক্ষা সেৱা (Indian Education Service)**

সদৌ ভাৰত সেৱা আঁচনিৰ ভিত্তিত ভাৰতীয় শিক্ষা সেৱা স্থাপন কৰিব । এই গুৰুত্বপূৰ্ণ দিশটোত এই সেৱাই ৰাষ্ট্ৰীয় ধাৰাৰ সৃষ্টি কৰিব । ৰাজ্যিক চৰকাৰ সমূহৰ লগত আলোচনা কৰি এই সেৱাত নিয়োগৰ বাবে মূল নীতি কাম আৰু প্ৰক্ৰিয়া নিৰ্ণয় কৰা হব ।

**ৰাজ্যিক পৰ্য্যায়ত (State Level)**

ৰাজ্যিক চৰকাৰ সমূহে 'কেন্দ্ৰীয় শিক্ষা উপদেষ্টা পৰিষদৰ' আৰ্হিত 'ৰাজ্যিক শিক্ষা উপদেষ্টা পৰিষদ' (S.A.B.E) গঠন কৰিব । মানৱ সম্পদৰ বিকাশৰ লগত সংগতি ৰাখি এই পৰিষদে ফলপ্ৰসু পদক্ষেপ হাতত লব । শৈক্ষিক পৰিকল্পনাকাৰী, প্ৰশাসক আৰু শিক্ষানুষ্ঠানৰ মুৰব্বী সকলক প্ৰশিক্ষণ দিয়াৰ বাবে বিশেষ মনোযোগ দিয়া হব । এই উদ্দেশ্যেৰে আনুষ্ঠানিক প্ৰস্তুতিৰ পৰ্য্যায় স্থাপন কৰা উচিত ।

**জিলা আৰু স্থানীয় পৰ্য্যায়ত (District and Local Level)**

উচ্চতৰ মাধ্যমিক পৰ্য্যায়লৈ শিক্ষা পৰিচালনা কৰিবলৈ 'জিলা শিক্ষা পৰিষদ' (D.B.E) সৃষ্টি কৰা হব । এই ক্ষেত্ৰত ৰাজ্যিক চৰকাৰে মনোযোগ দিব । শিক্ষা বিকাশৰ বহু পৰ্য্যায়ৰ গাঠনি প্ৰস্তুত কৰাৰ বাবে কেন্দ্ৰীয়, ৰাজ্যিক, জিলা আৰু থলুৱা পৰ্য্যায়ৰ সংস্থা সমূহে পৰিকল্পনা মূল্যায়ন আৰু সহযোগিতাৰ ক্ষেত্ৰত অংশগ্ৰহণ কৰিব । শিক্ষানুষ্ঠান সমূহৰ মুৰব্বী সকলে বিশেষ ভূমিকা গ্ৰহণ কৰাৰ মনোভাব লব লাগিব । মুৰব্বীসকলক বিশেষভাবে নিৰ্ব্বাচন কৰি প্ৰশিক্ষণ দিব লাগিব ।

যৌগিক বিদ্যালয় প্ৰকল্প (School Complex) সমূহক উন্নীতকৰণ কৰিব লাগিব আৰু শিক্ষক সকলক বৃত্তিমুখীবাদী কৰি তুলিব লাগিব । সময়ত যৌগিক বিদ্যালয় গোট সমূহে পৰিদৰ্শনৰ দায়িত্ব লব পাৰিব ।

বিদ্যালয়সমূহৰ বিকাশ সাধন কাৰ্যসূচীৰ ক্ষেত্ৰত স্থানীয় সমাজে নিৰ্দিষ্ট সমিতিৰ মাধ্যমেৰে প্ৰধান ভূমিকা গ্ৰহণ কৰিব ।

বেচৰকাৰী আৰু স্বেচ্চাসেৱী প্ৰচেষ্টাক সমাজ কৰ্মীদলৰ সহিতে উৎসাহিত কৰা হব যাতে অৰ্থনৈতিক সাহায্য আৰু উপযুক্ত পৰিচালনা পায় । শিক্ষাক ব্যৱসায়ীক কৰাৰ প্ৰচেষ্টাৰে স্থাপন কৰা শিক্ষানুষ্ঠান সমূহক ৰোধ কৰাৰ বাবে পদক্ষেপ লোৱা হব ।

## সম্পদসমূহ আৰু পুনৰ বিবেচনা (Resources and Review)

১৯৬৪-৬৬ চনৰ জাতীয় শিক্ষা আয়োগ, ১৯৬৮ চনৰ ৰাষ্ট্ৰীয় শিক্ষানীতি আৰু ব্যৱহাৰিক ভাবে শিক্ষাৰ লগত জড়িত সকলোৱে গুৰুত্ব আৰোপ কৰি কৈছে যে ভাৰতীয় সমাজৰ বিকাশক লক্ষ্যপূৰ্ণ কৰিব পৰা যাব শিক্ষাৰ ক্ষেত্ৰত বিনিয়োগ ব্যৱস্থাৰ মাধ্যমতহে । ৰাষ্ট্ৰীয় প্ৰগতি আৰু প্ৰতিষ্ঠাৰ বাবে অথবা সাৰ্বজনীন সমাজ স্থাপন কৰিবৰ কাৰণে শিক্ষা ব্যৱস্থাই প্ৰশস্ত পথ ৰচনা কৰিব । শিক্ষাক মূলধন হিচাবে গ্ৰহণ কৰি সকলো দিশতে বিকাশ সাধনৰ ব্যৱস্থা কৰিব লাগে । ১৯৬৮ চনৰ ৰাষ্ট্ৰীয় শিক্ষানীতিত কোৱা হৈছে যে শিক্ষাৰ ক্ষেত্ৰত হোৱা বিনিয়োগ ক্ৰমাগত ভাবে বৃদ্ধি হৈ আছে আৰু যিমান সোনকালে পাৰি ৰাষ্ট্ৰীয় আয়ৰ শতকৰা ৬ শতাংশ শিক্ষাৰ ক্ষেত্ৰত খৰচ কৰা হব । অষ্টম পৰিকল্পনাৰ পৰা শিক্ষাৰ ক্ষেত্ৰত অধিক ব্যয় কৰা হব আৰু ৰাষ্ট্ৰীয় আয়ৰ ৬ শতাংশতকৈ অধিক খৰছ হব ।

### পুনৰ বিবেচনা (Review)

প্ৰত্যেক পাঁচ বছৰৰ মুৰে মুৰে নতুন শিক্ষানীতি প্ৰয়োগৰ ক্ষেত্ৰত পুনৰ বিবেচনা কৰিব লাগিব । কম সময়ৰ ভিতৰতে প্ৰয়োগৰ অগ্ৰগতিৰ বিষয়ে পৰ্য্যালোচনা কৰা হব আৰু সময়ে সময়ে কি ধাৰা লয় তাক পৰ্যবেক্ষণ কৰা হব ।

### ভবিষ্যত (Future)

ভাৰতবৰ্ষৰ ভবিষ্যত শিক্ষাৰ ধাৰা অতি জটিল হব । ভবিষ্যত ভাৰতীয় শিক্ষাৰ এখন প্ৰকৃত ছবি ডাঙি ধৰাটো সম্ভৱ নহব । তথাপি আমি বৌদ্ধিক আৰু আধ্যাত্মিক ভাবধাৰাৰে আমাৰ নিশ্চিত লক্ষ্যত উপনীত হব লাগিব । অহা শতিকাত আমাৰ দেশৰ জনসংখ্যা হব এক বিলিয়ন । আমাৰ দেশৰ প্ৰাথমিক শিক্ষা ব্যৱস্থাক শক্তিশালী কৰি তুলিব লাগিব । উচ্চস্তৰৰ শিক্ষা সম্প্ৰসাৰণ কৰিব পাৰিলেহে ৰাষ্ট্ৰৰ গৌৰৱৰ ধ্বজা উৰিব । এই ক্ষেত্ৰত ৰাষ্ট্ৰীয় ভিত্তিৰ প্ৰচেষ্টা প্ৰয়োজন হব । মানব সম্পদৰ বিকাশ কৰাৰ ক্ষেত্ৰত শিক্ষাই বহুমুখীয়া ভূমিকা গ্ৰহণ কৰিব ।

## সামৰণি (Conclusion)

আমি ৰাষ্ট্ৰীয় শিক্ষানীতিৰ সকলো দিশৰ বিষয়ে আলোচনা কৰি দেখিবলৈ পালো যে শিক্ষাৰ সকলো প্ৰচেষ্টা আৰু ক্ৰিয়া কলাপত স্থানীয় ৰাইজৰ আৰু সংস্থাসমূহক জড়িত কৰাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিছে। বিদ্যালয়ৰ শৈক্ষিক কাৰ্যক্ৰমক শিক্ষাৰ্থীৰ অভিভাৱক সকল তথা স্থানীয় ৰাইজ আৰু স্বেচ্ছাসেৱী অনুষ্ঠান সমূহক জড়িত কৰিলে বিদ্যালয় আৰু সমাজৰ সম্বন্ধ সুস্থ হব। এনে ধৰণৰ সহযোগিতামূলক সম্বন্ধই বিদ্যালয়ত উপস্থিতি বৃদ্ধি আৰু অপচয় ৰোধ কৰা কাৰ্য্যত সহায়ক হব। ৰাষ্ট্ৰীয় শিক্ষানীতিত শিক্ষাৰ ভূমিকা আৰু প্ৰয়োজনীয়তা, ৰাষ্ট্ৰীয় শিক্ষা পদ্ধতি, সমতাৰ বাবে শিক্ষা আৰু শিক্ষানুষ্ঠান সমূহৰ পুনৰ গঠন, কাৰিকৰী শিক্ষা আৰু ব্যৱস্থাপনা শিক্ষা, পদ্ধতিগত কৰ্ম সৃষ্টি কৰা, বিষয় সূচী আৰু শিক্ষা প্ৰক্ৰিয়াৰ পুনৰীক্ষণ, শিক্ষকৰ শিক্ষা, শিক্ষাৰ পৰিচালনা, সম্পদসমূহ আৰু পুনৰ বিবেচনাৰ বিষয়ে বিশেষভাবে উল্লেখ কৰিছে। এই সকলোবোৰৰ সফল প্ৰয়োগ হলেহে শিক্ষাৰ সহায়ত ৰাষ্ট্ৰৰ বিকাশ সম্ভৱ হৈ পৰিব। ৰাষ্ট্ৰীয় শিক্ষানীতিক বাস্তৱ ৰূপ দিয়াৰ বাবে এখন 'তাস্ক ফৰ্চ' গঠন কৰা হয়। তাস্ক ফৰ্চে এই মৰ্মে 'কৰ্ম আঁচনি' প্ৰস্তুত কৰি কাৰ্যকৰী ব্যৱস্থা হাতত লৈছে। এই কৰ্ম আঁচনিৰ সহায়ত 'অপাৰেচন ব্লেক ব'ৰ্ড', উমৈহতীয়া শিক্ষা গাঁঠনি, বিস্তৃত শিক্ষক প্ৰশিক্ষণ আঁচনি নৱোদয় বিদ্যালয়, অনানুষ্ঠানিক শিক্ষাৰ নতুন দিশ, উচ্চ শিক্ষা, গৱেষণা, স্বায়ত্ব শাসিত মহাবিদ্যালয়, কাৰিকৰী শিক্ষা, মূল্যবোধ শিক্ষা আদিৰ দিশত উপযুক্ত ব্যৱস্থা গ্ৰহণ কৰিছে।

ৰাষ্ট্ৰীয় শিক্ষানীতিক ভাৰতবৰ্ষৰ বিভিন্ন দিশত সমালোচনা কৰা দেখা যায়। এই শিক্ষানীতি সমালোচনা মুক্ত নহয়। বিশেষকৈ 'নৱোদয় বিদ্যালয়ক' অধিক ভাবে সমালোচনা কৰা দেখা যায়। বহু শিক্ষাবিদে এই শিক্ষানীতিক কোঠাৰী আয়োগৰ (১৯৬৪-৬৬) প্ৰভাব সমন্বিত শিক্ষা ব্যৱস্থা বুলি অভিহিত কৰিছে। আমি সদৌ শেষত কব পাৰো যে এই শিক্ষানীতি সমালোচনাৰ সন্মুখীন হলেও ইয়াৰ সফল প্ৰয়োগ হলে ভবিষ্যতে ভাৰতবৰ্ষই শিক্ষাৰ ক্ষেত্ৰত বিকাশ লাভ কৰিব।

### প্ৰশ্নাৱলী

১) ১৯৮৬ চনৰ ৰাষ্ট্ৰীয় শিক্ষানীতিৰ মূল দিশবোৰৰ বিষয়ে আলোচনা কৰা।

২) ৰাষ্ট্ৰীয় শিক্ষানীতি ১৯৮৬।

৩)১৯৮৬ চনৰ নতুন শিক্ষানীতি।

৪) নতুন শিক্ষানীতি (১৯৮৬) আৰু 'অপৰাচেন ব্লেক ব'ৰ্ড'।

### Exercise

1. Discuss the main principles of National Education policy 1986
2. National policy on Education 1986.
3. New Education policy 1986.
4. New Education policy (1986) and "Operation Black Board."

# দ্বাদশ অধ্যায়
## জনসংখ্যা বিস্ফোৰণ আৰু জনসংখ্যা শিক্ষা
## (Population Explosion and Population Education)

**প্ৰস্তাৱনা (Introduction)**

আধুনিক সমাজ ব্যৱস্থাত অভূতপূৰ্ব জন বিস্ফোৰণে নানা ধৰণৰ সমস্যাক হাতবাউল দি মাতি আনিছে। এই সমস্যাবাজিৰ সমাধানৰ পথ সুগম কৰাৰ মানসেৰে 'জনসংখ্যাশিক্ষা' নামৰ এটি ধাৰণা বৰ্ত্তমানৰ বিশ্বত গা কৰি উঠিছে। জনসংখ্যা শিক্ষা হ'ল জনসংখ্যা অধ্যয়ন বিজ্ঞানত পৰিলক্ষিত পৰিবৰ্তনৰ প্ৰতি দৃষ্টি ৰাখি ব্যক্তিক সচেতনশীল কৰি তোলাৰ এটি উল্লেখযোগ্য প্ৰচেষ্টা। ইয়াৰ সহায়ত ব্যক্তি; পৰিয়াল, সমাজ আৰু পৰিবেশৰ ওপৰত বিস্ফোৰিত জনসংখ্যাই পেলোৱা প্ৰভাব সমূহ আৰু পৰিবৰ্তনক আঙুলিয়াব পাৰি। জনসংখ্যা শিক্ষাৰ দিশটো এটা নিৰ্দিষ্ট বয়স সীমাৰ জনসমষ্টিৰ লগত জড়িত যদিও ইয়াৰ গুৰুত্বটো আহি পৰিছে শিক্ষাৰ্থীসকলৰ মাজত। আজিৰ শিক্ষাৰ্থী সকল এক দুই দশকৰ ভিতৰত সন্তান জন্ম দিয়াতে সমৰ্থ হ'ব। এনেধাৰণা প্ৰকাশ পাইছিল জনসংখ্যা বুৰোৰ অধ্যয়নৰ এটা টোকাত। ইউনেস্কোৰ এখন মুখপত্ৰত কোৱা হৈছিল যে "জনসংখ্যা শিক্ষা হৈছে এক উন্নত শিক্ষাসূচী যাৰ দ্বাৰা পৰিয়াল, সমাজ, ৰাষ্ট্ৰ অথবা বিশ্বৰ জনসংখ্যা পৰিক্ৰমা অধ্যয়ন কৰি এই দিশৰ প্ৰতি ছাত্ৰৰ সচেতনতা, বুদ্ধি সম্পন্ন দায়িত্বৰ বিকাশ ঘটাব পাৰি।"

জনসংখ্যা শিক্ষাৰ ধাৰণাটোৰ নামকৰণ কৰিছিল অধ্যাপক 'নবেল ডেভিদ কাৰ্লচনে'। অধ্যাপক কাৰ্লচন হাৰ্বাৰ্ড বিশ্ববিদ্যালয়ৰ অধ্যাপক আছিল। কাৰ্লচনৰ মতে জনসংখ্যা শিক্ষাই বৰ্ধিত জনসংখ্যাৰ দ্বাৰা উদ্ভাৱিত বোজাৰ প্ৰকৃতি আৰু গুৰুত্ব উপলব্ধিৰ বাবে জনসংখ্যাৰ স্বাভাৱিক চলন শক্তি বিষয়ক জ্ঞান দিয়ে। জনসংখ্যা শিক্ষা সম্বন্ধে ১৯৬৯ চনত বম্বেত এখন আলোচনা সভা বহিছিল। সেই জনসংখ্যা শিক্ষাৰ জাতীয় সংগোষ্ঠীৰ সভাত জনসংখ্যা শিক্ষাৰ ওপৰত এটা বিস্তাৰিত সংজ্ঞা ডাঙি ধৰা হয়। পৰিমাণগত আৰু গুণগত জ্ঞান আৰু সুখী মানৱ জীৱনৰ বাবে জনসংখ্যাবোধৰ প্ৰয়োজনীয়তাৰ ওপৰত গুৰুত্ব আৰোপ কৰা হয়। এই সংগোষ্ঠীৰ মতে জনসংখ্যা শিক্ষা প্ৰকৃততে মানৱ জাতিৰ সংস্থান উন্নয়নৰ লগত বিশেষভাবে জড়িত। ই অকল জনসংখ্যাৰ প্ৰতি সজাগতাই নহয় প্ৰকৃত মূল্যবোধ আৰু মনোভাব গঢ়ি উঠাৰ ওপৰতো ইয়াৰ গুৰুত্ব থাকে। জনসংখ্যা শিক্ষাই শিক্ষাৰ্থীসকলক জনসংখ্যাৰ কাৰণ আৰু তাৰ পৰিমাণৰ সম্বন্ধৰ বিষয়ে জ্ঞান দিয়া উচিত। ইয়াৰ দ্বাৰা শিক্ষাৰ্থীসকলৰ মনত জনসংখ্যা সংক্ৰান্তীয় যথোচিত আচৰণ গঢ়ি তোলা উচিত হ'ব।

## জনসংখ্যা বিস্ফোৰণ আৰু জনসংখ্যা শিক্ষা

অধ্যাপক 'গ্ৰোৱান বেলান্দে' জনসংখ্যা শিক্ষাৰ বিষয়ে জনসাধাৰণক কি ধৰণে অৱগত কৰিব পাৰি তাৰ বিষয়ে কেইটামান উল্লেখযোগ্য দিশ ডাঙি ধৰিছে । দিশবোৰ হ'ল

১) জনসাধৰণক জনসংখ্যা বিজ্ঞান আৰু সমাজ ব্যৱস্থাৰ সম্বন্ধ অৱগতকৰণ ।

২) জন্ম মৃত্যু সম্বন্ধে জ্ঞান দিয়াৰ ব্যৱস্থাকৰণ ।

৩) জনসংখ্যা বৃদ্ধি আৰু প্ৰজননৰ সম্বন্ধ অৱগত কৰাৰ ব্যৱস্থা ।

৪) সন্তান ধাৰণ আৰু স্বাস্থ্যৰক্ষাৰ নীতি নিয়ম সম্পৰ্কে জ্ঞান দিয়াৰ ব্যৱস্থা কৰা ।

৫) সৰু পৰিয়াল সুখী পৰিয়ালৰ ধাৰণাৰ জ্ঞান দিয়া ।

৬) শিক্ষাৰ্থী সকলক ৰাজ্যৰ জনসংখ্যা নিয়ন্ত্ৰণৰ আঁচনি বা ব্যৱস্থা সমূহ সম্পৰ্কত জ্ঞান দান কৰাৰ ব্যৱস্থা কৰা ।

জনসংখ্যা শিক্ষাৰ ধাৰণাটো খুব বেছি পুৰণি নহয় । শৈক্ষিক শব্দকোষৰ মাজলৈ এই শব্দটো নতুনকৈ আহিছে । ইয়াৰ অৰ্থ নিৰ্ণয়ৰ ক্ষেত্ৰত প্ৰকাশিত মতামত সমূহৰ ভিন্নতা আছে । জনসংখ্যা শিক্ষাক অনেকে পৰিয়াল পৰিকল্পনাৰ শিক্ষা আৰু যৌন শিক্ষা বুলি কব খোজে । আনহাতে ইয়াক 'জনশিক্ষা' বুলি ধৰিলোৱা যেনো লাগে । এই ধাৰণাবোৰৰ সত্যতা নাই । ই এটা অতি ব্যাপক ধাৰণা আৰু ই অধিকভাৱে অৰ্থবহ । জনসংখ্যা শিক্ষাৰ অৰ্থ সম্বন্ধে UNESCO ৰ মতামত তলত দিয়া ধৰণৰ "ছাত্ৰ-ছাত্ৰীসকলে জনসংখ্যা বৃদ্ধি, জনসংখ্যাৰ বিশিষ্ট চৰিত্ৰ, জনসংখ্যাৰ পৰিবৰ্তনৰ কাৰণ আৰু এইবোৰৰ দ্বাৰা নিজৰ পৰিয়াল, সমাজ নতুবা বিশ্বৰ ওপৰলৈ আহিব পৰা ইয়াৰ প্ৰভাব আদিৰ অৰ্থ আৰু প্ৰকৃতি সম্বন্ধে যি অধ্যয়ন আৰু অনুসন্ধানৰ সুযোগ পায় তাকেই জনসংখ্যা শিক্ষা বোলে ।"

### জনসংখ্যা শিক্ষাৰ উদ্দেশ্য (Objectives of Population Education)

জনসংখ্যা শিক্ষাৰ উদ্দেশ্য সম্বন্ধে নানা জনে নানামত ডাঙি ধৰা দেখা যায় । মতৰ ভিন্নতা থাকিলেও সমস্যা এটাই । সেয়েহে উদ্দেশ্যসমূহ তলত দিয়া ধৰণৰ বুলি কব পাৰি ।

১) পৰিয়ালৰ সদস্যৰ সংখ্যা যে নিজৰ ইচ্ছা অনুসৰি সীমিত কৰিব পৰা যায় সেই বিষয়ে শিক্ষাৰ্থীসকলক বোধগম্য কৰোৱা ।

২) জনসংখ্যাৰ সীমা ধাৰ্য্যকৰণৰ দ্বাৰা যে জাতীয় জীৱনৰ মানদণ্ড উন্নত কৰিব পাৰি তাৰ জ্ঞান দান কৰা ।

৩) সীমিত জনসংখ্যা যে জাতীয় বিকাশ আৰু প্ৰগতিৰ মূল খুঁটি সেই ধাৰণাটোৰ বিষয়ে সকলোকে অৱগত কৰোৱা ।

৪) সীমিত জনসংখ্যা আৰু জীৱন নিৰ্ব্বাহৰ মানদণ্ডৰ মাজত থকা সম্পৰ্কৰ বিষয়ে অৱগত কৰোৱা ।

৫) সৰু পৰিয়ালে যে আৰ্থিক অনাটনৰ সকাহ আনে আৰু সুখ-সমৃদ্ধি বৃদ্ধি কৰে তাৰ বিষয়ে জ্ঞান দান কৰা।

৬) পৰিয়ালৰ সকলোৰে স্বাস্থ্য যাতে উন্নত হয়, কল্যাণ সাধন হয়, উত্তৰ পুৰুষে যাতে কোনো ধৰণৰ সমস্যাৰ দ্বাৰা আক্ৰান্ত নহয় তাৰ বিষয়ে জ্ঞান দান কৰা।

৭) জনসংখ্যাৰ লগত জড়িত বিবিধ সমস্যাৰ প্ৰতি উপযুক্ত মনোভাব, দৃষ্টিভংগী আৰু অনুৰাগ বৃদ্ধি কৰা।

৮) বিশ্বৰ জনসংখ্যাৰ সৈতে প্ৰসংগ ৰাখি নিজ দেশৰ জনসংখ্যা বৃদ্ধিৰ হাৰ আৰু জনসংখ্যাৰ গঠন তথা জনসংখ্যাৰ স্বাভাৱিক চলন সম্বন্ধীয় দিশ সমূহৰ মূলকথা বোধৰ বিষয়ে জ্ঞান প্ৰদান কৰা।

৯) ৰাষ্ট্ৰৰ প্ৰয়োজনীয়তাৰ আধাৰত গঠন কৰা 'পৰিয়াল পৰিকল্পনা কাৰ্য্যসূচী' সম্বন্ধে জ্ঞান দিয়া।

১০) কি কি কাৰণত জনসংখ্যা দ্ৰুত গতিৰে বৃদ্ধি হয় তাৰ জ্ঞান দান কৰা।

ওপৰত উল্লেখকৰা উদ্দেশ্যসমূহৰ লগতে বিভিন্ন দেশে নিজৰ প্ৰয়োজনীয়তা অনুসাৰে উদ্দেশ্যৰ সালসলনি কৰি লয়। ভাৰতীয় ধাৰণাত জনসংখ্যা শিক্ষাৰ উদ্দেশ্য হিচাপে টি.এচ. মেহ্‌তাই কয় যে জনসংখ্যা শিক্ষাৰ উদ্দেশ্য হ'ল শিক্ষাৰ্থীসকলক সহজতে পৰিয়াল নিয়ন্ত্ৰিত কৰি ৰাখিব পৰা আৰু সীমিত পৰিয়ালৰ যোগেদি দেশত উচ্চমানৰ জীৱন যাপনৰ সুবিধা কৰিব পৰাৰ বিষয়ে বুজিব পৰাকৈ জ্ঞান প্ৰদান কৰা। ইন্দোনেচীয়াৰ Tjokrowirens নামৰ চিন্তাবিদ জনে জনসংখ্যা শিক্ষাৰ উদ্দেশ্য সম্বন্ধে বিশদ বিৱৰণ ডাঙি ধৰিছে। ইয়াৰ উপৰিও জাৰ্মানিৰ শিক্ষাবিজ্ঞান একাডেমীয়ে কৈছে যে 'জনসংখ্যা শিক্ষাৰ উদ্দেশ্য হ'ল ব্যক্তি আৰু সম্প্ৰদায়ক জনসংখ্যাৰ বিভিন্ন ধাৰা, সমস্যা আদিৰ বিষয়ে বুজি উঠিবলৈ সক্ষম কৰি তোলা'। জনসংখ্যা শিক্ষাৰ উদ্দেশ্যক সাফল্যমণ্ডিত কৰিবলৈ হলে চাৰিটা দিশৰ ওপৰত গুৰুত্ব আৰোপ কৰিব লাগিব। দিশ চাৰিটা হ'ল ক) জ্ঞান আৰু শিক্ষা খ) মূল্যায়ন আৰু বিচাৰ গ) সিদ্ধান্ত স্থিৰ কৰা ঘ) কাৰ্য্যসূচীৰ অৰ্থে সমৰ্থন।

## জনসংখ্যা শিক্ষাৰ প্ৰয়োজনীয়তা (Necessity of population education)

আধুনিক বিশ্বত দেখা দিয়া অভূতপূৰ্ব জন বিস্ফোৰণৰ সমস্যাৰ বিষয়ে জনসাধাৰণক অৱগত কৰাবৰ বাবে জনসংখ্যা শিক্ষাৰ প্ৰয়োজন হৈ পৰিছে। ইয়াৰ লগতে পৰিকল্পিত জীৱন প্ৰণালীৰ বাবে নতুন পুৰুষ সকলক ইচ্ছা আৰু আচৰণ গঢ়ি তুলিবলৈ, আৰু জনসংখ্যাৰ বিষয়ে সকলোধৰণৰ জ্ঞান দান কৰাৰ বাবে জনসংখ্যা শিক্ষাৰ প্ৰয়োজন। জনসংখ্যা শিক্ষাৰ প্ৰয়োজনীয়তা আহি পৰে দায়বদ্ধ পিতৃ মাতৃৰ বাবে। এই শিক্ষাৰ মাধ্যমেৰে তেওঁলোকে নতুন চামক জনসংখ্যাৰ বাবে ভৱিষ্যতত উদ্ভৱ হব পৰা সমস্যাৰ জ্ঞান দিব পাৰে। নতুন পুৰুষসকলক

সৰু কালতে পৰিয়ালৰ আদৰ্শৰ জ্ঞানৰ প্ৰতি আগ্ৰহান্বিত কৰি তুলিবলৈ জনসংখ্যা শিক্ষাৰ প্ৰয়োজন । এইবোৰৰ লগতে অভিবোচনৰ উপায় হিচাপে জনসংখ্যা শিক্ষাক কামত লগাব পাৰি ।

জনসংখ্যা শিক্ষাৰ প্ৰয়োজনীয়তা সম্বন্ধে 'বিশ্ব জনসংখ্যা কাৰ্য্য আঁচনিত' কোৱা হৈছে যে, 'প্ৰত্যেকখন দেশৰে শিক্ষানুষ্ঠান সমূহে নিজস্ব পাঠ্যক্ৰমৰ' পৰিসৰ বৃদ্ধি কৰি জন চলন তথা নীতি সম্বন্ধীয় বিষয়ৰ অধ্যয়নৰ সুবিধা কৰিব লাগে । শিক্ষানুষ্ঠানৰ পাঠ্যক্ৰমত যতেই সুবিধাজনক বুলি অনুভব কৰা হয় ততেই পাৰিবাৰিক জীৱন, ল'ৰা-ছোৱালীৰ প্ৰতি পিতৃমাতৃৰ দায়িত্ব আৰু সামাজিক, অৰ্থনৈতিক তথা আন্তঃৰাষ্ট্ৰীয় সম্বন্ধৰ ক্ষেত্ৰত জনচলন সম্বন্ধৰ বিষয়ে কথাবোৰ অন্তৰ্গত কৰিব লাগে" (Educational institutions in all countries should be encouraged to expand their curricular to include a study of population dynamics and policies including where appropriate, family life, responsible parent-hood and the relation of population dynamics to socio-economic development and to International relations - World Population Conference, United Nations)

জনসংখ্যা শিক্ষাৰ প্ৰয়োজীনয়তা সম্বন্ধে দিয়া 'কাৰ্লচনৰ' মতামতো বিশেষভাবে উল্লেখযোগ্য । তেওঁৰ মতে কুৰি শতিকাৰ ইতিহাসত জীৱনৰ সংখ্যা আৰু গুণৰ প্ৰতিযোগিতা হৈ পৰিছে । বৰ্ত্তমান জনসংখ্যা উভয় সংকট ; আমাৰ জ্ঞানৰ সৎব্যৱহাৰ কৰিবলৈ হলে আমাৰ শিক্ষা ব্যৱস্থাক যুক্তিযুক্ত কৰি তুলিব লাগিব । এই শিক্ষাৰ প্ৰয়োজনীয়তা হ'ল ইয়াৰ মাজেৰে সমাজৰ ভবিষ্যত অংশগ্ৰহণকাৰী সকলক জনসংখ্যা বিস্ফোৰণৰ ধাৰণাৰ বিষয়ে সম্যক জ্ঞান দিয়া ।

## ভাৰতবৰ্ষত জনসংখ্যা শিক্ষাৰ বিকাশ আৰু প্ৰয়োজনীয়তা (Development and Necessity of Poupulation Education in India)

ভাৰতবৰ্ষ এখন বৃহত্তম জনবসতিপূৰ্ণ দেশ । জনসংখ্যা শিক্ষাৰ ইতিহাস ভাৰতবৰ্ষত আৰম্ভ হয় ১৯৪৭ চনৰ পিচতহে । জনসংখ্যা সমস্যাটোক বৈজ্ঞানিক পদ্ধতিৰে যে সমাধান কৰিব নোৱাৰি তাৰ প্ৰমাণ ভাৰতবৰ্ষতে পোৱা গৈছে । স্বাধীনতা লাভৰ লগে লগে ভাৰতবৰ্ষত পৰিয়াল পৰিকল্পনা আঁচনিখন প্ৰৱৰ্ত্তন কৰা হৈছিল । এই ক্ষেত্ৰত প্ৰয়োজনীয় সকলোখিনি বিজ্ঞানসম্মত দিশকে সামৰি লোৱা হৈছিল । এই ক্ষেত্ৰৰ সকলোখিনি দায়িত্ব সমাজকল্যাণ মন্ত্ৰণালয় দপ্তৰে স্বাস্থ্য মন্ত্ৰণালয় দপ্তৰৰ সহযোগিতাত পালন কৰি আহিছে । পৃথিৱীৰ অন্যতম জনবহুল দেশ আছিল চীন । চীন দেশত সাংস্কৃতিক বিপ্লৱৰ পিচতহে জনসংখ্যা নিয়ন্ত্ৰণ আঁচনি প্ৰৱৰ্ত্তন কৰা হৈছিল । এই ক্ষেত্ৰত চীন দেশে সফলতা অৰ্জন কৰিছে কিন্তু ভাৰতবৰ্ষই সফলতা অৰ্জন কৰিব পৰা নাই । ইয়াৰ পৰা বুজা যায় ভাৰতবৰ্ষত জনসংখ্যা নিয়ন্ত্ৰণ আঁচনি দোষমুক্ত নহয় ।

ভাৰতবৰ্ষত জনসংখ্যা নিয়ন্ত্ৰণত মূল হেঙাৰ স্বৰূপে থিয় দিছে নিৰক্ষৰতাৰ দৰে মাৰাত্মক ব্যাধিটোৱে। নিৰক্ষৰতা বোধ কৰিব নোৱাৰা বাবেই আজি ভাৰতবৰ্ষৰ জনসমাজৰ জীৱন ধাৰণ প্ৰক্ৰিয়া হ'ল নিম্ন মানদণ্ডৰ। সেয়েহে সামূহিক দৃষ্টিভংগীও বিজ্ঞানসম্মত হৈ উঠা নাই। বৰ্তমানেও ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তত নানা ধৰণৰ কুসংস্কাৰ, অন্ধবিশ্বাস, কু আচাৰ ব্যৱহাৰ, কন্যা সন্তানৰ প্ৰতি অৱহেলিত ভাৱ, ৰক্ষণশীল ধৰ্মীয় ধাৰণা, বাল্য বিবাহ, বিজ্ঞানৰ প্ৰতি সন্দেহভাৱ আদিৰ দৰে ধাৰণাবোৰ বৰ্তি আছে। এনেধৰণৰ ধাৰণাৰ প্ৰভাৱ থকা বাবেই জনসংখ্যা নিয়ন্ত্ৰণ সম্ভৱ হৈ উঠা নাই।

জনসংখ্যা শিক্ষা পৰিকল্পনাটোক সম্পূৰ্ণৰূপে কাৰ্য্যকৰী কৰিব নোৱাৰিলে ভাৰতবৰ্ষৰ ভৱিষ্যত অন্ধকাৰময় হ'ব। সেইবাবেই আমাৰ আটাইতকৈ প্ৰয়োজনীয় দিশ হৈছে শিক্ষাৰ মাধ্যমত জনসংখ্যা নিয়ন্ত্ৰণ আঁচনিক সফল ৰূপায়ন কৰা। ইয়াক আমি সময়ৰ প্ৰত্যাহ্বান হিচাপে লব লাগিব। প্ৰত্যেকজন ব্যক্তিৰে জন্মগত দায়িত্ব হ'ল নিজ পৰিয়াল গঠন, সন্তানৰ সংখ্যা নিৰ্ণয় কৰা। সেইবাবেই উঠি অহা ডেকা গাভৰুক জীৱনৰ প্ৰমূল্য সম্পৰ্কে আৰু পৰিকল্পিত জীৱন প্ৰণালীৰ জ্ঞান অৰ্জন কৰাৰ বাবে উদগণি যোগাব লাগিব। এই ক্ষেত্ৰত শিক্ষানীতিক সফল ভাবে প্ৰয়োগ কৰাৰ আঁচনি হাতত লোৱা হৈছে।

স্বাধীনতা লাভৰ পিচতেই পৰিয়াল পৰিকল্পনা আঁচনি হাতত লোৱা হৈছিল যদিও জনসংখ্যা শিক্ষাৰ বিকাশ ভাৰতবৰ্ষত বহু দেৰিকৈ হৈছিল। ভাৰতবৰ্ষত পোন প্ৰথমবাৰৰ বাবে ১৯৬৯ চনত বোম্বেত এখন 'জনসংখ্যা শীৰ্ষক আলোচনা চক্ৰ' অনুষ্ঠিত হয়। এই আলোচনা চক্ৰখন উদ্বোধন কৰিছিল অধ্যাপক ভি কে আৰ ভি ৰাওৱে। অধ্যাপক ৰাওৱে কৈছিল যে 'ৰাষ্ট্ৰীয় শৈক্ষিক গৱেষণা আৰু প্ৰশিক্ষণ পৰিষদে' (NCERT) একোটাকৈ 'জনসংখ্যা কোষ' (Population Cell) স্থাপন কৰি তুলিব। এই শিক্ষা আঁচনিৰ কাৰ্যকৰী দিশ সম্পৰ্কত ১৯৭৩ চনত ভূপালত নিম্নোক্ত দিশ সমূহক লৈ কিছুমান গোট (Unit) প্ৰস্তুত কৰাৰ কথা উল্লেখ কৰে। এই গোটসমূহক লৈ শিক্ষা বিধি তৈয়াৰ কৰাৰ কথাও কোৱা হয়। গোটবোৰ তলত দিয়া ধৰণৰ

১) বৰ্ধিত জনসংখ্যা (Increased population)

২) অৰ্থনীতি আৰু জনসংখ্যা (Economics and population)

৩) সামাজিক বিকাশ আৰু জনসংখ্যা (Social development and population)

৪) স্বাস্থ্য, পুষ্টিকৰ খাদ্য, জনসংখ্যা আৰু পাৰিপাৰ্শ্বিকতা (Health, Nutrious food, population and Environment)

৫) শাৰীৰ বিজ্ঞান, জীৱজননবাদ, পাৰিপাৰ্শ্বিক সম্বন্ধ, পৰিয়াল আৰু জনসংখ্যা (Physiological Science, Bio-Fertilitism, Environmental relation, Family and Population)

ভাৰতবৰ্ষত ১৯৭৬ চনত 'জনসংখ্যা সম্পৰ্কীয় ৰাষ্ট্ৰীয় নীতি' এটা প্ৰবৰ্ত্তন কৰা হয়। এই নীতিত উল্লেখ কৰা হৈছিল যে বৰ্তমান হ্ৰস্ব ধৰা প্ৰতিহাজাৰ জনগণৰপৰা ৩৫ জন নতুনকৈ জন্ম লোৱা শিশু ২৫ জনলৈ হ্ৰাস কৰাৰ ব্যৱস্থা কৰিব লাগিব। ইয়াৰ উপৰিও তলত উল্লেখ কৰা দিশ সমূহৰ প্ৰতি সজাগ হোৱাৰ কথা কোৱা হৈছিল। দিশ সমূহ হ'ল—

১) পুৰুষ আৰু মহিলাৰ বিবাহৰ যোগ্যতাৰ বয়স হ'ব যথাক্ৰমে ২১ আৰু ১৮ বছৰ।

২) পৰিয়াল সীমিত কৰিবলৈ আগবাঢ়ি অহা ব্যক্তিক উদগণি মূলক পুৰস্কাৰ আৰু জলপানী দিয়াৰ ব্যৱস্থা কৰা।

৩) গণমাধ্যম সমূহক অধিক তৎপৰ কৰি তোলা।

৪) পৰিয়াল সীমিত কৰাৰ আঁচনি প্ৰচাৰকাৰী সকলক অধিক সা-সুবিধা দিয়া আৰু জলপানী দিয়াৰ ব্যৱস্থা কৰা।

৫) আঁচনিৰ গৱেষণা মূলক দিশত জড়িত ব্যক্তিক ওপৰঞ্চি সুবিধা প্ৰদান কৰাৰ ব্যৱস্থা কৰা।

৬) 'জনসংখ্যা শিক্ষা' নামৰ শৈক্ষিক বাতাৱৰণ সৃষ্টি কৰি জনসংখ্যা বৃদ্ধিৰ কুফলৰ বিষয়ে অৱগত কৰোৱাৰ ব্যৱস্থা কৰা।

ভাৰতবৰ্ষত পুনৰ জনসংখ্যা আঁচনিখন অধিক ভাবে ফলপ্ৰসূ কৰি তুলিবলৈ ১৯৮১-৮৪ চনত প্ৰচেষ্টা চলোৱা হয়। এই প্ৰচেষ্টাৰ মূল উদ্দেশ্য হ'ল সম্পূৰ্ণ শিক্ষা প্ৰক্ৰিয়াত জনসংখ্যা বিজ্ঞানৰ স্থান নিৰূপণ কৰি বিভিন্ন দিশৰ মাজত সহসম্বন্ধৰ ধাৰণা সৃষ্টি কৰা। দিশ সমূহ তলত দিয়া ধৰণৰ—

ক) পাঠ্যক্ৰম, শিক্ষণ পাঠ আদিৰ প্ৰস্তুতিকৰণ।

খ) দৃশ্যশ্ৰাব্য উপকৰণৰ মাধ্যমেৰে প্ৰচাৰ অভিযানৰ সক্ৰিয় ধাৰণা।

গ) ৰাজ্যচৰকাৰ সমূহক সাহায্য প্ৰদান।

ঘ) আনুষ্ঠানিক শিক্ষাত এই পাঠ সমূহৰ অন্তৰ্ভূক্তিকৰণ।

ওপৰোক্ত দিশসমূহক ৰূপায়ণ কৰাৰ বাবে গ্ৰহণ কৰা কাৰ্য্যক্ৰমণিকাক তিনিটা ভাগত ভাগ কৰা হৈছে।

১) পাঠ্যক্ৰম আৰু পাঠদান ক্ৰিয়াৰ বিকাশ।

২) প্ৰশিক্ষণসূচী।

৩) মূল্যায়ণ আৰু গৱেষণা।

ভাৰতবৰ্ষৰ জনসংখ্যা শিক্ষা সম্প্ৰসাৰণৰ সকলো দিশ ৰূপায়ণ কৰাৰ মূল সংস্থাটো হ'ল শিক্ষা মন্ত্ৰালয় বিভাগ (মানৱ সম্পদ বিকাশ বিভাগ)। শৈক্ষিক পৰিচালনাৰ মুখ্য দায়িত্বত আছে 'ৰাষ্ট্ৰীয় শৈক্ষিক গৱেষণা আৰু প্ৰশিক্ষণ পৰিষদ' (NCERT)। ৰাজ্য চৰকাৰসমূহে শিক্ষানুষ্ঠানক দিহা-পৰামৰ্শ দিব আৰু কাৰিকৰী সাহায্য প্ৰদান কৰিব। এই ক্ষেত্ৰত বিত্তীয় সাহায্য আগবঢ়াই United Nation

Fund for population activities নামৰ আন্তঃৰাষ্ট্ৰীয় সংস্থাটোৱে । ভাৰতবৰ্ষৰ প্ৰতিখন ৰাজ্যতে ৰাজ্যিক শৈক্ষিক গৱেষণা আৰু প্ৰশিক্ষণ পৰিষদ আৰু শিক্ষা সংস্থাটোৱে জনসংখ্যা শিক্ষা আঁচনিখনৰ দায়িত্ব লৈছে । এই ক্ষেত্ৰত বিশ্ববিদ্যালয় অনুদান আয়োগৰ নিৰ্দেশত বিশ্ববিদ্যালয়বোৰেও মহাবিদ্যালয় সমূহত একোটাকৈ 'জনসংখ্যা সংঘ' (Population Club) খোলাৰ ব্যৱস্থা কৰিছে । ১৯৮৬ চনৰ ৰাষ্ট্ৰীয় শিক্ষানীতিটো জনসংখ্যা শিক্ষাৰ গুৰুত্ব গুৰুত্ব প্ৰদান কৰা হৈছে । ৰাষ্ট্ৰীয় শিক্ষানীতিৰ কাৰ্যক্ৰমণিকা সূচীত (P.O.A) এই দিশত প্ৰশিক্ষণ দিয়াৰ বাবে ব্যৱস্থা কৰা দেখা যায় । বিস্তৃত শিক্ষক প্ৰশিক্ষণ আঁচনিৰ পাঠ্যক্ৰমত ইয়াৰ অন্তৰ্ভুক্তিকৰণ বিশেষভাবে উল্লেখযোগ্য । এক ৰাষ্ট্ৰীয় লক্ষ্যত উপনীত হোৱাৰ বাবে শিক্ষাৰ নতুন দৃষ্টিভংগীৰ বিষয়ে শিক্ষক সকলক সচেতন কৰিবলৈ লোৱা প্ৰচেষ্টা মন কৰিব লগীয়া । জনসংখ্যা শিক্ষাৰ অৰ্থবহ ধাৰণাসমূহ প্ৰচাৰ কৰি সৰু পৰিয়ালৰ আৰ্হি গ্ৰহণৰ প্ৰক্ৰিয়া কাৰ্যক্ষেত্ৰত গ্ৰহণ কৰাটো ৰাষ্ট্ৰীয় শিক্ষানীতিৰ লক্ষ্যসমূহৰ ভিতৰত অন্তৰ্নিহিত হৈ থকা মূল লক্ষ্য ।

(তালিকা ১)

ভাৰতবৰ্ষৰ জনসংখ্যা আৰু বৃদ্ধিৰ হাৰ

| ১ | ২ | ৩ | ৪ | ৫ |
|---|---|---|---|---|
| পিয়লৰ বছৰ | জনসংখ্যা | বৃদ্ধিৰহাৰ | পুৰুষ | মহিলা |
| ১৯০১ | ২৩৮৪ | --- | --- | --- |
| ১৯১১ | ২৫২১ | +৫.৭ | --- | --- |
| ১৯২১ | ২৫১৩ | -০.৩ | --- | --- |
| ১৯৩১ | ২৭৯০ | +১১.০০ | -- | --- |
| ১৯৪১ | ৩১৮৫ | +১৪.২৩ | --- | --- |
| ১৯৫১ | ৩৬১১ | +১৩.৩১ | --- | --- |
| ১৯৬১ | ৪৩৯২ | +২১.৬৪ | --- | --- |
| ১৯৭১ | ৫৪৭০ | +২৪.৫৭ | --- | --- |
| ১৯৮১৬৪৩৪ | (৬৮৫১) | +২৫.০০ | --- | --- |
| ১৯৯১ | ৮৪৩৯ | +২৭.০০ | ৪৩৭৬ | ৪০৬৩ |

সমল ঃ- মনোৰমা ইয়াৰ বুক ১৯৯৫

ভাৰতবৰ্ষৰ জনসংখ্যা বৃদ্ধিৰ হাৰ মন কৰিবলগীয়া । ১৯০১ চনত ভাৰতবৰ্ষৰ মুঠ জনসংখ্যা আছিল ২৩৮৪ লাখ আৰু ১৯৫১ চনত মুঠ জনসংখ্যা বৃদ্ধি হৈ ৩৬২১ লাখ হয়গৈ আৰু ১৯৯১ চনত মুঠ জনসংখ্যা হয় ৮৪৩৯ লাখ । মন কৰিলে দেখিবলৈ পোৱা যায় স্বাধীনতা লাভৰ পিচত জনসংখ্যা বৃদ্ধিৰ হাৰ পূৰ্ণগতিত বাঢ়ি আছে । জনসংখ্যা নিয়ন্ত্ৰণৰ বাবে স্বাধীনোত্তৰ ভাৰতবৰ্ষই বিভিন্ন সংগঠন

তথা বিভাগবোৰ নিয়ন্ত্ৰণৰ বিনামূলীয়া ব্যৱস্থা, সাহায্য প্ৰচাৰ আদিৰ ব্যৱস্থা গ্ৰহণ কৰিছে যদিও আজিলৈ সুফল পোৱা নাই।

## জনসংখ্যা বৃদ্ধিৰ কাৰণসমূহ আৰু ইয়াৰ সমস্যা : (Causes of Population Explosion and its Problems)

জনসংখ্যা বিস্ফোৰণ উন্নয়নশীল দেশসমূহৰ এটা ডাঙৰ সমস্যা। আধুনিক ৰাষ্ট্ৰসমূহে এই সমস্যাৰ দ্বাৰা বিশেষ ভাবে আক্ৰান্ত হৈছে। জনসংখ্যা বৃদ্ধিৰ লগে লগে দেশৰ অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক দিশত নানা ধৰণৰ খেলি-মেলিৰ সৃষ্টি হয় আৰু বিভিন্ন প্ৰকাৰৰ সমস্যাই গা কৰি উঠে।

**(১) অভাৱ অনাটন** (Scarecity) : জনসংখ্যা বৃদ্ধিৰ লগে লগে সামাজিক জীৱনত অভাৱ অনাটনে দেখা দিয়ে। অভাৱ অনাটনৰ ফল স্বৰূপে জনসংখ্যাও বৃদ্ধি হয়। জনসংখ্যাৰ লগত খাদ্যৰ সম্পৰ্ক থাকে। চিকিৎসা বিজ্ঞানৰ সফলতাৰ ফলত দেশত মৃত্যুৰ হাৰ কমিছে যদিও জন্মৰ হাৰ বৃদ্ধিহে হৈছে। সেইবাবেই দেশত উৎপাদন হোৱা সামগ্ৰীৰে নোজোৰে। অভাৱ অনাটন অধিক হ'লে জনসমাজত অশান্তি বৃদ্ধি হয়।

**(২) দাৰিদ্ৰতা** (Poverty) : জনসংখ্যা বিস্ফোৰণে দাৰিদ্ৰতা বৃদ্ধি কৰে আৰু দাৰিদ্ৰতাৰ ফলত জনসংখ্যাও বৃদ্ধি হয়। জনসংখ্যা বিস্ফোৰণ আৰু দাৰিদ্ৰতাৰ সমস্যা অঙ্গাঙ্গিভাবে জড়িত। দাৰিদ্ৰতাৰ কবলত পৰা জনসমাজতে সন্তান জন্মৰ হাৰ তুলনামূলক ভাবে বেছি। দিনবদিনটো অধিকভাবে কষ্ট কৰি যিখিনি অৰ্থ উপাৰ্জন কৰে সেই খিনিৰে পৰিয়ালটোক নোজোৰে যদিও ক্ষন্তেকীয়া সুখ লাভ কৰিবলৈ যাওঁতে পুনৰ সন্তানৰ মুখ দেখিবলৈহে সক্ষম হয়।

**(৩) নিৰক্ষৰতা** (Illiteracy) : জনসংখ্যা বিস্ফোৰণৰ আন এটি সমস্যা হ'ল নিৰক্ষৰতা, য'ত নিৰক্ষৰতা অধিক তাতেই জনসংখ্যা অধিক। জনসংখ্যা বৃদ্ধি হোৱা বাবে শিক্ষা লাভৰ সা-সুবিধাৰপৰা অধিক সংখ্যক লোক বঞ্চিত হ'ব লগীয়া হয়। নিৰক্ষৰতাৰ ফলত ব্যক্তিসকল হৈ পৰে অভাৱগ্ৰস্ত। নিৰক্ষৰতা আৰু অভাৱগ্ৰস্ততাই জনসংখ্যা বৃদ্ধিত অৰিহণা যোগায়।

**(৪) পৰিবেশ প্ৰদূষণ** (Environmental Polution) জনসংখ্যা বৃদ্ধিৰ ফলত সৃষ্টি হোৱা আন এটা সমস্যা হ'ল পৰিবেশ প্ৰদূষণ। জনসংখ্যা বৃদ্ধিৰ লগে লগে বায়ু প্ৰদূষণ হয়, গৃহসমস্যা আহে, স্বাস্থ্য সমস্যা আহে, বস্তি অঞ্চলৰ জন্ম হয়, নগৰমুখী প্ৰব্ৰজন হয়। অঞ্চলসমূহত পানী, পায়খানা আদিৰ অভাৱ হৈ পৰে।

**(৫) জীৱন ধাৰণৰ মানদণ্ডৰ নিম্নগতি** (Standard of living decreased) : জনসংখ্যা বৃদ্ধি হোৱা হেতুকে সামাজিক জীৱনত জীৱন ধাৰণৰ মানদণ্ডৰ গতিও নিম্নস্তৰলৈ যায়। নাগৰিক সকলৰ সা-সুবিধাৰ অভাৱ আহি পৰে।

ল'ৰাছোৱালীসকলৰ বাবে খেল পথাৰৰ অভাৱ হৈ পৰে। সমাজকল্যাণমূলক আঁচনিসমূহ কাৰ্যকৰীকৰণত বাধা জন্মে। ৰাষ্টা-ঘাট, আনন্দদায়ক কেন্দ্ৰবোৰ লোকে

লোকাৰণ্য হৈ থাকে। ইয়াৰ ফলত সাধাৰণ জীৱন যাপন প্ৰণালী বাধাপ্ৰাপ্ত হয়।

**(৬) শিক্ষাৰ ক্ষেত্ৰত সমস্যা** (Problems in the field of Education) : জনসংখ্যাৰ অভূতপূৰ্ব বিস্ফোৰণে শিক্ষাৰ ক্ষেত্ৰখনত বিশেষভাবে প্ৰভাৱ পেলায়। শিক্ষানুষ্ঠানত শিক্ষাৰ্থীৰ সংখ্যা অধিক হয়। পৰীক্ষাবোৰত পৰীক্ষাৰ্থীৰ সংখ্যা অধিক হয় আৰু মূল্যায়ন ব্যৱস্থাত খেলিমেলি জন্মে। ইয়াৰ ফলত পৰিমাণগত আৰু গুণগত দিশবোৰ বাধাপ্ৰাপ্ত হয়।

**(৭) অধিক সা-সুবিধাৰ প্ৰয়োজন** (Necessity of more facilities) : জনসংখ্যা বৃদ্ধিয়ে দেশবোৰত অধিক সা-সুবিধা প্ৰয়োজনীয়তা আনি দিয়ে। স্কুল কলেজৰ সংখ্যা বৃদ্ধি কৰিবলগীয়া হয়। যানবাহনৰ সংখ্যা বৃদ্ধি কৰিবলগীয়া হয়। ৰাস্তা ঘাটৰ সংখ্যা বঢ়াবলগীয়া হয়। সেইবাবেই ৰাষ্ট্ৰৰ অধিক অৰ্থৰ প্ৰয়োজন আহি পৰে।

**(৮) প্ৰগতিত স্থবিৰতা** (Static in Progress) : সামাজিক জীৱনৰ উন্নতি সাধিবলৈ হ'লে প্ৰগতিৰ প্ৰয়োজন। জনসংখ্যাৰ অভূতপূৰ্ব বিস্ফোৰণে দেশৰ প্ৰগতি আৰু কল্যাণত বাধা দিয়ে। সমাজৰ প্ৰায় সকলো দিশতে স্থবিৰতা আহি পৰে।

## বিদ্যালয় পাঠ্যক্ৰম আৰু জনংসখ্যা শিক্ষা (School Curriculum and Populaltion Education )

জনসংখ্যা শিক্ষাৰ প্ৰয়োজনীয়তালৈ লক্ষ্য ৰাখি স্কুলীয়া পাঠ্যক্ৰমত ইয়াক অন্তৰ্ভূক্তি কৰণ কৰিবলৈ পৃথিবীৰ বিভিন্ন উন্নয়নশীল দেশে প্ৰচেষ্টা হাতত লৈছে। স্কুলীয়া পাঠ্যক্ৰমত জনসংখ্যা শিক্ষা অন্তৰ্ভূক্ত কৰিলে সুফল পোৱা যাব বুলি ক'ব পাৰি। সেই উদ্দেশ্য আগত ৰাখি কোৰীয়া, ইন্দোনেচীয়া, বাংলাদেশ, পাকিস্তান, দক্ষিণ আমেৰিকা আদিৰ দৰে উন্নয়নশীল দেশবোৰে স্কুলৰ পাঠ্যক্ৰমত জনসংখ্যা শিক্ষা অন্তৰ্ভূক্ত কৰিছে। জনসংখ্যা শিক্ষা সম্প্ৰসাৰণ হোৱাটো ভাৰতৰ বাবে অতি প্ৰয়োজন। ভাৰতবৰ্ষত বৰ্তমান অভূতপূৰ্ব জনবিস্ফোৰণ হৈছে। ইয়াক ৰোধ কৰিব নোৱাৰিলে ভাৰতবৰ্ষৰ প্ৰগতি কোনো কালেই সম্ভৱ নহ'ব।

জনসংখ্যা শিক্ষা প্ৰাথমিক স্তৰৰপৰা আৰম্ভ কৰি মাধ্যমিক আৰু উচ্চ মাধ্যমিক স্তৰলৈ দিব পাৰি। প্ৰাথমিক বিদ্যালয়ৰ শিশুসকল কোমলমতীয়া হ'লেও জনসংখ্যাৰ আকাৰ, জনসংখ্যা বৃদ্ধিৰ হাৰ, জনসংখ্যাৰ প্ৰাকৃতিক সম্পদৰ লগত সম্বন্ধ আদি মৌলিক তথ্যবোৰ সহজে বুজিবলৈ সক্ষম হব। যদি প্ৰাথমিক পৰ্য্যায়তে এনেধৰণৰ জ্ঞানখিনি শিশুসকলক দিব পৰা যায়, মাধ্যমিক স্তৰত প্ৰকৃত জনসংখ্যাৰ জ্ঞান শিক্ষাৰ্থীসকলক দিয়াটো সহজ হৈ পৰিব। ৰাষ্ট্ৰসমূহৰ বিকাশত প্ৰাকৃতিক সম্পদৰাজিয়ে বিভিন্ন ধৰণে সহায় কৰিলেও অনিয়ন্ত্ৰিত জনসংখ্যা বৃদ্ধিয়ে যে দেশৰ প্ৰগতিত হেঙাৰ স্বৰূপ হব তেনে ধৰণৰ জ্ঞান শিক্ষাৰ্থীসকলক বিদ্যালয়ৰ পাঠ্যক্ৰমৰ মাধ্যমেৰে দিব পৰা যাব। উচ্চতৰ মাধ্যমিক শ্ৰেণী আৰু তাৰ ওপৰৰ স্তৰটোত পৰিয়াল পৰিকল্পনাৰ বিষয়ে জ্ঞান দিব পাৰি।

বিদ্যালয়ৰ পাঠ্যক্ৰমত প্ৰাথমিক স্তৰৰ পৰা উচ্চতৰ মাধ্যমিক স্তৰৰ উপযোগীকৈ বিষয়বস্তুসমূহ সন্নিবিষ্ট কৰাৰ ব্যৱস্থা কৰিব লাগে । শিক্ষাৰ্থীসকলৰ বিষয়বস্তু, পাঠাগোট আৰু কাৰ্য পৰিকল্পনা আদি পৰিবৰ্ধন কৰিবলৈ নিপুন জ্ঞানৰ প্ৰয়োজন । বিশেষজ্ঞ সকলে যথোপযুক্ত পাঠ্যক্ৰমৰ আৰ্হি তৈয়াৰ কৰি এই ক্ষেত্ৰত প্ৰয়োজনীয় দিশখিনি পুৰণ কৰিব পাৰিব । পাঠ্যক্ৰমৰ সালসলনি কৰাৰ ফলত কিবা নহয় কিবা সংশোধন আৰু পৰিবৰ্ধনৰ প্ৰয়োজন হোৱাটো স্বাভাৱিক । তেনেধৰণৰ সমস্যাখিনিৰ সমাধান কৰিবলৈ শিক্ষক সকলক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিব লাগিব ।

ভাৰতবৰ্ষও এখন উন্নয়নশীল ৰাষ্ট্ৰ । ইয়াৰ প্ৰগতিৰ বাবে হাতত লোৱা আঁচনিসমূহক সুন্দৰভাৱে আগুৱাই নিবলৈ হলে জনসংখ্যা বিষয়টো সকলো পৰ্যায়ৰ পাঠ্যক্ৰমতে অন্তৰ্ভূক্ত কৰাটো প্ৰয়োজন । ভাৰতবৰ্ষৰ শিক্ষা আৰু যুৱসেৱা মন্ত্ৰণালয়ে ১৯৬৯ চনত এনে এটা প্ৰচেষ্টা হাতত লৈছিল । বোম্বে মহানগৰীত এই উদ্দেশ্যেৰে এখন জাতীয় আলোচনা চক্ৰ অনুষ্ঠিত হৈছিল । এই ক্ষেত্ৰত স্বাস্থ্য আৰু পৰিয়াল পৰিকল্পনা মন্ত্ৰণালয়ে সহযোগিতা আগবঢ়াইছিল । ইয়াত শিক্ষা আৰু স্বাস্থ্য মন্ত্ৰণালয়ৰ প্ৰতিনিধিৰ বাহিৰেও ৰাষ্ট্ৰীয় শৈক্ষিক গৱেষণা আৰু প্ৰশিক্ষণ পৰিষদৰ প্ৰতিনিধি ইউ.এচ.এইড.কাউণ্ডেচল আৰু পাঠ ফাইণ্ডাৰ ফাণ্ডৰ প্ৰতিনিধি সকলেও অংশগ্ৰহণ কৰিছিল । 'আলোচনা চক্ৰ'খনত জনসংখ্যাশিক্ষা সন্দৰ্ভৰ সকলো সমস্যা, ইতিমধ্যে কেনেধৰণৰ ব্যৱস্থা হাতত লোৱা হৈছে, পৰিণতি কি ধৰণৰ হৈছে, জনসংখ্যা শিক্ষাৰ ধাৰণা আৰু উদ্দেশ্য কেনেধৰণৰ হোৱা দৰ্কাৰ, শিক্ষাৰ বিভিন্ন স্তৰবোৰত জনসংখ্যা বিষয়টো অন্তৰ্ভূক্ত কৰিবলৈ যাওঁতে কেনেধৰণৰ ব্যৱস্থা হাতত লব লাগিব আদি দিশবোৰৰ বিষয়ে বিশদ ভাবে আলোচনা কৰা হৈছিল । আলোচনা চক্ৰৰ পৰামৰ্শসমূহ তলত দিয়া ধৰণৰ :-

১) অভূতপূৰ্ব্বভাৱে বৃদ্ধি হোৱা জনসংখ্যা দেশখনৰ বাবে প্ৰত্যাহ্বান স্বৰূপ হৈ পৰিছে । সেয়েহে উঠি অহা নাগৰিক সকলক এনে সামাজিক পৰিস্থিতিৰ পৰিবৰ্তনৰ বাবে শিক্ষাৰ সহায়েৰে পৰিস্থিতিৰ সন্মুখীন হব পৰাকৈ গঢ়ি তুলিব লাগিব । শিক্ষাৰ সকলো স্তৰতে জনসংখ্যাশিক্ষা বিষয়টো অন্তৰ্ভূক্ত কৰিব লাগিব ।

২) জনসংখ্যাশিক্ষাৰ লক্ষ্য হিচাপে শিক্ষাৰ্থী সকলক বুজাই দিব লাগিব যে পৰিয়াল সীমিত কৰি ৰাখিবপৰা যায় আৰু সীমিতকৈ ৰাখিব পাৰিলে সাধাৰণ জীৱন ধাৰণৰ মান উন্নত কৰিব পাৰি । ইয়াৰ উপৰিও পৰিয়ালৰ সদস্য সকলৰ কল্যাণ, স্বাস্থ্য, আৰ্থিক স্থিৰাৱস্থা তথা নতুন পুৰুষ সকললৈ অধিক সুবিধা যোগান ধৰাত জনসংখ্যা সীমিত ৰখা কাৰ্যই প্ৰচুৰ পৰিমাণে সহায় কৰে ।

৩) সকলো স্তৰতে শিক্ষাৰ্থীসকলক পৰিয়ালৰ আকাৰ ডাঙৰ হলে বা দেশৰ জনসংখ্যা অধিক হলে, ব্যক্তি, পৰিয়াল আৰু ৰাষ্ট্ৰৰ কাৰণে কেনে সমস্যাৰ সৃষ্টি হোৱাৰ সম্ভাৱনা থাকে সেই বিষয়ৰ সকলোখিনি জ্ঞান দিয়াৰ ব্যৱস্থা কৰিব লাগে । এই জ্ঞান লাভৰ মাধ্যমত তেওঁলোকে ভৱিষ্যতলৈ নিজৰ পৰিয়ালৰ পৰিকল্পনা কৰিব পাৰিব লগতে নিজৰ তথা ৰাষ্ট্ৰৰ আৰ্থিক উন্নতিত সহায় কৰিব পাৰিব ।

৪) দেশৰ শিক্ষানুষ্ঠান সমূহত বৰ্তমানে চলাই থকা সাধাৰণ বিষয় সূচাৰ মাধ্যমতে যেনে, সমাজবিদ্যা, বিজ্ঞান, স্বাস্থ্যশিক্ষা, শিক্ষা, গণিত, ভাষাশিক্ষা আদি বিষয়ৰ যতেই সুবিধা হয় ত'তেই অন্তৰ্ভূক্ত কৰি জনসংখ্যাশিক্ষাৰ জ্ঞান দিয়াৰ ব্যৱস্থা কৰিব লাগিব ।

৫) বিভিন্ন পৰ্য্যায়ৰ শিক্ষাৰ্থীৰ বাবে সতৰ্কতা অৱলম্বন কৰি জনসংখ্যা সম্বন্ধে ধাৰণা আৰু তথ্যৰ জ্ঞান দিয়া দৰ্কাৰ । শিক্ষানুষ্ঠানসমূহৰ কাৰণে বৰ্তমানলৈকে এনেশিক্ষা অধ্যয়নৰ এক নতুন ক্ষেত্ৰ সেইবাবে ক্ৰম অনুসাৰে এনে শিক্ষাৰ পাঠ্যক্ৰম প্ৰস্তুত কৰিব লাগিব । এই ক্ষেত্ৰত শিক্ষকসকলৰ বাবে বিশেষ প্ৰশিক্ষণৰ প্ৰয়োজন হ'ব ।"

৬) ৰাষ্ট্ৰীয় শৈক্ষিক গৱেষণা আৰু প্ৰশিক্ষণ পৰিষদে জনসংখ্যাশিক্ষাৰ সুকীয়া পাঠ্যক্ৰম প্ৰস্তুত কৰিব আৰু এই ক্ষেত্ৰত কেন্দ্ৰীয় স্বাস্থ্যশিক্ষা বিভাগ তথা কেন্দ্ৰীয় পৰিয়াল পৰিকল্পনা বিভাগৰ সৈতে যোগসূত্ৰ স্থাপন কৰিব । প্ৰয়োজন অনুসাৰে স্বেচ্ছাসেৱী অনুষ্ঠান সমূহৰ সাহাৰ্য লব পাৰিব ।

৭) উচ্চশিক্ষাৰ বিশেষ অনুষ্ঠান সমূহত আৰু প্ৰশিক্ষণ কেন্দ্ৰবোৰত এই বিষয়ৰ গৱেষণাৰ ব্যৱস্থা থাকিব । মহাবিদ্যালয় পৰ্য্যায়ত জনসংখ্যা বিতৰণ (Demography) বিষয়ক পাঠৰ জৰিয়তে জনসংখ্যা বিষয়ক সমস্যাৰ অধ্যয়নৰ সুবিধা থাকিব । ইয়াৰ উপৰিও মহাবিদ্যালয় সমূহত নিৰ্দেশনা বিভাগ খুলি ব্যক্তিগত পাৰিবাৰিক সমস্যা, বিবাহ বিষয়ক পৰামৰ্শ আদি দিয়াৰ ব্যৱস্থা থাকিব ।

৮) প্ৰতিখন মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ত প্ৰতি বছৰে জনসংখ্যা বিষয়ক বক্তৃতামালাৰ ব্যৱস্থা কৰি শিক্ষাৰ্থীসকলক সচেতন কৰি তোলাৰ ব্যৱস্থা কৰিব । বিশ্ববিদ্যালয় অনুদান আয়োগক সা-সুবিধা প্ৰদান কৰাৰ বাবে অনুৰোধ জনোৱা হ'ব ।

৯) ১৯৭০-৭১ চনৰ শিক্ষাবৰ্ষৰ পৰা বিদ্যালয় আৰু মহাবিদ্যালয়ৰ পাঠ্যক্ৰমত জনসংখ্যা শিক্ষা বিষয়টো অন্তৰ্ভূক্ত কৰাৰ ব্যৱস্থা হাতত লব লাগিব ।

ভাৰতবৰ্ষৰ শিক্ষা ব্যৱস্থাৰ বিভিন্ন পাঠ্যক্ৰমত জনসংখ্যাশিক্ষাৰ পাঠসূচী এতিয়াও সম্পূৰ্ণ ভাবে অন্তৰ্ভূক্ত হোৱা নাই । জনসংখ্যা শিক্ষা সন্দৰ্ভত ড০ গোপাল ৰাৱে তলত দিয়া ধৰণে কেইটামান পৰামৰ্শ আগবঢ়াইছিল ।

**ক) জনসংখ্যা বৃদ্ধিৰ ইতিহাস :-** সাধাৰণভাবে পৃথিৱীৰ আৰু বিশেষভাবে ভাৰতবৰ্ষৰ — ইয়াৰ কাৰণ সমূহ আৰু প্ৰভাব ।

খ) জনসংখ্যা, বিশেষকৈ ভাৰতবৰ্ষৰ জনসংখ্যাৰ বিষয়ে কিছু আগকথা - জনসংখ্যা বৃদ্ধি হোৱাৰ সহযোগী কাৰণসমূহ ।

গ) জাতীয় বিকাশৰ অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক দিশত ক্ষিপ্ৰ জনসংখ্যা বৃদ্ধিৰ প্ৰভাব ।

ঘ) ব্যক্তিগত আৰু পাৰিবাৰিক জীৱন :- জীৱনৰ মানদণ্ডৰ ওপৰত ক্ষীপ্ৰ জনসংখ্যাৰ প্ৰভাব ।

ঙ) স্বাভাবিক পৰিবেশ, আহাৰ, প্ৰাকৃতিক সম্পদ আদিৰ ওপৰত জনবৃদ্ধিৰ প্ৰভাব ।

চ) সন্তৰণৰ অৱস্থাত প্ৰজনন সম্বন্ধীয় শৰীৰতত্বৰ কিছু প্ৰাথমিক জ্ঞান ।

ছ) সমগ্ৰ পৃথিবীৰ জনসংখ্যা বিষয়ক নীতি আৰু আঁচনি সমূহ ।

**১৯৮৬ চনৰ ৰাষ্ট্ৰীয় শিক্ষানীতি আৰু জনসংখ্যা শিক্ষা (National Policy on Education 1986 and Population Education)**

১৯৮৬ চনৰ ৰাষ্ট্ৰীয় শিক্ষানীতিত জনসংখ্যাশিক্ষাৰ ওপৰত বিশেষভাবে গুৰুত্ব প্ৰদান কৰিছে । এই শিক্ষানীতিৰ কাৰ্যক্ৰমণিকা সূচীত (Program of action) এই দিশত প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিছে । বিস্তৃত শিক্ষক প্ৰশিক্ষণ আঁচনিৰ পাঠ্যক্ৰমত ইয়াৰ অন্তৰ্ভূক্তি কৰণ বিশেষভাবে উল্লেখযোগ্য । এক ৰাষ্ট্ৰীয় ঐক্যত উপনীত হোৱাৰ মানসেৰে শিক্ষাৰ নতুন দৃষ্টি ভংগীৰ বিষয়ে শিক্ষক সকলক সচেতন কৰিবলৈ বিচৰাটো বিশেষভাবে মন কৰিবলগীয়া । জনসংখ্যা শিক্ষাৰ অৰ্থবহ ধাৰণাবোৰ প্ৰচাৰ কৰি সৰু পৰিয়ালৰ আৰ্হি গ্ৰহণৰ প্ৰক্ৰিয়া কাৰ্যক্ষেত্ৰত গ্ৰহণ কৰাটো ৰাষ্ট্ৰীয় শিক্ষানীতিৰ লক্ষ্য সমূহৰ অন্তৰ্গত বিশেষ লক্ষ্য । জনসংখ্যা শিক্ষা আৰু বিবাহ সম্বন্ধ সম্পৰ্কত গুৰুত্ব আৰোপ কৰি কোৱা হৈছে যে শিক্ষকে নিজৰ প্ৰয়োজনীয় যোগ্যতা বৃদ্ধি কৰি বিভিন্ন বিষয়ৰ প্ৰচলিত পাঠ্যপুথিত জনসংখ্যা শিক্ষাৰ ধাৰণাবোৰ অন্তৰ্ভূক্ত কৰিব । শিক্ষকে শিক্ষাৰ্থীক নিয়ন্ত্ৰিত জনসংখ্যাৰ সুফল আৰু বৰ্দ্ধিত জনসংখ্যাৰ কুফলৰ জ্ঞান দিয়াৰ ব্যৱস্থা কৰিব । ইয়াৰ উপৰিও বিবাহৰ বয়স, কম বয়সত বিবাহ সম্পাদন কৰিলে হব পৰা বিপদ, শাৰীৰিক স্বাস্থ্যহানি, শিক্ষা আহৰণত বাধা, মকৰল সমস্যা, সন্তান ধাৰণ, মানসিক স্বাস্থ্যৰ ক্ষতিসাধন আদি দিশৰ বিষয়ে অবগত কৰাব লাগিব । এনেদৰে ৰাষ্ট্ৰীয় শিক্ষানীতিত জনসংখ্যা শিক্ষাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে ।

**সামৰণি (Conclusion)**

বৰ্ত্তমান সমাজ ব্যৱস্থাত আটাইতকৈ ভয়াবহ সমস্যা হিচাপে ধৰা দিছে জনসংখ্যাৰ অভূতপূৰ্ব্ব বিস্ফোৰণে । বিশ্বব্যাপী এই সমস্যাটোৱে গা কৰি উঠিছে । এই বৰ্ধিত জনসংখ্যাৰ পৰা পৰিত্ৰাণ পাবলৈ জনসংখ্যা শিক্ষা নামৰ ধাৰণাটোৱে আধুনিক শিক্ষা ব্যৱস্থাত বাৰুকৈয়ে প্ৰাধান্যতা লাভ কৰিছে । জনসংখ্যা শিক্ষা সন্দৰ্ভত বৰ্ত্তমানলৈ নানা ধৰণৰ 'আলোচনা চক্ৰ' বিশ্বৰ বিভিন্ন দেশত অনুষ্ঠিত হৈছে । এই শিক্ষাক সম্প্ৰসাৰণ কৰিবলৈ বিচৰা হৈছে যদিও ইয়াৰ প্ৰকৃত ফলদায়ক পাঠ্যক্ৰম আজিলৈ প্ৰস্তুত হোৱা নাই । এই শিক্ষা প্ৰাথমিক, মাধ্যমিক আৰু বিশ্ববিদ্যালয় স্তৰটো দিয়াৰ ব্যৱস্থা কৰিব লাগিব । জনসংখ্যা শিক্ষা সম্প্ৰসাৰণ কৰাৰ মূল ক্ষেত্ৰ

হল মাধ্যমিক বিদ্যালয় । কাৰণ মাধ্যমিক বিদ্যালয়তে শিক্ষাৰ্থীসকলে জীৱনৰ মূল্যৱান সময়খিনি অতিবাহিত কৰে । শিক্ষাৰ্থী সকলক জনসংখ্যানো কি, জনসংখ্যাৰ বিস্ফোৰণ কাক বুজায়, কোন দেশত জনসংখ্যা অধিক, সৰু পৰিয়াল মানে কি, আদিৰ জ্ঞান স্কুলীয়া শিক্ষাৰ মাধ্যমত দিয়াৰ ব্যৱস্থা কৰিব লাগে । জনসংখ্যা শিক্ষাৰ সূত্ৰ আৰু কাৰ্যকাৰিতা অথবা প্ৰয়োগৰ মাজত বিশেষ ব্যৱধান থকা দেখা যায় । এই ক্ষেত্ৰত থকা সকলোখিনি আসোঁৱাহ আঁতৰ কৰাহি প্ৰকৃতাৰ্থত কাৰ্যকৰী হোৱাকৈ জনসংখ্যা শিক্ষাৰ আঁচনি প্ৰস্তুত কৰিব লাগিব । উক্ত দিশ ৰূপায়ণৰ কাৰণে তিনিটা কথাৰ ওপৰত গুৰুত্ব দিব লাগিব (১) পাঠ্যক্ৰম আৰু পাঠদান ক্ৰিয়াৰ বিকাশ (২) প্ৰশিক্ষণ সূচী আৰু (৩) মূল্যায়ণ আৰু গৱেষণা ।

## প্ৰশ্নাৱলী

১) জনসংখ্যা শিক্ষা আৰু জনসংখ্যা বিস্ফোৰণ ।
২) জনসংখ্যা শিক্ষা আৰু ইয়াৰ সমস্যা সমূহ ।
৩) ভাৰতবৰ্ষত জনসংখ্যা শিক্ষাৰ বিকাশ আৰু প্ৰয়োজনীয়তা ।
৪) বিদ্যালয়ৰ পাঠ্যক্ৰম আৰু জনসংখ্যা শিক্ষা ।
৫) জনসংখ্যা নিয়ন্ত্ৰণৰ ক্ষেত্ৰত জনসংখ্যা শিক্ষাৰ ভুমিকাৰ বিষয়ে লিখা ।

## Exercise

1. Population Education and Population Explosion
2. Population Education and its Problems.
3. Development of population education and its necessity.
4. School curriculum and population education.
5. Write about the role of population education in population control.

# ত্ৰয়োদশ অধ্যায়

## সহপাঠ্যক্ৰমিক কাৰ্যসূচী আৰু ইয়াৰ শৈক্ষিক গুৰুত্ব

## (Co-curricular activities and its educational importance)

**প্ৰস্তাৱনা (Introduction) :**

সহপাঠ্যক্ৰম বুলিলে আমি সাধাৰণতে পাঠ্যক্ৰমৰ লগে লগে শিশুসকলৰ শাৰীৰিক, মানসিক তথা আধ্যাত্মিকউৎকৰ্ষ সাধনৰ বাবে যি দিশসমূহে সহায় কৰে তাকে বুজো। অতীতৰ শিক্ষাব্যৱস্থাত পুথিগত বিদ্যাই প্ৰাধান্যতা লাভ কৰিছিল। অকল মানসিক উৎকৰ্ষ সাধনেই মূল লক্ষ্য আছিল। সেইবাবেই পাঠ্যক্ৰমত অকল বৌদ্ধিক বিষয়বোৰকেই অন্তৰ্ভূক্ত কৰা হৈছিল। কিন্তু বৰ্তমান সময়ত অকল পুথিগত বিদ্যাই শিক্ষাৰ্থীসকলক সৰ্বাংগীনভাবে বিকশিত হোৱাত সহায় নকৰে। তাৰ প্ৰতি লক্ষ্য ৰাখি আধুনিক শিক্ষা ব্যৱস্থাত সহ পাঠ্যক্ৰমিক কাৰ্যসূচীৰ ব্যৱস্থা কৰা হৈছে। শ্ৰেণীৰ ভিতৰত পাঠ্যপুথিৰ জ্ঞান লাভ কৰাৰ লগেলগে শ্ৰেণীৰ বাহিৰত খেলা ধূলা, নাচ গান কৰা, অভিনয় কৰা সাহিত্য সংস্কৃতিৰ চৰ্চ্চা কৰা, তৰ্ক প্ৰতিযোগিতা আদি কৰাৰ সুবিধা শিক্ষাৰ্থীসকলক দিয়া হৈছে। এই সকলোবোৰ কাৰ্যসূচীত যোগদান কৰি শিক্ষাৰ্থীসকলে সহপাঠ্যক্ৰমিক কাৰ্যসূচীক কাৰ্যকৰী কৰি তোলে।

আধুনিক শিক্ষাৰ মূল লক্ষ্য হ'ল শিশুসকলক সৰ্বাংগীণ বিকাশৰবাবে প্ৰস্তুত কৰি তোলা। সেয়েহে শিক্ষাৰ মূল লক্ষ্য শিশুকেন্দ্ৰীক হিচাপে পৰিগণিত হৈছে। শিশুসকলৰ ভিতৰত অন্তৰ্নিহিত হৈ থকা ব্যক্তিত্ব বিকাশ কৰাৰ বাবে শিক্ষাবিদ সকলে শিক্ষাৰ উদ্দেশ্যকে ব্যক্তিত্ববিকাশ হিচাবে গ্ৰহণ কৰিছে। শিশুসকলৰ ব্যক্তিত্ব গঠনত শাৰীৰিক, মানসিক, সামাজিক, আধ্যাত্মিক আদি দিশেই সকলো ধৰণেৰে সহায় কৰে। শিশুসকলৰ মানসিক শক্তিসমূহৰ অনুশীলনৰ লগতে দৈহিক আৰু সামাজিক আচৰণৰ উন্নতি সাধন অতি প্ৰয়োজন। কাৰণ মানবদেহ আৰু মানব মনৰ মাজত এক নিকটতম সম্বন্ধ আছে। সেই কাৰণে দেহৰ উৎকৰ্ষ সাধন নহলে মনৰ উৎকৰ্ষতা সাধন সম্ভব হৈ নুঠে। আধুনিক জগতৰ প্ৰায়বোৰ চিন্তাবিদে উপলব্ধি কৰিছে যে একমাত্ৰ পাঠ্যপুথিৰ বিদ্যাৰ মাজত শিক্ষাৰ্থীৰ মন আৱদ্ধ কৰি ৰখা মানে সিহঁতৰ বিকাশত বাধা জন্মোৱা।

অতীতৰ ভাৱধাৰাত প্ৰকাশিত হোৱা বৌদ্ধিক জ্ঞানৰ প্ৰাধান্যতা বৰ্ত্তমান শিক্ষা ব্যৱস্থাত নোহোৱা হৈছে যদিও বৌদ্ধিক জ্ঞানৰ প্ৰয়োজনীয়তা নুই কৰিব নোৱাৰি। বৌদ্ধিক জ্ঞানৰ বাবে শিকোৱা বিষয়বোৰৰ বাহিৰে বিদ্যালয়ৰ বাহিৰত যিবোৰ বিষয় শিকোৱা হৈছিল সেইবোৰ বিষয়ক আগতে বহিঃ পাঠ্যক্ৰমিক কাৰ্য্যাৱলী বুলি অভিহিত কৰা হৈছিল। কিন্তু বৰ্তমান সময়ত সেই কাৰ্য্যাৱলীখিনিকেই পাঠ্যক্ৰমৰ লাগতীয়াল অংশ হিচাবে গ্ৰহণ কৰা হৈছে আৰু ইয়াক সহপাঠ্যক্ৰমিক কাৰ্যসূচী আখ্যা দিয়া হৈছে। সহপাঠ্যক্ৰমিক কাৰ্যসূচী পাঠ্যক্ৰমৰ পৰিপূৰক। আধুনিক ধাৰণাত

শিক্ষাক জীৱনৰ গতি হিচাবে ধৰি লোৱা হৈছে আৰু সেই গতিৰ ধাৰাই শিক্ষাক জীৱনৰ লগত ওতঃপ্ৰোত ভাবে জড়িত কৰি পেলাইছে। সেয়েহে বৌদ্ধিক শিক্ষাৰ লগতে শাৰীৰিক, সাংস্কৃতিক আৰু নৈতিক তথা আধ্যাত্মিক শিক্ষা শিক্ষাৰ্থীসকলৰ বাবে প্ৰয়োজন। মাধ্যমিক শিক্ষা আয়োগে কৈছে যে "They are as integral a part of the activities of a school as its curricular work and their proper organisation needs just as much care and forethought. If they are properly conducted, they can help in the developent of very valuable attitudes and qualities."

## ঐতিহাসিক পটভূমি (Historical Background)

অতীতৰ শিক্ষা ব্যৱস্থাত সহপাঠ্যক্ৰমিক কাৰ্যসূচী বুলি কোনো ধাৰণাৰ উদয় হোৱা নাছিল যদিও সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ তৃণমূল আৰম্ভ হৈছিল অতীতৰ 'গুৰুকুল আশ্ৰম'ত। গুৰুৰ আশ্ৰমবোৰে শিক্ষাৰ মূল কেন্দ্ৰস্থল হিচাবে পৰিগণিত হৈছিল। আশ্ৰমিক শিক্ষাত যি পাঠ্যক্ৰম প্ৰৱৰ্ত্তন কৰা হৈছিল তাৰ লগে লগে খৰি গোটোৱা, সমাজৰ সেৱা কৰা, ৰান্ধনি ঘৰৰ প্ৰয়োজনীয় শাক-পাচলিৰ বাগানত কাম কৰা, শাৰীৰিক ব্যায়াম কৰা কামবোৰ চলি আছিল। এনে কামবোৰে শিষ্যসকলক ব্যৱহাৰিক জ্ঞান দিছিল। এই কাৰ্যবোৰ মূল পাঠ্যক্ৰমৰ উপৰিও শিষ্যসকলে সম্পাদন কৰিব লগীয়া হৈছিল। শিষ্যসকলে পাঠ্যক্ৰম সমূহৰ অন্ত পৰাৰ পিচত 'ঠাই ভ্ৰমণ' কৰিবলৈ যাবলগীয়া ব্যৱস্থা আছিল। এইবোৰ সহপাঠ্যক্ৰমিক কাৰ্যসূচী বুলিয়ে কব লাগিব। অৱশ্যে এইবোৰ কৰিব লগীয়া হৈছিল যদিও অনুষ্ঠানৰ দ্বাৰা স্বীকৃত কাৰ্যসূচী বুলি কোৱা নাছিল। অতীতৰ শিক্ষা ব্যৱস্থাত 'জীৱকৰ' নাম বিশেষভাবে উল্লেখযোগ্য। তক্ষশীলা বিশ্ববিদ্যালয়ত তেওঁ চিকিৎসা বিজ্ঞানত পাৰদৰ্শিতা দেখুৱাইছিল। তেওঁৰ গুৰুৱে তেওঁক বিশ্ববিদ্যালয়ৰ চাৰিসীমাৰ ভিতৰত থকা ঔষধি গছবোৰ গোটাবলৈ নিৰ্দেশ দিছিল। ক্ষত্ৰিয়সকলে মূল পাঠ্যক্ৰমৰ লগতে ধনুৰ্বিদ্যা অৰ্জন কৰিব লাগিছিল। শিষ্যসকলে ৬৪ টা কলাৰ জ্ঞান অৰ্জন কৰাৰ কথাও ইতিহাসত পোৱা যায়। মনক পবিত্ৰ কৰিবলৈ শিষ্যসকলে নিজ হাতে কৰ্ম সম্পাদন কৰিছিল। বিশ্ববিদ্যালয় সমূহত তৰ্ক ব্যৱস্থাৰো প্ৰচলন আছিল। নালন্দা বিশ্ববিদ্যালয়ত শৰীৰ প্ৰদৰ্শন, নৃত্যগীত, ঘোঁৰাদৌৰ আদিৰ প্ৰচলন হৈছিল। পুৰণি গ্ৰীচতো এনে ধৰণৰ কাৰ্যসূচীৰ প্ৰচলন হোৱাৰ কথা প্ৰমাণ পোৱা যায়। 'স্পাৰ্টাত' খেলাধুলা, নৃত্যগীত, তৰ্ক আদি প্ৰচলন হৈছিল। মধ্যযুগতো এনেধৰণৰ কাৰ্যসূচীৰ প্ৰচলন হৈছিল। আধুনিক শিক্ষাত এনেবোৰ কাৰ্যসূচীয়ে গুৰুত্বপূৰ্ণ স্থান দখল কৰিবলৈ সক্ষম হৈছে আৰু সকলোৱে ইয়াক সহপাঠ্যক্ৰমিক কাৰ্যসূচী বুলি অভিহিত কৰিছে।

**সহপাঠ্যক্ৰমৰ প্ৰয়োজনীয়তা (Necessities of Co-curricular activities)**

সহপাঠ্যক্ৰমিক কাৰ্য্যাৱলী আধুনিক শিক্ষা ব্যৱস্থাত অতি প্ৰয়োজনীয় বুলি পৰিগণিত হৈছে । বিদ্যালয়ৰ পৰিবেশত সহপাঠ্যক্ৰমৰ প্ৰয়োজনীয়তাৰ বিষয়ে চিন্তাবিদ সকলে দিয়া যুক্তিবোৰ ফঁহিয়াই চাই বুজা গ'ল যে সহপাঠ্যক্ৰমে শিক্ষাৰ্থীসকলক বিভিন্ন ধৰণে শিক্ষা আহৰণত সহায় কৰে । প্ৰয়োজনীয়তা সমূহ তলত দিয়া ধৰণৰ :-

১) শিশুসকলৰ শাৰীৰিক দক্ষতা বৃদ্ধিৰ বাবে সহপাঠ্যক্ৰমৰ প্ৰয়োজন ; কাৰণ, সুস্থ মনৰ অধিকাৰী হ'বলৈ হলে সুস্থ শৰীৰৰ অধিকাৰী হব লাগিব । খেলধেমালিয়ে শিশুসকলৰ মনৰপৰা উচ্ছৃংখল মনোভাব, অসাংগঠনিক মনোভাব আৰু অ-আনুগত্যৰ মনোভাব নোহোৱা কৰে ।

২) সহপাঠ্যক্ৰমৰ প্ৰয়োজন হয় অৱসৰৰ সময়ৰ উপযুক্ত ব্যৱহাৰৰ ক্ষেত্ৰত । অৱসৰৰ সময় সমূহ যুৱক-যুৱতী সকলে এনেয়ে কটাবলৈ বিচাৰে ; সেইবাবেই যুৱক-যুৱতীসকলৰ বাবে সহপাঠ্যক্ৰম অতিশয় প্ৰয়োজনীয় । যাতে সময়ৰ সংব্যৱহাৰ হয় তাৰ প্ৰতি যত্ন লোৱা দৰকাৰ ।

৩) সহপাঠ্যক্ৰমৰ সহায়ত শিশুসকলৰ সহজাত প্ৰবৃত্তি আৰু ইচ্ছাৰ বিকাশ সাধন কৰিব পাৰি । অনুভূতি, আৱেগ আদিৰ প্ৰকাশ শিশুসকলে সংগৰ মাধ্যমত কৰে । খেলাধূলা অনুকৰণ, সহানুভূতি আদিৰ জন্মজ ইচ্ছাও সৰুকালত অতিশয় প্ৰবল থাকে । সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ মাজেৰে এই প্ৰবৃত্তি আৰু ইচ্ছা সমূহক পৰিচালনা কৰি শিক্ষকে সজ আচৰণ গঢ়ি তুলিব পাৰে ।

৪) সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ প্ৰয়োগৰ প্ৰয়োজন হয় । ই শিক্ষাৰ্থীসকলৰ মনত আগ্ৰহ সৃষ্টি কৰিব পাৰে । নৈতিক জীৱন যাত্ৰাৰ সন্ধান শিক্ষাৰ্থীসকলে সহপাঠ্যক্ৰমৰ মাধ্যমতে পায় ।

৫) সুচৰিত্ৰ গঠনৰ বাবে নৈতিক শিক্ষাৰ প্ৰয়োজন । সহ পাঠ্যক্ৰমিক কাৰ্যসূচীত অংশগ্ৰহণৰ মাধ্যমত শিক্ষাৰ্থীৰ মনত নৈতিক চেতনাবোধে গঢ় লয় । শিক্ষক আৰু শিক্ষাৰ্থীৰ মাজত গঢ়ি উঠা সহৃদয় মনোভাবে এই ক্ষেত্ৰত সহায় কৰে ।

৬) শিক্ষাৰ্থীসকলৰ মনত সাহস আৰু সাংগঠনিক মনোভাব গঢ়ি তোলাৰ বাবেও সহপাঠ্যক্ৰমৰ প্ৰয়োজন হয় । খেলাধূলা আৰু সংগঠিত সামাজিক কামত সকলোৰে অংশ গ্ৰহণ কৰাৰ সুবিধা পালে শিক্ষাৰ্থীসকলৰ সৎসাহস গঢ়ি উঠিব ।

৭) সহপাঠ্যক্ৰমিক কাৰ্যসূচীয়ে শিক্ষাৰ্থীসকলক গণতান্ত্ৰিক জীৱন যাত্ৰাৰ সন্ধান দিয়ে । শিশুসকলৰ মনত সহনশীলতা, প্ৰতিযোগিতা, সহযোগ আদিৰ ভাব গঢ়ি তোলাৰ বাবে সহপাঠ্যক্ৰমৰ প্ৰয়োজন ।

৮) সহপাঠ্যক্ৰমৰ মাধ্যমত শিক্ষাৰ্থীসকলে নেতৃত্ব দানৰ শিক্ষা পায় । নেতাৰ

কি কি গুণ থকা দৰকাৰ সেই সকলোখিনি বিভিন্ন কাৰ্য্যসূচীৰ দ্বাৰা শিকিবলৈ সক্ষম হয়।

৯) সহপাঠ্যক্রমিক কাৰ্য্যসূচীয়ে শিশুৰ মনত আত্মবিশ্বাস, আত্মদায়িত্ব, আত্মনির্দেশৰ সৃষ্টি কৰি আইন আৰু শৃংখলাৰ প্রতি শ্রদ্ধা বৃদ্ধি কৰে।

১০) শিশুসকলৰ মনত কৌতুহল প্রবৃত্তি চৰিতাৰ্থ কৰিবলৈ অভিজ্ঞতা অৰ্জন কৰিবলৈ সহপাঠ্যক্রমে দিগ্‌দর্শায়। সহপাঠ্যক্রমে শিক্ষাৰ্থীসকলৰ মনত বিশেষ গুণ আৰু শক্তিৰ বিকাশ কৰি সৃজনশীল প্রতিভাৰ বিকাশ কৰে।

১১) সহপাঠ্যক্রমিক কাৰ্য্যসূচীয়ে বিদ্যালয় আৰু সমাজৰ মাজত অধিক সহযোগ আৰু বুজাবুজিৰ সৃষ্টি কৰি শিশুসকলৰ সম্পূর্ণ ব্যক্তিত্ব বিকাশত সহায় কৰে।

১২) মানুহৰ মনত প্রকৃত সংহতি স্থাপন কৰিবলৈ হলে সহপাঠ্যক্রমৰ কাৰ্য্যসূচীৰ প্রয়োগ কৰিব লাগিব। সমাজত দেখা দিয়া বিভিন্ন ধৰণৰ ত্রুটিপূর্ণ কার্যকলাপে সংহতি বিনষ্ট কৰে। তাৰফলত সামাজিক বিশৃংখলতা সৃষ্টি কৰে। এই সামাজিক বিশৃংখলতা আঁতৰ কৰিবলৈ হলে সহপাঠ্যক্রমিক কাৰ্য্যসূচীৰ প্রয়োজন আছে বুলি কব পাৰি। ইয়াৰ প্রয়োগে সামাজিক আৰু ৰাষ্ট্রীয় সংহতি আনে।

**সহপাঠ্যক্রমিক কাৰ্য্যসূচীৰ প্রকাৰ (Types of Co-curricular activities)**

সহপাঠ্যক্রমিক কাৰ্য্যসূচীক বিভিন্ন প্রকাৰে প্রয়োগ কৰিব পাৰি। প্রকাৰ সমূহৰ বিষয়ে তলত আলোচনা ডাঙি ধৰা হল।

১) **শাৰীৰিক কাৰ্য্যক্রম** - শাৰীৰিক বিকাশ সাধনৰ বাবে বিদ্যালয় পাঠ্যক্রমৰ বিকাশ সাধন কৰাৰ অৰ্থে ছাত্রছাত্রী সকলক খেলাধূলা, জাতীয় শিক্ষাৰ্থী বাহিনী, ব্যায়াম, যোগাসন আদি কৰাৰ সুবিধা প্রদান কৰিব লাগে।

২) **মানসিক কাৰ্য্যক্রম** - মানসিক উৎকর্ষ সাধনৰ কাৰণে শিক্ষাৰ্থী সকলক বক্তৃতা, আকস্মিক বক্তৃতা, তর্ক প্রতিযোগিতা, আলোচনা চক্র, আবৃত্তি, ৰচনা প্রতিযোগিতা, অভিনয় কৰা আদি সুবিধা দিয়াৰ লগতে, প্রাচীৰ পত্রিকা, আলোচনী আদি প্রকাশৰ ব্যৱস্থা কৰিব লাগে।

৩) **সাংস্কৃতিক কাৰ্য্যক্রম** - সহপাঠ্যক্রমিক কাৰ্য্যসূচীৰ মাধ্যমেৰে শিক্ষাৰ্থীসকলৰ মনত সাংস্কৃতিক ধাৰণা সৃষ্টি কৰিব পাৰি। তাৰবাবে নাচগান, সাংস্কৃতিক সন্ধিয়া, লোকনৃত্য, লোকগীত আদি পৰিবেশন কৰাৰ ব্যৱস্থা কৰিব লাগে আৰু শিক্ষাৰ্থীসকলক অংশগ্ৰহণ কৰাৰ ব্যৱস্থা কৰিব লাগে। ইয়াৰ উপৰিও ধৰ্মীয় অনুষ্ঠান, সাংস্কৃতিক কীৰ্তিচিহ্ন থকা ঠাই ভ্রমণ আদিৰ মাধ্যমতো শিক্ষাৰ্থী সকলক উদগণি যোগাব পাৰি।

৪) **সৌন্দৰ্য্যবোধৰ বাবে কাৰ্য্যক্রম** - শিক্ষাৰ্থীসকলৰ মনত নান্দনিক দিশটোৰ বিকাশ সাধন কৰাত গুৰুত্ব আৰোপ কৰি লাগে। তাৰবাবে বিদ্যালয় চৌহদ চাফচিকুণ কৰা, চিত্রাঙ্কণ, চাৰ্ট, মডেল আদি প্রস্তুত কৰণ, ভেশচন, সাজপাৰ

প্ৰদৰ্শন, ফুল প্ৰদৰ্শন, প্ৰদৰ্শনী আদি পতাৰ ব্যৱস্থা কৰিব লাগে । এনেধৰণৰ কাৰ্য্যসূচী হাতত ললেহে নান্দনিক দিশটোৰ বিকাশ সাধন হ'ব ।

**৫) সমাজকল্যাণ কাৰ্য্যক্ৰম** - শিক্ষাৰ্থীসকলৰ ব্যক্তিগত দিশ বোৰৰ বিকাশ সাধন কৰাৰ লগতে সামাজিক বিকাশৰ ব্যৱস্থাও সহপাঠ্যক্ৰমৰ মাধ্যমত কৰিব লাগিব । তাৰ বাবে সমাজ সেৱাৰ মাধ্যমত ৰাস্তাঘাট, পথ নিৰ্মাণ, প্ৰাপ্ত বয়স্ক শিক্ষা, নিৰক্ষৰতা দূৰীকৰণ, প্ৰাথমিক স্বাস্থ্যসেৱা, খোৱাপানী চাফচিকুণকৈ ৰখা, ৰক্ত দান দিয়া আদিৰ বিষয়েও জ্ঞান দিয়াৰ ব্যৱস্থা কৰিব লাগিব ।

**৬) ভ্ৰমণমূলক কাৰ্য্যক্ৰম** - ভ্ৰমণমূলক কাৰ্যসূচীবোৰো সহপাঠ্যক্ৰমৰ অন্তৰ্ভূক্ত । তাৰবাবে খোজকঢ়া, চাইকেল চলোৱা, বনভোজ খোৱা আদিৰ লগতে ওচৰৰ সংগ্ৰহালয়, চিড়িখানা, ৰেল ষ্টেচন, ডাকঘৰ আদি দেখুওৱাৰ ব্যৱস্থা কৰিব লাগে । ইয়াৰ উপৰিও সামূহিক ভাবে দূৰ ঠাইত শিক্ষামূলক ভ্ৰমণ কাৰ্যসূচী সম্পাদন কৰিব পাৰি । এনেধৰণৰ ভ্ৰমণমূলক কাৰ্য্যসূচীয়ে শিক্ষাৰ্থীৰ মনৰ দিগন্ত বহল কৰিব ।

**৭) ব্যৱহাৰিক কাৰ্য্যক্ৰম** - শিক্ষাৰ্থীসকলক ব্যৱহাৰিক জীৱনৰ বাবেও প্ৰস্তুত কৰি তুলিব লাগিব । তাৰবাবে শিল্পবিষয়ক জ্ঞান দিব লাগে । বিদ্যালয়বোৰে কাৰিকৰী বিদ্যাৰ কাৰ্যসূচী হাতত লব লাগে, যেনে- সূতা কটা, কাপোৰবোৱা, কাপোৰত ৰং কৰা, চিলাই কৰা, বাঁহ বেতৰ কাম কৰা, উলৰ কাম, এম্ব্ৰইডাৰী কৰা, পুতলা তৈয়াৰ কৰা, কিতাপ বন্ধোৱা, বাগিছাৰ কাম, চাবোন বনোৱা আদিৰ বিষয়ে শিক্ষাৰ্থীক জ্ঞান দিয়াৰ দৰকাৰ । শিক্ষাৰ্থী জীৱনত এইবোৰ শিকিলে তেওঁলোক ভবিষ্যতে লাভবান হ'ব ।

**৮) নৈতিক বিকাশৰ কাৰ্য্যক্ৰম** - সৰ্বধৰ্ম প্ৰাৰ্থনা, জন্মদিন পালন, ৰাতিপুৱাৰ সভা আদি অনুষ্ঠিত কৰি নৈতিক বিকাশ সাধন কৰিব পাৰি ।

**৯) বৈজ্ঞানিক কাৰ্য্যক্ৰম** - বিজ্ঞান সংঘ, বিজ্ঞান প্ৰদৰ্শন, বিজ্ঞান কুইজ, বিজ্ঞানাগাৰ আদি প্ৰদৰ্শন কৰাই, শিক্ষাৰ্থীৰ মনত বৈজ্ঞানিক দৃষ্টিভংগীৰ গঢ় দিব পাৰি ।

**১০) অবসৰ সময়ৰ কাৰ্য্যক্ৰম** - শিক্ষাৰ্থী সকলৰ অৱসৰৰ সময়খিনি সফলভাবে কটাবলৈ, ডাকটিকট গোটোৱা, মুদ্ৰা গোটোৱা, শিল গোটোৱা, ছবি গোটোৱা, এলবাম কৰা আদি জ্ঞানো দিব পৰা যায় । ইয়াৰ মাজেৰে অনুসন্ধিৎসু মনক সক্ৰিয় কৰি ৰাখিব পাৰি ।

**১১) সংহতিপূৰ্ণ কাৰ্য্যক্ৰম** - শিক্ষাৰ্থীসকলৰ মনত সংহতিপূৰ্ণ ধাৰণা সৃষ্টি কৰিবলৈ ৰাষ্ট্ৰীয় দিবস পালন, ৰাজহুৱা খানাত যোগদান, শিবিৰ সমূহত যোগদান আদিৰ ব্যৱস্থা কৰিব পৰা যায় । এনেবোৰ কাৰ্য্যসূচীয়ে শিক্ষাৰ্থীৰ মনত সংহতিৰ ভাব আদি অনাত সহায় কৰিব ।

**১২) আন আন কাৰ্য্যক্ৰম** - ওপৰত আলোচনা কৰা কাৰ্য্যসূচীসমূহৰ উপৰিও

শিক্ষাৰ্থীসকলক বিভিন্ন ধৰণে উপকৃত কৰাৰ বাবে বিভিন্ন কাৰ্য্যালয় যেনে গাওঁ পঞ্চায়ত, জিলা পৰিষদ, মহকুমা পৰিষদ, খণ্ড উন্নয়ন কাৰ্য্যালয়, সমবায় সমিতি, কাচাৰী, উচ্চ ন্যায়ালয় আদি দেখুৱাব পাৰি। ইয়াৰ উপৰিও নানাধৰণৰ সামাজিক উৎসৱ, গুৰু জয়ন্তী আদিত যোগদান কৰিবলৈ উদগণি যোগব পাৰি। এইবোৰৰ লগতে সমবায় কেণ্টিন, গাওঁ নগৰ জৰীপ আদিৰ বিষয়েও শিক্ষাৰ্থীসকলক জ্ঞান দিয়াৰ ব্যৱস্থা কৰিব লাগে।

## সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ মূল্য (Value of Co-curricular activities)

আধুনিক শিক্ষা ব্যৱস্থাত বিদ্যালয়ৰ পাঠ্যক্ৰমত সহপাঠ্যক্ৰমিক কাৰ্যসূচীক যথেষ্ট মূল্য দিয়া হৈছে। ইয়াৰ ফলস্বৰূপে বিদ্যালয় সমূহৰ লগতে শিক্ষাৰ্থীসকলৰো যথেষ্ট সুবিধা হৈছে। এই বিষয়ে তলত চমুকৈ বৰ্ণনা ডাঙি ধৰা হ'ল :-

**ক) শাৰীৰিক মূল্য :** সহপাঠ্যক্ৰমৰ কাৰ্যসূচীয়ে শিক্ষাৰ্থীসকলৰ শাৰীৰিক পুষ্টিসাধন আনে। খেল ধেমালি, ক্ৰীড়া, জন কচৰৎ, ৰাষ্ট্ৰীয় শিক্ষাৰ্থী বাহিনী, স্কাউট্ গাইড আদিয়ে শিক্ষাৰ্থীসকলৰ স্বাস্থ্যৰ উন্নতি সাধন কৰে। এনে কৰ্মবোৰে শাৰীৰিক দক্ষতা, সক্ষমতাৰ বিকাশ আদি আনি দিয়ে আৰু সুস্বাস্থ্যৰ অধিকাৰী কৰে। শিক্ষাৰ্থীসকলৰ অতিৰিক্ত শক্তিখিনি ইয়াৰ মাজেৰে প্ৰকাশ পায়।

**খ) মনোবৈজ্ঞানিক মূল্য :** সহপাঠ্যক্ৰমিক কাৰ্যবোৰে শিক্ষাৰ্থী সকলৰ মনোবৈজ্ঞানিক প্ৰয়োজন সমূহ পূৰণ কৰে। কেইবিধমান মনোবৈজ্ঞানিক মূল্যৰ কথা তলত উল্লেখ কৰা হ'ল :-

১) সহপাঠ্যক্ৰমিক কাৰ্যসূচীয়ে প্ৰবৃত্তি সমূহ উন্নীত কৰে।

২) সহপাঠ্যক্ৰমিক কাৰ্যসূচীয়ে আবেগৰ প্ৰশিক্ষণ আনে।

৩) সহপাঠ্যক্ৰমিক কাৰ্য্যসূচীয়ে স্বাস্থ্যকৰ অনুভৱ জনিত ভাবৰ বিকাশ সাধন কৰে।

৪) সহপাঠ্যক্ৰমিক কাৰ্যসূচীয়ে আগ্ৰহ আৰু প্ৰবণতাক সন্তুষ্ট কৰে।

৫) সহপাঠ্যক্ৰমিক কাৰ্যসূচীয়ে দক্ষতা আৰু বুদ্ধিৰ বিকাশ সাধে।

৬) সহপাঠ্যক্ৰমিক কাৰ্যসূচীয়ে চৰিত্ৰ উন্নত কৰে।

৭) সহপাঠ্যক্ৰমিক কাৰ্যসূচীয়ে সুস্থ মানসিক স্বাস্থ্যৰ বিকাশ সাধন কৰে।

**গ) নৈতিক আৰু আধ্যাত্মিক মূল্য :** সহপাঠ্যক্ৰমিক কাৰ্যসূচীয়ে নৈতিক আৰু আধ্যাত্মিক বিকাশক উদগণি যোগায়। নৈতিক আৰু আধ্যাত্মিক ধাৰণাবোৰে শিক্ষাৰ্থীসকলক সৎসাহসী কৰি তোলে। বিভিন্ন কাৰ্যসূচীৰ মাধ্যমত সাধুতা, সত্যবাদিতা, ন্যায়পৰায়নতা আৰু পবিত্ৰতা আদিৰ দৰে গুণবোৰ বিকশিত হয়। এই ক্ষেত্ৰত ৰাতিপুৱাৰ সভা, প্ৰাৰ্থনা, নিজস্ব চৰকাৰ (ছাত্ৰ-ছাত্ৰীৰ), মহান ব্যক্তিৰ জন্মদিন পালন আৰু সমাজসেৱা কাৰ্যসূচীৰ প্ৰভাৱ অপৰিসীম।

**ঘ) নাগৰিকত্বৰ মূল্য :** ছাত্ৰ একতা সভা, বিদ্যালয় সভা, বিদ্যালয় উৎসৱ, সামাজিক উৎসৱ, ধৰ্মীয় উৎসৱ আদিত যোগদান কৰাৰ ফলত শিক্ষাৰ্থীয়ে নাগৰিকত্বৰ

প্ৰকৃত মূল্যবোধৰ উমান পায় । এই অনুষ্ঠানবোৰেই শিক্ষাৰ্থীসকলক নাগৰিকৰ দায়িত্ব আৰু কৰ্তব্যৰ প্ৰকৃত জ্ঞান দিয়ে আৰু উদ্যম যোগান ধৰে । এনে অনুষ্ঠানৰ মাধ্যমত স্বাস্থ্যকৰ ভাবৰ আদান প্ৰদান কৰিবলৈ সক্ষম হয় । অস্বাস্থ্যকৰ ভাবৰ আদান প্ৰদান হলে সমাজে ভাৰসাম্যতা হেৰুৱায় । সহপাঠ্যক্ৰমিক কাৰ্যসূচীয়ে শিক্ষাৰ্থীসকলক তেনে ধাৰণাৰ পৰা আঁতৰায় আনে ।

ঙ) সহপাঠ্যক্ৰমিক কাৰ্যসূচীত যোগদান কৰি শিক্ষাৰ্থীসকলে দলীয় মনোভাবৰ সচেতনতা আনে । দলৰ মাজত শিক্ষাৰ্থীৰ স্থান আৰু ভূমিকা কেনেকুৱা হোৱা দৰকাৰ তাৰ প্ৰশিক্ষণ পায় । এনেবোৰ কাৰ্যসূচীয়ে সমাজত বাস কৰাৰ প্ৰশিক্ষণো শিক্ষাৰ্থীসকলক দিয়ে আৰু সামাজিক জীৱনৰ কলাৰ জ্ঞান দান কৰে । সহপাঠ্যক্ৰমিক কাৰ্যসূচীত যোগদান কৰি শিক্ষাৰ্থীসকলে সমাজ আৰু ব্যক্তিৰ মাজত থকা সম্বন্ধৰ বিষয়ে জ্ঞান পায় । দলৰ লগত কাম কৰিবলৈ সুবিধা পায় আৰু সুঅভ্যাস গঢ় দিয়ে । মহিউদ্দিন নামৰ চিন্তাবিদ এগৰাকীয়ে তলত দিয়া কথাশাৰী এই ক্ষেত্ৰত প্ৰকাশ কৰিছিল । তেওঁ কৈছিল "By reason of the social appeal of extra-curricular activities, their co-operative method, their spontaneity, and their intrinsic interest, they are a siguificant social medium for the civic training of the young."

চ) **সাংস্কৃতিক মূল্য :** সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ ভিতৰত, লোকসংগীত, লোক নৃত্য, নাটক, প্ৰদৰ্শনী, ভ্ৰমণ, সংলাপ, যাদুঘৰ প্ৰদৰ্শন, ধৰ্মীয়, সামাজিক আৰু জাতীয় উৎসৱ পালন, সাংস্কৃতিক পৰম্পৰা আদি ধাৰণাৰ মাধ্যমেৰে শিক্ষাৰ্থীসকলে সংস্কৃতিৰ জ্ঞান পায় আৰু বুজিবলৈ সক্ষম হয় । সম্ভৱপৰ হলে বিদ্যালয়তে যাদুঘৰ স্থাপন কৰিব লাগে আৰু সংস্কৃতিৰ মূল্যবোধ জগাই তোলাৰ চেষ্টা কৰিব লাগে ।

ছ) **সৌন্দৰ্য্যবোধৰ মূল্য :** সহপাঠ্যক্ৰমিক কাৰ্যসূচীয়ে সৌন্দৰ্যবোধৰ মূল্য শিক্ষাৰ্থীসকলক প্ৰদান কৰে । সংগীত, নৃত্য, ছবি অঁকা, পুতলা গঢ়া, চাৰ্ট আৰু মডেল গঢ়া, ফুল প্ৰদৰ্শনী আৰু সাজ-পোচাক প্ৰদৰ্শনীৰ মাধ্যমত সৌন্দৰ্যবোধৰ জ্ঞান অৰ্জন কৰে । শিক্ষাৰ্থীৰ মনত সৌন্দৰ্যবোধৰ ধাৰণাৰ উদয় হোৱাত সহপাঠ্যক্ৰমিক কাৰ্যসূচীয়ে উদগণি যোগায় । 'সত্যই সুন্দৰ' আৰু 'সুন্দৰেই সত্য' তাৰ প্ৰকৃত মূল্যবোধ শিক্ষাৰ্থীৰ মনত জগাই তুলিবলৈ চেষ্টা কৰিব লাগিব ।

জ) **আত্মানুশাসনৰ মূল্য :** সহপাঠ্যক্ৰমিক কাৰ্যসূচীত যোগদান কৰি শিক্ষাৰ্থীসকলে অনুশাসনৰ প্ৰকৃত মূল্যৰ কথা শিকে । তেওঁলোকে নিজে নিজে অনুশাসিত হয় । খেল ধেমালি, তৰ্কসভা, নাট্যাভিনয়, সংঘ আদিৰ মাধ্যমত শিক্ষাৰ্থীয়ে নিয়ম কানুনৰ বিষয়ে শিকে । অনুষ্ঠানৰ নিয়ম কানুনৰ মাজেৰে আত্মানুশাসনৰ শিক্ষা লাভ কৰে আৰু কৰ্মৰ প্ৰতি স্পৃহা জগাই তোলাত শিক্ষাৰ্থীসকলক সহায় কৰে ।

ঝ) **বিনোদনৰ মূল্য :** সহপাঠ্যক্ৰমিক কাৰ্যসূচীয়ে শিক্ষাৰ্থীসকলক নানাধৰণৰ

আনন্দ উপভোগ কৰিবলৈ সক্ষম কৰে। অৱসৰ সময়খিনি যাতে সদ্ব্যৱহাৰ হয় তাৰ প্ৰতি লক্ষ্য ৰখা দৰকাৰ। নাচ গান, খেল ধেমালিৰ মাধ্যমত আনন্দ উপভোগ হয়। সেই আনন্দই শিক্ষাৰ্থীৰ মানসিক, আবেগিক আৰু নৈতিক স্বাস্থ্য উন্নত কৰিবলৈ সক্ষম হয়।

ঞ) সহপাঠ্যক্ৰমিক কাৰ্যসূচীয়ে দলগত ধাৰণা শিক্ষাৰ্থীসকলৰ মাজত আনি দিয়ে। ছাত্ৰ-একতাসভা তৰ্কসভা, সংঘ সমাজ, খেলৰ দল আদিত একোজন গুৰিয়ালৰ প্ৰয়োজন। গুৰিয়াল বা নেতাগৰাকীৰ কিছুমান গুণৰ প্ৰয়োজন। তাৰ ভিতৰত আত্মবিশ্বাস, নিশ্চিত চিন্তা, তৎকালিন সিদ্ধান্ত লব পৰা ক্ষমতা, সাহস, ধৈৰ্য্য, সহনশীলতা, বিচাৰশক্তি, সংহতিৰ ভাৱ আদিৰ দৰে গুণবোৰ এগৰাকী নেতাৰ থাকিব লাগে। শিক্ষাৰ্থীসকলে সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ মাধ্যমত নেতৃত্বৰ মূল্যৰ জ্ঞান পাবলৈ সক্ষম হয়।

এইবোৰৰ উপৰিও সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ আন আন ক্ষেত্ৰটো যথেষ্ট মূল্য আছে। তাৰ ভিতৰত সমাজ আৰু বিদ্যালয়ৰ মাজত সৌহাৰ্দ পূৰ্ণভাৱ গঢ়ি তোলা, শিক্ষা আহৰণ আৰু আয়, বৃত্তিৰ বাবে প্ৰস্তুতি, নিৰ্দেশনা দানত সাহাৰ্য্য প্ৰদান আদিৰ ক্ষেত্ৰটো মূল্যবোধ জগাই তুলিব লাগিব।

## সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ সংগঠনৰ নীতি সমূহ (Principles of Oragnisation of Co-curricular activities)

সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ সাংগঠনিক দিশৰ কিছুমান নীতি আছে। সেই নীতিবোৰে সহপাঠ্যক্ৰমিক কাৰ্যসূচীক অধিক অৰ্থপূৰ্ণ, মনোযোগী আৰু ফলপ্ৰসূ কৰি তোলে। কেইটামান নীতিৰ কথা তলত আলোচনা কৰা হ'ল।

**১) নিৰ্ব্বাচনৰ নীতি ঃ** সহপাঠ্যক্ৰমিক কাৰ্যসূচীবোৰ অতি সাধাৰণভাবে নিৰ্ব্বাচন কৰিব লাগে। নিৰ্ব্বাচন কৰিবলৈ যোৱাৰ সময়ত তলত উল্লেখ কৰা দিশকেইটাৰ ওপৰত গুৰুত্ব দিব লাগিব।

ক) বিভিন্ন ধৰণৰ কেইবাটাও কৰ্মসূচী।

খ) অৰ্থনৈতিক কৰ্মসূচী।

গ) শিক্ষামূলক কৰ্মসূচী।

ঘ) মুক্ত ইচ্ছাৰ কৰ্মসূচী।

ঙ) শিক্ষাৰ্থী আৰু বিদ্যালয়ৰ প্ৰয়োজন পূৰণ কৰিব পৰা কৰ্মসূচী।

চ) ভাৰসাম্যতা ৰক্ষা কৰিব পৰা কৰ্মসূচী, ইত্যাদি।

**২) সময় আৰু স্থান দিব পৰা নীতি ঃ** সহপাঠ্যক্ৰমিক কাৰ্যসূচী সংগঠন কৰোতে স্থান আৰু কাললৈও লক্ষ্য কৰিব লগীয়া হয়। শিক্ষাৰ্থীসকলৰ যদি অধিক আগ্ৰহ থাকে বিদ্যালয়ৰ সময়ৰ ভিতৰত সহপাঠ্যক্ৰমিক কাৰ্যসূচীক অন্তৰ্ভূক্ত কৰিব পাৰি। সেই সময়খিনিক কৰ্মৰ সময় হিচাপে নিৰ্ধাৰণ কৰিব লাগিব। সেই সময়খিনিৰ

ভিতৰত নির্দিষ্ট কর্মসূচীহে থাকিব । বহুতো ৰাজ্যিক চৰকাৰে বিদ্যালয়ৰ সময় তালিকাত 'কর্মৰ সময়' নামেৰে নির্দিষ্ট সময় দিয়াৰ নির্দেশনা পোৱা যায় ।

**৩) অভিৰোচনৰ নীতি ঃ শিক্ষাৰ্থীসকলক সহপাঠ্যক্রমিক কার্যসূচীত অংশগ্ৰহণ কৰাৰ বাবে অভিৰোচিত কৰিব লাগিব । শৈক্ষিক মূল্যবোধৰ দিশৰ পৰা চাবলৈ গলে, কব লাগিব যে সকলো শিক্ষাৰ্থীয়ে সহপাঠ্যক্রমিক কাৰ্যসূচীত অংশগ্ৰহণ কৰা দৰকাৰ । অভিৰোচন সৃষ্টি কৰাৰ বাবে তলৰ দিশ কেইটাৰ ওপৰত গুৰুত্ব আৰোপ কৰিব পাৰি ।**

ক) কর্মসূচীৰ তালিকা যোগান

খ) অংশগ্ৰহণত উৎসাহ প্ৰদান ।

গ) গণতান্ত্রিক সুবিধা প্রদানৰ ব্যৱস্থা গ্ৰহণ ।

ঘ) গণতান্ত্রিক সংগঠন ।

ঙ) লক্ষ্য নির্ধাৰণ ।

চ) প্রকৃত মূল্য প্রদান ।

**৪) নিয়ম কানুনৰ নীতি ঃ** প্রত্যেকটো সংগঠনৰ কিছুমান নির্ধাৰিত নীতি নিয়ম থাকিব লাগে, নির্দিষ্ট সদস্য থাকিব লাগে, উদ্দেশ্য থাকিব লাগে, কার্যবাহী সদস্য নিৰ্ব্বাচনৰ পদ্ধতি থাকিব লাগে । অনুষ্ঠানৰ মূৰব্বী গৰাকীৰ পোষকতাত শিক্ষক সদস্যসকলে নীতিখিনি নির্ধাৰণ কৰি লব লাগে ।

**৫) নির্দেশনা আৰু উপদেশৰ নীতি ঃ** সহপাঠ্যক্রমৰ প্রকৃত নিৰ্ব্বাচন আৰু সংগঠনৰ ক্ষেত্ৰত কিছুমান নির্দেশনা আৰু উপদেশৰ প্রয়োজন । এই ক্ষেত্ৰত মাধ্যমিক শিক্ষা আয়োগে তলত দিয়া ধৰণেৰে মত প্ৰকাশ কৰিছিল । আয়োগৰ মতে 'While the students should be encouraged in every activity to stand on their own feet and develop these activities through their own initiative, the teachers should be at hand to help and guide them so that their educative possibilities may be fully exploited and they may ensure that students take part in one or more of these activities' সহপাঠ্যক্রমিক কার্যসূচীক সুন্দৰৰূপে সংগঠন কৰিবলৈ উপযুক্ত নির্দেশনা আৰু উপদেশ দিবলৈ হলে তলৰ দিশবোৰৰ ওপৰত গুৰুত্ব দিব লাগিব ।

ক) নির্দেশক গৰাকী বন্ধুত্বসূলভ আৰু সৌহার্দপূর্ণ হব লাগিব ।

খ) নির্দেশক গৰাকীয়ে সকলোৰে মন বুজি কাম চলাব পাৰিব লাগিব ।

গ) নির্দেশক গৰাকী উদ্যমশীল হব লাগিব ।

ঘ) নির্দেশক গৰাকী উৎসর্গীত হোৱা দৰকাৰ ।

ঙ) নির্দেশক গৰাকী বিশেষ জ্ঞানশীল আৰু দক্ষ হোৱা দৰকাৰ ।

**৬) প্রকৃত প্রচাৰৰ নীতি ঃ সহপাঠ্যক্রমিক কাৰ্যসূচীবোৰৰ সঠিক প্রচাৰ আৰু**

চিনাক্ত কৰণ হ'ব লাগে । সমাজ তথা সম্প্ৰদায়ক, কাৰ্যসূচীৰ বিষয়ে অৱগত কৰাব লাগিব তেতিয়াহে ইয়াৰ সফল ৰূপায়ণ হ'ব ।

৭) **অন্তৰ্ভূক্তকৰণৰ নীতি :** প্ৰত্যেকটো সংগঠনে সহপাঠ্যক্ৰমিক কাৰ্যসূচী সমূহৰ তালিকাভূক্ত কৰি অন্তৰ্ভূক্ত কৰি ল'ব লাগে । কাৰ্যসূচী সমূহৰ প্ৰকৃতিলৈ লক্ষ্য কৰি বিভিন্ন ভাগত ভগাই ল'ব লাগে আৰু শিক্ষাৰ্থীৰ অংশগ্ৰহণ, খৰছৰ তালিকা, আঁচনিৰ মূল্যায়ণ আদিক সুন্দৰকৈ লিখি ল'ব লাগে । ইয়াৰ উপৰিও বাৰ্ষিক প্ৰতিবেদন এখন প্ৰস্তুত কৰিব লাগে ।

৮) **আন নিৰ্দেশনা সমূহ :** ওপৰত উল্লেখ কৰা নীতিবোৰৰ উপৰিও কেইটামান সাধাৰণ নিৰ্দেশনা আছে যিবিলাক নিৰ্দেশনাই সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ সাংগঠনিক দিশটো শক্তিশালী কৰি তোলে ।

ক) সহপাঠ্যক্ৰমিক কাৰ্যসূচী নিম্ন পৰ্য্যায়ৰ পৰা আৰম্ভ কৰি ক্ৰমাগতভাৱে শেষ কৰিব লাগে ।

খ) নতুন কাৰ্যসূচী হাতত ললে সাৱধানে প্ৰয়োগ কৰাৰ ব্যৱস্থা কৰিব লাগে ।

গ) বিদ্যালয়ৰ প্ৰায় সকলোবোৰ শিক্ষককে কৰ্মসূচীৰ দায়িত্বভাৰ দিব লাগে ।

ঘ) শিক্ষক সকলৰ মাজত ন্যায়সংগতভাৱে কৰ্তব্য সমূহ ভগাই দিব লাগে ।

ঙ) শিক্ষক সকলক এই ক্ষেত্ৰত সামান্য ধৰণে হলেও অতিৰিক্ত পাৰিতোষিক দিব লাগে । নহলে শিক্ষণৰ দায়িত্বৰ বোজা কিছু পাতল কৰি দিব লাগে । কোনো শিক্ষককে অধিক দায়িত্ব দিব নালাগে আৰু কাকো ৰেহাই দিবও নালাগে ।

চ) সহপাঠ্যক্ৰমিক কাৰ্যসূচীসমূহ বিদ্যালয়ৰ আদৰ্শৰ লগত খাপ খোৱাকৈ সংগঠন কৰিব লাগে আৰু সমাজৰ উপযোগী হোৱাকৈ অনুশীলন কৰিব লাগে ।

ছ) উপযুক্ত সহপাঠ্যক্ৰমিক কাৰ্যসমূহ প্ৰয়োগ কৰিবলৈ লওতে অভিভাৱক আৰু সমাজৰ আগৰণুৱা ব্যক্তি সকলক আমন্ত্ৰণ জনাব লাগে ।

জ) শিক্ষাৰ্থীসকলক নিয়মীয়া পাঠ্যক্ৰমতকৈ সহ পাঠ্যক্ৰমিক কাৰ্যসূচীত অধিক ভাবে স্বাধীনতা আৰু দায়িত্ব দিয়াৰ ব্যৱস্থা কৰিব লাগে ।

ঝ) এনে কাৰ্যসূচীৰ বাবে অধিক ভাবে শিক্ষাৰ্থীক খৰচান্ত কৰিব নালাগে ।

ঞ) সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ বাবে তোলা বৰঙণিৰ আটাইখিনি এটা বা দুটা কাৰ্যসূচীতে শেষ কৰিব নালাগে । খৰচ পাতি সীমিত কৰি অধিক সংখ্যক কাৰ্যসূচীৰ সফল ৰূপায়ণৰ ব্যৱস্থা হাতত ল'ব লাগে ।

ট) সহপাঠ্যক্ৰমিক কাৰ্যসূচী সমূহ আনক দেখুওৱাৰ বাবে প্ৰয়োগ কৰিব নালাগে । শিক্ষাৰ্থীৰ যাতে লাভ হয় তাৰ প্ৰতিহে লক্ষ্য ৰখা দৰকাৰ ।

ঠ) সহপাঠ্যক্ৰমিক কাৰ্যাৱলীৰ নিৰ্দেশক সকলক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিব লাগে ।

ড) সময়ে সময়ে কাৰ্যৱলীসমূহৰ প্ৰয়োগৰ সফলতা আহিছে নে অহা নাই

তাৰ মূল্যায়ণ কৰি হোৱাৰ ব্যৱস্থা ৰাখিব লাগে ।

**সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ সীমাবদ্ধতা সমূহ (Limitation of Co-curricular activities)**

মাধ্যমিক বিদ্যালয়ৰ শিক্ষাৰ্থীসকলৰ বিকাশৰ বাবে সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ প্ৰয়োজন । কিন্তু বাস্তবিকতে ইয়াৰ প্ৰয়োগ ব্যৱস্থা যথেষ্ট ক্ৰুটিপূৰ্ণ বুলি কব পাৰি । ইয়াৰ ক্ৰুটি আৰু সীমাবদ্ধতা সমূহ তলত দিয়া ধৰণৰ ।

**১) সাধাৰণ অধ্যয়নত ক্ষতি সাধন কৰে ঃ** সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ অধিক প্ৰয়োগে সাধাৰণ অধ্যয়নত ক্ষতি সাধন কৰে । কাৰ্যসূচীসমূহৰ অধিক সংখ্যকতে আখৰা বা অনুশীলনৰ প্ৰয়োজন । যদি দীঘলীয়া সময় অনুশীলনত কটোৱা হয় তেতিয়া হলে শ্ৰেণীবোৰ কমাই দিব লগীয়া হয় । বাহিৰৰ খেল ধেমালি, সাংস্কৃতিক কাৰ্যসূচী আদিত যোগদান কৰিবলৈ গলে বহুদিন ক্ষতি হয় আৰু তাৰ ফলত খেলুৱৈৰ লগতে শিল্পী মনৰ শিক্ষাৰ্থীসকল পঢ়া শুনাত পিছ পৰি যায় আৰু দুৰ্বল হৈ পৰা দেখা যায় ।

**২) কাৰ্যসূচীৰ ভিন্নতা নাই ঃ** বহু সংখ্যক বিদ্যালয়ত মাত্ৰ কেইবিধমান সহপাঠ্যক্ৰমিক কাৰ্যসূচীকহে প্ৰবৰ্তন কৰা দেখা যায় । শিক্ষাৰ্থীসকলৰ ব্যক্তিগত ৰুচি, অভিৰুচি, আগ্ৰহ, প্ৰৱণতা, লিখাৰ দক্ষতা, বুদ্ধি, অভিনয়ৰ দক্ষতা আদিলৈ কোনো ধৰণৰ লক্ষ্য নাথাকে । দুই এটা কাৰ্যসূচী সম্পাদন কৰি বঁটা বিতৰণী সভা পাতি অৰ্থখিনি শেষ কৰিলেই কাম শেষ বুলি ধৰি লয় । এনে কৰিলে প্ৰকৃত উদ্দেশ্যত উপনীত হব নোৱাৰি ।

**৩) আহিলাপাতিৰ অভাৱ ঃ** অধিক সংখ্যক বিদ্যালয়ৰে আহিলা পাতিৰ অভাৱ থাকে । বিদ্যালয়ৰ খেল পথাৰখনক ঢাকণি নোহোৱা বিদ্যালয় বুলি কোৱা হয় । বিদ্যালয়বোৰৰ প্ৰায় ভাগৰে খেল পথাৰ নাই । খেলৰ সামগ্ৰী সমূহ বহুত বিদ্যালয়ে যোগান ধৰিব নোৱাৰে ; সভা আদি অনুষ্ঠিত কৰিবলৈ প্ৰেক্ষাগৃহৰ ব্যৱস্থা নাই, বহাৰ আচবাব নাই । এনেবোৰ অভাব থকা হেতুকে শিক্ষাৰ্থীসকলৰ কোনো ধৰণৰে বিকাশ হৈ নুঠে ।

**৪) শিক্ষকৰ অভাৱ ঃ** শিক্ষাদান, সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ সফল ৰূপায়ণ আদি সকলোতে শিক্ষকৰ প্ৰয়োজন হয় । বিদ্যালয় সমূহৰ কিছুমানত উপযুক্ত শিক্ষকৰ অভাৱ থাকে, তাৰফলত শ্ৰেণী পাঠদান সম্ভৱ হৈ নুঠে । তেনেবোৰ বিদ্যালয়ত সহপাঠ্যক্ৰমিক কাৰ্যসূচী প্ৰয়োগ কৰাটো সম্ভৱ হৈ নুঠে । খেলৰ বাবে, সংগীতৰ বাবে, শৰীৰ চৰ্চাৰ বাবে সুকীয়া সুকীয়া শিক্ষকৰ প্ৰয়োজন । যিহেতু পাঠদানৰ শিক্ষকৰে অভাব থাকে তেনেস্থলত সহপাঠ্যক্ৰমবোৰৰ বাবে ভিন্ন শিক্ষক পোৱাটো সম্ভৱেই নহয় ।

**৫) শিক্ষকৰ ওপৰত অধিক বোজা ঃ** শিক্ষাৰ্থীসকলৰ সংখ্যা অধিক হোৱা

বাবে শ্ৰেণীৰ সংখ্যাও অধিক হৈ পৰে। একোগৰাকী শিক্ষকৰ ভাগত দিনটোত ৬/৭ পিৰিয়ডকৈ পৰে। এনেদৰে শ্ৰেণী কক্ষত ব্যস্ত থাকি খেল ধেমালি, গান বাজনা, নাটক, শ্ৰব্য দৃশ্য আদি সংগঠিত কৰাটো সহজ কাম হৈ নপৰে। অধিক বোজা পৰিলে কোনো কামেই সুচাৰুৰূপে সম্পাদন নহয়। সেইবাবে বোজা পাতল হোৱা প্ৰয়োজন। যিবিলাক শিক্ষকৰ শিক্ষাৰ শ্ৰেণী অধিক থাকে তেওঁলোকক সহপাঠ্যক্ৰমৰ বোজা পাতল কৰি দিব লাগে আৰু তেনেদৰে সহপাঠ্যক্ৰমৰ বাবে উপযুক্ত শিক্ষকক শ্ৰেণী কক্ষৰ বোজা পাতল কৰি দিব লাগে।

**৬) ত্ৰুটিপূৰ্ণ সময় তালিকা :** বিদ্যালয়ৰ সময় তালিকাত নিয়মিয়া ভাবে সহপাঠ্যক্ৰমৰ কাৰ্যসূচী অন্তৰ্ভুক্ত কৰিব লাগে। বিদ্যালয়বোৰৰ সময় তালিকাত সহপাঠ্যক্ৰমিক কাৰ্যসূচীক অন্তৰ্ভুক্ত কৰা দেখা নাযায়। তাৰ ফলত আঁচনি আদি নোহোৱাকৈ, খেলধেমালি, নাটক, গীতমাত, শ্ৰব্যদৃশ্য আদি সম্পাদন কৰিবলগীয়া হয় আৰু খেলিমেলি আহি পৰে।

**৭) পাঠদান কাৰ্যসূচীত অধিক গুৰুত্ব আৰোপ :** বিদ্যালয়বোৰত অধিক ভাবে গুৰুত্ব দিয়া হয় পাঠদান কাৰ্যসূচীত। বিদ্যালয়বোৰৰ লক্ষ্য হ'ল শিক্ষাৰ্থীসকলে ফলাফল তালিকাত উচ্চ স্থান পাব লাগে, মেধা বৃত্তি অধিক পাব লাগে। আহৰি সময়খিনি পঢ়িলে শ্ৰেণী সম্পাদন কৰিবলৈয়ে বিচৰা হয়। পৰীক্ষাৰ ফলাফলকে মূল হিচাবে ধৰা হয়। সেয়েহে সহপাঠ্যক্ৰমিক কাৰ্যসূচী পিছপৰি থাকে।

**৮) শিক্ষাৰ্থীসকলৰ যোগদান বা অংশগ্ৰহণ সীমিত ধৰণৰ :** সহপাঠ্যক্ৰমিক কাৰ্যসূচীত অংশগ্ৰহণ কৰা শিক্ষাৰ্থীৰ সংখ্যা তেনেই তাকৰ। মাত্ৰ কেইজনমান শিক্ষাৰ্থীয়ে বিভিন্ন কাৰ্যসূচীত অংশগ্ৰহণ কৰে। বৰ্তমান সময়ত শিক্ষা ব্যৱস্থাতহে এনে অৱস্থা হোৱা দেখা যায়। ইয়াৰ অৱশ্যে কিছুমান কাৰণো নোহোৱা নহয়। শিক্ষাৰ্থীসকলৰ আগ্ৰহৰ অভাৱ আৰু নিৰ্দেশনা নেথাকে। পৰীক্ষাত উত্তীৰ্ণ হোৱাত কোনো মূল্য দিয়া নহয়, সভা, সমিতি আদিত ৰস সৃষ্টি নহয়, অৰ্থনৈতিক অভাৱ থাকে, সংগঠিত কৰাৰ বাবে ঠাইৰ অভাৱ, চহৰ অঞ্চলত খেল পথাৰ নাথাকে, পঢ়াৰ পাঠ্যক্ৰমৰ বোজা অধিক, প্ৰশিক্ষণপ্ৰাপ্ত শিক্ষকৰ অভাৱ আদিৰ দৰে কাৰণবোৰৰ বাবে শিক্ষাৰ্থীসকল আগ্ৰহী হৈ পৰা দেখা নাযায়।

**৯) শিক্ষকৰ মনোযোগৰ অভাৱ :** সহপাঠ্যক্ৰমিক কাৰ্যসূচী ৰূপায়ণৰ ক্ষেত্ৰত শিক্ষক সকলৰো আগ্ৰহ কম দেখা যায়। 'এনেবোৰ কৰি কি হ'ব' ধাৰণাটো শিক্ষকৰ মনত ঠাই পোৱাত সহপাঠ্যক্ৰমিক কাৰ্যসূচী অৱহেলিত হোৱা দেখা যায়। শিক্ষক সকল আগ্ৰহী নোহোৱাৰ কিছুমান কাৰণ থাকে। তাৰ ভিতৰত, শ্ৰেণী শিক্ষাৰ কাম কমাই দিয়া নহয়, অতিৰিক্ত বানচ দিয়াৰ ব্যৱস্থা নাই, প্ৰশিক্ষণ দিয়া নহয়, নতুন আদৰ্শ আৰু ধাৰণাৰ জ্ঞান নাথাকে, পৰীক্ষাৰ ফলাফল সমূহেহে শিক্ষকক দক্ষ বুলি নিৰূপিত কৰা হয় আদি ধাৰণাবোৰেই প্ৰধান।

**সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ উপকাৰিতা (Advantages of Co-curricular activities)**

সহপাঠ্যক্ৰমিক কাৰ্যসূচীবোৰ শিক্ষাৰ্থী তথা সমাজৰ বাবে উপযোগী । এনেবোৰ কাৰ্যসূচীয়ে পাঠ্যক্ৰমৰ বিকাশত বহুলভাবে সহায় কৰে আৰু বিদ্যালয় আৰু সমাজৰ মাজত সম্বন্ধ সুদৃঢ় কৰি তোলে । উপকাৰিতাৰ কেইটামান দিশৰ বৰ্ণনা ভাঙি ধৰা হল ।

**১) সহপাঠ্যক্ৰমিক কাৰ্যসূচী শিক্ষাৰ্থীসকলৰ বিকাশৰ বাবে উপযোগী ঃ**

সহপাঠ্যক্ৰমিক কাৰ্যসূচীয়ে শিক্ষাৰ্থীসকলৰ মনোযোগ স্থাপিত হোৱাত সহায় কৰে আৰু নতুন মনোযোগৰ বিকাশত সহায় কৰে । শিক্ষাৰ্থীসকলক অভিজ্ঞতাৰ মাধ্যমেৰে নাগৰিকত্বৰ শিক্ষা দিয়ে আৰু অন্তৰ্দৃষ্টিৰ মাধ্যমেৰে নেতৃত্ব, বন্ধুত্ব, সহযোগ আৰু স্বাধীন কৰ্মৰ প্ৰেৰণা যোগায় । সহপাঠ্যক্ৰমে শিক্ষাৰ্থীসকলক বিদ্যালয় উদ্যম আৰু নৈতিকতাৰ বিকাশ সধায় । ইয়াৰ মাধ্যমত শিশু আৰু যুবক সকলে দলীয় প্ৰৱণতাক সন্তুষ্ট কৰিবলৈ সুবিধা পায় । সহপাঠ্যক্ৰমিক কাৰ্যসূচীয়ে নৈতিক আৰু আধ্যাত্মিক বিকাশৰ উদগণি যোগায় । ইয়াৰ দ্বাৰা শিক্ষাৰ্থীসকলে তেওঁলোকৰ শাৰীৰিক আৰু মানসিক স্বাস্থ্য শক্তিশালী কৰিবলৈ সক্ষম হয় । সহপাঠ্যক্ৰমৰ কাৰ্যসূচী সমূহত যোগদান কৰাৰ ফলত সামগ্ৰীক ভাবে সামাজিক বিকাশ সাধন হয় । শিক্ষাৰ্থীসকলৰ মাজত সহযোগ স্থাপন হোৱাৰ ই এবিধ উপযুক্ত মাধ্যম । ই শিক্ষাৰ্থীসকলৰ মনত সৃষ্টিশীল ধাৰণা যোগায় তোলে ।

**২) সহপাঠ্যক্ৰমিক কাৰ্যসূচীয়ে পাঠ্যক্ৰমৰ বিকাশত অৱদান আগবঢ়ায় ঃ**

সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ আন এটি উল্লেখযোগ্য উপকাৰিতা হল পাঠ্যক্ৰমত অৰিহণা যোগোৱা । শ্ৰেণী কক্ষৰ অভিজ্ঞতাৰ আন এটি উপাদান হিচাবে সহ পাঠ্যক্ৰমে কাম কৰে । সহপাঠ্যক্ৰমে নতুন শিক্ষণৰ বিস্ফোৰণ ঘটায় আৰু অভিজ্ঞতা সঞ্চয় হোৱাত সহায় কৰে । যিটো দিশ পাঠ্যক্ৰমত সন্নিবিষ্ট হৈ থাকে সেই দিশটোৰ বিকাশটো ই সহায় কৰে । সহপাঠ্যক্ৰমে ব্যক্তিসকলক দলগত নিৰ্দেশনা আৰু অতিৰিক্ত সুবিধা প্ৰদান কৰে । শ্ৰেণী কক্ষৰ শিক্ষাদানত ই অভিৰুচি আনি দিয়ে ।

**৩) সহপাঠ্যক্ৰমিক কাৰ্যসূচীয়ে বিদ্যালয় প্ৰশাসন ব্যৱস্থাত অধিক ভাবে ফলপ্ৰসূ কৰাত অৱদান আগবঢ়ায় ঃ**

সহপাঠ্যক্ৰমিক কাৰ্য্যসূচীয়ে শিক্ষাৰ্থী, বিষয়, প্ৰশাসন আৰু সাংগঠনিক দিশক একত্ৰিত হোৱাত সহায় কৰে আৰু দলগত ভাবে কৰ্ম সম্পাদন কৰাত ফলপ্ৰসুতা আনি দিয়ে । ইয়াৰ মাধ্যমত যুবক-যুৱতীসকলে তেওঁলোকৰ আহৰি সময় সুন্দৰভাবে অতিবাহিত কৰিব পাৰে । সহপাঠ্যক্ৰম কাৰ্যসূচীৰ লগত যিবিলাক শিক্ষক জড়িত হৈ থাকে তেওঁলোকে শিক্ষাৰ্থীসকলক সহজে বুজি পায় ।

**৪) সহপাঠ্যক্ৰমিক কাৰ্যসূচীয়ে সমাজৰ বিকাশৰ ক্ষেত্ৰত অৱদান আগবঢ়ায় ঃ**

সহপাঠ্যক্ৰমৰ কাৰ্যসূচী সমূহে সমাজ আৰু বিদ্যালয়ৰ মাজত সুন্দৰভাবে সম্বন্ধ গঢ়ি তোলে। শিক্ষাৰ্থীসকল যেতিয়া ভ্ৰমণ বা শিবিৰ সমূহত যোগদান কৰিবলৈ যায় তেতিয়া বিভিন্ন সমাজৰ লগত মিলিব লগীয়া হয় আৰু সংগঠন সমূহৰ লগত যোগসূত্ৰ স্থাপনৰ প্ৰয়োজন হৈ পৰে। তেনেদৰে এনেবোৰ কাৰ্যসূচীয়ে সমাজক সহায় কৰে। সহপাঠ্যক্ৰমৰ কাৰ্যসূচী সমূহে সমাজৰ বৃহত্তৰ স্বাৰ্থৰ বাবে বিদ্যালয় সমূহক কামত লগোৱায়।

**সামৰণি (Conclusion)**

সহপাঠ্যক্ৰমৰ কাৰ্যসূচীয়ে শিক্ষাৰ পাঠ্যক্ৰমক সুন্দৰ তথা অধিক ফলপ্ৰসু কৰাত সহায় কৰে বুলি আধুনিক শিক্ষাব্যৱস্থাত প্ৰমাণিত হৈছে। অকল পাঠ্যপুথিৰ জ্ঞানে শিক্ষাৰ্থীসকলক সৰ্ব্বাংগীন বিকাশত সহায় নকৰে। শাৰীৰিক মানসিক, নৈতিক, আধ্যাত্মিক আদি দিশবোৰৰ পূৰ্ণবিকাশ হ'বলৈ হলে সহপাঠ্যক্ৰমিক কাৰ্যসূচীত অংশ গ্ৰহণ কৰাটো প্ৰয়োজন। সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ প্ৰকাৰ অধিক। শিক্ষাৰ্থী সকলৰ প্ৰয়োজনলৈ লক্ষ্য ৰাখি সকলো ধৰণৰ কাৰ্যসূচীকে মাধ্যমিক বিদ্যালয়ত প্ৰয়োগ কৰিব পাৰি। সহপাঠ্যক্ৰমিক কাৰ্যসূচী সমূহে প্ৰকৃত পাঠ্যক্ৰমত ব্যাঘাত নজন্মায় তাৰ প্ৰতিও লক্ষ্য ৰাখিব লাগিব। মাধ্যমিক বিদ্যালয়ত প্ৰত্যেক গৰাকী শিক্ষাৰ্থীয়ে যাতে বিভিন্ন কাৰ্যসূচীত অংশ গ্ৰহণ কৰে তাৰ প্ৰতি ব্যৱস্থাপনা মণ্ডলীয়ে নজৰ দিব লাগিব। সেই বাবে সম্ভব হলে সকলো শিক্ষককে ইয়াৰ লগত জড়িত কৰিব লাগে। সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ বিশেষভাবে শৈক্ষিক তাৎপৰ্য আছে আৰু ই শিক্ষাৰ্থীসকলৰ জীৱনত প্ৰকৃত মূল্যবোধৰ সৃষ্টি কৰিবলৈ সক্ষম হয়। এনে কাৰ্যসূচী সমূহে শিক্ষাৰ্থীসকলৰ স্বাস্থ্যকৰ ব্যক্তিত্ব বিকাশত সহায় কৰে। বিদ্যালয়ত যদি সহপাঠ্যক্ৰমৰ ব্যৱস্থা নাথাকে তেতিয়া হলে সেই বিদ্যালয়খন শিক্ষণ কাৰখানা হ'ব, শিক্ষক সকল হ'ব খবৰ যোগাওতা, শিক্ষাৰ্থীসকল হ'ব কিতাপৰ পোক আৰু শিক্ষা সম্প্ৰসাৰণ হ'ব মুখস্থ বিদ্যাৰ মাধ্যমত।

## প্ৰশ্নাৱলী

১। সহপাঠক্ৰমিক কাৰ্যসূচী আৰু ইয়াৰ শৈক্ষিক গুৰুত্ব।

২। সহপাঠ্যক্ৰমিক কাৰ্যসূচী আৰু ইয়াৰ শৈক্ষিক তাৎপৰ্য।

৩। সহপাঠ্যক্ৰমিক কাৰ্যসূচী আৰু শিক্ষা ।

৪। সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ শৈক্ষিক মূল্য ।

৫। মাধ্যমিক শিক্ষা পৰ্য্যায়ত সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰ গুৰুত্ব ।

## Exercise

1 Co-curricular activities and its Educational importance.

2 Co-curricular activities and its educational significance.

3 Co-curricular activities and education

4 Educative value of co-curricular activities

5 Importance of co-curricular activities in the secondary stage of education

# চতুৰ্দশ অধ্যায়

## পুথিভঁড়াল ঃ ইয়াৰ শৈক্ষিক তাৎপৰ্য

## (Library - Its Educational Significance)

**প্ৰস্তাৱনা (Introduction)**

পুথিভঁড়াল এবিধ বিশেষভাবে উল্লেখযোগ্য শিক্ষাৰ কেন্দ্ৰস্থল। শিক্ষাদান, গ্ৰহণ আৰু আহৰণ প্ৰক্ৰিয়াটোক বাস্তবমুখী কৰাৰ ক্ষেত্ৰত পুথিভঁড়ালৰ ভূমিকা অতি তাৎপৰ্য্যপূৰ্ণ। পুথিভঁড়াল এবিধ উল্লেখযোগ্য সামাজিক অনুষ্ঠান। আধুনিক সমাজ ব্যৱস্থাত প্ৰত্যেকগৰাকী ব্যক্তিয়ে একোটা অনুষ্ঠানৰ মাধ্যমত সংগঠিত হৈ থাকিবলৈ বিচাৰে। প্ৰত্যেকটো গুৰুত্বপূৰ্ণ কাম, অৰ্থনৈতিক বা স্বাস্থ্যসেৱা জনিত শিক্ষা বা গৱেষণা, ব্যৱসায় বা উদ্যোগ আনুষ্ঠানিকৰণ হয়। পুথিভঁড়াল আৰু তেনেধৰণৰ অনুষ্ঠান সমূহে জ্ঞান লাভৰ বাবে প্ৰয়োজনীয় সামগ্ৰী তথা আহিলাপাতি সমূহ গোটাই জমাকৰে, পদ্ধতিগত ভাৱে সংগঠিত কৰে আৰু বিতৰণ কৰে। ইয়াৰ সহায়ত খবৰ বতৰা সমূহ সহজে পোৱা যায়। ব্যক্তিৰ সৰ্বাত্মক বিকাশত জ্ঞান আৰু খবৰে বিশেষভাবে অৰিহণা যোগায়। পুথিভঁড়াল আৰু তেনে ধৰণৰ অনুষ্ঠানবোৰে এই জ্ঞান আৰু খবৰৰ যোগান ধৰিবলৈ সক্ষম হয় বাবেই ইয়াৰ গুৰুত্বতা তেনেই অধিক। অনুষ্ঠান সমূহ মানৱ কল্যাণ আৰু বিকাশৰ বাবে সমাজে প্ৰতিষ্ঠা কৰে। শৈক্ষিক অনুষ্ঠানসমূহ যেনে বিদ্যালয়, মহাবিদ্যালয়, বিশ্ববিদ্যালয়, গৱেষণা অনুষ্ঠান, সাংস্কৃতিক অনুষ্ঠান, সুকুমাৰ কলাৰ অনুষ্ঠান, আজৰি সময় কটোৱা অনুষ্ঠান, ব্যৱসায় আৰু উদ্যোগীক অনুষ্ঠান আদিৰ উপৰিও বহু ধৰণৰ সামাজিক অনুষ্ঠান আছে। পুথিভঁড়ালকো তেনেধৰণৰ সামাজিক অনুষ্ঠান বুলি কোৱা হয়। আন আন অনুষ্ঠানসমূহে এটা বা কেইটামান সামাজিক প্ৰয়োজন পূৰণ কৰিবলৈ সক্ষম হয় কিন্তু পুথিভঁড়ালে সমাজৰ সকলোধৰণৰ প্ৰয়োজনকে পূৰণ কৰিবলৈ সক্ষম হয়। গণমাধ্যম হিচাপেও পুথিভঁড়ালৰ ভূমিকা তাৎপৰ্যপূৰ্ণ। শিক্ষানুষ্ঠানৰ পাঠ্যক্ৰমত থকা কথাখিনিয়ে শিক্ষাৰ্থীসকলৰ বাবে যথেষ্ট নহয়। তেওঁলোকৰ মানসিক দিগন্ত তেওঁলোক ডাঙৰ হোৱাৰ লগে লগে বহল হৈ পৰে। তাৰ ফলস্বৰূপে তেওঁলোকে নানা তৰহৰ কথা জানিবলৈ বিচাৰে। সেই জানিবলৈ বিচৰা কথাখিনি পুথিভঁড়ালত তেওঁলোকে পাবলৈ সক্ষম হয়। আধুনিক জগতত বিভিন্ন বিষয়ৰ জ্ঞান এনেদৰে বাঢ়িছে যে আজি শিকা কথাটো কালিলৈ পুৰণি হৈ যাব পাৰে। বিদ্যালয় মহাবিদ্যালয়ৰ পাঠ্যক্ৰমত নতুন নতুন কথাবোৰ সদায় অন্তৰ্ভূক্ত কৰিব পৰা নেযায়। সেয়েহে পুথিভঁড়ালেহে এই দিশৰ চাহিদাখিনি পূৰণ কৰিবলৈ সক্ষম হব।

**পুথিভঁড়াল বিজ্ঞানৰ নীতি (Laws of Library Science)**

পুথিভঁড়ালৰ বিষয়ে জানিবলৈ হলে পুথিভঁড়াল বিজ্ঞানৰ বিষয়ে জানিবলগীয়া হয়। পুথিভঁড়াল বিজ্ঞানৰ পাঁচোটা নীতি আছে। এই নীতি কেইটা ডঃ এচ. আৰ. ৰংগনাথন নামৰ এগৰাকী পুথিভঁড়াল বিজ্ঞানীয়ে নিৰ্দ্ধাৰণ কৰিছিল।

ডঃ ৰংগনাথন এসময়ত মাদ্ৰাছ বিশ্ববিদ্যালয়ৰ পুথিভঁড়াল নিয়ন্ত্ৰক আছিল। লগুণৰ বিভিন্ন পুথিভঁড়ালত কাম কৰি আহৰণ কৰা অভিজ্ঞতাৰ ফলশ্ৰুতিতেই এই নীতি কেইটা নিৰ্দ্ধাৰিণ হৈছিল। নীতি কেইটা হল ঃ-

১) ব্যৱহাৰৰ কাৰণে কিতাপবোৰ (Books are for Use)

২) প্ৰত্যেক পঢ়ুৱৈ তেওঁৰ কিতাপ (Every Reader his book)

৩) প্ৰত্যেক কিতাপ ইয়াৰ পঢ়ুৱৈ (Every books its Reader)

৪) পঢ়ুৱৈৰ সময় বচোৱা (Save the Time of the Reader)

৫) পুথিভঁড়াল হ'ল এটা বিকাশশীল অৱয়ৱ (Library is a Growing Oraganism)

প্ৰথম নীতিটোৱে সামৰি লোৱা দিশবোৰ হ'ল পুথিভাঁলৰ স্থান, পুথিভঁড়ালৰ সময়, পুথিভঁড়াল গৃহ আৰু আচবাব, পুথিভঁড়ালৰ কৰ্মচাৰী।

দ্বিতীয় নীতিটোৱে সামৰি লোৱা দিশবোৰ হ'ল ৰাষ্ট্ৰৰ দায়িত্ব, পুথিভঁড়াল প্ৰশাসক গোটৰ দায়িত্ব, (কিতাপ নিৰ্ব্বাচন, কৰ্মচাৰী পচন্দ কৰা) কৰ্মচাৰী সকলৰ দায়িত্ব, পঢ়ুৱৈ সকলৰ দায়িত্ব, সমল তথা সম্পদ বিভক্তকৰণ।

তৃতীয় নীতিটোৱে সামৰিলোৱা দিশবোৰ হ'ল মুক্ত প্ৰবেশ ক্ষমতা, নতুন তাগুৰণৰ তালিকা, নতুন কিতাপ ৰখাৰ ব্যৱস্থা, কিতাপ প্ৰদৰ্শনী, তালিকা কৰণ।

চতুৰ্থ নীতিটোৱে সামৰিলোৱা দিশবোৰ হ'ল মুক্ত প্ৰবেশ ক্ষমতা, তালিকাভূক্ত কৰণ, শ্ৰেণী বিভক্ত কৰণ অৰ্পিত ব্যৱস্থা।

পঞ্চম নীতিটোৱে সামৰিলোৱা দিশবোৰ হ'ল কিতাপৰ জমা, পঢ়ুৱৈ, কৰ্মচাৰী, শ্ৰেণীবিভক্তকৰণ আৰু তালিকাভুক্তকৰণ, আধুনিকীকৰণ, ভৱিষ্যতৰ বাবে ব্যৱস্থা ৰখা, পুৰণা কিতাপৰ বন্ধন ইত্যাদি।

বৰ্ত্তমান সময়ৰ প্ৰয়োজনীয়তালৈ লক্ষ্য কৰি ওপৰত উল্লেখকৰা নীতি কেইটাৰ ব্যাখ্যা কৰা দেখা যায়। নীতি কেইটাক তলত দিয়া ধৰণেৰে নতুনকৈ নামকৰণ কৰা হৈছে। যেনে—

১) ব্যৱহাৰৰ বাবে খতপত্ৰ / খবৰ (Document/information is for Use)

২) প্ৰত্যেক ব্যৱহাৰকাৰী তেওঁলোকৰ খতপত্ৰ/খবৰ (Every User his/her document / information)

৩) প্ৰত্যেক খতপত্ৰ/খবৰ ইয়াৰ ব্যৱহাৰকাৰী (Every document/information its user)

৪) ব্যৱহাৰকাৰী (পঢ়ুৱৈ) ৰ সময় ৰাহি কৰা বা বচোৱা (Save the time of the User)

৫) খবৰ (বাৰ্তা) ব্যৱস্থা হ'ল এটা বিকাশশীল অৱয়ৱ (Information system is a Growing Organisim)

**ঐতিহাসিক পটভূমি (Historycal Background)**

কিতাপ সংৰক্ষণ বা পুথি সংৰক্ষণ কৰা ব্যৱস্থা ভাৰতবৰ্ষত অতীতৰপৰাই প্ৰচলিত আছিল বুলি কব পাৰি। বৈদিক যুগত বেদবোৰৰ ওপত গুৰুত্ব আৰোপ কৰা হৈছিল আৰু সেই বেদবোৰক সুন্দৰভাবে ৰক্ষণাবেক্ষণ দিয়াৰ ব্যৱস্থাও আছিল। বেদ, উপনিষদ, শ্ৰুতি, স্মৃতি সমূহক সুন্দৰভাবে ৰখাৰ ব্যৱস্থা আছিল বাবেই বৰ্তমানলৈও সেইবোৰৰ প্ৰভাৱ বিদ্যমান হৈ আছে। সেই সময়ত লিখাৰ সামগ্ৰী আবিষ্কাৰ হোৱা নাছিল বাবেই সাঁচিপাত নামৰ এবিধ পাতত্তে মূল্যবান কথাবোৰ লিখি থোৱাৰ ব্যৱস্থা কৰিছিল। বুদ্ধ যুগতো তেনে ধাৰণাই প্ৰকাশ পাইছিল। সেই সময়ৰ গুৰুত্বপূৰ্ণ লিখনিবোৰ সংস্কৃত, পালি, প্ৰাকৃত আদি ভাষাৰে লিখা হৈছিল। এনে ব্যৱস্থাৰ উপৰিও শিলালিপি সমূহেও যথেষ্ট সহায় কৰিছিল। অন্য উপায় অৱলম্বন কৰিব নোৱাৰিলে চকুতলগা শিল এচটাতে লিখি থোৱাৰ ব্যৱস্থা কৰা হৈছিল। চীনা পৰিব্ৰাজক হিউৱেন চাং, ফাহিয়ান আদিৰ টোকাত এই বিষয়ে বৰ্ণনা পোৱা যায়। সময়ৰ লগে লগে লিখা ব্যৱস্থাৰ উন্নতি হ'ল আৰু পুথিৰ সংখ্যা বাঢ়িল। পুথিৰ সংৰক্ষণ ব্যৱস্থা বহুদিনলৈ ব্যক্তিগত আছিল। মুছলমান যুগৰ শিক্ষাই বিশেষভাবে বিস্তৃতি লাভ কৰা নাছিল যদিও পুথিভঁড়াল ব্যৱস্থাৰ উন্নতি মুছলমান যুগতে হৈছিল। বিদ্যোৎসাহী সম্ৰাট হুমায়ুনে এটা বৃহৎ আকাৰৰ পুথিভঁড়াল সজাই তুলিছিল। পুথিভঁড়ালটো সম্পূৰ্ণৰূপে ব্যৱহাৰ কৰা হৈছিল বুলি প্ৰমাণ পোৱা যায়। প্ৰমাণ স্বৰূপে কব পাৰি যে সম্ৰাট হুমায়ুনে সেই পুথিভঁড়ালৰ খটখটিত পৰিয়েই মৃত্যুবৰণ কৰিছিল। মোগল সম্ৰাট সকলৰ দিনত পুথিভঁড়াল ব্যৱস্থাৰ বিকাশ সাধন হৈছিল। সেই সময়ত 'মোগল ইম্পেৰিয়েল পুথিভঁড়াল (Mughal Imperial Library) নামৰ এটা বহুত ডাঙৰ পুথিভঁড়াল গঢ়ি উঠিছিল। মোগল সাম্ৰাজ্য ধ্বংস হোৱাৰ সময়ত ১৭৩৯ চনত আক্ৰমণকাৰী 'নাদিৰচাহে' বিখ্যাত 'মোগল ইম্পেৰিয়েল পুথিভঁড়ালটো' পাৰস্য দেশলৈ লৈ যায়।

ভাৰতবৰ্ষলৈ আধুনিকতা আহি পৰে ইংৰাজ ৰাজত্ব কালতহে। ১৮১৩ চনৰ চাৰ্টাৰ আইনৰ পিচত কোম্পানীয়ে ভাৰতীয় সকলৰ শৈক্ষিক বিকাশৰ বাবে বছৰি একলাখ টকাকৈ সাহাৰ্য্য দিয়াৰ ব্যৱস্থা কৰে। এই টকা কেনে ধৰণেৰে খৰচ কৰা হব তাক লৈ ভাৰতীয় সকলৰ মাজত 'বাকবিতণ্ডাৰ' সৃষ্টি হৈছিল। সেই বাকবিতণ্ডাৰ ওপ পেলাবলৈ লৰ্ড মেকলে 'নিম্নমুখী পৰিশ্ৰাবন নীতি' উদ্ভাৱন কৰে আৰু তেওঁ এখন প্ৰতিবেদন দাখিল কৰে। প্ৰতিবেদনত এষাৰি কথা উল্লেখ আছে যে "A single shelf of a good European literature was worth the whole native literature of India and Arabia." উক্তিটোৰ মাজেৰে লৰ্ড মেকলেই ভৰতবৰ্ষৰ সাহিত্যৰ চহকী ভঁড়ালক উপেক্ষা কৰিছিল।

ইংৰাজ সকল ভাৰতলৈ আহিছিল বেপাৰ বাণিজ্য কৰিবলৈহে। শিক্ষাৰ বিকাশ অথবা পুথিভঁড়ালৰ বিকাশত তেওঁলোকে মনোনিবেশ কৰা নাছিল। সেয়েহে

স্বাধীনতাৰ সময়লৈ পুথিভঁড়ালে এটা পদ্ধতিগত ধাৰণা লব পৰা নাছিল। মাত্র খৃষ্টিয়ান মিচনেৰীসকলৰ দিনত পুথি লিখা আৰু যতনাই ৰখাৰ ব্যৱস্থা প্রচলন হৈছিল।

পদ্ধতিগতভাবে পুথিভঁড়ালৰ বিকাশ সাধন হ্বলৈ ধৰে ১৯৪৭ চনৰ পিচত। ১৯ শ শতিকাৰ প্রথম ভাগত 'কলিকতা ৰাজহুৱা পুথিভঁড়াল' স্থাপন কৰা হৈছিল আৰু ১৯০৩ চনত 'ইম্পেৰিয়েল পুথিভঁড়াল' স্থাপন কৰা হৈছিল। 'ইম্পেৰিয়েল পুথিভঁড়ালটোক পিচত 'ৰাষ্ট্রীয় পুথিভঁড়াল' (National Library) হিচাপে পৰিগণিত কৰা হৈছিল ১৯৪৮ চনত। ইয়াৰ পিচত কেইটামান বিশেষ পুথিভঁড়াল স্থাপন কৰা হয়। তাৰ ভিতৰত 'ৰাষ্ট্রীয় বিজ্ঞান পুথিভঁড়াল' (National Science Library) আৰু 'ৰাষ্ট্রীয় চিকিৎসা পুথিভঁড়াল' (National Medical Library) দুয়োটা পুথিভঁড়াল দিল্লীত স্থাপিত হৈছিল। ইয়াৰ আগতে ১৯০৬ চনত বৰোডা ৰাজ্যত ৰাজহুৱা পুথিভঁড়াল স্থাপন হৈছিল। পুথিভঁড়াল আইনৰ অধীনত ভাৰতবৰ্ষত মাত্র ৬ খন ৰাজ্যতহে পুথিভঁড়াল স্থাপন কৰাৰ ব্যৱস্থা কৰা হয়। ৰাজ্যকেইখন হ'ল তামিলনাডু, অন্ধ্রপ্রদেশ, কৰ্ণাটক, মহাৰাষ্ট্র, পশ্চিমবংগ আৰু মণিপুৰ। এই ৰাজ্যবোৰে গ্রাম্য পৰ্য্যায়লৈ ৰাজহুৱা পুথিভঁড়াল ব্যৱস্থাৰ সম্প্রসাৰণ কৰিছে। গুজৰাট আৰু কেৰেলা প্রদেশে আইনৰ অধীন নোহোৱাকৈ ৰাজহুৱা পুথিভঁড়াল ব্যৱস্থাৰ সম্প্রসাৰণ কৰিছে। বিদ্যায়তনিক পুথিভঁড়াল ব্যৱস্থাত ভাৰতবৰ্ষৰ প্ৰতিখন বিশ্ববিদ্যালয়তে একোটাকৈ পুথিভঁড়াল স্থাপন কৰা হৈছে। তেনেকুৱা পুথিভঁড়াল এতিয়ালৈ ২১০ টা হোৱা বুলি কব পাৰি। সেইদৰে ৫৮০০ খন কলেজত একোটাকৈ কলেজ লাইব্রেৰী স্থাপন হৈছে। বিদ্যালয়ৰ সংখ্যা যথেষ্ট হলেও মাত্র শতকৰা ৪১.০৮% ভাগ বিদ্যালয়তহে পুথিভঁডাল ব্যৱস্থা আছে। ইয়াৰ উপৰিও ভাৰতবৰ্ষৰ বিভিন্ন প্রান্তত ২৫০০ টা বিশেষ পুথিভঁড়াল স্থাপিত হৈছে। ভাৰতবৰ্ষৰ প্রায় সকলোবোৰ ৰাজ্যতে বৰ্তমান পুথিভঁড়াল ব্যৱস্থাই গা কৰি উঠিছে আৰু গ্ৰাম্যাঞ্চললৈও সম্প্রসাৰণ হৈছে।

গণতন্ত্র এখন বৰ্তাই ৰাখিবলৈ হলে ব্যক্তিসকলক সুশিক্ষিত কৰি তুলিব লাগিব। সেইবাবেই পুথিভঁড়াল ব্যৱস্থাক একেবাৰে ভিতৰুৱা গ্ৰাম্যাঞ্চললৈ অনাৰ ব্যৱস্থা কৰিব লাগিব। ইয়াৰ উপৰিও সকলো প্রকাৰৰ বিদ্যালয়ত পুথিভঁড়াল স্থাপন কৰি শৈক্ষিক সুবিধাৰ সমতা স্থাপন কৰিব লাগিব। তেতিয়াহে দেশৰ প্রগতি সম্ভৱ হৈ উঠিব।

আমি ভাৰতবৰ্ষৰ পুথিভঁড়াল ব্যৱস্থাৰ লগত পশ্চিমীয়া দেশবোৰৰ পুথিভঁডাল ব্যৱস্থাক তুলনা কৰিলে দেখিবলৈ পাও যে ইংলণ্ড আৰু আমেৰিকাত পুথিভঁড়াল ব্যৱস্থাৰ বিকাশ সাধন হৈছিল ব্যক্তিগত প্রচেষ্টাতহে। দুয়োখন দেশতে ধৰ্মই গুৰুত্বপূৰ্ণ ভূমিকা গ্রহণ কৰিছিল। 'মনাষ্টিক' আৰু 'পেৰোচিয়েল' পুথিভঁড়াল স্থাপন হোৱাত ধৰ্মই দায়ী আছিল। বাণিজ্য আৰু উদ্যোগবোৰে 'মাৰ্কেন্টাইল পুথিভঁড়াল' স্থাপন কৰিছিল। পুথিভঁড়াল আইন যেতিয়া প্রকাশিত হ'ল তেতিয়াৰ পৰা ৰাজহুৱা পুথিভঁড়াল ব্যৱস্থা প্রচলিত হ'ল। দুয়োখন দেশে আইনগত ৰাজহুৱা পুথিভঁড়াল

স্থাপনত গুৰুত্ব আৰোপ কৰিলে। আইনে পুথিভঁড়ালৰ বাবে শক্তিশালী 'কোষ' (Funds) স্থাপন কৰালে। পুথিভঁড়াল ব্যৱস্থাক সম্প্ৰসাৰণ কৰাৰ বাবে সময়ে সময়ে সমিতি আৰু আয়োগ গঠন কৰি দিলে। সমিতি আৰু আয়োগবোৰে পুথিভঁড়ালৰ উন্নতিৰ অৰ্থে সুস্থ নজৰ দিয়াৰ ব্যৱস্থা কৰিলে। দুয়োখন দেশতে পুথিভঁড়ালৰ বিকাশৰ ক্ষেত্ৰত অনুৰাগীসকলৰপৰা পোৱা মুক্ত দানে (Donations) বিশেষভাবে অৰিহণা যোগাইছিল। দুয়োখন দেশতে বৃত্তিগত সংগঠনবোৰে পুথিভঁড়াল ব্যৱস্থাৰ বিকাশত মনোযোগ দিছিল আৰু গঠনমূলক নিৰ্দেশনা আগবঢ়াইছিল। বৰ্তমানত পুথিভঁড়াল শিক্ষাৰ কেন্দ্ৰবিন্দু হিচাপে পৰিগণিত হৈছে।

অসমতো পুথিভঁড়াল ব্যৱস্থাৰ বিকাশ সাধন হৈছে স্বাধীনতাৰ পিচতহে। প্ৰত্যেকখন জিলাতে একোটাকৈ জিলা পুথিভঁড়াল স্থাপন কৰা হৈছে। জিলাবোৰৰ পুথিভঁড়ালবোৰে অনুৰাগী ছাত্ৰ-ছাত্ৰী আৰু ব্যক্তিসকলক শিক্ষা তথা জ্ঞান লাভত উদগণি যোগাইছে। গুৱাহাটীৰ দীঘলী পুখুৰীৰ পাৰত নবীন বৰদলৈ হলত এটা ৰাজহুৱা পুথিভঁড়াল আছিল। আজি কিছুবছৰ আগতে গুৱাহাটীত এটা ৰাজ্যিক কেন্দ্ৰীয় পুথিভঁড়াল স্থাপন কৰা হৈছে। বৰ্তমান ৫ খন বিশ্বদ্যািলয়ত ৫ টা বিদ্যায়তনিক পুথিভঁড়াল স্থাপন কৰা হৈছে। ইয়াৰ উপৰিও ১৬২ খন ঘাটি মঞ্জুৰী প্ৰাপ্ত (Deficit grants in Aid) মহাবিদ্যালয়ত একোটাকৈ পূৰ্ণ পৰ্য্যায়ৰ বিদ্যায়তনিক পুথিভঁড়াল স্থাপন হৈছে। ঘাটি মঞ্জুৰী প্ৰাপ্ত নোহোৱা মহাবিদ্যালয়বোৰতো একোটাকৈ চালুকীয়া পুথিভঁড়াল খোলাৰ ব্যৱস্থা কৰা হৈছে। ব্যক্তিগত খণ্ডটো বহুটো পুথিভঁড়াল স্থাপিত হৈছে। চিৰবৰেণ্য পণ্ডিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম উপাচাৰ্য্য কৃষ্ণকান্ত সন্দিকৈ দেৱৰ ব্যক্তিগত পুথিভঁড়ালটো গুৱাহাটী বিশ্ববিদ্যালয়লৈ দান কৰিছে। বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুথিভড়ালটোক কৃষ্ণকান্ত সন্দিকৈৰ নামতে নামকৰণ কৰা হৈছে। বিদ্যালয়বোৰতো পুথিভঁড়াল ব্যৱস্থা আছে যদিও চকুতলগা বিধৰ নহয়।

**পুথিভঁড়াল আৰু ইয়াৰ প্ৰকাৰ (Library and its Types)**

পুথিভঁড়াল কেইবা প্ৰকাৰৰো আছে। সাধাৰণতে ইয়াক তলত দিয়া ধৰণে ভগাব পাৰি।

**১) ৰাজহুৱা পুথিভঁড়াল (Public Libraries)**

ক) ৰাষ্ট্ৰীয় পুথিভঁড়াল।

খ) ৰাজ্যিক পুথিভঁড়াল।

গ) জিলা পুথিভঁড়াল।

ঘ) মহকুমা পুথিভঁড়াল।

ঙ) গ্ৰামীণ কেন্দ্ৰীয় পুথিভঁড়াল।

**২) বিদ্যায়তনিক পুথিভঁড়াল (Accademic libraries)**

ক) বিদ্যালয়ৰ পুথিভঁড়াল ।

খ) মহাবিদ্যালয়ৰ পুথিভঁড়াল ।

গ) বিশ্ববিদ্যালয়ৰ পুথিভঁড়াল ।

**৩) কৃষি পুথিভঁড়াল (Agricultural Libraries)**

ক) কৃষি গৱেষণা পুথিভঁড়াল ।

খ) পশুবিজ্ঞান পুথিভঁড়াল ।

গ) দুগ্ধ বিজ্ঞান পুথিভঁড়াল ।

**৪) চিকিৎসা পুথিভঁড়াল (Mdical Libraries)**

ক) ৰাষ্ট্ৰীয় চিকিৎসা পুথিভঁড়াল ।

খ) কেন্দ্ৰীয় চিকিৎসা পুথিভঁড়াল ।

**৫) চলন্ত পুথিভঁড়াল (Mobile libraries)**

**৬) ব্যক্তিগত পুথিভঁড়াল (Private Libraries)**

এই বিলাকৰ উপৰিও বহুত প্ৰকাৰ পুথিভঁড়াল আছে । যিবিলাকৰ মাধ্যমত ব্যক্তিসকলে নানাধৰণৰ জ্ঞান লাভ কৰিবলৈ সক্ষম হৈছে ।

**বিদ্যালয় আৰু পুথিভঁড়াল (School and Library)**

বিদ্যালয়ৰ বাবে পুথিভঁড়ালৰ অতীব প্ৰয়োজন । বিদ্যালয় সমূহৰ প্ৰায়বোৰতে একোটা পুথিভঁড়াল আছে । পুথিভঁড়ালে শিক্ষাৰ্থীসকলৰ মনত স্বাধীন চিন্তাধাৰা গঢ়ি উঠাত সহায় কৰে । শিক্ষাৰ্থীসকলৰ জ্ঞানৰ ভাণ্ডাৰ চহকী কৰাৰ অৰ্থে বিদ্যালয়ৰ পুথিভঁড়ালে নানাধৰণেৰে অৰিহণা যোগায় । বিদ্যালয়ৰ পুথিভঁড়ালত শিক্ষাৰ্থীসকলৰ চাহিদা পূৰণ কৰিব পৰাকৈ বিশ্বকোষ, অভিধান, বাতৰি কাকত, আলোচনী আদি ৰখাৰ ব্যৱস্থা কৰিব লাগে । বিদ্যালয়ৰ পুথিভঁড়ালৰ জৰিয়তে শিক্ষাৰ্থীসকলে উচ্চশিক্ষা লাভত সহায় হোৱাকৈ উচ্চ পৰ্য্যায়ৰ বিষয়বোৰৰ লগত চিনাকি হ'ব পাৰে । পুথিভঁড়ালে শিক্ষাৰ্থীসকলক সুস্থসবল চৰিত্ৰ গঢ় দিয়াত সহায় কৰে ।

**পুথিভঁড়াল আৰু শিক্ষা (Library & Education)**

পুথিভঁড়াল আৰু শিক্ষা ওতঃপ্ৰোত ভাবে জড়িত । পুথিভঁড়ালৰ বিষয়ে আলোচনা কৰোতে শিক্ষাৰ লক্ষ্যৰ কথা উল্লেখ কৰিবলগীয়া হয় । চমুকৈ কৰলৈ গলে শিক্ষাৰ লক্ষ্য নিৰূপণ হয় –

ক) জ্ঞান বিস্তাৰৰ ক্ষেত্ৰত

খ) মূল্যবোধ নিৰূপণৰ ক্ষেত্ৰত আৰু

গ) বৃত্তিমূখী দক্ষতা বিস্তাৰৰ ক্ষেত্ৰত ।

শিক্ষা সাধাৰণতে দুই প্ৰকাৰে সম্প্ৰসাৰণ কৰা হয় । আনুষ্ঠানিক ভাবে আৰু অনানুষ্ঠানিক ভাবে । আনুষ্ঠানিক শিক্ষা লাভৰ অৰ্থে ল'ৰা-ছোৱালীয়ে শিক্ষানুষ্ঠানত নাম ভৰ্তি কৰে আৰু শিক্ষকৰ লগত মুখামুখি সংযোগ স্থাপন কৰে । অনানুষ্ঠানিক শিক্ষা লাভৰ বাবে অনুষ্ঠানৰ মাজলৈ যাব লগীয়া নহয় । এনে শিক্ষা সংযোগ পাঠ্যক্ৰমৰ যোগেৰে অথবা মুক্ত অনুষ্ঠান সমূহৰ মাধ্যমেৰে লব পাৰি । ইয়াত সম্পূৰ্ণৰূপে আত্ম অধ্যয়ণৰ প্ৰয়োজন হয় । আনুষ্ঠানিক শিক্ষানুষ্ঠান যেনে বিদ্যালয়, মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয় আদিত একোটাকৈ পুথিভঁড়াল থাকে । এই পুথিভঁড়ালবোৰত পাঠ্যক্ৰমৰ লগত সম্বন্ধ থকা কিতাপ পত্ৰ গোটাই ৰখা হয় । শিক্ষাৰ্থীসকলক তেনে ধৰণৰ কিতাপ পত্ৰবোৰ পঢ়াৰ বাবে উদগণি যোগাব লাগে । আগতে শ্ৰেণী কক্ষটোক শিক্ষাৰ মূল কেন্দ্ৰ বুলি পৰিগণিত কৰা হৈছিল, পিচলৈ বিশেষকৈ কলেজ সমূহত পুথিভঁড়ালেহে শিক্ষাৰ কেন্দ্ৰস্থললৈ ৰূপান্তৰিত হল । পুথিভঁড়ালৰ বিভিন্ন পৰ্য্যায়ৰ কিতাপ পঢ়ি শিক্ষাৰ্থীসকলে জ্ঞানৰ গভীৰতা বঢ়াবলৈ সক্ষম হয় । সেইদৰে অনানুষ্ঠানিক শিক্ষাত শিক্ষকৰ প্ৰভাব নাই । পুথিভঁড়ালেই ইয়াৰ মূল পথ । শিক্ষাৰ্থীসকলৰ সকলোৱে আত্ম অধ্যয়নৰ মাধ্যমত জ্ঞান আহৰণ কৰে । এনে ধৰণৰ আত্ম অধ্যয়ণত পুথিভঁড়ালৰ প্ৰভাব অপৰিসীম । যিবিলাক মহাবিদ্যালয় বা বিশ্ববিদ্যালয়ত যোগাযোগ পাঠ্যক্ৰমৰ ব্যৱস্থা আছে তেনেবোৰ অনুষ্ঠানৰ পুথিভঁড়াল চহকী হোৱা দৰকাৰ । অনুষ্ঠানসমূহৰ পুথিভঁড়ালৰ উপৰিও ৰাজহুৱা পুথিভঁড়ালবোৰে শিক্ষাৰ্থীসকলক জ্ঞানৰ গভীৰতা অনাত সহায় কৰে ।

পুথিভঁড়ালে নিৰক্ষৰতা দূৰীকৰণটো বিশেষ ধৰণৰ অৰিহণা যোগায় । নিৰক্ষৰ ব্যক্তি সকলে জ্ঞান লাভ কৰাৰপৰা বঞ্চিত হব নালাগে । কাৰণ স্বাক্ষৰতাই অকল শিক্ষা লাভৰ ফলশ্ৰুতি নহয়, তাকেই অকল শিক্ষা বুলি কব নোৱাৰি । পুথিভঁড়ালবোৰত আধুনিক শিক্ষা সম্প্ৰসাৰণৰ কিছুমান আহিলা থাকে । শ্ৰৱন দৰ্শন আহিলা সমূহে শিক্ষা প্ৰক্ৰিয়াক দুৱাৰদলিলৈ লৈ আহিছে । ৰাজহুৱা পুথিভঁড়ালবোৰে তেনেধৰণৰ মাধ্যমেৰে নিৰক্ষৰবোৰকো শিক্ষা দিব পাৰে ।

পুথিভঁড়ালৰ মাধ্যমত কৰ্মৰত দলবোৰক শিক্ষা দিব পাৰি । সমাজৰ বিভিন্ন প্ৰান্তৰ কৰ্মক্ষেত্ৰবোৰত কৰ্মৰত হৈ থকা ব্যক্তিসকলৰ প্ৰয়োজন অনুসাৰে কিতাপ পত্ৰবোৰ ৰাজহুৱা পুথিভঁড়ালত সংৰক্ষণ কৰিব লাগে । তেওঁলোকৰ প্ৰয়োজনীয় কিতাপ পত্ৰবোৰ পঢ়িবলৈ সক্ষম হলে তেওঁলোকৰ জ্ঞানৰ পৰিধিও বৃদ্ধি হব । আৰু কৰ্মদক্ষতাও বাঢ়িব । ইয়াৰ ফলস্বৰূপে উৎপাদনো বাঢ়িব । ৰাজহুৱা পুথিভঁড়ালে এই ক্ষেত্ৰত অৱদান মূলক ভূমিকা গ্ৰহণ কৰে ।

পুথিভঁড়ালৰ আন এটি গুৰুত্বপূৰ্ণ ভূমিকা হল গবেষণা কাৰ্য্যত সহায় কৰা । গৱেষণা কাৰ্য্য সম্পাদন কৰিবলৈ হলে বিভিন্ন ধৰণৰ খবৰ আৰু তথ্যৰ প্ৰয়োজন । নতুন ধৰণৰ তথ্য আৰু খবৰ পাবলৈ হলে আলোচনী, গৱেষণাৰ প্ৰতিবেদন, বাতৰি কাকত আদিৰ প্ৰয়োজন হয় । পুথিভঁড়ালবোৰে এনেধৰণৰ গুৰুত্বপূৰ্ণ আহিলাসমূহ

গোটাই ৰাখে । বিশেষকৈ বিশ্ববিদ্যালয়ৰ পুথিভঁড়াল, গৱেষণা প্ৰতিষ্ঠানৰ পুথিভঁড়াল, বৃহৎ উদ্যোগীক প্ৰতিষ্ঠানৰ বিকাশগোট আদিত গৱেষণাৰ বাবে প্ৰয়োজনীয় আহিলা সমূহো পোৱা যায় । সকলো ধৰণৰ পুথিভঁড়ালতে এনে ব্যৱস্থা থকা দৰকাৰ । ৰাজহুৱা পুথিভঁড়াল বোৰত সমাজ বিজ্ঞান আৰু কলা বিষয়ৰ গবেষণাৰ সমল থাকে ।

সাংস্কৃতিক কৰ্মসূচীৰ বিভিন্ন দিশৰ আহিলাও পুথিভঁড়ালত সংৰক্ষণ কৰা হয় । ইয়াত যিবিলাক মূল্যৱান গ্ৰন্থ ৰখা হয় সেই বিলাকৰ মাজত জাতিৰ সাংস্কৃতিক পৰম্পৰা সংৰক্ষিত হৈ থাকে । ইয়াৰ উপৰিও সাংস্কৃতিক ক্ষেত্ৰত আন দুই ধৰণেৰে পুথিভঁড়ালে ভূমিকা গ্ৰহণ কৰে । পুথিভঁড়ালত বিভিন্ন লিখকৰ সৃষ্টি ধৰ্মী লিখনি সমূহ সংৰক্ষণ কৰি বিভাগবোৰ বিকশিত কৰা হয় আৰু সৌন্দৰ্য্যবোধক উদগণি যোগোৱা হয় । পুথিভঁড়ালৰ মাধ্যমত সাংস্কৃতিক সমাৰোহ, নৃত্য, নাটক, শিশুৰ ছবি প্ৰতিযোগিতা, প্ৰদৰ্শনী আদি অনুষ্ঠিত কৰাৰ ব্যৱস্থা কৰিব লাগে । এনেকুৱা আঁচনি হাতত ললে সমাজৰ সাংস্কৃতিক জীৱন চহকী হব । এই সকলোখিনি সম্ভৱপৰ হব ৰাজহুৱা পুথিভঁড়ালৰ ক্ষেত্ৰতহে ।

পুথিভঁড়ালে সংৰক্ষিত কৰি ৰখা কিতাপবোৰৰ মাধ্যমত জ্ঞান আৰু খবৰ সম্প্ৰসাৰিত কৰে । সামাজিক বিকাশৰ লক্ষ্যত উপনীত হবলৈ হলে যি কোনো মানুহৰ ক্ষেত্ৰতে খবৰৰ প্ৰয়োজন হয় । ব্যক্তিসকলক নিজৰ নিজৰ বৃত্তিক ফলপ্ৰসূ কৰি তুলিবলৈও বাৰ্তাৰ দৰকাৰ । শিক্ষক, শিক্ষাৰ্থী, গৱেষক, প্ৰশাসক, উদ্যোগপতি, ব্যৱসায় প্ৰৱন্ধক, কৰ্মকুশলী, খেতিয়ক, শ্ৰমিক আদি সকলোৰে নতুন নতুন খবৰৰ প্ৰয়োজন হয় । এই বাৰ্তাসমূহে তেওঁলোকৰ উপযুক্ততা বৃদ্ধি কৰে । পুথিভঁড়ালত বাৰ্তাৰ বাহক সমূহ ৰখাৰ ব্যৱস্থা কৰিব লাগে । আধুনিক সমাজ ব্যৱস্থাত পুথিভঁড়ালক বাৰ্তাৰ কেন্দ্ৰস্থল বুলি কোৱা হয় আৰু পুথিভঁড়াল বিজ্ঞানক খবৰ বিজ্ঞান বুলি আখ্যা দিয়া হৈছে । পুথিভঁড়ালে সমাজৰ বিভিন্ন পৰ্য্যায়ৰ ব্যক্তিৰ প্ৰয়োজনীয়তা পুৰণ কৰিবলৈ খবৰ যোগান ধৰে আৰু ব্যক্তিসকলৰ আৰ্থসামাজিক প্ৰয়োজনীয়তা সমূহ পুৰণৰ লগত জড়িত খবৰো যোগান ধৰে । পুথিভঁড়ালে বৃত্তি নিৰ্দেশক খবৰ বতৰা যোগান ধৰি বৃত্তি নিৰ্বাচনৰ ক্ষেত্ৰত ব্যক্তিসকলক সহায় কৰে । ইয়াৰ উপৰিও যুৱকসকলক প্ৰতিষ্ঠান আদি স্থাপনৰ যোজনা, পৰিকল্পনা আদি কৰাৰ সমলো যোগান ধৰে । এনেবোৰ দিশৰ প্ৰয়োজনীয়তা পুৰণ কৰাৰ বাবে উপযোগী হোৱাঁকৈ পুথিভঁড়ালক সজাই পৰাই তুলিব লাগিব তেতিয়াহে সমাজৰ উঠি অহা যুৱক যুৱতীসকলৰ চাহিদা পুৰণ হব ।

পুথিভঁড়ালে আধ্যাত্মিক আৰু আদৰ্শগত দিশবো প্ৰভাব পেলায় । পুথিভঁড়ালৰ কিতাপবোৰ বিশদভাবে তিনিটা ভাগত ভগাব পাৰি । ভাগবোৰ হ'ল

**১) খবৰ সম্বন্ধীয় কিতাপ (Books of information)**

**২) আমোদ সম্বন্ধীয় কিতাপ (Books of recreation)**

### ৩) উদ্‌গনিমূলক কিতাপ (Books of Inspiration)

আধ্যাত্মিক আৰু ধৰ্মসম্বন্ধীয় কিতাপ, যিবিলাক কিতাপে আদৰ্শৰ আৰ্হি যোগান ধৰে, আৰু কিছুমান কিতাপ আছে যিবিলাক কিতাপে স্থায়ী মূল্যবোধ জগাই তোলে। তেনেবোৰ কিতাপক উন্নত পৰ্য্যায়ৰ কিতাপ বুলি কোৱা হয় আৰু ই ব্যক্তিসকলক উদ্‌গণি যোগায়। প্ৰত্যেকটো পুথিভঁড়ালে তিনিওটা ভাগৰ কিতাপ গোটাব লাগে আৰু সামাজিক জীৱনক খবৰ আদৰ্শ আৰু উদ্‌গণি পোৱাত সহায় কৰি প্ৰকৃত মূল্যবোধ সৃষ্টিকৰাত সহায় কৰিব লাগে।

পুথিভঁড়ালে আহৰি সময়ৰ সদ্‌ব্যৱহাৰ কৰি আমোদ লাভতো ব্যক্তিক তথা সমাজক সহায় কৰে। আহৰি সময়ক স্বাস্থ্য সম্মতভাবে কামত লগোৱাটো সমাজৰ তথা সামাজিক জীৱনৰ বাবে এটা গুৰুত্বপূৰ্ণ সহায়। আহৰি সময়ক কেতিয়াও ধ্বংসাত্মক কাৰ্যাৱলী আৰু নঞাৰ্থক ধাৰণাৰ মাধ্যমত অন্তপেলাব নালাগে। পুথিভঁড়ালে পঢ়ুৱৈৰ বাবে আমোদ যোগাব পৰা কিতাপ পত্ৰ সংৰক্ষণ কৰি ব্যৱহাৰৰ উপযোগী কৰি তুলিব লাগিব। উপন্যাস আৰু আন ধৰণৰ সাহিত্য কলা সংস্কৃতিৰ কৰ্মবোৰ, ভ্ৰমণ সম্বন্ধীয় কিতাপ, জীৱনী সাহিত্য, নামী আলোচনী আদিয়েই আমোদ যোগাব পৰা কিতাপ। এনেধৰণৰ কিতাপ পত্ৰবোৰ ৰখাৰ ব্যৱস্থা থাকিব লাগে। বিশেষকৈ ৰাজহুৱা পুথিভঁড়ালবোৰে আমোদ যোগোৱাৰ ক্ষেত্ৰত উদ্‌গনি যোগাব লাগে।

### পুথিভঁড়াল আৰু পৰিবৰ্তিত সমাজ (Library and The Changing Society)

পৰিবৰ্তিত সমাজৰ বিভিন্ন দিশৰ বিকাশৰ ক্ষেত্ৰত পুথিভঁড়ালৰ প্ৰভাৱ অপৰিসীম। আধুনিক সমাজৰ বিভিন্ন দিশত সংঘটিত ঘটনা ৰাজিৰ খবৰ পোৱাৰ বাবে প্ৰায় সকলোবোৰ ব্যক্তিয়ে উদ্বিগ্ন হৈ থকা দেখা যায়। নতুন ধাৰণা এটাৰ বিকাশ সাধন কৰিবলৈ হলে সুস্থসবল পৰিকল্পনাৰ দৰকাৰ। সেই পৰিকল্পনাসমূহ সজাই পৰাই তুলিবলৈ উপযুক্ত আৰ্হিৰ প্ৰয়োজন। আৰ্হিসমূহ পাবলৈ হলে উচ্চ স্তৰৰ আলোচনী বা বাৰ্তাবাহী আহিলাৰ প্ৰয়োজন হয়। বৰ্তমানৰ সমাজখনক বাৰ্তা বা খবৰৰ সমাজ (Information Society) বুলি পৰিগণিত কৰা দেখা যায়। এখন খবৰ সমাজৰ (Information Society) তিনিটা বিস্তৃতি অথবা আয়তন থাকে বুলি কোৱা দেখা যায় আৰু সেইবোৰৰ পৰিবৰ্তন প্ৰসংগৰ লগত সামঞ্জস্য থকা বুলি কোৱা হয়। সেইবোৰ হ'ল —

১) সু-উৎপাদনৰ পৰিবৰ্তনৰ কাৰণে সূত্ৰ সম্বন্ধীয় জ্ঞানক আইনভূক্ত কৰণৰ কেন্দ্ৰীয়তা।

২) সমৃদ্ধিৰ গোষ্ঠীৰ মূল আহিলাহিচাপে নৱ বৌদ্ধিক প্ৰযুক্তি বিদ্যাৰ সৃষ্টি।

এখন বাৰ্তাসমাজৰ (Information Society) মূল শক্তি হ'ল সূত্ৰ সম্বন্ধীয় জ্ঞান আৰু খবৰৰ কেন্দ্ৰীয়তা। যেতিয়া এনে ধাৰণাবোৰ সুসংগঠিত আৰু সুব্যৱহৃত হয় তেতিয়াই সামাজিক আৰু অৰ্থনৈতিক পৰিবৰ্তনৰ সঞ্চালক সদৃশ হয়। নতুন

জ্ঞান আৰু খবৰে নব্য আহুত 'বৌদ্ধিক প্ৰযুক্তিবিদ্যা'ৰ সৃষ্টি কৰে আৰু এই বিলাকে এটা সময়ত সমৃদ্ধিৰ মুখ্য জন্মদাতা হিচাপে পৰিগণিত হয়। ভাৰতীয় সমাজত খবৰ সমাজৰ (Informer) সকলো বৈশিষ্ট্য পৰিলক্ষিত নহয় যদিও চৰকাৰী আৰু বেচৰকাৰী ক্ষেত্ৰৰ ধাৰণা আৰু দৃষ্টি ভংগীৰ সলনি হৈছে আৰু সৰ্বাংগীন মানৱ বিকাশৰ মূল সম্বল হিচাপে খবৰ আৰু জ্ঞানক প্ৰতিপন্ন কৰা হৈছে। সেয়েহে দক্ষ ব্যৱস্থাপনাৰ বাবে খবৰ আৰু জ্ঞানৰ অতিব প্ৰয়োজন।

পৰিবৰ্তনৰ কিছুমান বিস্তৃত ক্ষেত্ৰ আছে। আধুনিক সমাজত এই ক্ষেত্ৰবোৰৰ মাধ্যমেৰে মানৱ জীৱনত পৰিবৰ্তনৰ সম্মুখীন হয়। যেনে --

১) **সামাজিক** - জনসংখ্যাৰ চাপ, নগৰমুখীতা বৃদ্ধিকৰণ, গ্ৰাম্যবিকাশত গুৰুত্বতা, জনসংখ্যাৰ গতিশীলতা, দলীয় ধাৰণা আৰু চাপ আদি।

২) **অৰ্থনৈতিক** - বৃত্তিমুখী ধৰণ, আয়, দাম, মূল্য, স্খলন, গঠন প্ৰক্ৰিয়া, মেক্ৰো আৰু মাইক্ৰো পৰ্য্যায়ত অৰ্থনৈতিক বিকাশ ইত্যাদি।

৩) **ৰাজনৈতিক** - গাঁঠনি আৰু পদ্ধতি, ৰাজনৈতিক দলবোৰৰ কাৰ্যসূচী, বিধান মণ্ডল, লোকসভা আৰু বিধান সভাৰ সদস্যসকল ক্ষমতাৰ গাঁঠনি ইত্যাদি।

৪) **শৈক্ষিক** - আনুষ্ঠানিক আৰু অনানুষ্ঠানিক সকলো পৰ্য্যায়ৰে শিক্ষণ আৰু শিক্ষাদান, শিক্ষণ আৰু শিক্ষাদানৰ আহিলা সমূহ, শৈক্ষিক প্ৰযুক্তিবিদ্যা ইত্যাদি।

৫) **গৱেষণা আৰু বিকাশ** - বৈজ্ঞানিক, প্ৰযুক্তিবিদ্যাগত সমাজ বিজ্ঞান, জ্ঞান সৃষ্টি, নতুনত্ব, ব্যাপকতা, বিস্তাৰ, বিতৰণ আৰু ব্যৱহাৰ, প্ৰযক্তিবিদ্যাৰ বিষয়ান্তকৰণ ইত্যাদি।

৬) **উদ্যোগ আৰু ব্যৱসায়** - উৎপাদন আৰু বিতৰণ, প্ৰযুক্তিবিদ্যা আহৰণ, ধাৰ্যকৰণ আৰু প্ৰয়োগ, বজাৰ আৰু বিক্ৰী ইত্যাদি।

৭) **বেপাৰ আৰু বাণিজ্য** - আমদানি আৰু ৰপ্তানি, আন্তৰ্জাতিক বেপাৰ আৰু বাণিজ্য ইত্যাদি।

৮) **চৰকাৰ আৰু প্ৰশাসন** - পৰিকল্পনা, নীতি নিৰ্ধাৰণ, কাৰ্য্যনিৰ্বাহ আৰু ব্যৱস্থাপনা ইত্যাদি।

৯) **সাংস্কৃতিক** - সুকুমাৰ কলা আৰু সংগীত, প্ৰদৰ্শন ব্যৱসায় আৰু আনন্দ উপভোগ, কথাছবি, দুৰদৰ্শন পৰিবেশন আদি।

## পুথিভঁড়ালৰ বিস্তৃত ভূমিকা (Expanding Role of Library)

ওপৰত আলোচনা কৰা দিশবোৰৰ উপৰিও পুথিভঁড়ালৰ ভূমিকাৰ ক্ষেত্ৰ বহুত বহল। পুথিভঁড়ালৰ পৰম্পৰাগত কামবোৰ ওপৰৰ ধৰণাবোৰে সম্পূৰ্ণৰূপে সলনি কৰি পেলাইছে। পঢ়ুৱৈ সমাজৰ বাবে নতুন চাহিদাৰ প্ৰয়োজন হৈ পৰিছে। সেই

নতুন প্রয়োজন সমূহ হ'ল দলিলিকৰণ, বাৰ্তাবিশ্লেষণ, গোটখাওতোন আৰু পুনৰ গঠন, কম্পিউটাৰ মাধ্যম খবৰ ব্যৱস্থা ইত্যাদি। পুথিভঁড়ালৰ ওচৰাওচৰিকৈ যোৱা ত্ৰিশ বছৰত, দলিল সংৰক্ষণ কেন্দ্ৰ, খবৰ বিশ্লেষণ কেন্দ্ৰ, সামগ্ৰী ভাণ্ডাৰ, সমল তথা সম্পদ কেন্দ্ৰ, বহু মাধ্যম কেন্দ্ৰ আদিৰ দৰে কিছুমান নতুন ধৰণৰ অনুষ্ঠান গঢ় লৈ উঠিছে। এনে ধৰণৰ অনুষ্ঠানবোৰত বিভিন্ন ধৰণৰ বিকাশৰ সা-সুবিধা কিছুমান থাকে। এই প্ৰতিষ্ঠান সমূহে উৎপাদন হোৱা বাৰ্তা আৰু সেৱা সমূহক ব্যৱসায়ীকৰণ কৰি নতুন ধৰণৰ সুবিধা প্ৰদান কৰিবলৈ লৈছে। বৰ্তমান খবৰ উদ্যোগে বিশেষভাৱে বিকাশ লাভ কৰিছে। এনেধৰণৰ বিকাশৰ মূলতে হ'ল পুথিভঁড়াল। R S Taylor নামৰ বিখ্যাৎ বাৰ্তা বিজ্ঞানীজনে পুথিভঁড়াল সম্পৰ্কে তলত দিয়া ধৰণে মত প্ৰকাশ কৰিছে যে "In a metaphoncal sense, we are moving from a Ptolemaic world with the library at the Centre and the library as ONE of its planets" উক্ত উক্তিটোৰ মাধ্যমত টেইলৰে গ্ৰীক অংকবিদ 'টলেমী' আৰু পোলেগুৰ জ্যোৰ্তিবিজ্ঞানী কোপাৰ নিকাচৰ সৌৰজগতৰ বিষয়ে দিয়া মতামতক সামৰি লৈ পুথিভঁড়ালৰ লগত তুলনা কৰিছে 'জ্ঞান আৰু বাৰ্তাৰ' পৰিবৰ্ত্তনীয় বিস্তৃতিক বিশদভাৱে ডাঙি ধৰাৰ ক্ষেত্ৰত উক্তিটোৱে অৰিহণা যোগাইছে। পুথিভঁড়ালে যদিও পঢ়ুৱৈ সমাজৰ জ্ঞান আৰু খবৰৰ দাবীক পূৰণ কৰিবলৈ সক্ষম হৈছে, তথাপি ইয়াৰ বিস্তৃত ভূমিকা বহল হোৱাৰ থল আছে।

আধুনিক সমাজৰ বিভিন্ন ধৰণৰ প্ৰয়োজন আছে। সেই প্ৰয়োজন সমূহৰ ভিতৰত শিক্ষা, গৱেষণা, সাংস্কৃতিক বিকাশ, খবৰ ; আধ্যাত্মিক আৰু আদৰ্শগত মূল্যায়ন আৰু আমোদ প্ৰমোদেই প্ৰধান। সমাজে এই প্ৰয়োজনসমূহ পূৰণ কৰাৰ বাবে নানা ধৰণৰ অনুষ্ঠান প্ৰতিষ্ঠান পাইছে। সেই অনুষ্ঠান প্ৰতিষ্ঠান সমূহৰ ভিতৰত পুথিভঁড়ালেই প্ৰধান। আন অনুষ্ঠান-প্ৰতিষ্ঠান সমূহ স্থাপনৰ মূলতে এটা বা দুটা লক্ষ্য থাকে কিন্তু পুথিভঁড়ালে ব্যক্তি তথা সমাজৰ সকলোধৰণৰ প্ৰয়োজনকে পূৰণ কৰিবলৈ সক্ষম হয়। পুথিভঁড়ালে গুৰুত্বপূৰ্ণ ভূমিকা লৈ সমাজৰ শৈক্ষিক গৱেষণা কৰ্মসূচী, সাংস্কৃতিক উন্নীতকৰণ আৰু মূল্যবোধৰ ধাৰণা গঢ়ি তোলে লগতে আমোদ প্ৰমোদ আনি দিয়ে।

শিক্ষাৰ্থীসকলৰ অধ্যয়ণৰ অভ্যাস গঠন কৰাত পুথিভঁড়ালৰ প্ৰভাৱ অপৰিসীম। বেকন নামৰ মণিষীজনে কৈছিল অধ্যয়নে মানুহৰ ব্যক্তিত্ব গঢ়ি তোলে (Reading maketh a man) পুথিভঁড়ালৰ এটা প্ৰধান কাম হ'ল সংৰক্ষণ কৰা। নতুন পুৰণি কিতাপ সংগ্ৰহ আৰু সংৰক্ষণ কৰি পুথিভঁড়ালে সমাজৰ উন্নতি সাধন কৰে। পুথিভঁড়ালত বিভিন্ন প্ৰকাৰৰ আলোচনী, বাতৰি কাকত, প্ৰচাৰ পত্ৰ, কিতাপ আদি ৰখা হয়। প্ৰয়োজন অনুসৰি ব্যক্তিসকলে সেইবোৰ ব্যৱহাৰ কৰে। নিজ কৰ্মজীৱনৰ পাৰদৰ্শিতা বৃদ্ধি কৰিবলৈ আৰু অৱসৰ বিনোদনৰ উপায় হিচাপে ব্যৱহাৰ কৰিবলৈ পুথিভঁড়ালৰ প্ৰয়োজন।

## পুথিভঁড়ালৰ উপকাৰিতা (Advantages of Library)

পুথিভঁড়ালে তলত দিয়া ধৰণে পঢ়ুৱৈ সমাজৰ উপকাৰ সাধন কৰে।

১) পুথিভঁড়ালত সংৰক্ষণ কৰি ৰখা নানা ধৰণৰ কিতাপ, আলোচনী, হাতেলিখা পুথি, পাণ্ডুলিপি আদিয়ে পঢ়ুৱৈ সমাজৰ উপকাৰ সাধে আৰু জ্ঞানৰ পৰিসীমা বঢ়ায়।

২) বিখ্যাত মণিষী, চিন্তাবিদ, দাৰ্শনিক সকলৰ চিন্তাধাৰা দৰ্শন, প্ৰকাশৰ ধাৰা আদিয়ে পঢ়ুৱৈৰ মানসিক দিগন্ত সমৃদ্ধিশালী কৰি তোলে।

৩) পঢ়ুৱৈক নিয়মীয়াভাৱে কিতাপ পত্ৰ পঢ়াৰ অভ্যাস গঠনত অৰিহণা যোগায়।

৪) পুথিভঁড়ালত সংৰক্ষণ কৰা জীৱনী সাহিত্য অধ্যয়ন কৰি উঠি অহা যুৱক যুৱতীসকল আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হয়।

৫) পুথিভঁড়ালে শিক্ষাৰ্থীসকলক উপযুক্তভাৱে জীৱন গঢ়াত সহায় কৰে।

৬) পুথিভঁড়ালে পঢ়ুৱৈ সমাজক ৰাজনৈতিক, ধৰ্মীয়, সামাজিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত সচেতন কৰি তোলে।

৭) পুথিভঁড়ালত নিয়মীয়া ভাৱে পঢ়াশুনা কৰি নিজৰ জ্ঞানৰ ক্ষেত্ৰখন বহল কৰি ব্যক্তিসকল, সাহিত্যিক লিখক আদি হ'বলৈ সক্ষম হয়।

৮) পঢ়ুৱৈ সমাজৰ অনুসন্ধিৎসু মনোভাৱৰ খোৰাক জগোৱা আৰু বুদ্ধি সুদীপ্ত কৰাত পুথিভঁড়ালে সহায় কৰে।

৯) পুথিভঁড়ালত পঢ়িশুনি ব্যক্তিসকলে নিয়মীয়া, মুক্ত অনুশাসনৰ সোৱাদ পায় আৰু চিন্তাধাৰাক স্বাধীন কৰি তোলে।

১০) পুথিভঁড়ালে সকলো পৰ্য্যায়ৰ পঢ়ুৱৈৰ উপকাৰ সাধে।

## সামৰণি (Conclusion)

পুথিভঁড়াল হ'ল অনৌপচাৰিক শিক্ষা ব্যৱস্থাৰ এটি উল্লেখযোগ্য অনুষ্ঠান। আধুনিক সমাজ ব্যৱস্থাত পুথিভঁড়ালে গুৰুত্বপূৰ্ণ স্থান দখল কৰি আছে। পুথিভঁড়াল জনসংযোগ মাধ্যমৰো এবিধ প্ৰয়োজনীয় আহিলা। পুথি ভঁড়ালৰ মূল্য অতীতৰপৰাই আমাৰ সমাজ ব্যৱস্থাত আছে। পশ্চিমীয়া দেশবোৰতো পুথিভঁড়ালৰ আদৰ বহুত বেছি। পুথিভঁড়ালে জ্ঞানৰ পৰিসীমা বৃদ্ধি কৰি জনগণক এটা নতুন দিগন্তৰ পিনে ধাৱিত হোৱাত সহায় কৰে। পুথিসমূহ ৰচনা কৰি সমাজত প্ৰচাৰ কৰাৰ পিচতে তাৰ সংৰক্ষণৰ প্ৰয়োজন হয়। সেই সংৰক্ষণ সম্ভৱ কৰি তোলে পুথিভঁড়াল তথা গ্ৰন্থাগাৰ সমূহে। সেয়েহে বিদ্যায়তনিক দিশত পুথিভঁড়ালৰ প্ৰয়োজনীয়তা অধিক। অতীতৰপৰা যদি চাব যাও মোগল ইম্পেৰিয়েল পুথিভঁড়ালটো এটা সমৃদ্ধিশালী পুথিভঁড়াল আছিল। তাৰপিচত কলিকতা ৰাজহুৱা পুথিভঁড়াল 'ৰাষ্ট্ৰীয় পুথিভঁড়াল', 'ৰাষ্ট্ৰীয় বিজ্ঞান পুথিভঁড়াল','ৰাষ্ট্ৰীয় চিকিৎসা পুথিভঁড়াল', আদি স্থাপিত হয়। এই বিলাকৰ লগতে পৃথিৱীৰ বিখ্যাত ৰাষ্ট্ৰবোৰৰ কেইটামান উল্লেখযোগ্য পুথিভঁড়ালৰ

নাম উল্লেখ কৰিব পাৰি। ইংলণ্ডৰ British Museum ৰ পুথিভঁড়াল বিভাগ, Washington ৰ Library Congress, Mosco ৰ Lenin State Library আৰু ইংলণ্ডৰ British Library 1973 আদিয়েই প্ৰধান। আধুনিক সমাজ ব্যৱস্থাত পুথিভঁড়াল আগৰ পুথিভঁড়াল হৈ থকা নাই। ইয়াৰ ভিতৰত নতুন ধাৰণা সোমাই খতপত্ৰ কেন্দ্ৰ, খবৰবাৰ্তা কেন্দ্ৰ আদিলৈ ৰূপান্তৰিত হৈছে। পুথিভঁড়াল সদৃশ অনুষ্ঠান সমূহৰ উদ্দেশ্য এটাই। ইয়াক জ্ঞানৰ পৰিসীমা বঢ়োৱাৰ মূল কেন্দ্ৰ বোলা হয়।

## প্ৰশ্নাৱলী

১) পুথিভঁড়াল ইয়াৰ শৈক্ষিক তাৎপৰ্য।
২) শিক্ষা সম্প্ৰসাৰণত পুথিভঁড়ালৰ ভূমিকা।
৩) পুথিভঁড়াল আৰু শিক্ষা।
৪) সামাজিক বিকাশত পুথিভঁড়ালৰ ভূমিকা।
৫) পুথিভঁড়ালৰ বিস্তৃত ভূমিকা।
৬) এখন বিদ্যালয়ৰ শৈক্ষিক বিকাশত পুথিভঁড়ালৰ ভূমিকা।

## Exercise

1 Library, its educational significance.
2 Role of Library in the expansion of Education
3 Library and Education.
4. Role of Library in Social development
5 Expanding role of Library
6 The role of Library for Educational development of a school

# পঞ্চদশ অধ্যায়
# শিক্ষামূলক ভ্ৰমণ আৰু ইয়াৰ তাৎপৰ্য
## (Educational Excursion and its Significance)

**প্ৰস্তাৱনা (Intorduction)**

মানুহে সদায় এঠাইতে থাকিবলৈ নিবিচাৰে। যদিও বাসস্থান এঠাইত, সেই বাসস্থানক কেন্দ্ৰবিন্দু হিচাপে লৈ মানুহে সময়ে সময়ে নানা ঠাই পৰিভ্ৰমণ কৰে। নেদেখা ঠাই চোৱাৰ হেঁপাহ, নেদেখা বস্তু দেখাৰ হেঁপাহ, নিচিনা বস্তু চিনিপোৱাৰ হেঁপাহ প্ৰত্যেক মানুহৰে থাকে। মানুহে সদায় নতুনত্ব ভাল পায় আৰু সহজে আদৰি লয়। ভ্ৰমণ হ'ল এটা সৰু দলৰ মাধ্যমত জ্ঞান আহৰণ কৰিবলৈ চলোৱা প্ৰচেষ্টা। যিবিলাক ঠাই ঐতিহাসিক ভাবে খ্যাত, ভৌগোলিক ভাবে বিখ্যাত তেনেবোৰ ঠাইলৈহে সাধাৰণতে ভ্ৰমণৰ উদ্দেশ্যে যোৱা হয়। ইয়াৰ উপৰিও বৈজ্ঞানিক, সাংস্কৃতিক, শৈক্ষিক, কৃষি, উদ্যোগীক আৰু প্ৰযুক্তিৰ দিশত নাম থকা ঠাইবোৰলৈও ভ্ৰমণৰ বাবে যোৱা হয়। শিক্ষাৰ্থীসকলে শ্ৰেণীকক্ষত পাঠ্যক্ৰমৰ জ্ঞানহে অৰ্জন কৰিব পাৰে। অন্যধৰণৰ জ্ঞান অৰ্জন কৰিবলৈ হ'লে বহিঃক্ষেত্ৰলৈ যাব লগীয়া হয়। বহিঃ ক্ষেত্ৰলৈ যাবলৈ হলে কাৰ্যসূচীৰ মাধ্যমতহে যাব লাগিব। তেনেধৰণৰ বহিঃক্ষেত্ৰৰ কাৰ্যসূচী সমূহক সহপাঠ্যক্ৰমিক কাৰ্যসূচী বুলি গণ্য কৰা হয়। শিক্ষামূলক ভ্ৰমণো সহপাঠ্যক্ৰমিক কাৰ্যসূচীৰে এটা তাৎপৰ্য্যপূৰ্ণ অংগ। শিক্ষামূলক ভ্ৰমণক দলীয় ভাবে অভিজ্ঞতা অৰ্জনৰ এটা মাধ্যম বুলি ক'ব পাৰি। প্ৰকৃতিগতভাবে মানুহ হ'ল প্ৰবজনকাৰী জীৱ। মানুহে ঘূৰিফুৰি, বিচৰণ কৰি ভাল পায় বাবেই বিভিন্ন দিশৰ মাধ্যমত ঘূৰি ফুৰাৰ সুবিধা লবলৈ যত্নপৰ হৈ থাকে। তেনে যত্ন আৰু সুবিধা প্ৰদান কৰা ভ্ৰমণ ব্যৱস্থাটোকে শিক্ষামূলক ভ্ৰমণ বুলি কোৱা হয়। বিদ্যালয়সমূহৰ কাৰ্যসূচীৰ ভিতৰত শিক্ষামূলক ভ্ৰমণে গুৰুত্বপূৰ্ণ ঠাই দখল কৰি আছে। শিক্ষামূলক ভ্ৰমণক বৰ্তমান শিক্ষাব্যৱস্থাত বিশেষভাবে প্ৰাধান্য দিয়া হয়। শিক্ষামূলক ভ্ৰমণৰ পৰা লাভো হয় আৰু আনন্দ উপভোগো কৰিব পাৰি। বাহ্যিক জগতত পৰিভ্ৰমণ কৰি শিক্ষাৰ্থীসকলে ব্যক্তিগত অভিজ্ঞতা লাভ কৰাৰ উপৰিও মানসিক দিগন্তৰ পৰিসীমা বৃদ্ধি কৰি সৎ সাহসী হৈ পৰে। ভ্ৰমণৰ কালছোৱাত শিক্ষাৰ্থীসকলৰ মাজত সহযোগিতাৰ ভাব গঢ়ি উঠে আৰু আত্মনিয়ন্ত্ৰণৰ মাধ্যমত নিজস্ব কৰ্ম সম্পাদন কৰি আত্মবিশ্বাসী হৈ পৰে।

দেশভ্ৰমণ ব্যৱস্থাটো অধ্যয়ন ব্যৱস্থাৰে এটা অংগ বিশেষ। নানান ঠাইৰ নানা ধৰণৰ বস্তু আৰু মানুহ দেখি সেই সম্বন্ধে জ্ঞান অৰ্জন নহলে অধ্যয়ন সম্পূৰ্ণ হোৱা বুলি ক'ব নোৱাৰি। কিতাপ পত্ৰৰ পৰা যিবিলাক বস্তু আৰু ঠাইৰ বৰ্ণনাৰ বুজ লোৱা হয় সেই বস্তু আৰু ঠাইবোৰ নিজ চকুৰে চাব পাৰিলে অভিজ্ঞতা অধিক হোৱাৰ সম্ভাৱনা থাকে। W.M. Gregory নামৰ চিন্তাবিদ গৰাকীয়ে তলত দিয়া ধৰণে এষাৰ মন্তব্য দিছে। তেওঁৰ ভাষাত "Education has been too for removed

from the basic experiences for modern life. Many schools are quite deficient in opportunities for some perception, exploration and raw experiences. They need fewer words and more activities with things, situations, conditions and relations. For useful learning, pupils require experiences with the raw materials of life. A garden, a shop, a live animal collection, a trip to a farm, a mill, a store, a park, a museum, all must have a place in the modern school."

## ঐতিহাসিক পটভূমি (Historical Background)

ভ্ৰমণৰ ইতিহাস সমৃদ্ধিশালী বুলি ক'ব পাৰি। অতীতৰ সমাজ ব্যৱস্থা তথা শিক্ষা ব্যৱস্থাত ভ্ৰমণৰ ধাৰণাটোৱে বিশেষভাবে স্থান দখল কৰিছিল। ভাৰতবৰ্ষৰ অতীত শিক্ষাৰ ইতিহাস মেলি চালে দেখিবলৈ পোৱা যায় যে শিষ্যসকলে শিক্ষাৰ অন্তপৰাৰ পিচত কি শিকিলে, শিকাখিনিৰ সত্যতা আছে নে নাই, শিকাখিনিয়ে সমাজৰ উপকাৰ সাধিব নে নাই আদিৰ প্ৰমাণ চাবলৈ শিষ্যসকলক ভ্ৰমণ কৰিবলৈ নিৰ্দেশ দিছিল। ইয়াক শিক্ষাৰ এটা অংগ হিচাপে ধৰা হৈছিল। ইয়াৰ ফলত শিষ্য সকলে লাভকৰা শিক্ষা কাৰ্য্যকৰী হৈছিল, তেওঁলোকৰ শিক্ষাৰ পৰিসৰ বৃদ্ধি পাইছিল, মানবীয় কাৰ্য্যকলাপ বুজাৰ ক্ষমতা বাঢ়িছিল। ইয়াৰ উপৰিও দেশৰ বিভিন্ন অংশত প্ৰচলিত বিভিন্ন প্ৰকাৰৰ নীতি নিয়ম আচাৰ ব্যৱহাৰ আদিৰ বিষয়ে প্ৰত্যক্ষ অভিজ্ঞতা লাভ হৈছিল। শিক্ষা বিষয়ত শিষ্যসকলৰ প্ৰত্যক্ষভাবে লাভজনক হোৱাৰ লগতে শিক্ষা অন্ত কৰাৰ লগে লগে এনে ভ্ৰমণৰ বাবে উৎসাহ প্ৰদান কৰা হৈছিল। ধনী আঢ্যৱন্ত পৰিয়ালৰ বিলাসত জীৱন কটোৱা শিষ্যসকলৰ বাবেও এই ভ্ৰমণ বাধ্যতামূলক আছিল। এই ভ্ৰমণৰ উদ্দেশ্য আছিল শিষ্যসকলক সকলো ধৰণৰ জলবায়ু ঋতু সহ্য কৰিবলৈ শিকোৱা, শীত আৰু তাপ সহ্য কৰিবলৈ শিকোৱা, ভ্ৰমণৰ ফলত লাভ কৰা নানা ধৰণৰ কষ্টৰ বিষয়ে উপলব্ধি কৰোৱা ইত্যাদি। এনে ভ্ৰমণে শিক্ষাৰ্থীসকলক শাৰীৰিক দক্ষতা লাভতো সহায় কৰিছিল। অতীতৰ সমাজ ব্যৱস্থাত আন এটা কথা বিশেষভাবে পৰিলক্ষিত হৈছিল যে ৰজা মহাৰজা, ধনী মানী ব্যক্তিসকলে তেওঁলোকৰ লৰাবোৰক দূৰ দেশলৈ পঢ়িবলৈ পঠিয়াইছিল। যাতে তেওঁলোকে আচহুৱা ঠাই, অচিনাকি মানুহৰ লগত থাকি সহজাত গৰ্ব্ব আৰু দুখীয়া দাৰিদ্ৰৰ ওচৰৰ পৰা আঁতৰি থকাৰ ধাৰণাটো আঁতৰ কৰিব পাৰে। এনে ধাৰণাবোৰে শিক্ষাৰ্থী সকলৰ মনত মানবীয়তা বোধ সৃষ্টি কৰিছিল।

অতীতৰ শিক্ষা ব্যৱস্থাত ভ্ৰাম্যমান শিক্ষকৰ ব্যৱস্থাও আছিল। 'শতপথ ব্ৰাহ্মণ'ত এনে কথাৰ উল্লেখ পোৱা যায়। সেই সময়ত গুৰু গৃহৰ বাহিৰেও শিক্ষা আৰু সংস্কৃতি বিস্তাৰৰ আন এটি উপায় আছিল। সেই ব্যৱস্থাটোক 'চৰক' বা ভ্ৰাম্যমান শিষ্যৰ দল বুলি কোৱা হৈছিল। এনেবোৰ শিষ্য নিয়মমতে গুৰুৰ পৰ্য্যায়লৈ নগলেও তেওঁলোকে শিক্ষা আৰু চিন্তাৰ ধাৰা দেশৰ বিভিন্ন ঠাইত প্ৰচাৰত সহায় কৰিব লাগিছিল। তেওঁলোকে ঠায়ে ঠায়ে তৰ্ক আৰু আলোচনাত অংশগ্ৰহণ কৰিব

লাগিছিল। জয় লাভ কৰাজনে পুৰস্কাৰো লাভ কৰিছিল। এনেধৰণৰ উদাহৰণ অতীতৰ শিক্ষা ব্যৱস্থাত বহুতো পোৱা যায়। যাজ্ঞবল্কই শ্বেতকেতু আৰু আন এজন সহপাঠী সোমসুষম সত্যযাজ্ঞীৰ সৈতে ভ্ৰমণ কৰি থাকোতে বিদেহৰ ৰজা জনকৰে সৈতে সাক্ষাৎ লাভ কৰিছিল। ৰজা জনক সেইসময়ত ৰথত উঠি আহিছিল। ব্ৰাহ্মণ সকলৰ লগত ৰজা জনকে অগ্নিহোত্ৰৰ বিষয়ে আলোচনা কৰিছিল যদিও সন্তুষ্টি লাভ কৰা নাছিল। ৰজা জনক ৰথত উঠি গুছি গৈছিল। ব্ৰাহ্মণসকলে পুনৰ ৰজা জনকৰ ওচৰলৈ গৈ এই বিষয়ে জ্ঞান লাভ কৰিছিল। এনেদৰে দেখা যায় যে গুৰুগৃহত ব্ৰহ্মচাৰী বিলাকে বাস কৰি গুৰুৰ পৰা শিক্ষালাভ কৰাৰ উপৰিও, জ্ঞানলাভ কৰাৰ বাবে হাবিয়াস থকা পণ্ডিত সকলে দেশৰ বিভিন্ন ঠাইত ভ্ৰমণ কৰি আলোচনা আৰু তৰ্কৰ আলমেৰে জ্ঞান লাভ কৰিছিল। এনেবোৰ ভ্ৰমণৰ মাধ্যমত হোৱা আলোচনাৰ যোগেদি আত্মাৰ বিষয়ে প্ৰকৃত তত্ত্ব, চৰম সত্ত্বা আদি বিষয়ৰ প্ৰশ্নবিলাকৰ মীমাংসা হৈছিল।

সাধাৰণ জনজীৱনতো ভ্ৰমণে গুৰুত্বপূৰ্ণ স্থান দখল কৰাৰ কথা ইতিহাসত পোৱা যায়। ইতিহাসত বহুতো বিখ্যাত পৰিব্ৰাজক বা ভ্ৰমণকাৰীৰ নাম উল্লেখ আছে। 'আলবেৰুণি' নামৰ এগৰাকী পৰিব্ৰাজকে মধ্যযুগত ভাৰতবৰ্ষৰ বিভিন্ন ঠাই ভ্ৰমণ কৰি ইতিহাসৰ পাতত জিলিকি থকাৰ কথা পোৱা যায়। ইয়াৰ লগতে কেইবাগৰাকীও চীনা পৰিব্ৰাজকে ভ্ৰমণৰ ইতিহাসত ৰেখাপাত কৰি গৈছে। তেওঁলোকৰ ভিতৰত 'ফাহিয়ান', 'হিউৱেন চাং', 'আই চোৱাঙৰ নাম উল্লেখযোগ্য। তেওঁলোকে লিখি থোৱা টোকাবোৰত সেই সময়ৰ জনজীৱনৰ প্ৰতিচ্ছবি সুন্দৰভাৱে প্ৰতিফলিত হৈছিল। পশ্চিমীয়া দেশবোৰতো ভ্ৰমণৰ বাবে ব্যক্তিসকলে বিভিন্ন দেশলৈ যোৱাৰ বৃত্তান্ত পোৱা যায়। ভ্ৰমণৰ ফল স্বৰূপে নানাধৰণৰ আবিষ্কাৰো সম্ভৱ হৈ উঠিছিল। উদাহৰণ স্বৰূপে 'কলম্বাছে' আমেৰিকা আবিষ্কাৰ কৰিছিল। পৰ্তুগীজ নাৱিক ভাস্কোদাগামাই ভাৰতলৈ অহা পথৰ আৱিষ্কাৰ কৰিছিল।

আধুনিক সমাজ ব্যৱস্থাত ভ্ৰমণে বহু বৃহৎ ঠাই দখল কৰিবলৈ লৈছে। বিশ্বৰ আজি প্ৰায়ভাগ উন্নত আৰু উন্নয়নশীল দেশে ভ্ৰমণক অধিক ভাৱে প্ৰাধান্য দিয়া দেখা যায়। মঠ, মন্দিৰ, ধৰ্মস্থান, শিক্ষানুষ্ঠান আদি পৰিভ্ৰমণ কৰি ব্যক্তিসকলে নানা ধৰণৰ জ্ঞান অৰ্জন কৰিবলৈ সক্ষম হৈছে। বৰ্তমান সময়ৰ শিক্ষানুষ্ঠান সমূহৰ 'শিক্ষামূলক ভ্ৰমণ' কাৰ্যসূচী শিক্ষাৰ প্ৰধান অংগ হৈ পৰিছে। প্ৰকৃতিৰ লীলাভূমিত চৰাই চিৰিকতি, জীৱ জন্তু আদি সকলোৱে ই ঠাইৰ পৰা সি ঠাইলৈ ঘূৰি ফুৰে সিহঁতৰ প্ৰবনতা সমূহ পুৰণ কৰাৰ অৰ্থে। মানুহ জ্ঞানপিপাসু, সেয়েহে মানুহে ভ্ৰমণ কৰাটো স্বাভাৱিক। পুৰণি কালত যান বাহনৰ ব্যৱস্থা নাছিল বাবে ভ্ৰমণ কাৰ্যসূচী বৰ কষ্টকৰ আছিল। ভ্ৰমণকাৰীসকলে পদব্ৰজেৰে নানা ঠাই ভ্ৰমণ কৰি কোনো কোনো সময়ত বিপদৰ সন্মুখীনো হৈছিল। এনে ধৰণৰ কাহিনী 'Phillius Fog' ৰ 'Arround the World in Eighty days' ত পোৱা যায়। বৰ্তমান সময়ত নানাধৰণৰ যানবাহন ৰেল পথ, আকাশী পথ, পানী পথৰ সুগম হোৱাত ভ্ৰমণ কাৰ্যসূচী সহজসাধ্য হৈ পৰিছে।

**ভ্ৰমণৰ উদ্দেশ্য আৰু উপকাৰিতা (Objectives and Advantages of Excursion)**

শিক্ষামূলক ভ্ৰমণ তথা সাধাৰণ ভ্ৰমণৰ বিশেষ উদ্দেশ্য থাকে । উদ্দেশ্যহীনভাৱে কৰা ভ্ৰমণৰ বিশেষফল থকা বুলি কোৱা নহয় । অৱশ্যে উদ্দেশ্য বিহীনভাৱে ভ্ৰমণ কৰিলেও নানা ধৰণৰ অভিজ্ঞতাই সন্মুখত ধৰা দিয়ে । সেয়েহে যিকোনো ভ্ৰমণৰে উপকাৰিতা আছে বুলি ক'ব লাগিব । তলত এই বিষয়ে আলোচনা ডাঙি ধৰা হ'ল ।

**১) শিক্ষামূলক ভ্ৰমণে পৰিবেশৰ লগত সংগতি স্থাপনত সহায় কৰে ঃ**

শিক্ষামূলক ভ্ৰমণে শিক্ষাৰ্থীসকলক পৰিবেশৰ লগত চিধাচিধিকৈ সংগতি স্থাপন কৰাত সহায় কৰে । বাহ্যিক জগতৰ বিভিন্ন স্থান, বস্তু, ব্যক্তি, সংগঠন, অনুষ্ঠান-প্ৰতিষ্ঠান আদিৰ লগত চিনাকি হোৱাৰ ফলতে পৰিবেশৰ লগত মিলিত হয় । তাৰপৰা শিক্ষাৰ্থীসকলে জ্ঞান আৰু অভিজ্ঞতা আহৰণ কৰিবলৈ সক্ষম হয় । পৰিবেশক জনাৰ বাবে শিক্ষাৰ্থীসকল পূৰ্ণৰূপে আগ্ৰহান্বিত হয় ।

**২) শিক্ষামূলক ভ্ৰমণ হল শ্ৰেণী কামৰ সহযোগী ধাৰণা ঃ**

শিক্ষামূলক ভ্ৰমণলৈ শিক্ষাৰ্থীসকলে বিভিন্ন বস্তু চাবলৈ যায় । গুহাবোৰ, উদ্ভিদৰ বাগান, বননি, পৰ্বত, দুৰ্গ, যাদুঘৰ, মঠ-মন্দিৰ, কল-কাৰখানা, বান্ধ, নদ-নদী, সাগৰ, হ্ৰদ, জলপ্ৰপাত, খাল, পুথিভঁৰাল, চিড়িয়াখানা, পৰীক্ষাগাৰ আদিৰ দৰে বস্তুবোৰ চাবলৈ যায় । এই বস্তুবোৰৰ সাধাৰণ বৰ্ণনা পাঠ্যপুথিত থাকে । প্ৰকৃত বস্তুটোৰ লগত যেতিয়া চিনাকি হয় তেতিয়াহে প্ৰকৃত জ্ঞানৰ উপলব্ধি হয় । সেইবাবেই এইবোৰক শ্ৰেণীকক্ষৰ সহযোগী বুলি ক'ব পাৰি । ইয়াৰ উপৰিও সহসম্বন্ধৰ ধাৰণা গঢ় লোৱাৰ ফলত অভিজ্ঞতাৰ পৰিসৰ বহল হৈ পৰে ।

**৩) শিক্ষামূলক ভ্ৰমণে নেতৃত্বৰ গুণাৱলী সমূহৰ বিকাশ সধায় ঃ**

শিক্ষামূলক ভ্ৰমণে শিক্ষাৰ্থীসকলক নেতৃত্বৰ প্ৰশিক্ষণ দিয়ে । কাৰণ বিভিন্ন ঠাই পৰিদৰ্শন কৰি আহৰণ কৰা অভিজ্ঞতাই তেওঁলোকৰ মনত সাহস জন্মায়, সহযোগিতাৰ ভাবৰ গঢ় দিয়ে, আত্মবিশ্বাস আনি দিয়ে, সম্পদশালী কৰি তোলে । এই গুণবোৰৰ অধিকাৰী হোৱাৰ মূল কাৰণ হ'ল তেওঁলোকে ভ্ৰমণলৈ গলে বহুতো কাম নিজা নিজাকৈ কৰিব লগীয়া হয় ।

**৪) শিক্ষামূলক ভ্ৰমণে সহযোগিতাৰ গুণাৱলীৰ বিকাশ সধায় ঃ**

যেতিয়া শিক্ষাৰ্থীসকল দল বান্ধি শিক্ষামূলক ভ্ৰমণলৈ যায় তেতিয়া পৰস্পৰৰ মাজত অধিক ভাবে সহযোগিতাৰ ভাব গঢ়ি উঠে । ভ্ৰমণৰত অৱস্থাত দলটো এটা পৰিয়ালৰ দৰে হৈ পৰে । পৰিয়ালৰ সদস্যসকলে যেনেকৈ ইজনে সিজনৰ অসুবিধা হলে চোৱা চিতা কৰে ভ্ৰমণৰত শিক্ষাৰ্থীসকলৰ মাজতো তেনে অৱস্থাই গঢ় লয় । শিক্ষাৰ্থীসকলৰ মাজত একতাৰ এনাজৰীৰ সৃষ্টি হয় ।

**৫) শিক্ষামূলক ভ্ৰমণে আবেগিক আৰু জাতীয় সংহতিৰ গঢ় দিয়ে :**

শিক্ষামূলক ভ্ৰমণৰ উদ্দেশ্যেৰে শিক্ষাৰ্থীসকলে যেতিয়া ইখন ঠাইৰ পৰা সিখন ঠাইলৈ যায় তেতিয়া তেওঁলোকৰ মনত আবেগিক আৰু জাতীয় সংহতিৰ মনোভাব গঢ়ি উঠে। সেই সময়ত 'এক মন এক প্ৰাণৰ' ধাৰণাৰ উদয় হয়। শিক্ষাৰ্থীসকলে ভ্ৰমণৰ সময়ত আন অঞ্চল আৰু আন আন ৰাজ্যৰ মানুহৰ লগত মিলাপ্ৰীতিৰ ভাব গঢ়ি তোলে। জাত ধৰ্মৰ বৈষম্যতা থাকিলেও আমি যে একেই তাৰ সম্ভেদ পায়।

**৬) শিক্ষামূলক ভ্ৰমণে শিক্ষাৰ্থীৰ মনৰ নিৰসতাৰ ভাব দূৰ কৰে :**

শ্ৰেণী কক্ষৰ পাঠ আহৰণ প্ৰক্ৰিয়াই শিক্ষাৰ্থীসকলক অৱস কৰি তোলা দেখা যায়। সময়ে সময়ে তেওঁলোকৰ মনত নিৰসতাৰ ভাব জাগ্ৰত কৰে আৰু অলসতা বৃদ্ধি কৰে। শিক্ষামূলক ভ্ৰমণলৈ গলে তেওঁলোকৰ মনৰ উদ্যম বৃদ্ধি হয় আৰু মনৰ অৱস্থাৰ পৰিবৰ্তন ঘটে। শিক্ষমূলক ভ্ৰমণে কিছুদিনলৈ হলেও তেওঁলোকক শ্ৰেণী কক্ষৰপৰা আঁতৰাই ৰাখে।

**৭) শিক্ষামূলক ভ্ৰমণে শিক্ষাৰ্থীসকলৰ মাজত কৰ্মৰ ধাৰণা জগাই তোলে :**

শিক্ষামূলক ভ্ৰমণে শিক্ষাৰ্থীসকলক জ্ঞান লাভৰ বাবে সক্ৰিয় কৰি তোলে। তেওঁলোক কৰ্মমূখী হৈ উঠে কাৰণ ভ্ৰমণৰত দিনবোৰত নিয়মীয়া কৰ্মৰ পৰা আঁতৰি থাকিবলৈ সক্ষম হয়।

৮) শিক্ষামূলক ভ্ৰমণে শিক্ষাৰ্থীৰ মনত সৌন্দৰ্যবোধৰ ধাৰণা সৃষ্টি কৰে :

শিক্ষামূলক ভ্ৰমণৰ বাবে সাধাৰণতে বিশিষ্ট স্থান বোৰলৈহে যোৱা হয়। প্ৰকৃতিৰ আবেষ্টনিৰ মাজত থকা সৌন্দৰ্যৰাজিয়ে তেওঁলোকক আকৰ্ষিত কৰি তোলে। বিভিন্ন স্থান পৰিভ্ৰমণ কৰাৰ ফলত, সত্য, সুন্দৰ আৰু পবিত্ৰৰ ধাৰণা তেওঁলোকৰ মনত ঠাই পায়। সেইবোৰৰ মাধ্যমত শিক্ষাৰ্থীসকলে সৌন্দৰ্যবোধৰ ধাৰণাৰ উমান পায়।

## শিক্ষামূলক ভ্ৰমণৰ প্ৰকাৰ (Type of Excursion)

শিক্ষানুষ্ঠানৰ মাধ্যমত দলগত ভাবে শিক্ষকৰ সহযোগত যি ভ্ৰমণ কৰা হয় তাকেই শিক্ষামূলক ভ্ৰমণ আখ্যা দিয়া হয় যদিও ইয়াৰ কেইবাটাও প্ৰকাৰ আছে। উদাহৰণ স্বৰূপে

**১) এদিনীয়া ভ্ৰমণ :** অস্থায়ী ভাবে আঁচনি কৰি এদিনটো শিক্ষামূলক ভ্ৰমণৰ অন্ত পেলোৱা হয়। বনভোজৰ বাবে এখন ঠাই নিৰ্বাচন কৰি দিনযোৰা কাৰ্যসূচীৰে শিক্ষামূলক ভ্ৰমণ কৰাৰ ব্যৱস্থা কৰা দেখা যায়। তেনেদৰে ওচৰৰ এখন ডাঙৰ চহৰত গৈ সেই চহৰত থকা ঐতিহাসিক চিহ্নাৱলী, উৰাজাহাজ পৰা ঠাই, যাদুঘৰ, উচ্চ ন্যায়ালয়, তৰা গৃহ আদি চোৱাৰ ব্যৱস্থা কৰিব পাৰি। এনে ধৰণৰ মাধ্যমতো শিক্ষাৰ্থী সকলে অভিজ্ঞতা অৰ্জন কৰিব পাৰে।

২) চমু ভ্ৰমণ ঃ শিক্ষাৰ্থীসকলক নিজ ৰাজ্য বা প্ৰদেশৰ বিভিন্ন স্থান, মঠ মন্দিৰ, ৰাজধানী, কীৰ্ত্তিচিহ্ন, ডাঙৰ দলং, চিড়িয়াখানা আদি দেখুৱাবলৈ ৩/৪ দিনৰ বাবে যি ভ্ৰমণলৈ নিয়াৰ ব্যৱস্থা কৰা হয় তাক চমু ভ্ৰমণ বুলি ক'ব পাৰি। এনে ভ্ৰমণৰ বাবে শিক্ষাৰ্থীসকলক নিজে নিজ ৰাজ্যৰ প্ৰায় ভাগ বিখ্যাত বস্তুৰ লগত চিনাকি কৰি দিব পাৰি। ইয়াৰ শৈক্ষিক মূল্যায়ণো অধিক।

৩) দীঘলীয়া ভ্ৰমণ ঃ শিক্ষামূলক ভ্ৰমণত গুৰুত্বপূৰ্ণ স্থান দখল কৰা ভ্ৰমণ ব্যৱস্থাটোকে দীঘলীয়া ভ্ৰমণ বুলি কোৱা হয়। Excursion শব্দটোৰ প্ৰকৃত তাৎপৰ্য দীঘলীয়া ভ্ৰমণৰ মাধ্যমতহে নিৰ্ণয় হয় বুলি কোৱা হয়। এনে ভ্ৰমণৰ বাবে দীঘলীয়া আঁচনিৰ প্ৰয়োজন হৈ পৰে। নিজ ৰাজ্যৰ বাহিৰৰ ৩/৪ খন ৰাজ্যৰ উল্লেখযোগ্য স্থানবোৰ, ঐতিহাসিক চিহ্নবোৰ, জাতীয় পুথিভঁড়াল, সংসদ ভৱন আদি প্ৰদৰ্শন কৰিবৰ বাবে শিক্ষকৰ সম্পূৰ্ণ সহযোগত যি শিক্ষামূলক ভ্ৰমণৰ ব্যৱস্থা কৰা হয় তেনে ভ্ৰমণকে দীঘলীয়া ভ্ৰমণ বুলি কোৱা হয়। দীঘলীয়া ভ্ৰমণে শিক্ষাৰ্থীসকলৰ জ্ঞানৰ প্ৰসাৰতা সম্পূৰ্ণৰূপে বৃদ্ধি কৰে।

৪) বিষয় কেন্দ্ৰিক ভ্ৰমণ ঃ কিছুমান শিক্ষামূলক ভ্ৰমণ সম্পূৰ্ণৰূপে বিষয় কেন্দ্ৰিক। বিশেষকৈ মহাবিদ্যালয়, বিশ্ববিদ্যালয় আদিত এনে ভ্ৰমণৰ ব্যৱস্থা থাকে। একোটা বিজ্ঞান বিষয় অথবা প্ৰয়োগিক বিষয়ৰ শিক্ষাৰ্থীসকলে দলগত ভাবে কিছুমান সমস্যাৰ বিষয় অধ্যয়ণত যাবলগীয়া হয়। তেনেবোৰ ভ্ৰমণকে বিষয় কেন্দ্ৰীক ভ্ৰমণ বোলে। যেনে ৰসায়ন বিজ্ঞানৰ শিক্ষাৰ্থীয়ে Chemical complex, Refinery, Chemical laboratory লৈ অধ্যয়ণৰ বাবে যায়। পদাৰ্থবিজ্ঞানৰ শিক্ষাৰ্থীয়ে পদাৰ্থ বিজ্ঞানৰ ক্ষেত্ৰলৈ যায়। মনোবিজ্ঞানৰ শিক্ষাৰ্থীসকলে মানসিক চিকিৎসালয়লৈ যায়। এনে ধৰণেৰে গৈ তেওঁলোকে তেওঁলোকৰ বিষয়ৰ লগত জড়িত সমস্যা সমূহ অধ্যয়ণ কৰিবলৈ সক্ষম হয়।

শিক্ষামূলক ভ্ৰমণৰ বাবে চৰকাৰৰ পৰা সাহায্য দিয়াৰ ব্যৱস্থা থাকে। বিশ্ববিদ্যালয়ৰ বিষয়বোৰক ভ্ৰমণৰ বাবে বিশ্ববিদ্যালয় অনুদান আয়োগে সাহায্য দিয়ে। ৰেল কতৃপক্ষই 'Single fare Double Journey' আঁচনিৰ মাধ্যমত আধা ভাড়াতে শিক্ষামূলক ভ্ৰমণ কৰাৰ ব্যৱস্থা কৰি দিয়ে।

## শিক্ষামূলক ভ্ৰমণ সংগঠনৰ নীতিসমূহ (Principle of Organisation Excursion)

শিক্ষামূলক ভ্ৰমণ সংগঠনৰ কিছুমান নীতি আছে। নীতিবোৰ সফল ভাবে প্ৰয়োগ কৰিব পাৰিলেহে শিক্ষামূলক ভ্ৰমণ কাৰ্যসূচী অধিক ফলপ্ৰসূ হয়। নীতিবোৰ তলত দিয়া ধৰণৰ —

১) ন্যায় সংগত আঁচনি প্ৰস্তুত কৰণ ঃ

শিক্ষামূলক ভ্ৰমণক অধিক ভাবে ফলপ্ৰসূ কৰি তুলিবলৈ হলে এখন ন্যায়

সংগত আঁচনি যুগুত কৰিব লাগিব। কি কি ঠাই ভ্ৰমণ কৰা হ'ব, সেই ঠাইৰ শৈক্ষিক গুৰুত্ব কিমান আদি বিচাৰ কৰি চাব লাগিব। ভ্ৰমণ কৰিবলৈ বিচৰা সময়খিনিৰ ঋতু গ্ৰহণযোগ্য হয় নে নহয়, ঠাইবোৰত থোৱা থকাৰ সুবিধা কেনেকুৱা আদিবো বুজ লব লাগিব। ইয়াৰ উপৰিও এটা Route বনাই এখন ৰেলগাড়ীৰে যোৱা আন এখন ৰেল গাড়ীৰে ঘূৰি অহাৰ ব্যৱস্থা কৰিলেহে 'Round Tour Ticket' আধা ভাড়াত পোৱা যাব। অহা-যোৱাত স্থান সংৰক্ষণৰ ব্যৱস্থা কৰিব লাগিব।

২) যৌথভাৱে দায়িত্ব গ্ৰহণ ঃ

শিক্ষামূলক ভ্ৰমণৰ সংগঠন এগৰাকী শিক্ষকে কৰিব নোৱাৰে। এই কাম বিশেষভাৱে দায়িত্বপূৰ্ণ। সেয়েহে যৌথভাৱে দায়িত্ব গ্ৰহণৰ প্ৰয়োজন হৈ পৰে। শিক্ষক আৰু শিক্ষাৰ্থীয়ে লগ হৈ সকলোখিনি কাম সম্পাদন কৰিবলৈ যত্নপৰ হ'ব লাগিব। সম্ভৱপৰ হলে শিক্ষক শিক্ষাৰ্থী লগ হৈ এটা সৰু কমিটি গঠন কৰি লব লাগে। সেই সমিতিয়ে গোটেই দলটোৰ সুবিধা, আৰাম, অসুবিধা আদিলৈ লক্ষ্য ৰাখিব লাগিব।

৩) শিক্ষামূলক ভ্ৰমণৰ নেতা নিযুক্তিকৰণ ঃ

ভ্ৰমণৰ সকলোবোৰ দিশ চোৱাচিতা কৰিবলৈ ছাত্ৰনেতা এগৰাকী নিৰ্বাচন কৰিব লাগে। নেতাগৰাকী দক্ষ আৰু নেতৃত্বসুলভ গুণৰ অধিকাৰী হ'ব লাগিব। অভিজ্ঞতাসম্পন্ন শিক্ষাৰ্থী হলে ভাল হয়। কাৰণ গাড়ীত উঠা নমা, সময়ৰ তালিকাৰ জ্ঞান, প্ৰয়োজন সাপেক্ষে ইংৰাজী আৰু হিন্দী ক'ব পৰা বিধৰ হ'ব লাগিব। ইয়াৰ উপৰিও প্ৰতি দহগৰাকী শিক্ষাৰ্থীৰ ওপৰত এজনকৈ শিক্ষক তত্ত্বাৱধায়ক প্ৰশাসনৰ তৰফৰ পৰা দিয়া দৰকাৰ। শিক্ষাৰ্থী নেতা থাকিলেও সম্পূৰ্ণ নিয়ন্ত্ৰণ শিক্ষকৰহে থাকিব। ছাত্ৰী ভ্ৰমণলৈ গলে এগৰাকী মহিলা শিক্ষয়িত্ৰী তত্ত্বাৱধায়ক হোৱা দৰকাৰ।

৪) জমা খৰছৰ আগতীয়া আঁচনি প্ৰস্তুত কৰণ ঃ

শিক্ষামূলক ভ্ৰমণ কাৰ্যকৰী কৰি তুলিবলৈ হলে জমা খৰছৰ এখন আগতীয়া আঁচনি প্ৰস্তুত কৰি তুলিব লাগিব। কি কি কাৰণত টকা খৰছ হ'ব, খোৱাত কিমান যাব পাৰে। কিমান দিন ৰাতি হোটেল বা ভাড়া দিব লগীয়া ঠাইত থাকিব লাগিব, সাম্ভাব্য বাছৰ খৰছ কিমান হ'ব, আনুমানিক খৰছৰ হিচাপ অনুপাতে শিক্ষাৰ্থীসকলৰ পৰা গাইগুটীয়া বৰঙণি কিমান তুলিব লাগিব ইত্যাদিৰ বিষয়ে আলোচনা কৰি আঁচনিখন প্ৰস্তুত কৰি তুলিব লাগিব।

৫) সম্পূৰ্ণ অনুশাসন ব্যৱস্থাৰ প্ৰয়োজন ঃ

শিক্ষামূলক ভ্ৰমণ কাৰ্য্যকৰী কৰি তুলিবলৈ হলে প্ৰত্যেক গৰাকী সদস্যই ভ্ৰমণৰ সময়ত অনুশাসন মানি চলিব লাগিব। অনুশাসনহীন হলে বিপদৰ সন্মুখীন হোৱাৰ সম্ভাৱনাই অধিক। এই ক্ষেত্ৰত শিক্ষক তত্ত্বাৱধায়ক গৰাকীৰ দায়িত্ব অধিক হ'ব। তত্ত্বাৱধায়ক গৰাকীয়ে গণতান্ত্ৰিক পদ্ধতিৰে অনুশাসন ব্যৱস্থা প্ৰয়োগ কৰিব।

**৬) আমোদ প্ৰমোদৰ সুবিধা প্ৰদান :**

শিক্ষামূলক ভ্ৰমণৰ কালছোৱা যাতে সুখময় আৰু আনন্দমুখৰ হয় তালৈকেহে চাব লাগিব। প্ৰয়োজন অনুসাৰে গীতমাত পৰিবেশন কৰিব পৰা শিক্ষাৰ্থীকো লগত লোৱা দৰকাৰ। লগতে চকুত লগা আৰু ঐতিহাসিক কীৰ্তিচিহ্নবোৰৰ ছবি তুলি ভ্ৰমণৰ চিন স্বৰূপে সংৰক্ষণ কৰিব লাগিব।

**৭) প্ৰাথমিক চিকিৎসা সাহাৰ্যৰ ব্যৱস্থা :**

শিক্ষামূলক ভ্ৰমণৰ দলটোত প্ৰাথমিক চিকিৎসা সাহাৰ্যৰ ব্যৱস্থা থকা প্ৰয়োজন। লগত চিকিৎসক নিয়াটো সম্ভৱ নহয় যদিও দূৰৰাকী শিক্ষাৰ্থীক ওচৰৰ চিকিৎসালয়ত প্ৰাথমিক সাহাৰ্যৰ সাধাৰণ জ্ঞান লাভ কৰাৰ বাবে ২/৩ দিন প্ৰশিক্ষণ দি লব পাৰিলে ভাল হয়। লগতে চৰকাৰী চিকিৎসালয়ৰ পৰা সাধাৰণ ঔষধ, বেণ্ডেজ, আদি লগত নিয়া দৰকাৰ। ইয়াৰপৰা হ'ত সাৰিবলৈ হলে দুৰ্বল তথা বেমাৰী শিক্ষাৰ্থীক লগত নোলোৱাই ভাল।

**৮) মূল্যায়ন ব্যৱস্থা আৰু প্ৰতিবেদন যুগুত কৰণ :**

শিক্ষামূলক ভ্ৰমণৰ অন্তত মূল্যায়ন কৰাৰ ব্যৱস্থা কৰিব লাগে। কি ঠাইত ভ্ৰমণ কৰি ভাল লাগিল, কত অধিক অভিজ্ঞতা আৰু জ্ঞান লাভ হ'ল, কোনখন চহৰত থকা খোৱাত খৰছ অধিক হ'ল আদিৰ বিশ্লেষণ হোৱা দৰকাৰ। ইয়াৰ উপৰিও সদস্যসকলে নিয়ম কানুন মানি চলিছিল নে নাই আদিৰ মূল্যায়ন হোৱাটোও দৰকাৰ। এই সকলোবোৰ দিশৰ ওপৰত এখন প্ৰতিবেদন যুগুত কৰিব লাগে। লগতে যিবোৰ সংগঠনে সাহাৰ্য আগবঢ়াইছিল তেওঁলোকক লিখিত ভাবে ধন্যবাদ জনাব পাৰিলে ভাল। প্ৰতিবেদনত ভবিষ্যত শিক্ষামূলক ভ্ৰমণ কি ধৰণে কৰিব লাগিব তাৰো পৰামৰ্শ তথা নিৰ্দেশনা দিব লাগিব। প্ৰতিবেদনৰ এটা কপি শিক্ষানুষ্ঠানৰ মুৰব্বীৰ ওচৰত জমা দিয়া দৰকাৰ।

**ভাৰতবৰ্ষৰ ভ্ৰমণৰ ক্ষেত্ৰ সমূহ (Centres of Excursion in India)**

ভাৰতবৰ্ষ এখন বিশাল দেশ। অতীতৰপৰা ইয়াৰ ঐতিহ্যৰ কাহিনী আৰু কিছুমান কীৰ্ত্তি চিহ্ন পৃথিৱীৰ বিভিন্ন প্ৰান্তত প্ৰসাৰিত হৈ আছে।

বৈদিক যুগৰপৰা কুৰি শতিকাৰ শেষ দশকলৈ ভাৰতবৰ্ষ পৰ্যটনকাৰী সকলৰ লীলা ক্ষেত্ৰ হৈ থকা বুলি ক'ব পাৰি। ভাৰতবৰ্ষ ধন সোণেৰে ভৰপুৰ হৈ আছিল। ঐতিহ্যময় ভাৰতবৰ্ষৰ ঐতিহ্যসমূহক বিদেশৰ লোক সকলে লোলুপ দৃষ্টিৰে চাইছিল বুলি ইতিহাসত উল্লেখ আছে। সেই বাবে আজিও ভাৰতবৰ্ষলৈ পৰ্যটনকাৰী আহিয়েই থাকে।

ভ্ৰমণকাৰী সকল আকৰ্ষিত হোৱাৰ মূল কাৰণ হ'ল ইয়াৰ ইতিহাস প্ৰসিদ্ধ কীৰ্ত্তিচিহ্নবোৰ। বৈদিক যুগ আৰু বুদ্ধ যুগৰ বিশ্ববিদ্যালয় সমূহৰ ভগ্নাৱশেষ সমূহে আজিও পৰিব্ৰাজকৰ মন মোহিত কৰে। ইয়াৰ উপৰিও বৌদ্ধ মঠ, মনষ্টাৰী, স্তুপ আদি আজিও আকৰ্ষিত হৈয়ে আছে। আটাইতকৈ আকৰ্ষিত হৈ থকা বস্তুবোৰ

হল মধ্যযুগৰ ঐতিহাসিক কীৰ্তিচিহ্নবোৰ। এই ক্ষেত্ৰত আমি দিল্লীৰ কুটুবমিনাৰ, যন্তৰ মন্তৰ, লালকিল্লা ; আগ্ৰাৰ তাজমহল, হুমায়ুন তম্বু, আকবৰ তম্বু, আগ্ৰা দুৰ্গ ; লক্ষৌৰ বৰা ইমাম বৰা, মছজিদ ; মহিশূৰৰ ৰাজমহল ইত্যাদিৰ উপৰিও বহুটো কীৰ্তি চিহ্নৰ কথা উল্লেখ কৰিব পাৰো।

ভাৰতবৰ্ষৰ ঐতিহ্যৰ প্ৰতি ইংৰাজ কোম্পানীয়ো আকৰ্ষিত হৈছিল। ভ্ৰমণৰ মাধ্যমেৰে আহি ভাৰতবৰ্ষৰ ঐশ্বৰ্য্য-বিভূতিক নিজ দেশলৈ লৈ গৈছিল। তাৰ ফলশ্ৰুতিতো কেইটামান বিশেষভাবে আকৰ্ষিত বস্তু বৈ যায়। তাৰ ভিতৰত পাৰ্লিয়ামেণ্ট হাউচ, ইণ্ডিয়া গেট, বোম্বেৰ গেটৱে অব ইণ্ডিয়া, কলিকতাৰ ভিক্টোৰিয়া কীৰ্তিচিহ্ন আদিয়েই প্ৰধান।

এইবোৰৰ উপৰিও ভ্ৰমণকাৰী আৰু তীৰ্থযাত্ৰী সকলৰ বাবে নানা ধৰণৰ মনোমোহা ক্ষেত্ৰ কিছুমান আছে। যত আজিও ভ্ৰমণকাৰীৰ ভিৰ বহুত বেছি। উল্লেখনীয় ক্ষেত্ৰবোৰ হ'ল, অমৰ নাথ ধাম, কাশ্মীৰ উপত্যকাৰ সৌন্দৰ্য, নাওৰ ঘৰ, অমৃৎসৰৰ স্বৰ্ণ মন্দিৰ, গুজৰাটৰ সোমনাথ মন্দিৰ, দিল্লীৰ বিৰলা মন্দিৰ, মথুৰাৰ কৃষ্ণজন্মা ঠাই, বৃন্দাবনৰ কাৰুকাৰ্য, দিল্লীৰ আনন্দ ভৱন, জয়পুৰৰ ৰাজবাৰী, মাইচোৰৰ বৃন্দাবন বাগিছা, চণ্ডীগড়ৰ পৰিকল্পিত নগৰ, মোগল গাৰ্ডেন, কলিকাৰ ৰাষ্ট্ৰীয় পুথিভঁড়াল, বিৰলা তৰাগৃহ, চিড়িয়াখানা, ট্ৰামগাৰী, মাটিৰ তলৰ ৰেলগাড়ী, বেলুৰ মঠ, পুৰীৰ জগন্নাথ মন্দিৰ, বিহাৰৰ বুদ্ধগয়া, উত্তৰ প্ৰদেশৰ প্ৰয়াগ, কাশী, হৰিদ্বাৰ, মধ্যপ্ৰদেশৰ পাচমাৰী, দাক্ষিণাত্যৰ পক্ষীতীৰ্থ, তিৰুপতি মন্দিৰ, ৰামেশ্বৰম, কন্যাকুমাৰী মাদ্ৰাজ প'ৰ্ট, গোৱাৰ আনন্দমুখৰ পৰিবেশ, বোম্বেৰ জলভ্ৰমণ, পোহৰ আৰু নাওঁ, ওলোমা বাগিছা, একুইৰিয়াম, জোটাৰ ঘৰ, যাদুঘৰ, কেৰেলাৰ প্ৰাকৃতিক সৌন্দৰ্য ইত্যাদি।

ভাৰবৰ্ষত কিছুমান ভাস্কৰ্য্য আছে যিবোৰে ভ্ৰমণকাৰীক চিন্তিত কৰি তোলে। তাৰ ভিতৰত 'অজন্তা ইলোৰা' গুহাৰ কাৰুকাৰ্য্য, সাগৰৰ মাজৰ 'এলিফেণ্টা' গুহাৰ কাৰুকাৰ্য ইত্যাদি। ভাৰতবৰ্ষৰ স্বাস্থ্যকৰ ঠাইবোৰো অতিকৈ মনোমোহা। তাৰ ভিতৰত হিমাচল প্ৰদেশৰ চিমলা, পশ্চিম বংগৰ 'দাৰ্জিলিং' উত্তৰ প্ৰদেশৰ মুচৌৰী, নাইনিটাল, ৰাজস্থানৰ মাউণ্টআবু, কাশ্মীৰ আৰু মধ্যপ্ৰদেশৰ পাচমাৰীয়েই প্ৰধান। এই ঠাইবোৰে ভ্ৰমণকাৰীৰ মন উৎসাহিত কৰি তোলে। দাৰ্জিলিংৰ টাইগাৰ হিলৰ সূৰ্য উদয়ৰ ছবি প্ৰদৰ্শন কৰিবলৈ ভ্ৰমণকাৰীসকলে বহুদিন ধৰি চোপলৈ বৈ থকা দেখা যায়। পাহাৰীয়া ঠাইবোৰৰ জৰি পথবোৰে বিশেষভাবে আকৰ্ষিত কৰি তোলা দেখা যায়। ইয়াৰ উপৰিও ভ্ৰমণকাৰীক আকৰ্ষিত কৰিব পৰা নানা ধৰণ মনোমোহা বস্তু আছে। অতীতত ভ্ৰমণ কৰাৰ সুবিধা যথেষ্ট নাছিল বাবেই ভ্ৰমণকাৰীৰ সংখ্যাও কম আছিল। বৰ্তমান সময়ত কম সময়ৰ ভিতৰতে বহুত ঠাই চাব পাৰি আৰু জ্ঞান লাভৰ পৰিসীমাও বৃদ্ধি কৰিব পাৰি। যান বাহন ব্যৱস্থাৰ অধিক সুচল হোৱা বাবে ভ্ৰমণকাৰী সকলে যথেষ্ট সুবিধা পাবলৈ সমৰ্থ হৈছে। প্ৰদেশবোৰৰ কেন্দ্ৰস্থলত থাকিয়েই সকলোবোৰ চাব লগা ঠাই আৰু বস্তুবোৰ চাব পৰা যায়। ভাৰতবৰ্ষৰ

সকলো ঠাইতে এতিয়া কিছুমান 'ভ্ৰমণ সংস্থা' গঢ়ি উঠিছে। সেই সংস্থাবোৰে চমু সময়ৰ ভিতৰতে ভ্ৰমণকাৰী সকলক নানা ধৰণেৰে সহায় সাহাৰ্য্য কৰি ভ্ৰমণ কাৰ্য্যসূচীক সাফল্য মণ্ডিত কৰি তোলে।

ভাৰতবৰ্ষৰ উত্তৰ পূব প্ৰান্তত অৱস্থিত অসমখনো ভ্ৰমণকাৰীৰ বাবে অতি উল্লেখযোগ্য এখন ঠাই। অসমতো ৰজাদিনীয়া নানা ধৰণৰ কীৰ্তিচিহ্ন কিছুমান আছে। তাৰ ভিতৰত বিশেষভাবে উল্লেখযোগ্য হ'ল কামাখ্যা মন্দিৰ, উমানন্দৰ শিৱ লিংগ, হাজোৰ মাধৱ মন্দিৰ, পোৱা মক্কাৰ পীৰৰ দৰগাহ, কেদাৰ, উত্তৰ গুৱাহাটীৰ শিলসাকো, গুৱাহাটীৰ যাদুঘৰ, বশিষ্ঠধাম, প্লেনেটৰীয়াম (তৰাগৃহ) চিড়িয়াখানা, শিৱসাগৰৰ ৰংঘৰ, তলাতল ঘৰ, শিৱদৌল, জয়দৌল, জয়সাগৰ পুখুৰী, দৰঙৰ (শোনিতপুৰৰ) বিশ্বনাথ মন্দিৰ (ঘাট) মহাভৈৰৱ মন্দিৰ ইত্যাদি। তাৰ্তকৈয়ো মনভুলোৱা ক্ষেত্ৰবোৰ হ'ল 'কাজিৰঙাৰ' মনোমোহা দৃশ্য, মানাহ অভয়াৰণ্য, ওৰাং অভয়াৰণ্য ইত্যাদি। এইবোৰৰ উপৰিও নানা ধৰণৰ আকৰ্ষিত বস্তু অসমৰ চাৰিওফালে বিয়পি আছে।

## শৈক্ষিক তাৎপৰ্য্য (Educational Significance)

শিক্ষানুষ্ঠান সমূহৰপৰা অনুষ্ঠিত কৰা ভ্ৰমণৰ শৈক্ষিক তাৎপৰ্য বিশেষ ধৰণৰ। ইয়াক অধ্যয়নৰ এটা এৰাব নোৱাৰা অংশ বুলি কোৱা হয়। বিভিন্ন প্ৰান্তৰ মানুহ, নানাধৰণৰ বস্তুবোৰ দেখি তাৰপৰা জ্ঞান লাভ কৰিব নোৱাৰিলে অধ্যয়ন সম্পূৰ্ণ হৈ নুঠে। পাঠ্যপুথিত নানা বিষয়ৰ ওপৰত লিখনি থাকে সেই বিষয়বোৰ দেখিলেহে তাৰপৰা প্ৰকৃত জ্ঞান লাভ কৰিব পৰা যায়। বিভিন্ন ঠাইলৈ গৈ বিভিন্ন ধৰ্ম, ভাষা, সাহিত্য, সংস্কৃতি, ব্যক্তি আদিৰ সংসৰ্গলৈ আহি, মানব চৰিত্ৰ, ইতিহাস পৰিবৰ্তন আদিৰ জ্ঞান লাভ কৰিব পৰা যায়। নানা দেশ ভ্ৰমণ কৰাৰ ফলত শিক্ষাৰ্থীসকলৰ মনৰ পৰা সংকীৰ্ণতা, ভ্ৰান্তধাৰণা, অন্ধবিশ্বাস, আত্মগৌৰৱ আদিৰ দৰে ধাৰণাবোৰ আঁতৰ হয়। শিক্ষাৰ্থীসকলৰ মন উদাৰ হয়, পৰিসৰ বৃদ্ধি হয়। ভ্ৰমণ কৰি জ্ঞান অৰ্জন নকৰা মানুহৰ মনৰ পৰিধি অতি ঠেক হৈ থাকে। অতীতৰপৰা শিক্ষামূলক ভ্ৰমণক-প্ৰাধান্য দি অহা হৈছে। বৰ্তমানৰ শিক্ষা ব্যৱস্থাটো ভ্ৰমণ কাৰ্যসূচীয়ে গুৰুত্বপূৰ্ণ স্থান দখল কৰি আছে। এনেদৰে ভ্ৰমণ কৰাৰ লগতে বিশিষ্ট ব্যক্তি সকলে বিভিন্ন দেশ ভ্ৰমণ কৰি অহাৰ পিছত প্ৰকাশ কৰি উলিওৱা পুথিবোৰ পঢ়ি ভ্ৰমণৰ তাৎপৰ্য্যৰ বুজ শিক্ষাৰ্থীসকলে ল'ব পাৰে। সেই ভ্ৰমণ কাহিনীবোৰত ঠাইবোৰৰ বৰ্ণনাৰ উপৰিও তাত বসবাস কৰি থকা জনগণৰ ভাষা, সাহিত্য, সংস্কৃতি জীৱন ধাৰণৰ প্ৰক্ৰিয়া সমূহৰ বিশেষ প্ৰতিচ্ছবি পোৱা যায়। ইউৰোপ, চীন, আমেৰিকা, ছোভিয়েত ৰাছিয়া আদি ভ্ৰমণ কৰি অহা বিশিষ্ট ব্যক্তি-সকলৰ ভ্ৰমণ কাহিনী সমূহে ভ্ৰমণ সম্বন্ধে জ্ঞান দিয়াৰ লগতে ভ্ৰমণৰ সোৱাদ দিবলৈও সক্ষম হয়। শিক্ষাৰ্থীসকলে ভ্ৰমণৰত অৱস্থাত ভ্ৰমণ কাহিনীবোৰ অধ্যয়ন কৰিলে ভ্ৰমণৰ আদব কায়দা, হব পৰা অসুবিধা আদিৰ বিষয়ে বুজ লবলৈ সক্ষম হব। যান বাহনত উঠি ওপৰে ওপৰে কৰা ভ্ৰমণ তাৎপৰ্যপূৰ্ণ নহয় কাৰণ ইয়াৰ ফলত বিশেষ জ্ঞান অৰ্জন কৰা নহয়। যি

ঠাই ভ্ৰমণ কৰিব সেই ঠাইলৈ গৈ সেই ঠাইৰ বিভিন্ন দিশৰ বুজ লোৱাটোহে ভ্ৰমণৰ প্ৰকৃত উদ্দেশ্য। আমি আমাৰ নিচেই ওচৰৰ মানুহখিনিকহে আমাৰ নিজৰ বুলি ভাবো। ভ্ৰমণ কৰি আন ঠাইৰ মানুহৰ লগত চিনাকি হোৱাৰ পিচত পুনৰ যোগাযোগ স্থাপন কৰিলে সেই মানুহখিনিও নিজৰ ঠাইৰ মানুহ যেন অনুভৱ হয়। পৰ্বত আৰোহণ কৰা ব্যৱস্থাটোও ভ্ৰমণৰে এটা দিশ। সাহসী, অনুসন্ধিৎসু পূৰ্ণ ব্যক্তিসকলে দুৰ্গম পৰ্বত পাহাৰবোৰ আৰোহণ কৰি পৃথিৱীৰ ইতিহাসত মানৱ সভ্যতাক উচ্চশিখৰত তুলি থৈছে। এই সকলোবোৰ দিশলৈ লক্ষ্য কৰিলে বুজিবলৈ পাৰি যে ভ্ৰমণ তথা শিক্ষামূলক ভ্ৰমণ বিশেষভাবে তাৎপৰ্যপূৰ্ণ।

## সামৰণি (Conclusion)

শিক্ষাৰ্থীসকলৰ শিক্ষাৰ দিশটোক সাফল্যমণ্ডিত কৰাৰ বাবে শিক্ষামূলক ভ্ৰমণৰ প্ৰয়োজন হয়। শিক্ষাৰ্থীসকলে শিক্ষা আহৰণ কৰি থাকোতে পাঠৰ বিষয়বস্তুবোৰে কোনো কোনো দিশত তেওঁলোকক বিব্ৰত তথা ৰসহীন কৰি তোলে। সেই জড়তাখিনি আঁতৰ কৰাৰ বাবে সময়ে সময়ে ভ্ৰমণৰ কাৰ্য্যসূচী হাতত লোৱাৰ ব্যৱস্থা কৰা হয়। সাধাৰণতে দিনজোৰা কাৰ্য্যসূচীৰে বনভোজৰ ধাৰণাৰে শিক্ষামূলক ভ্ৰমণৰ আয়োজন কৰা দেখা যায়। এনেকুৱা চমু ভ্ৰমণেও শিক্ষাৰ্থীসকলক আনন্দিত কৰি তোলে। বৰ্তমান সমাজত নানা ধৰণৰ সামাজিক বিশৃংখলতা সৃষ্টি হোৱা বাবে অভিভাৱক সকলে চমু ভ্ৰমণত শিক্ষাৰ্থীসকলক পঠাব বিচৰা দেখা নেযায়। তথাপি সংগঠন কৰিব পাৰিলে ভ্ৰমণ কৰিবলৈ বিচৰা শিক্ষাৰ্থীৰ সংখ্যাও কম নহয়। স্থানীয়ভাবে সংগঠন কৰি শিক্ষাৰ্থীসকলক ওচৰে পাজৰে থকা আকৰ্ষণীয় বস্তুবোৰ দেখুৱাব পাৰি। ইঠাইত-সিঠাইত যাওঁতে খৰচ অধিক হয়, তাৰোপৰি বহুটো শিক্ষাৰ্থীৰ অভিভাৱক সকল জনাবুজা নহয় অথবা যোৱাৰ সুবিধাও নাই, তেনেধৰণৰ দুখীয়া শিক্ষাৰ্থীৰ বাবে চমু ভ্ৰমণ বিশেষভাবে প্ৰয়োজনীয়। শিক্ষামূলক ভ্ৰমণ সহপাঠ্যক্ৰমিক কাৰ্য্যসূচীৰ অন্তৰ্ভুক্ত এটা ধাৰণা। ইয়াৰ মাজেৰে শিক্ষাৰ্থীসকলক বহল মনৰ অধিকাৰী কৰি তুলিব পাৰি। ভ্ৰমণৰ মাধ্যমত লাভ কৰা অভিজ্ঞতাই শিক্ষাৰ্থীসকলৰ মনত গভীৰ ভাবে সাঁচ বহুৱাই। এই ক্ষেত্ৰত দীঘলীয়া ভ্ৰমণৰ ভূমিকা অধিক। যি ঠাইলৈ ভ্ৰমণলৈ যোৱা হয় সেই ঠাইত কেইদিনমান থাকি সেই ঠাইৰ ব্যক্তি, সমাজ, সংস্কৃতি আদিৰ বিষয়ে তন্ন তন্নকৈ বুজ লব পাৰিলেহে শিক্ষামূলক ভ্ৰমণক অধিক ভাবে ফলপ্ৰসূ হোৱা বুলি কব পাৰি।

## প্ৰশ্নাৱলী

১) শিক্ষামূলক ভ্ৰমণ আৰু ইয়াৰ তাৎপৰ্য্য।
২) মাধ্যমিক বিদ্যালয়ৰ শিক্ষাৰ্থীৰ বাবে শিক্ষামূলক ভ্ৰমণ।
৩) শিক্ষামূলক ভ্ৰমণ আৰু ইয়াৰ মূল্যায়ণ।
৪) শিক্ষামূলক ভ্ৰমণৰ উদ্দেশ্য, সাংগঠনিক নীতি আৰু উপকাৰিতা সমূহ।
৫) শিক্ষামূলক ভ্ৰমণ - শিক্ষাৰ ক্ষেত্ৰত ইয়াৰ গুৰুত্ব।

## Exercise

1 Educational Excursion and its sigificance.

2 Educational Excursion for the students of Secondary schools.

3. Educational Excursion and its Evaluation.

4. Educational Excursion its objectives, Principles of organisation and Advantages.

5. Educational Excursion - Its importance in Education.

# ষষ্ঠদশ অধ্যায়
## অৱসৰ সময়ৰ শিক্ষা
## (Educatin For Leisure)

### প্ৰস্তাৱনা (Intorduction)

অৱসৰ সময়ৰ শিক্ষা ধাৰণাটোৱে বৰ্তমান সময়ৰ শিক্ষা ব্যৱস্থাত এটা তাৎপৰ্যপূৰ্ণ স্থান দখল কৰিছে। শিক্ষা কাৰ্যসূচীৰ সময় ছোৱাৰ ভিতৰত যিখিনি আহৰি সময় পোৱা যায় সেই সময়খিনিৰ উপযোগীকৈ যি শিক্ষা দিবলৈ বিচৰা হয় সেই শিক্ষাকে অৱসৰ সময়ৰ শিক্ষা বুলি কোৱা হয়। শিক্ষা আৰু অৱসৰ দুটা বেলেগ ধাৰণা যদিও বৰ্তমান সময়ত দুয়োটা ধাৰণা একত্ৰিত কৰিবলৈ ব্যৱস্থা হাতত লোৱা হৈছে। সেই ব্যৱস্থাটোক অৱসৰ যাপনৰ শিক্ষা ব্যৱস্থা বুলি অভিহিত কৰা হৈছে। শিক্ষা ধাৰণাটোৰ প্ৰকৃত অৰ্থ হ'ল জ্ঞান আহৰণ কৰা, তথ্য অৰ্জন কৰা কোনো বিশেষ ক্ষেত্ৰত দক্ষতা অৰ্জন কৰা আৰু কৌশল আয়ত্ব কৰা। আনহাতে অৱসৰ ধাৰণাটোৰ প্ৰকৃত অৰ্থ হ'ল আমি কৰ্মহীন ভাবে যিখিনি সময় কটাই দিও সেই সময়খিনি। যদি সাধাৰণভাবে দুয়োটা ধাৰণাক চোৱা হয় ইটোৰ লগত সিটোৰ কোনো সম্বন্ধ নাই। কিন্তু গভীৰভাবে উপলব্ধি কৰিলে দেখিবলৈ পোৱা যায় যে শিক্ষাৰ লগত অৱসৰ সময়ৰ সম্বন্ধ অতি ব্যাপক। আমি কৰ্মৰ মাজত যিখিনি আহৰি সময় পাওঁ সেই সময়খিনি অলসভাবে বহি কটাবলৈ নিবিচাৰি যিকোনো অভিজ্ঞতা আহৰণত নিমগ্ন হোৱাত যত্ন পৰ হোৱা বাঞ্চনীয়। আধুনিক জগতৰ শিক্ষাবিদ তথা চিন্তাবিদ সকলে ঠাৱৰ কৰিছে যে শিক্ষা অকল কৰ্ম সম্পাদন কৰা অথবা বৃত্তিমূখী ধাৰণা আয়ত্ব কৰা এটা দিশেই নহয়। শিক্ষাই ব্যক্তিসকলক আহৰি সময় কটোৱাৰ সুবিধা কৰো দিবলৈ সক্ষম হয়। আজৰি সময়খিনি সকলো প্ৰকাৰৰ ব্যক্তিৰ বাবে প্ৰয়োজন। শিক্ষক-শিক্ষাৰ্থী, কৰ্মচাৰী, বিষয়া, ৰাজনৈতিক নেতা আদি সকলোৱে আহৰি সময় পাবলৈ বিচাৰে। দিনৰ দিনটো বিভিন্ন কাৰ্যসূচীত যোগদান কৰি থকাৰ মাজতে অলপ সময়ৰ বাবে হলেও আহৰি সময় পোৱা যায়। এই সময়খিনি আমি কোনো ধৰণৰ কৰ্মত নিমগ্ন নহৈ ব্যস্ততাৰ পৰা আঁতৰি থাকো। এই সময়খিনিত আয় উপাৰ্জনৰ চিন্তা নকৰি ভাৰাক্ৰান্ত মনক জিৰণি দিবলৈ যত্নপৰ হৈ পৰো। ইয়াৰ উপৰিও আজৰি সময়খিনিত দৈহিক তথা মানসিক ব্যস্ততাৰ পৰাও আঁতৰি আহিবলৈ বিচৰা হয়। সকলো ধৰণৰ দুখ ক্লেশৰ পৰা মনক আঁতৰাই ৰাখিবলৈ যত্ন পৰ হলেও মনটোৱে কিবা নহয় কিবা শিকিবলৈ বিচাৰে। সেই শিকিবলৈ বিচৰাখিনিকেই অৱসৰ সময়ৰ শিক্ষা বুলি অভিহিত কৰিব পাৰি।

কৰ্মত নিমগ্ন হৈ থকা অৱস্থাত আমাৰ মন সাধাৰণতে নিৰস হৈ থাকে বুলি ক'ব পাৰি। অধিক ব্যস্ততাই আমাৰ মনত অৱসাদ আনি আমাক ক্লান্ত কৰি তোলে। মনৰপৰা অবসাদ আৰু ক্লান্ত অৱস্থা আঁতৰ কৰাৰ বাবে প্ৰয়োজন হৈ পৰে অৱসৰ সময়ৰ। একেৰাহে এসপ্তাহ সম্পূৰ্ণৰূপে কাৰ্য্যালয়, বিদ্যালয়, মহাবিদ্যালয়, উদ্যোগ আৰু ব্যৱসায় প্ৰতিষ্ঠানত কৰ্মৰত হৈ থকাৰ ফল স্বৰূপে সপ্তাহটোৰ ৰবিবাৰটো

প্ৰত্যেক গৰাকী ব্যক্তিৰ বাবে আনন্দ উৎসাহৰ লগতে জিৰণিৰ দিন হৈ পৰে। এনে ধৰণৰ জিৰণিৰ দিন এটাই সুস্থ সুন্দৰ আৰু স্বাৰ্থহীন এক অনুভূতিৰ ধাৰণা আমাৰ মনলৈ আনি দিয়ে। সেই দিনটো জিৰণিৰ দিন হলেও অলস ভাবে বহি শুই দিনটো কটোৱাৰ যুক্তিযুক্ততা নাই। অৱসৰ সময়ে ব্যক্তিৰ মানসিক স্বাস্থ্য শক্তিশালী কৰাত উদগণি যোগায়। মানসিক স্বাস্থ্য শক্তিশালী কৰিবলৈ হলে সময়ৰ সৎব্যৱহাৰ কৰাৰ ব্যৱস্থা হাতত লব লাগিব। নহলে নানা ধৰণৰ দুঃচিন্তা অস্বাস্থ্যকৰ ধাৰণাই মনক আক্ৰান্ত কৰি তুলিব। সেই দিশৰপৰা পৰিত্ৰাণ পাবলৈ হলে এনে সময় কটাবলৈ উপযুক্ত আঁচনি প্ৰস্তুত কৰি তুলিব লাগিব। তেতিয়াহে মানৱ মনৰ অনুভূতিবোৰ সৰ্বাংগ সুন্দৰ হব আৰু বিকশিত হৈ উঠিব।

## আজৰি সময়ৰ শিক্ষাৰ বিকাশৰ ধাৰা (Developmental Trend of Education for Leisure)

আজৰি সময়ৰ শিক্ষাধাৰণাটোৰ বিকাশ অতীতৰ সমাজ ব্যৱস্থাত হোৱা নাছিল বুলি ক'ব পাৰি। অতীতৰ সমাজ ব্যৱস্থাত ব্যক্তিসকলে প্ৰতিকূল অৱস্থাৰ লগত সংগ্ৰাম কৰি নিজৰ আশ্ৰয়ৰ লগতে অন্ন-বস্ত্ৰ, প্ৰতিৰক্ষা আদিৰ কামত সদায় ব্যস্ত হৈ থকা বাবে আহৰি সময় পোৱা নাছিল। সেই সময়ত কাম আৰু আজৰি সময়ৰ মাজত কোনো ধৰণৰ ব্যৱধান উলিয়াব পৰা নাছিল। সামাজিক জীৱনৰ জীৱন ধাৰণৰ প্ৰণালী অতি সৰল আছিল। দিনৰ দিনটো প্ৰয়োজনীয় কাম-কাজতেই নিজকে নিমগ্ন কৰি ৰাখিছিল। সেই সামাজিক জীৱনৰ বিভিন্ন কাৰ্য্যসূচীত শিশুসকলে ভাগ লৈ পৰ্যবেক্ষণ কৰিছিল, কিছুমান দিশ অনুকৰণ কৰিছিল আৰু প্ৰকৃতিৰ নানা ধৰণৰ বস্তুসমূহৰ লগত চিনাকি হৈ যোগসূত্ৰ স্থাপন কৰিছিল। শিশুসকলৰ জীৱনৰ বাবে প্ৰয়োজনীয় শিক্ষা বয়স্কসকলৰ লগত থাকিয়েই আহৰণ কৰিছিল।

কৃষি প্ৰধান সমাজত কাম আৰু আজৰি সময়ৰ ব্যৱধান যিহেতু নিৰ্ণয় হোৱাই নাছিল সেয়েহে সেই সমাজত আজৰি সময়ৰ সমস্যা উদ্ভৱ হোৱা নাছিল। কিন্তু সকলো ব্যক্তি যিহেতু কৃষি কৰ্মৰ লগত জড়িত নহয় সেই চাম ব্যক্তিৰ বাবে আহৰি সময়খিনি সমস্যাযুক্ত হৈ পৰে। এনেবোৰ ব্যক্তিৰ সমস্যাযুক্ত আজৰি সময়খিনিৰ সদ্ব্যৱহাৰ কৰিবলৈ কিছুমান দিশৰ প্ৰয়োজন হৈ পৰিছিল। এনে ধৰণৰ ব্যক্তিৰ বাবে প্ৰাচীন ৰোমত খেল-ধেমালিৰ ব্যৱস্থা কৰাৰ কথা উল্লেখ পোৱা যায়। গ্ৰীক দাৰ্শনিক সকলে আহৰি সময় সম্বন্ধে মত প্ৰকাশ কৰি কৈছিল যে 'অৱসৰ সময়ৰ শিক্ষা অকল সেই সকলৰ বাবেহে যিবিলাক সমাজৰ ভাগ্যৱান ব্যক্তি আৰু যিবিলাকে সমাজত উচ্চ পৰ্য্যায়ৰ জীৱন নিৰ্বাহ কৰে'। দাৰ্শনিক সকলৰ মতে ভাগ্যৱান ব্যক্তিৰহে আহৰি সময় থাকে আৰু সেই আহৰি সময় কটোৱাৰ বাবে ভাল ধৰণৰ শিক্ষাৰ ব্যৱস্থা কৰিব লাগে। এনে ধৰণৰ ব্যক্তিৰ আহৰি সময়বোৰ কটাবৰ বাবে 'স্কুল' নামৰ অনুষ্ঠান গঢ় লৈ উঠিছিল বুলি কোৱা শুনা যায়। প্ৰাচীন গ্ৰীচত সাহিত্য, ক'লা, সংগীত, বৌদ্ধিক চিন্তা-চৰ্চ্চাৰ দৰে বিষয়বোৰ আহৰি সময় পোৱা ব্যক্তিৰ বাবে প্ৰযোজ্য হৈছিল বুলি কোৱা হয়। সেই সময়ত যিবিলাক

ব্যক্তি শ্ৰমজীবি আছিল আৰু জীৱনৰ অধিক সময় কঠোৰ পৰিশ্ৰমৰ মাজতে কটাইছিল তেনেবোৰ ব্যক্তিৰ বাবে এনেধৰণৰ উচ্চ চিন্তা ভাৱনা কৰাৰ প্ৰয়োজন নাছিল বুলি কেৱা হৈছিল । এই ক্ষেত্ৰত আমি বিখ্যাত দাৰ্শনিক Aristotle ৰ এষাৰ কথা উল্লেখ কৰিব পাৰো । তেওঁ কৈছিল যে "Wisdom cometh by opportunities of Leisure"

বৰ্তমানৰ সমাজ ব্যৱস্থাত তেনে ধাৰণাৰ পৰিবৰ্তন ঘটিল । বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ অভূতপূৰ্ব সাফল্যই মানুহৰ আহৰি সময় অধিক কৰি তুলিলে । এশ বছৰমান আগৰ পৰাই কামৰ সময় কম হৈ পৰা পৰিলক্ষিত হৈছে । উদ্যোগ, প্ৰতিষ্ঠান আদিত অধিক সংখ্যক শ্ৰমিক কৰ্মচাৰী নিয়োগ কৰাৰ ফলত কামৰ সময় কমি আহিল আৰু আজৰি সময় অধিক হ'ল । এনেধৰণৰ আজৰি সময়ক কামত লগোৱাৰ বাবে 'আজৰি সময়ৰ শিক্ষা'ৰ প্ৰয়োজন বাৰুকৈয়ে উপলব্ধি কৰা হ'ল । এনেধৰণৰ আজৰি সময়বোৰ ব্যক্তি আৰু সমাজৰ বাবে সমস্যা হৈ পৰিল ।

এনেদৰে উদ্ভৱ হোৱা আজৰি সময়ৰ উপযুক্ত হোৱাকৈ গণতান্ত্ৰিক সমাজ ব্যৱস্থাত নানা ধৰণৰ আহিলা, আচবাব আদিৰ সৃষ্টি হ'ল । গণমাধ্যম সমূহে এনেধৰণৰ আজৰি সময় সমূহ কটাবৰ বাবে মানব সমাজক উদগণি যোগালে । ব্যক্তিসকলে কৰ্মৰ মাজেৰে অভিজ্ঞতা অৰ্জন কৰাৰ মানসিকতা গঢ়ি তুলিলে । প্ৰয়োগবাদী চিন্তা দৰ্শনৰ ফলত মানব মনত জ্ঞানৰ ব্যৱহাৰিক দিশটোৰ ধাৰণাৰ উদয় হ'ল । মানুহ উৎপাদনমুখী হৈ পৰিল আৰু অৰ্থনৈতিক উৎপাদনৰ ক্ষেত্ৰলৈ ধাবিত হ'ল । এনে কাৰ্যসূচীৰ মাজতে যিখিনি আহৰি সময় উলিয়ালে সেইখিনিকো উপযুক্ত ভাবে কামত লগোৱাৰ দিহা কৰি ললে । সমাজৰ সকলো শ্ৰেণীৰ লোকে অৱসৰ সময়ৰ তাৎপৰ্য বুজিবলৈ যত্নপৰ হোৱাৰ প্ৰয়োজনীয়তা উদ্ভৱ হ'ল ।

## অৱসৰ সময়ৰ শিক্ষাৰ লক্ষ্য (Aims of Education for Leisure)

সচৰাচৰ প্ৰচলিত শিক্ষাৰ যেনেকৈ লক্ষ্য আছে, অৱসৰ সময়ৰ শিক্ষাৰো নিৰ্দিষ্ট লক্ষ্য আছে । অৱশ্যে দুয়োবিধ শিক্ষাৰ লক্ষ্যৰ মাজত ব্যৱধান আছে । অৱসৰ সময়ৰ শিক্ষাৰ মূল লক্ষ্য হ'ল ইয়াৰ মাধ্যমত ব্যক্তিসকলৰ মনত অন্তৰ্নিহিত হৈ থকা সংৰক্ষণ সমূহ আৰু সুস্থ সবল গুণ সমূহক বিকশিত কৰাৰ ব্যৱস্থা কৰা । মুক্ত ভাবে ক'বলৈ গলে অৱসৰ সময়ৰ শিক্ষাৰ মাধ্যমত ব্যক্তিসকলক মানবীয় গুণৰ অধিকাৰী কৰি তুলিব লাগিব । সেই মানবীয় জ্ঞানৰ অধিকাৰী হ'বলৈ সক্ষম হলেহে ব্যক্তিসকল আকৰ্ষণীয় হৈ পৰিব । ইয়াৰ মাধ্যমেৰে শিক্ষাৰ্থীসকলৰ সৃষ্টিধৰ্মী প্ৰতিভাৰ বিকাশ সাধন কৰিব লাগিব । সৃষ্টিধৰ্মী প্ৰতিভাৰ বিকাশ ঘটোৱাৰ লগতে শিক্ষাৰ্থীসকলক কামৰ প্ৰতি অনুৰাগী কৰি তুলি আনন্দ প্ৰদান কৰাৰ ব্যৱস্থা কৰিব লাগিব । শিক্ষাৰ্থীসকলে শিক্ষাজীৱনত যথেষ্ট আহৰি সময় পায় । কোনো ধৰণৰ অপ্ৰয়োজনীয়, সমাজৰ গ্ৰহণযোগ্য নোহোৱা কামত যাতে শিক্ষাৰ্থীসকল অৱতীৰ্ণ নহয় তাৰ বিকল্প ব্যৱস্থা কৰাটোৱে হ'ল এনে ধৰণৰ শিক্ষাৰ এটা মূল

লক্ষ্য । অৱসৰ সময়ৰ শিক্ষা যদিও সমাজৰ সকলো শ্ৰেণীৰ ব্যক্তিৰ বাবে প্ৰয়োজন তথাপি এনে শিক্ষাৰ অধিক প্ৰয়োজন হয় শিক্ষাৰ্থীসকলৰ বাবে । কোমলমতীয়া শিক্ষাৰ্থীসকলে আহৰি সময়বোৰ অবাবত কটাবলৈ যন্ত্ৰণৰ হৈ পৰে । তেওঁলোকে শ্ৰেণীৰ পাঠবোৰ সদায় পঢ়ি ৰুচিহীন হৈ পৰে । শিক্ষাৰ্থীসকলৰ মনৰণৰা ৰুচিহীন ধাৰণা আঁতৰাই নিজস্ব দক্ষতা বৃদ্ধি কৰাটোৱে হ'ল অৱসৰ সময়ৰ শিক্ষাৰ প্ৰকৃত উদ্দেশ্য তথা লক্ষ্য ।

অৱসৰ সময়ৰ শিক্ষাক কাৰ্যকৰী কৰি তোলাৰ ক্ষেত্ৰত কেইটিমান উল্লেখযোগ্য নীতি আৰু লক্ষ্য আছে । সেই নীতি আৰু লক্ষ্যবোৰ চমুকৈ তলত উল্লেখ কৰা হ'ল—

১) অৱসৰ সময়ৰ শিক্ষাই শিক্ষাৰ্থীসকলৰ ব্যক্তিগত প্ৰয়োজন, অভিৰুচি, আগ্ৰহ, অভিপ্ৰায় আদিৰ দৰে ক্ষমতাসমূহক কাৰ্যকৰী কৰাত সহায় কৰে ।

২) অৱসৰ সময়ৰ শিক্ষাই শিক্ষাৰ্থীসকলৰ মনত সময়ৰ সদ্‌ব্যৱহাৰৰ ধাৰণা জগাই তোলে ।

৩) অৱসৰ সময়ৰ শিক্ষাই ব্যক্তি মনত গঠনমূলক ভাবধাৰা জগাই তোলে ।

৪) অৱসৰ সময়ৰ শিক্ষাই শিক্ষাৰ্থীসকলৰ মনত সৃজনাত্মক দৃষ্টিভংগীৰ বিকাশ সাধন কৰে ।

৫) অৱসৰ সময়ৰ শিক্ষাই ব্যক্তিমনত মুক্ত আনন্দ আৰু কৰ্মৰ প্ৰেৰণা জগাই তোলে ।

৬) অৱসৰ সময়ৰ শিক্ষাই সামাজিক ক্ষেত্ৰৰ সাংস্কৃতিক প্ৰয়োজন সমূহ পূৰণ কৰাৰ ক্ষেত্ৰত সহায় আগবঢ়ায় ।

৭) অৱসৰ সময়ৰ শিক্ষাই ব্যক্তিমনত সৌন্দৰ্যবোধৰ ধাৰণা সৃষ্টি কৰাৰ উপৰিও সুক্ষ্ম কলাসুলভ দৃষ্টি ভংগীৰ জ্ঞান ব্যক্তিসকলক প্ৰদান কৰে ।

৮) অৱসৰ সময়ৰ শিক্ষাই শিক্ষাৰ্থীসকলৰ মনৰ দিগন্তৰ পৰিধি ব্যাপক কৰি তোলে আৰু মনত মহৎ আৰু নিৰ্মল প্ৰভাৱ পেলায় ।

৯) অৱসৰ সময়ৰ শিক্ষাই মানৱ মনৰ অভিজ্ঞতা সমূহক উদাৰ আৰু মানবীয় কৰি তোলে ।

১০) অৱসৰ সময়ৰ শিক্ষাই অনুৰাগী শিক্ষাৰ্থীসকলৰ মানসিক দাবী পূৰণ হোৱাত উদগণি যোগায় ।

১১) অৱসৰ সময়ৰ শিক্ষাক কাৰ্যকৰী কৰি তুলিবলৈ যাওঁতে কোনো ব্যক্তিৰ আবেগ অনুভূতিক আঘাত কৰিব নালাগিব ।

১২) অৱসৰ সময়ৰ শিক্ষাৰ দ্বাৰা ব্যক্তিমনৰ অসুস্থতা আৰু নেতিবাচক মনোভাব আঁতৰ কৰাৰ ব্যৱস্থা কৰিব লাগিব ।

**অৱসৰ সময়ৰ শিক্ষাৰ প্ৰয়োজনীয়তা (Necessity of Education for Leisure)**

আধুনিক সমাজখনৰ ধ্যান ধাৰণা বহুলভাবে জটিল হৈ পৰিছে। ধ্যান ধাৰণাবোৰ অধিকভাবে জটিল হোৱা বাবে নানা ধৰণৰ সমস্যাই ব্যক্তিমনক জুমুৰি দি ধৰে। সমস্যাবোৰে সমাজৰ সকলো শ্ৰেণীৰ ব্যক্তিকে প্ৰভাৱান্বিত কৰি তুলিছে বুলি ক'ব পাৰি। নিজস্ব কৰ্মসূচী সম্পাদন কৰাৰ পিছত ব্যক্তিসকলৰ বাবে বহুটো আহৰি সময় আহি পৰে। এই আহৰি সময়খিনি কটোৱাৰ বাবে ব্যক্তিসকলে কিবা নহয় কিবা এটা কৰিবলৈ বিচাৰে। সেই বিচৰাখিনিৰ বাবে প্ৰয়োজন হৈ পৰে আজৰি সময়ৰ শিক্ষাৰ। আজৰি সময়ৰ শিক্ষাৰ প্ৰয়োজনীয়তা সম্বন্ধে তলত চমু আলোচনা আগবঢ়োৱা হ'ল —

**প্ৰথমতে** - অৱসৰ সময়ৰ শিক্ষাৰ প্ৰয়োজন হয় অতিৰিক্ত হোৱা সময়খিনিক যথোপযুক্তভাবে ব্যৱহাৰ কৰি লাভৱান হোৱাৰ বাবে।

**দ্বিতীয়তে** - অৱসৰ সময়ৰ শিক্ষাৰ প্ৰয়োজন হয় ব্যক্তিসকলৰ জীৱনৰ মানদণ্ড উন্নত কৰি জীৱন প্ৰৱাহৰ গতিশীলতা অনাৰ বাবে।

**তৃতীয়তে** - অৱসৰ সময়ৰ শিক্ষাৰ প্ৰয়োজনীয়তা অহাৰ মূলতে হ'ল মানব মনৰপৰা যান্ত্ৰিক ধাৰণা আঁতৰ কৰা। বস্তুবাদী জগতখনে মানব মনক উদ্দ্যমহীন কৰি অৱসাদ আনি দিয়ে। অৱসৰ সময়ৰ শিক্ষাই মানব মনৰপৰা অৱসাদ আঁতৰাই ব্যক্তিৰ মনত নতুন উৎসাহ আৰু উদ্দীপনা আনি দিয়ে।

**চতুৰ্থতে** - অৱসৰ সময়ৰ শিক্ষাৰ প্ৰয়োজন হয় ব্যক্তি মনত সৃষ্টি হোৱা কলুসিত ধাৰণাবোৰ আঁতৰ কৰাৰ বাবে। আহৰি সময় পালেই মানুহৰ মনত কুচিন্তা, পৰচৰ্চা আদিৰ দৰে ধাৰণাবোৰে গা কৰি উঠে। সেই কুচিন্তা, পৰচৰ্চা আদিয়ে ব্যক্তিৰ মন অসুস্থ কৰি তোলে। ব্যক্তিমনক সুস্বাস্থ্যকৰ কৰি তোলাৰ একমাত্ৰ উপায় হ'ল আহৰি সময়ক উপযুক্তভাবে ব্যৱহাৰ কৰা।

**পঞ্চমতে** - অৱসৰ সময়ৰ শিক্ষাৰ প্ৰয়োজন হয় ব্যক্তি মনৰ দৃষ্টিভংগীৰ পৰিসৰ বৃদ্ধি কৰাৰ বাবে। ব্যাপক দৃষ্টি ভংগীয়ে ব্যক্তিমনত গঠনাত্মক ধাৰণাৰ সৃষ্টি কৰি সৃষ্টিশীল মনোভাব জগাই তোলে।

**ষষ্ঠতে** - অৱসৰ সময়ৰ শিক্ষাৰ প্ৰয়োজন হয় ব্যক্তি সকলৰ মাজত নিহিত হৈ থকা যোগ্যতা, সম্ভাৱনীয়তা আদিক পূৰ্ণৰূপে বিকশিত কৰাৰ বাবে। এনেধৰণৰ শিক্ষাই ব্যক্তিসকলৰ নিজস্ব প্ৰতিভাক বিকশিত কৰাৰ সুযোগ দিয়ে।

**সপ্তমতে** - অৱসৰ সময়ৰ শিক্ষাই ব্যক্তিসকলক সু-অভ্যাস গঢ়ি তোলাত সহায় কৰে। কাৰণ আহৰি সময় অধিক হলে কু-অভ্যাস গঢ়ি উঠাৰ সম্ভাৱনা অধিক।

**অষ্টমতে** - অৱসৰ সময়ৰ শিক্ষাই শিক্ষাৰ্থী তথা ব্যক্তি সকলৰ ব্যক্তিত্বক শক্তিশালী কৰি তোলে। কাৰণ ব্যক্তিত্বৰ সংলক্ষণ সমূহ সুন্দৰৰূপে প্ৰতিফলিত হয় আহৰি সময়ৰ সদ্ব্যৱহাৰৰ মাধ্যমতহে।

**নৱমতে** - অৱসৰ সময়ৰ শিক্ষাৰ প্ৰয়োজন হয় ব্যক্তি সকলৰ মনত আধ্যাত্মিক তথা নৈতিক চেতনাবোধ জগাই তোলাৰ বাবে । এনে শিক্ষাই সাংস্কৃতিক জীৱনৰ বিকাশো সম্ভৱ কৰি তোলে ।

**দশমতে** - অৱসৰ সময়ৰ শিক্ষাৰ প্ৰয়োজন হয় জাতীয় চৰিত্ৰ গঠন কৰিবৰ বাবে । আজৰি সময়ৰ সদ্ব্যৱহাৰৰ যোগেদি ব্যক্তিসকলক সামাজিক ভাবে যোগ্য কৰি তুলিব পাৰি । সামাজিক ভাবে ব্যক্তিসকল যোগ্য হৈ উঠিলেহে জাতিটোক শক্তিশালী ৰূপ দিবলৈ সক্ষম হ'ব ।

**একাদশতে** - অৱসৰ সময়ৰ শিক্ষাৰ প্ৰয়োজন হয় ব্যক্তিসকলৰ মনত উৎপাদনমুখী ধাৰণা সৃষ্টি কৰাৰ বাবে । আজৰি সময়ত কৰা সুচিন্তা আৰু উপযুক্ত আঁচনিয়ে অধিক উৎপাদন সম্ভৱ কৰি তুলিব পাৰে । এনেবোৰ ধাৰণাৰ সফল প্ৰয়োগ হলে জাতিৰ গঠন প্ৰণালী শক্তিশালী হ'ব ।

**দ্বাদশতে** - অৱসৰ সময়ৰ শিক্ষাৰ প্ৰয়োজন হয় বয়স্ক শিক্ষা আঁচনিক সফলভাবে ৰূপায়ণ কৰি তোলাৰ বাবে । উদ্যোগ, কাৰখানা আদিৰ শ্ৰমিক সকলক 'কৰ্মৰত স্বাক্ষৰতা আঁচনিৰ' (Functional Literacy Programme) মাধ্যমত স্বাক্ষৰ কৰি তুলিব পাৰি । এনে আঁচনিক বাস্তৱ ক্ষেত্ৰত ফলপ্ৰসূ কৰি তুলিবলৈ হ'লে শ্ৰমিক সকলৰ আহৰি সময়খিনিক সদব্যৱহাৰ কৰিবলৈ উদগণি যোগাব লাগিব ।

**ত্ৰয়োদশতে** - অৱসৰ সময়ৰ শিক্ষাৰ প্ৰয়োজন হয় বক্তিমনত সৌন্দৰ্যবোধৰ ধাৰণা জগাই তোলাৰ বাবে । মানব প্ৰকৃতিত কিছুমান ক'লা সুলভ ধাৰণা অন্তৰ্নিহিত হৈ থাকে । কৰ্মৰত অৱস্থাত তেনে ধাৰণাবোৰ প্ৰকাশিত নহয় । আজৰি সময় পালেহে মানব মনত হাঁহি, আনন্দ আদিৰ দৰে অনুভূতিবোৰ প্ৰকাশিত হয় আৰু মস্তিষ্কত সংৰক্ষিত হৈ থকা জ্ঞানৰ স্ফুলিংগবোৰ কথোপকথনৰ মাধ্যমত ব্যক্ত হৈ পৰে । ইয়াৰপৰা আন ব্যক্তিৰো লাভ হয় ।

**চতুৰ্দশতে** - অৱসৰ সময়ৰ শিক্ষাৰ মাধ্যমত সামাজিক সমস্যাসমূহ আঁতৰ কৰিব পাৰি । সমাজত একতাবোধৰ ধাৰণা জগাই তুলিব পাৰি । মানব মনত ক্ৰিয়াত্মক দৃষ্টিভংগী সৃষ্টি কৰি দলগত ভাবৰ উদয় কৰাব পাৰি ।

**পঞ্চদশতে** - অৱসৰ সময়ৰ শিক্ষাৰ প্ৰয়োজন হয় বয়ঃসন্ধি কালত সৃষ্টি হোৱা অপসমাযোজন আঁতৰ কৰাবৰ বাবে । মাধ্যমিক শিক্ষাৰ শেষছোৱাত আৰু কলেজীয়া শিক্ষাৰ আদি ছোৱাত অধিক সংখ্যক শিক্ষাৰ্থীয়ে অপসমাযোজন বেমাৰত ভোগে । এই বেমাৰৰ পৰা মুক্ত কৰিবলৈ হ'লে তেওঁলোকৰ আজৰি সময়খিনিক সদ্ব্যৱহাৰ কৰিব লাগিব ।

অৱসৰ সময়ৰ শিক্ষাৰ প্ৰয়োজনীয়তা অধিক । এই শিক্ষা বিশেষভাবে তাৎপৰ্যপূৰ্ণ কাৰণ ইয়াৰ মাধ্যমত ব্যক্তিমনত সুস্থ মানসিকতা গঢ়ি তুলিব পাৰি । সমাজৰ সকলো শ্ৰেণীৰ ব্যক্তিৰ বাবে অৱসৰ সময়ৰ শিক্ষাৰ প্ৰয়োজন । অৱসৰ সময়ৰ সদ্ব্যৱহাৰে মানব মস্তিষ্কক অধিক শক্তিশালী কৰি তোলে ।

## অৱসৰ সময়ত শিক্ষা দিব পৰা অনুষ্ঠান সমূহ (Institutions of Education for Leisure)

অৱসৰ সময়ত শিক্ষা কি ধৰণেৰে দিয়া হ'ব, কেনে ধৰণৰ অনুষ্ঠানৰ মাধ্যমেৰে দিয়া হ'ব সেই বিষয়ে নানা ধৰণৰ প্ৰশ্নৰ উদয় হয়। অৱসৰ সময়ৰ শিক্ষাৰ ধাৰণাৰ পৰিসৰ যিহেতু ব্যাপক সেয়েহে এই শিক্ষা সম্প্ৰসাৰণৰ ক্ষেত্ৰও বহুত ধৰণৰ আছে। অৱসৰ সময়ৰ শিক্ষা শিক্ষানুষ্ঠানৰ মাধ্যমতো দিব পাৰি আৰু অনৌপচাৰিক শিক্ষানুষ্ঠানৰ মাধ্যমতো দিব পাৰি। তলত অনুষ্ঠান সমূহৰ বিষয়ে চমু আলোচনা ডাঙি ধৰা হ'ল —

### ১) শিক্ষানুষ্ঠান (Educational Institutions)

শিক্ষাৰ্থীসকলৰ জীৱনত শিক্ষানুষ্ঠানৰ ভূমিকা অপৰিসীম। শিক্ষানুষ্ঠান সমূহেই অৱসৰ সময়ত শিক্ষা দিয়াৰ মূল ক্ষেত্ৰ বুলি ক'ব পাৰি। শিক্ষানুষ্ঠানত লাভ কৰা অভিজ্ঞতা সমূহে শিক্ষাৰ্থীসকলৰ ভবিষ্যত জীৱন সুদূৰ প্ৰসাৰী কৰি তোলে। শিক্ষাৰ্থী হৈ থকা সময়ছোৱাই মানব জীৱনৰ তাৎপৰ্যপূৰ্ণ সময়। এই সময়খিনি সুন্দৰৰূপে কামত লগাব পাৰিলে ভবিষ্যত জীৱন সুখময় হৈ উঠে। শিক্ষানুষ্ঠানত শিক্ষাৰ্থীৰ সু-অভ্যাস গঠন হয় আৰু শিক্ষানুষ্ঠানৰ মাধ্যমতে শিক্ষাৰ্থীয়ে সুন্দৰৰূপে আহৰি সময় কটোৱাৰ বিভিন্ন ধৰণৰ আৰ্হি পাবলৈ সক্ষম হয়। শিক্ষাৰ্থীসকলৰ ব্যক্তিত্ব উপযুক্তভাবে গঢ় দিয়াৰ অৰ্থে শিক্ষানুষ্ঠান সমূহে অৱসৰ সময়ত শিক্ষা আহৰণ কৰিব পৰা মানসিকতা শিক্ষাৰ্থীৰ মনত জগাই তুলিব লাগিব।

### ২) খেলাধূলাৰ ব্যৱস্থা (System of Games and Sports)

শিক্ষানুষ্ঠানৰ পিছতে নানা ধৰণৰ খেল ধেমালিৰ মাধ্যমত শিশু তথা ব্যক্তিসকলৰ আজৰি সময়বোৰৰ সদ্ব্যৱহাৰ কৰিব পাৰি। ব্যক্তিৰ মনত খেলৰ প্ৰৱণতাই গঢ় ললে শাৰীৰিক তথা মানসিক বিকাশ সম্ভব হৈ উঠে। এই ক্ষেত্ৰত দৌৰ প্ৰতিযোগিতা, কাবাডি, টাগ অব ওৱাৰ, আদিৰ দৰে খেলবোৰৰ উপৰিও ফুটবল, ক্ৰিকেট, কেৰম, টেবুল টেনিচ, বেডমিণ্টন, লন টেনিচ, চাইনিচ চেকাৰ আদিৰ দৰে গঠন মূলক খেলবোৰো প্ৰয়োগ কৰিব পাৰি। ইয়াৰ মাজেৰে ব্যক্তিমনত গঠন মূলক ধাৰণা গঢ় লোৱাৰ উপৰিও প্ৰতিযোগিতাৰ ধাৰণাই গঢ় লয়।

### ৩) সাংস্কৃতিক আৰু সুকুমাৰ কলাৰ শিক্ষা (Education of Arts and Culture)

অৱসৰৰ সময়ত সাংস্কৃতিক কাৰ্যসূচীৰ উপৰিও সুকুমাৰ কলাৰ শিক্ষা দিয়াৰ ব্যৱস্থা কৰিব পাৰি। শিক্ষানুষ্ঠান তথা সমাজত বিভিন্ন ধৰণৰ ৰুচি আৰু প্ৰৱণতা থকা শিক্ষাৰ্থী আৰু ব্যক্তি থাকে। তেনেধৰণৰ শিক্ষাৰ্থী আৰু ব্যক্তিৰ উপযোগী হোৱাকৈ সাংস্কৃতিক কাৰ্যসূচী আৰু সুকুমাৰ কলাৰ অনুষ্ঠান পাতি যোগদান কৰাৰ প্ৰৱণতা জগাই তুলিব লাগিব। এনে কাৰ্যসূচীৰ সফল ৰূপায়ণ কৰিবলৈ হলে নাচগান, অভিনয় আদিৰ লগতে পুতলা সজা, ফুল সজা, চিলাইৰ কাম, ছবি আঁকা, ভাস্কৰ্য্য আদিৰ শিক্ষা শিক্ষাৰ্থীসকলক দিব পাৰি।

৪) প্ৰদৰ্শনীৰ ব্যৱস্থা (Exibition System)

প্ৰদৰ্শণী মূলক অনুষ্ঠানৰ মাধ্যমেৰেও অৱসৰ সময়ৰ সদ্ব্যৱহাৰ কৰিব পাৰি। শিক্ষাৰ্থী তথা যুবক যুৱতী সকলৰ সৃষ্টিশীল প্ৰতিভা, স্বঅৰ্জিত গুণাৱলী সমূহৰ ফলশ্ৰুতি সমাজৰ আন আন ব্যক্তিসকলক দেখুৱাব পৰাকৈ মাজে সময়ে প্ৰদৰ্শনীৰ ব্যৱস্থা কৰিব লাগে। নিজ হাতে তৈয়াৰি কৰা নানা ধৰণৰ সৰু ডাঙৰ সামগ্ৰী সমূহক এনে অনুষ্ঠানৰ মাধ্যমত প্ৰদৰ্শিত কৰিব পৰা যায়। ইয়াৰ উপৰিও কিছুমান শিক্ষাৰ্থী তথা ব্যক্তিয়ে নানা তৰহৰ বস্তু যেনে ডাকটিকট, মুদ্ৰা, ফটো আদি গোটাই ভাল পায়। তেনে বস্তুবোৰৰ প্ৰদৰ্শণীও কৰিব পাৰি।

৫) বৌদ্ধিক শিক্ষাৰ ব্যৱস্থা (System of Intellectual Education)

অন্য ধৰণৰ শিক্ষাৰ ব্যৱস্থা কৰাৰ লগতে বৌদ্ধিক বিকাশৰ গতি পূৰ্ণতৰ কৰিবলৈ বৌদ্ধিক শিক্ষাৰ ব্যৱস্থাও কৰিব পাৰি। ব্যক্তিমনৰ বৌদ্ধিক দিশটোৰ খোৰাক যোগাবলৈ হলে বিজ্ঞান সমিতি, গণিত চক্ৰ, সংগীত চক্ৰ, সাহিত্য চক্ৰ, সুকুমাৰ কলা কেন্দ্ৰ আদি স্থাপন কৰি আজৰি সময়ত তাক প্ৰয়োগ কৰিব পাৰি।

৬) সংঘ স্থাপন (Establishment of Club)

সংঘ আদি স্থাপন কৰি ব্যক্তিৰ মনত সহযোগিতাৰ ভাব গঢ়ি তোলাৰ লগতে একতাবোধৰ ধাৰণাৰ গঢ় দিবও পাৰি। সংঘবোৰক গঠনমূলক, সৃষ্টিধৰ্মী অনুষ্ঠান হিচাপে পৰিগণিত কৰিব পাৰিলে এই ক্ষেত্ৰত সফলতা অৰ্জন কৰিব পৰা যাব।

৭) বিদ্যালয়ৰ পুথিভঁড়াল (School Library)

অৱসৰৰ সময়ত কিতাপ পত্ৰ, আলোচনী আদি পঢ়াৰ সুবিধা দিয়াৰ বাবে বিদ্যালয়ত পুথিভড়াল গঢ়ি তুলিব লাগিব। সেই পুথিভঁড়ালত নানা তৰহৰ শিশু মনৰ প্ৰয়োজনীয় কিতাপ পত্ৰ, কাহিনী, ভ্ৰমণ কাহিনী আদি গোটাই শিক্ষাৰ্থীসকলক নিয়মীয়া পঢ়ুৱৈ কৰি তুলিব লাগিব। তেতিয়াহে অৱসৰ সময়ৰ সদ্ব্যৱহাৰ হব।

৮) সমাজ সেৱাৰ আঁচনি (Social Service Scheme)

অৱসৰ সময়ক সদ্ব্যৱহাৰ সমাজ সেৱা আঁচনিৰ মাধ্যমতো কৰিব পাৰি। শিক্ষানুষ্ঠান সমূহৰ বন্ধৰ দিনত শিক্ষাৰ্থীসকলক সামাজিক কল্যাণমূলক আঁচনিত অংশ গ্ৰহণ কৰাব পাৰি। সেইদৰে সমাজৰ যুৱক যুৱতীসকলক সমাজসেৱাৰ কেন্দ্ৰ গঢ়ি তুলি ৰাষ্টাঘাট মেৰামতি, দাৰিদ্ৰ নিপীড়িত জনগণৰ সেৱা কৰা আদি কামত লগাব পাৰি। এনে কাৰ্যই তেওঁলোকক আত্ম-তৃপ্তি দিয়াৰ লগতে সমাজৰ কল্যাণো সাধন কৰিব।

৯) বিশেষ অনুষ্ঠানৰ প্ৰয়োগ (Application of special activities)

ওপৰত কৰা বিভিন্ন কাৰ্য্যসূচীৰ লগতে কিছুমান বিশেষ ধৰণৰ কাৰ্য্যসূচীও হাতত লব পাৰি। সাঁতোৰ সংঘ স্থাপন কৰি সাঁতোৰাৰ শিক্ষা দিব পৰা যায়। পাহাৰ বগোৱা সংঘ স্থাপন কৰি সাহসী কৰ্ম তৎপৰ শিক্ষাৰ্থীক পাহাৰ বগোৱাৰ কামত নিময় কৰিব পাৰি। চমু তথা দীঘলীয়া ভ্ৰমণৰ ব্যৱস্থা কৰি শিক্ষাৰ্থীসকলক

আগ্ৰহী কৰি তুলিব পাৰি । বছৰত অন্তত এবাৰ বনভোজ খোৱাৰ ব্যৱস্থাৰে শিক্ষাৰ্থী সকলক বিভিন্ন স্থানৰ লগত চিনাকি কৰি দিয়াৰ ব্যৱস্থা কৰিব পাৰি ।

এনেবোৰ অনুষ্ঠানৰ উপৰিও কলকাৰখানাৰ শ্ৰমিক সকলৰ বাবে বিভিন্ন ধৰণৰ কাৰ্যসূচী হাতত লব পৰা যায় । কৰ্মৰত স্বাক্ষৰতা ব্যৱস্থা, অবিৰত শিক্ষা ব্যৱস্থা, মুক্ত শিক্ষা ব্যৱস্থা, যোগাযোগ পাঠ্যক্ৰম আদিৰ মাধ্যমত সমাজৰ সকলো শ্ৰেণীৰ লোকৰে আহৰি সময়ক কামত খটুৱাব পৰাৰ ব্যৱস্থা আছে ।

**মাধ্যমিক বিদ্যালয় আৰু অৱসৰ সময়ৰ শিক্ষা (Secondary School and Education for Leisure)**

অৱসৰ সময়ৰ শিক্ষাৰ প্ৰকৃত ব্যৱহাৰ মাধ্যমিক বিদ্যালয়ত কৰিবলৈ অধিক বস্তুপৰ হব লাগিব । মাধ্যমিক বিদ্যালয়ৰ সময়ছোৱাত যদি আহৰি সময়ৰ সদ্ব্যৱহাৰ কৰিবলৈ শিক্ষাৰ্থীসকলক শিকোৱা নহয় তেতিয়া হলে যুৱক যুৱতী কালত আহৰি সময়খিনিৰ অপপ্ৰয়োগ হোৱাৰ সম্ভাৱনা অধিক হব । সেই উদ্দেশ্য আগত ৰাখি মাধ্যমিক বিদ্যালয়ৰ প্ৰধান শিক্ষক, শিক্ষক আৰু অভিভাৱক সকল একত্ৰিত হৈ বিভিন্ন ধৰণৰ কাৰ্য্যসূচী যুগুত কৰি উলিয়াব লাগিব । আঁচনি প্ৰস্তুত কৰি তাক সফল ভাবে ৰূপায়ণ কৰাৰ ব্যৱস্থা কৰিলেহে মাধ্যমিক বিদ্যালয়ৰ শিক্ষাৰ্থীসকলৰ অৱসৰ সময়ৰ সদ্ব্যৱহাৰ হব । এই ক্ষেত্ৰত তলত দিয়া নীতিবোৰৰ প্ৰতি লক্ষ্য ৰাখিব লাগিব ।

১) মাধ্যমিক বিদ্যালয়ত অৱসৰ সময়ৰ শিক্ষাক স্বতঃস্ফুৰ্ত কৰি তোলাৰ ব্যৱস্থা কৰিব লাগিব । এই শিক্ষাক বাধ্যতামূলক কৰি তোলাৰ ওপৰত গুৰুত্ব আৰোপ নকৰিলেও হব ।

২) মাধ্যমিক বিদ্যালয়ত শিক্ষাৰ্থীৰ অভিৰুচি অনুযায়ী অৱসৰ সময়ৰ শিক্ষাৰ বিষয় নিৰ্বাচন কৰাৰ সুবিধা দিব লাগে । ইয়াৰ মূল উদ্দেশ্য হব ব্যক্তি পাৰ্থক্যক প্ৰাধান্য দিয়া ।

৩) মাধ্যমিক বিদ্যালয়ত অৱসৰ সময়ত যি শিক্ষা দিয়া হয় সেই শিক্ষাই যাতে প্ৰকৃত পাঠ্যক্ৰমৰ অধ্যয়ণত কোনোধৰণৰ অসুবিধাৰ সৃষ্টি নকৰে তালৈ গুৰুত্ব দিব লাগিব ।

৪) মাধ্যমিক বিদ্যালয়ত শিক্ষাৰ্থীসকলক আত্মপ্ৰকাশ কৰাৰ সুবিধা দিব লাগিব । আত্ম প্ৰকাশ কৰাবলৈ হলে বিদ্যালয়ত প্ৰয়োগ কৰা অনুশাসন ব্যৱস্থা শিক্ষাৰ্থীসকলৰ অনুকূলে যাব লাগিব ।

৫) মাধ্যমিক বিদ্যালয়ত অৱসৰ সময়ৰ শিক্ষাক বাস্তৱৰূপ দিবলৈ হলে বিদ্যালয়ৰ বৈষয়িক অৱস্থা উন্নত কৰাৰ ব্যৱস্থা কৰিব লাগিব ।

৬) মাধ্যমিক বিদ্যালয়ত শিক্ষাৰ্থীসকলৰ মনত সুস্থ আগ্ৰহ আৰু অভিৰুচি জগাই তুলিবলৈ হলে অৱসৰ সময়ৰ শিক্ষা সুপৰিকল্পিত ভাবে দিব লাগিব । এই

শিক্ষাই যাতে শিক্ষাৰ্থীৰ মনত অসুস্থ মনোভাব জগাই তুলিব নোৱাৰে তাৰ প্ৰতি যত্নশৰ হব লাগিব ।

৭) মাধ্যমিক বিদ্যালয়ত অৱসৰ সময়ত যি শিক্ষা দিয়া হয় সেই শিক্ষাৰ বিষয় সমূহ সুন্দৰভাৱে পৰিচালিত কৰিব পৰাকৈ শিক্ষক সকলক প্ৰশিক্ষণ প্ৰাপ্ত কৰি তুলিব লাগিব । প্ৰশিক্ষণ প্ৰাপ্ত কৰি তুলিব নোৱাৰিলেও সেই বিষয়ৰ প্ৰতি অনুৰাগী শিক্ষককহে অৱসৰ সময়ৰ শিক্ষাৰ দায়িত্ব অৰ্পন কৰাটো বাঞ্চনীয় ।

৮) মাধ্যমিক বিদ্যালয়ত অৱসৰ সময়ত যি শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হয় সেই শিক্ষাই যাতে শিক্ষাৰ্থী জীৱনত সুপ্ৰভাব পেলায় তাৰ প্ৰতি লক্ষ্য ৰাখিব লাগিব । এই শিক্ষাক সুদুৰপ্ৰসাৰী আৰু স্থায়ী কৰিবলৈ যত্নশৰ হব লাগিব ।

ওপৰত উল্লেখ কৰা নীতিবোৰৰ প্ৰতি চকু ৰাখি মাধ্যমিক শিক্ষাৰ কালছোৱাত শিক্ষাৰ্থী সকলক তলত দিয়া ধৰণে অৱসৰ যাপনৰ শিক্ষা দিব পাৰি ।

**প্ৰথমতে** - বাল্য কালৰ শেষ ছোৱাত শিশুসকল মাধ্যমিক বিদ্যালয়ত ভৰ্ত্তি হয় । দৈহিক তথা শাৰিৰীক বিকাশ এই সময়ছোৱাৰ মূল দিশ । দৈহিক তথা শাৰীৰিক বিকাশ সম্ভৱ কৰি তুলিবলৈ হলে নানা ধৰণৰ শাৰীৰিক কাৰ্যক্ৰমৰ লগতে খেল ধেমালি আদিক প্ৰয়োগ কৰিব লাগিব । এনে ধৰণৰ কাৰ্য্যসূচী সমূহে শিক্ষাৰ্থীৰ মনোবল আনি দিব, কৰ্মৰ প্ৰতি দৃঢ় কৰি তুলিব, অনুশাসনযুক্ত কৰি তুলিব, নেতাৰ প্ৰতি আনুগত্যৰ মনোভাব জগাই তুলিব আৰু নিয়মানুবৰ্তিতাৰ মাধ্যমত প্ৰতিযোগিতাৰ ধাৰণাৰ উদয় কৰাব । এই ক্ষেত্ৰত বাহ্যিক আৰু আভ্যন্তৰীণ দিশৰ খেলধেমালি প্ৰয়োগ কৰিব পৰা যাব ।

**দ্বিতীয়তে** - দৈহিক বিকাশৰ লগতে শিশুসকলৰ বাবে বৌদ্ধিক বিকাশৰো প্ৰয়োজন হয় । বৌদ্ধিক বিকাশ কাৰ্য্যকৰী কৰি তুলিবলৈ হলে অৱসৰৰ সময়ত মাধ্যমিক বিদ্যালয়ৰ শিক্ষাৰ্থীসকলক আলোচনা চক্ৰ, সাহিত্য চৰা, তৰ্কসভা, ব্যংগ সদন, বিজ্ঞান সমিতি আদিত অংশ গ্ৰহণ কৰাৰ ব্যৱস্থা কৰি দিব লাগিব । এই বোৰৰ লগতে বিভিন্ন প্ৰকাৰৰ আলোচনী, বাতৰি কাকত, কিতাপ পত্ৰ আদি পঢ়াৰ সুবিধা কৰি দিব লাগিব । ইয়াৰ উপৰিও বিদ্যালয় ভিত্তিত, জিলা ভিত্তিত অথবা ৰাজ্যিক ভিত্তিত কুইজ প্ৰতিযোগিতা, ৰচনা প্ৰতিযোগিতা, গল্প, কবিতা আদি লিখাৰ প্ৰতিযোগিতা অনুষ্ঠিত কৰিব পাৰি । এনেবোৰ কাৰ্য্যসূচী হাতত ললে অধিক ফল পোৱা যাব ।

**তৃতীয়তে** - মাধ্যমিক বিদ্যালয়ৰ মাধ্যমত অৱসৰ সময়ৰ শিক্ষাৰ জৰিয়তে শিক্ষাৰ্থীসকলৰ মনত কলাসুলভ দৃষ্টি ভংগী জগাই তুলিব পাৰি । বয়ঃসন্ধি কাল ছোৱাত শিশু সকলৰ মনত নানা ধৰণৰ জল্পনা কল্পনাই ঠাই পায় । প্ৰত্যেক ক্ষেত্ৰতে শিশু সকলে বিকশিত হবলৈ বিচাৰে । বিকশিত হবলৈ বিচৰা অৱস্থাতে শিশু সকলক নাট্যাভিনয়, মুকাভিনয়, ভাস্কৰ্য্য, চিত্ৰ কলা আদিৰ জ্ঞান দিব পাৰি । এনেবোৰ বিষয়ৰ জ্ঞান শিক্ষাৰ্থী সকলে পাবলৈ সক্ষম হলে তেওঁলোকৰ মনত

সৌন্দৰ্যবোধৰ ধাৰণাই ঠাই পাব । শিক্ষাৰ্থীসকলৰ ব্যক্তিত্বত মানবীয় অনুভূতি আৰু মূল্যবোধ সৃষ্টি হ'ব । আজৰি সময়ত এনে ধাৰণাবোৰৰ বিষয়ে জ্ঞান দিব পাৰিলে শিক্ষাৰ্থীসকল আগ্ৰহী হৈ পৰিব ।

চতুৰ্থতে - মাধ্যমিক বিদ্যালয়ত অৱসৰ সময়ৰ শিক্ষাৰ মাধ্যমত শিক্ষাৰ্থীৰ মনত কৰ্মৰ প্ৰৱণতা জগাই তোলাৰ ব্যৱস্থা কৰিব পাৰি । বয়ঃসন্ধি কালছোৱাতে এনে প্ৰৱণতা জগাই তুলিব পাৰিলে শিক্ষাৰ্থীসকলৰ ভবিষ্যত জীৱন কৰ্মময় হৈ উঠিব । এই উদ্দেশ্য আগত ৰাখি কাগজৰ কাম, শাক পাচলিৰ বাগানৰ কাম, বাহঁবেতৰ কাম, চিলাইৰ কাম, উলগোঠা, পুতলা সজা, মাটিৰ বাচন বৰ্তন সজা আদি কামৰ শিক্ষা দিব পৰা যায় । এনেদৰে প্ৰস্তুত কৰি উলিওৱা আচবাব সমূহৰ প্ৰদৰ্শনীৰ ব্যৱস্থাও কৰিব পাৰি । উন্নত আৰ্হিৰ আচবাব সমূহক মৰ্যাদা দিয়াৰ অৰ্থে শিক্ষাৰ্থীসকলক পুৰস্কৃত কৰিবও পাৰি । এনে কৰিলে শিক্ষাৰ্থীসকলৰ মনত প্ৰতিযোগিতা সুলভ ধাৰণাই গঢ় লব আৰু কৰ্মৰ প্ৰতি স্পৃহা জাগি উঠিব ।

পঞ্চমতে - মাধ্যমিক বিদ্যালয়ৰ শিক্ষাৰ্থীসকলৰ মনত সমাজসেৱাৰ মনোভাব গঢ়ি তুলিব পাৰি । তেওঁলোকে যিখিনি আহৰি সময় পায় সেই সময়ৰ একাংশ যদি সমাজ সেৱাৰ নামত খটায় সমাজখনৰো উপকাৰ হ'ব আৰু শিক্ষাৰ্থীসকলৰ মনো পৰিতৃপ্ত হ'ব । অধিক সংখ্যক বিদ্যালয়তে ৰাষ্ট্ৰীয় শিক্ষাৰ্থী বাহিনী, স্কাউট আৰু গাইড, ৰেডক্ৰচ সমাজ আদিৰ গোট আছে । সেই গোট সমূহত শিক্ষাৰ্থী সকলক অন্তৰ্ভূৰ্ক্ত কৰি মাজে সময়ে সমাজসেৱাৰ কামত ব্ৰতী কৰিব পাৰি । এনেবোৰ কাৰ্যসূচীৰ মাধ্যমত শিক্ষাৰ্থীৰ মনত নেতৃত্বৰ প্ৰশিক্ষণৰ ধাৰণাৰ প্ৰভাব পৰিব ।

ষষ্ঠতে - মাধ্যমিক শিক্ষাৰ শিক্ষাৰ্থী সকলৰ একোটা নিজস্ব প্ৰৱণতা থাকে । তেওঁলোকে তেওঁলোকৰ প্ৰৱণতা সমূহক কাৰ্য্যকৰী কৰিবলৈ উপায় বিচাৰি ফুৰে । অধিক সংখ্যক শিক্ষাৰ্থীৰে সংগ্ৰহৰ ধাৰণা থাকে । তেওঁলোকে ডাক টিকট, মুদ্ৰা, পুৰণি কিতাপ পত্ৰ, নায়ক নায়িকাৰ ফটো সংগ্ৰহ কৰিবলৈ বিচাৰে । কিছুমানে আকৌ ফুঁজ বাগৰ কৰি ভাল পায়, গছ পুলি ৰোপণ কৰি ভাল পায় । এই বিলাকৰ উপৰিও কিছুমানৰ আনধৰণৰ প্ৰৱণতা থাকে । সেই প্ৰৱণতা অনুযায়ী শিক্ষাৰ্থীসকলৰ অৱসৰ সময়ক কামত লগাব দিব পাৰি । এনেবোৰ কৰিবলৈ দিলে নিজস্ব ইচ্ছা পুৰণ হ'ব আৰু কাম কাজৰ প্ৰতি আগ্ৰহী হৈ পৰিব ।

ওপৰোক্ত আলোচনাৰ পৰা বুজা গল যে মাধ্যমিক বিদ্যালয়ৰ শিক্ষাৰ্থীসকলৰ অৱসৰ সময়খিনি নানা ধৰণেৰে ব্যৱহৃত কৰিব পাৰি । অৱসৰৰ সময়খিনি যদি অধিক ভাবে কামত লগাবলৈ যত্ন কৰা হয় শিক্ষাৰ্থীসকলৰ মনত সুস্থ মানসিকতাই গঢ় লব আৰু তেওঁলোকৰ ৰুচিবোধ উন্নত ধৰণৰ হ'ব । এই ক্ষেত্ৰত শিক্ষক সকলক প্ৰশিক্ষণ প্ৰাপ্ত কৰি শিক্ষাৰ্থীসকলক উপযুক্ত নিৰ্দেশনা দিয়াৰ ব্যৱস্থা কৰিব লাগিব ।

## অৱসৰ সময়ৰ শিক্ষা আৰু ইয়াৰ সমস্যা সমূহ (Education for Leisure and its Problems)

অৱসৰ সময়ৰ শিক্ষাক যদিও অধিক ভাবে কাৰ্য্যকৰি কৰি তুলিবলৈ বিচৰা হৈছে ই দিনক দিনে অধিক সমস্যাবহুলহে হৈ পৰা দেখা যায়। যদি আমি সমাজৰ বিভিন্ন প্ৰান্তৰ যুৱক যুৱতী সকলৰ পিনে লক্ষ্য কৰো তেতিয়া উপলব্ধি কৰিবলৈ বাধ্য হওঁ যে অৱসৰ সময়ৰ শিক্ষাই জটিল ৰূপ হে ধাৰণ কৰিছে। এনে জটিল ৰূপ ধাৰণ কৰাৰ কাৰণ বহুতো। কেইটিমান কাৰণ তলত চমুকৈ বৰ্ণনা কৰা হ'ল।

**প্ৰথম কাৰণ** - প্ৰথমে আমি বয়ঃসন্ধি কালৰ জনসংখ্যাক গুৰুত্ব দিব লাগিব। সমাজখন উদ্যোগমুখী হৈ পৰা বাবে শিক্ষাৰ সময়ো দীঘলীয়া হৈ পৰিল। যুৱক-যুৱতীসকলে অধিক সময় উপযুক্ত মকৰলৰ আশাত বৈ থাকিব লগীয়া হ'ল। সেই সুযোগতে তেওঁলোকৰ হাতত অধিক সময় ৰাহি হৈ পৰিল। এনে অৱস্থাৰ ফলস্বৰূপে সামাজিক জীৱনৰ চিন্তাধাৰা আৰু মূল্যবোধৰ সালসলনি হ'ল আৰু অভাৱনীয় পৰিবৰ্তন আহি পৰিল।

**দ্বিতীয় কাৰণ** - উদ্যোগ প্ৰধান অঞ্চলবোৰত উদ্যোগৰ প্ৰয়োজন অনুসৰে শ্ৰমিকৰ সংখ্যা বৃদ্ধি হ'ল। দিনৰ দিনটো কাম কৰাৰ পিচত যিখিনি আহৰি সময় পায়, সেই সময়খিনি খটুৱাবলৈ কোনো ধৰণৰ সুবিধা নাপায়। তেনে এটা অৱস্থাত তেওঁলোকৰ মনবোৰ ভাৰাক্ৰান্ত হৈ পৰে আৰু অপ্ৰয়োজনীয় তথা অসামাজিক কামত লিপ্ত হৈ পৰিবলৈ বাধ্য হৈ পৰে।

**তৃতীয় কাৰণ** - বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ ফলস্বৰূপে উদ্যোগীক প্ৰতিষ্ঠান সমূহে আধুনিক যন্ত্ৰপাতি অধিকভাবে সৰবৰাহ কৰাৰ ফলত শ্ৰমিকৰ আহৰি সময় অধিক হ'ল। তেওঁলোকৰ কামৰ দায়িত্ব ভাগ হৈ পৰিল। তেওঁলোকৰ কায়িক শ্ৰমৰ প্ৰয়োজন নোহোৱা হৈ পৰিল আৰু অলস ভাবে সময়বোৰ কটাবলৈ ধৰাত সমস্যা উদ্ভৱ হ'ল।

**চতুৰ্থ কাৰণ** - অৱসৰ সময় সৃষ্টি কৰা সমস্যাৰ উৎকট অৱস্থা আহি পৰিছে নগৰ সমূহত। উন্নত মানৰ নগৰীয়া জীৱনৰ সোৱাদ লবলৈ যাওঁতে বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ অৱদান স্বৰূপে সৃষ্টি হোৱা আচবাব সমূহ ব্যৱহাৰ হৈ পৰিল। কোনো ধৰণৰ কায়িক শ্ৰমৰ প্ৰয়োজন নোহোৱা হৈ পৰিল। তিনি ঘণ্টাৰ কাম এক ঘণ্টাতে সম্পূৰ্ণ হোৱাৰ উপক্ৰম হ'ল। ৰাহি হোৱা দুঘণ্টা কি ধৰণে খৰছ কৰিব তাক লৈ সমস্যা উদ্ভৱ হল। এনে দৰেই আহৰি সময় অধিক হৈ পৰাত সামাজিক বিশৃংখলতা আহি পৰিল।

**পঞ্চম কাৰণ** - চহৰ সমূহৰ নিচিনাকৈ গ্ৰাম্যাঞ্চলতো আহৰি সময়ৰ সমস্যাই অধিক ভাবে গা কৰি উঠা পৰিলক্ষিত হৈছে। গ্ৰাম্যাঞ্চলৰ কৃষি প্ৰধান অঞ্চলবোৰত কৃষি কৰ্মৰ লগত জড়িত হৈ থকা ব্যক্তিসকলে খেতি-বাতি কৰি চপোৱাৰ পিছতো কেইবা মাহো আহৰি সময় পায়। সেই আহৰি সময়খিনি তেওঁলোকে অবাৱতে

কটায় । ইয়াৰ ফলস্বৰূপে তেওঁলোকৰ মনত দাৰিদ্ৰতা, কুসুংস্কাৰ আদিৰ দৰে ধাৰণাবোৰে ঠাই পায় । ইয়াৰ ফলত আনৰ অহিত সাধন, হাই কাজিয়া আদিত লিপ্ত হৈ পৰা দেখা যায় । ইয়াৰ মূল কাৰণ হ'ল আহৰি সময়ৰ অপব্যৱহাৰ ।

**ষষ্ঠ কাৰণ** - অৱসৰ সময়ৰ অপব্যৱহাৰ শিক্ষানুষ্ঠানত অধিক ভাবে হোৱা পৰিলক্ষিত হৈছে । শিক্ষানুষ্ঠান সমূহৰ অধিক সংখ্যকৰে আচবাব, ঘৰদুৱাৰৰ অৱস্থা অতিশয় দুখ লগা । শিক্ষাৰ্থীসকলে পাঠ আহৰণত কোনো ধৰণে মনোনিবেশ কৰিব নোৱাৰা হৈ পৰা দেখা যায় । শিক্ষকৰ অমনোযোগিতাইও এই ক্ষেত্ৰত অৰিহণা যোগায় । তাৰ ফলস্বৰূপে শিক্ষানুষ্ঠানৰ পৰিবেশ বিনষ্ট হৈ পৰে । নানা ধৰণৰ অপ্ৰয়োজনীয় বন্ধ, অনিয়মীয়া শিক্ষা শ্ৰেণী বাতিল আদিয়ে অৱসৰ সময় বানপানী সদৃশ কৰি তোলে ।

**সপ্তম কাৰণ** - অৱসৰ সময়ৰ অধিকভাবে অপপ্ৰয়োগ হৈছে সাধাৰণ সমাজ ব্যৱস্থাত । বিশেষকৈ সামাজিক বিশৃংখলতা, অস্বাস্থ্যকৰ পৰীক্ষা ব্যৱস্থা, ৰাজনৈতিক প্ৰভাবৰ ফলস্বৰূপে শিক্ষা কাৰ্যত ব্ৰতী হৈ থকা শিক্ষাৰ্থীসকল, সদ্য সমাপ্ত স্নাতক সকল, শিক্ষানুষ্ঠান এৰি অহা যুবক সকলে নভবা নিচিন্তাকৈ সমাজৰ কোনো কেন্দ্ৰ স্থলত, চকত, দোকানৰ সন্মুখত, সৰল বাসিন্দাৰ সীমাৰ পকীবেৰত বহি তেওঁলোকৰ আহৰি সময়বোৰ কটায় দিয়ে । এনে এটা অৱস্থা হোৱা বাবে মানৱ শক্তিৰ তথা উদ্দ্যমৰ অপপ্ৰয়োগ হোৱা বুলি ক'ব লাগিব ।

ওপৰত কৰা আলোচনাৰপৰা বুজিব পৰা গ'ল যে অৱসৰৰ সময়ত নানা ধৰণৰ সমস্যা আছে । এই সমস্যাসমূহ যিকোনো প্ৰকাৰে ৰোধ কৰাৰ ব্যৱস্থা কৰিব লাগিব । অশিক্ষিত শ্ৰমিক সকলক কৰ্মৰত সাক্ষৰতা আঁচনিত অন্তৰ্ভূক্ত কৰিব লাগিব । স্বাক্ষৰ শ্ৰমিকসকলৰ মনৰ খোৰাক যোগাবলৈ সাধাৰণ ধৰণৰ খেল ধেমালি তথা উপভোগৰ কেন্দ্ৰ স্থল গঢ়ি তুলিব লাগিব । চহৰ অঞ্চলৰ অৱসৰৰ সমস্যা আঁতৰ কৰোৱাৰ বাবে আহৰি সময় কটোৱা কেন্দ্ৰ, পাঠাগাৰ, সাঁতোৰ প্ৰশিক্ষণ কেন্দ্ৰ, মহিলা কেন্দ্ৰ আদি স্থাপন কৰাৰ ব্যৱস্থা কৰিব লাগিব । গ্ৰাম্যাঞ্চলৰ ব্যক্তিসকলৰ বাবে সামূহিক কেন্দ্ৰ, ধৰ্মানুষ্ঠান, গ্ৰাম্য পুথিভঁড়াল, মাজে সময়ে চিনেমা প্ৰদৰ্শন, স্বাক্ষৰতা অভিযান আদি অনুষ্ঠিত কৰিব লাগিব । শিক্ষানুষ্ঠান সমূহত অপ্ৰয়োজনীয় বন্ধ, অৰ্ধ ছুটী আদি বন্ধ কৰি পাঠদান আৰু আহৰণৰ লগতে খেল ধেমালি, নাচগান, অভিনয়, তৰ্কসভা, শিক্ষামূলক ভ্ৰমণ আদিৰ ব্যৱস্থা কৰি শিক্ষাৰ্থীসকলৰ আহৰি সময়ৰ অপব্যৱহাৰ যাতে নহয় তাঁলৈ শিক্ষক তথা অভিভাৱক সকলে নজৰ দিব লাগিব । আটাইতকৈ গুৰুত্বপূৰ্ণ দায়িত্ব পৰিব ৰাজনৈতিক নেতা আৰু সমাজকৰ্মী সকলৰ ওপৰত । যিবিলাক যুৱক যুৱতীয়ে কৰ্ম বিমুখ হৈ য'তে ত'তে বহি গল্প গুজব কৰি সময় কটাবলৈ ধৰিছে তেওঁলোকক কৰ্ম ক্ষেত্ৰৰ সুবিধা প্ৰদান কৰাৰ ব্যৱস্থা কৰিব লাগিব । কাৰণ আচল শক্তি সেই যুবক যুবতী সকলৰ মাজতহে নিহিত হৈ আছে । এনে অদম্য শক্তিৰ অধিকাৰী যুবক যুবতী সকলক কৰ্মত লগাব পাৰিলেহে দেশৰ প্ৰগতি সম্ভৱ হৈ উঠিব ।

## সামৰণি (Conclusion)

অৱসৰ সময়ৰ শিক্ষা ব্যৱস্থাটো বিশেষভাৱে তাৎপৰ্যপূৰ্ণ । অৱসৰ সময়ৰ শিক্ষাৰ গুৰিতে দুই ধৰণৰ লক্ষ্য অন্তৰ্ভূক্ত হৈ থকা দেখা যায় । প্ৰথমতে এই শিক্ষাই যুৱক যুৱতী সকলক অৱসৰ সময়ত নানা আনন্দদায়ক কাৰ্যত নিমগ্ন ৰাখি মানসিক তৃপ্তি দান কৰিব লাগিব । দ্বিতীয়তে, অৱসৰ সময়ৰ শিক্ষাই কৰ্মৰ মাজেদি বিভিন্ন ক্ষেত্ৰৰ দক্ষতা বৃদ্ধি কৰে । এই লক্ষ্য দুটালৈ চাই অৱসৰৰ সময়ক উপযুক্ত ভাৱে কামত খটুৱাব লাগিব । সামাজিক জীৱনৰ বাবে অৱসৰ সময়ৰ শিক্ষাৰ বাৰ্কৈয়ে প্ৰয়োজন । এনে শিক্ষাই সামাজিক জীৱনত মানসিক সুস্থতা আনি দিয়ে । সমাজখনে যদি সুস্থ সবল ভাবে গঢ় লয় তেনেহলে তেনে সমাজত অৱসৰ সময়ৰ শিক্ষাৰ সফল প্ৰয়োগ হব । যিখন সমাজত অৱসৰ সময়ৰ শিক্ষাৰ আঁচনি প্ৰকল্পিত হয় সেইখন সমাজত অসুস্থ, অসামাজিক আৰু অপৰাধমূলক ধাৰণা নাথাকে বা ঠাই নেপায় ।

অৱসৰ সময়ক বাস্তৱ ক্ষেত্ৰত ৰূপায়িত কৰাৰ দায়িত্ব সকলোৰে ওপৰত থাকে । সমাজৰ সকলো শ্ৰেণীৰ লোকে সুস্থ সৱল চিন্তাধাৰাৰে তেওঁলোকৰ আহৰি সময়বোৰক কামত লগোৱাৰ বাবে যত্নপৰ হব লাগিব । এই ক্ষেত্ৰত ৰাষ্ট্ৰৰ দায়িত্বও অধিক । কল্যাণকামী ৰাষ্ট্ৰসমূহে তেওঁলোকৰ জনসাধাৰণক অৱসৰ সময়ক সদ্ব্যৱহাৰ কৰাৰ নানা ধৰণৰ উপায় দিছে । এই উপায় সমূহ নিজস্ব ৰুচি অভিৰুচি অনুযায়ী তেওঁলোকে গ্ৰহণ কৰিব পাৰে ।

ৰাষ্ট্ৰীয় তথা ৰাজ্যিক চৰকাৰ সমূহৰ ভূমিকা এই ক্ষেত্ৰত উল্লেখযোগ্য হোৱা দৰকাৰ । সমাজৰ বিভিন্ন স্থানত ৰাজহুৱা পুথিভঁড়াল, চিড়িয়াখানা, যাদুঘৰ, খেলৰ ক্ষেত্ৰ, নাট্য মন্দিৰ, সৰ্বধৰ্ম আলোচনা কেন্দ্ৰ আদি স্থাপন কৰি দিব পাৰে । এনেবোৰ কাৰ্যসূচী হাতত ললে নিশ্চয় সমাজৰ সকলো শ্ৰেণীৰ লোকৰে অৱসৰৰ সময় অপব্যৱহাৰ নহব । অৱশ্যে এনে অনুষ্ঠান সমূহ পৰম্পৰাগত হলে নহব । ইয়াত নতুনত্বই স্থান পাব লাগিব ।

সমাজৰ সকলো শ্ৰেণীৰ লোকৰে এটা গুৰুত্বপূৰ্ণ দায়িত্ব হব সমাজৰ পৰা নিচাযুক্ত ঔষধৰ প্ৰয়োগ ওফৰাই দিয়া । যুৱক যুৱতীসকলে যথেষ্ট ধৰণে আহৰি সময় পোৱাৰ ফলত নিচাযুক্ত ঔষধত আসক্ত হৈ পৰা দেখা গৈছে । আহৰি সময়ৰ সফল প্ৰয়োগ কৰি যুৱমানসিকতাৰপৰা অস্থিৰতা আঁতৰাবলৈ সক্ষম হলে নিশ্চয় নিচাযুক্ত ঔষধৰ প্ৰয়োগ বন্ধ হৈ পৰিব আৰু সামাজিক জীৱন সুস্থ হব । বিশেষকৈ বয়ঃসন্ধি কালত লৰা ছোৱালীক অধিক ভাবে কামত খটুৱাবলৈ যত্ন পৰ হব লাগিব । অৱসৰ যাপনৰ কাৰ্য্যাৱলীয়ে মানসিক প্ৰক্ৰিয়াবোৰ যাতে কৰ্মঠ কৰি তুলিব পাৰে তালৈ লক্ষ্য ৰাখিব লাগিব । তেতিয়াহে অৱসৰ যাপনৰ শিক্ষাৰ আভ্যন্তৰীণ মূল্য নিৰূপণ হব । এনে কাৰ্যবোৰ সামাজিক অৱস্থাৰ উপযোগী হোৱা প্ৰয়োজনীয় ।

## প্ৰশ্নাৱলী

১) অৱসৰ সময়ত শিক্ষা ।
২) অৱসৰ সময়ৰ ব্যৱহাৰ আৰু শিক্ষা ।
৩) অৱসৰ সময়ৰ শিক্ষা আৰু মাধ্যমিক বিদ্যালয় ।
৪) অৱসৰ সময় আৰু ইয়াৰ শৈক্ষিক তাৎপৰ্য ।
৫) অৱসৰ সময়ৰ শিক্ষা আৰু ইয়াৰ সমস্যা সমূহ ।
৬) অৱসৰ সময়ৰ শিক্ষা আৰু ইয়াৰ বিকাশৰ ধাৰা ।

## Exercise

1. Education for Leisure
2. Use of Leisure and Education
3. Education for Leisure and Secondary School
4. Leisure and its educational Significance
5. Education for leisure and its problems.
6. Education for leisure and its Development Trend

# কেইখনমান ৰচনাৰ প্ৰয়োজনীয় ভাগবোৰ
**(Essential Parts of some Essays)**

## ক) বাতৰি কাকত আৰু ইয়াৰ শিক্ষাগত মূল্য
**(News paper and its educative value)**

১) প্ৰস্তাৱনা (Introduction)
২) বাতৰি কাকতৰ উদ্দেশ্য (Aims of News paper)
৩) বাতৰি কাকতৰ ঐতিহাসিক পটভূমি (Historical Background of News paper)
৪) বাতৰি কাকতৰ প্ৰকাৰ আৰু বাতৰি যোগানৰ সংস্থা সমূহ (Types of News paper and News Agencies)
৫) শিক্ষা আৰু বাতৰি কাকত (Education and News paper)
৬) গণমাধ্যম হিচাপে বাতৰি কাকত (News paper as a Mass Media)
৭) বাতৰি কাকতৰ সমাজত ভূমিকা (Role of News paper in Society)
৮) সামৰণি (conclusion)

## খ) অনানুষ্ঠানিক শিক্ষা
**(Non-formal Education)**

১) প্ৰস্তাৱনা। (Introduction)
২) অনানুষ্ঠানিক শিক্ষাৰ উদ্দেশ্য। (Objectives of Non formal Education)
৩) ঐতিহাসিক পটভূমি। (Historical Background)
৪) আনুষ্ঠানিক আৰু অনানুষ্ঠানিক শিক্ষাৰ মাজত পাৰ্থক্য। (Difference between the formal And Non formal education)
৫) অনানুষ্ঠানিক শিক্ষা সম্প্ৰসাৰণৰ ব্যৱস্থা। (System of extention of Non formal Education.)
৬) অনানুষ্ঠানিক শিক্ষাৰ সমাজত প্ৰভাৱ। (Role of Non formal Education in Society)
৭) অনানুষ্ঠানিক শিক্ষাৰ সমস্যা সমূহ আৰু সমাধানৰ উপায়। (Problems and Remedies of Non formal Education)
৮) সামৰণি। (Conclusion)

## গ) শিক্ষাত অপচয় আৰু অনুন্নয়ন ।
## (Wastage and Stagnation in Education)

১) প্ৰস্তাৱনা । (Introduction)
২) শিক্ষাৰ পৰ্য্যায় আৰু অপচয় আৰু অনুন্নয়ন । (Wastage and stagnation and steps of education)
৩) অপচয় আৰু অনুন্নয়নৰ কাৰণসমূহ । (Problems of wastage and stagnation)
৪) প্ৰাথমিক শিক্ষাত অপচয় আৰু অনুন্নয়ন । (Wastage and stagnation in Primary education)
৫) অপচয় আৰু অনুন্নয়ন সম্বন্ধে কমিটি/আয়োগ সমূহৰ মতামত । (Views of committee/commissions regarding wastage and stagnation)
৬) অপচয় আৰু অনুন্নয়ন ৰোধ কৰাৰ উপায় সমূহ । ( ways and means of removal of wastage and stagnation)
৭) অপচয় আৰু অনুন্নয়নৰ সমাজত প্ৰভাব । (Influence of wastage and stagnation in Society)
৮) সামৰণি । (Conclusion)

## ঘ) বয়স্ক শিক্ষা
## (Adult Education)

১) প্ৰস্তাৱনা । (Introduction)
২) ঐতিহাসিক পটভূমি । (Historical Background)
৩) বয়স্ক শিক্ষাৰ উদ্দেশ্য ।(Objective of Adult Education)
৪) বয়স্কশিক্ষা আৰু স্বাক্ষৰতা ।(Adult education and literacy.)
৫) বয়স্কশিক্ষা আৰু পাঁচবছৰীয়া পৰিকল্পনা সমূহ ।(Adult education and Five year plans.)
৬) বয়স্ক শিক্ষা সম্প্ৰসাৰণৰ উপায় । (Ways and means of Extention of Adult education)
৭) বয়স্ক শিক্ষাৰ সমস্যাসমূহ আৰু প্ৰতিকাৰৰ উপায় ।( Problems of Adult education and its remedial measures)
৮) জনসংখ্যা নিয়ন্ত্ৰণ আৰু বয়স্ক শিক্ষা ।(Population control and Adult education)
৯) সামৰণি ।(Conclusion)

## ঙ) এজন আদৰ্শ শিক্ষক
## (An Ideal Teacher)

১) প্ৰস্তাৱনা ।(Introduction)
২) ঐতিহাসিক পটভূমি ।(Historical Background)
৩) মানব সম্পদ হিচাপে শিক্ষক ।(Teacher as Human Resource)
৪) আদৰ্শ শিক্ষকৰ গুণাৱলী সমূহ ।(Qualities of an Ideal teacher)
৫) শিক্ষকৰ কৰ্তব্য সমূহ ।(Functions of teacher)
৬) শিক্ষকৰ দায়িত্ব সমূহ ।(Responsibilities of teacher)
৭) শিক্ষক শিক্ষাৰ্থীৰ মাজৰ সম্বন্ধ ।(Relationship between teacher and the students)
৮) সামাজিক জীৱনত শিক্ষকৰ প্ৰভাৱ । (Influence of teacher in social life)
৯) সামৰণি । (Conclusion)

## চ) অনুশাসনহীন শিক্ষাৰ্থী বা শিক্ষাৰ্থীৰ অনুশাসনহীনতা
## (Students Indiscipline)

১) প্ৰস্তাৱনা । (Introduction)
২) ঐতিহাসিক পটভূমি । (Historical Background)
৩) শিক্ষাৰ দ্বিপাক্ষিক পদ্ধতি । (Bipolar process of Education)
৪) মানব সম্পদ হিচাপে শিক্ষাৰ্থী । (Students as a human resource)
৫) শিক্ষা ব্যৱস্থা আৰু নিয়োগ ব্যৱস্থা । (Education system and employment system)
৬) শিক্ষাৰ্থীৰ মাজৰ অনুশাসনহীনতাৰ কাৰণ সমূহ । (Causes of indiscipline among the students)
৭) অনুশাসনহীনতা আঁতৰোৱাৰ উপায় । (Ways of removal of indiscipline)
৮) অনুশাসনহীনতাৰ সামাজিক প্ৰভাৱ । (Social influence of indiscipline)
৯) সামৰণি । (Conclusion)

## ছ) শিক্ষা আৰু অৰ্থনৈতিক পৰিকল্পনা
## (Education and Economic Planning)

১) প্ৰস্তাৱনা । (Introduction)
২) ঐতিহাসিক পটভূমি । (Historical Background)
৩) শিক্ষা পৰিকল্পনা আৰু অৰ্থনীতি । (Educational Planning and economics)
৪) পৰিকল্পনাৰ ধাৰণা । (Concept of Planning)

৫) শিক্ষা পৰিকল্পনাৰ নীতিসমূহ। (Essentials of Educational Planning)
৬) শিক্ষা আৰু অৰ্থনৈতিক বিকাশ। (Education and Economic development)
৭) বিনিয়োগ হিচাপে শিক্ষা। (Education as Investment)
৮) শিক্ষা আৰু উৎপাদিকা শক্তি। (Education and Productivity)
৯) অৰ্থনীতিত শিক্ষাৰ প্ৰভাব। (Influence of education on economic policy)
১০) .সামৰণি। (Conclusion)

## ঞ) সামাজিকভাবে উপযোগী উৎপাদন মূখী কৰ্ম
## (Socially Useful Productive Work)

১) প্ৰস্তাৱনা। (Introduction)
২) ঐতিহাসিক পটভূমি। (Historical Background)
৩) সামাজিক ভাবে উপযোগী উৎপাদনমুখী কৰ্মৰ ধাৰণা। (Concept of Socially Useful Productive work)
৪) সামাজিক ভাবে উপযোগী উৎপাদনমুখী কৰ্মৰ উদ্দেশ্য। (Objectives of Socially useful productive work)
৫) কাৰ্যকৰী কৰাৰ উপায়সমূহ। (Ways of Effectiveness)
৬) সামাজিক ভাবে উপযোগী উৎপাদনমূখী কৰ্ম আৰু কৰ্ম অভিজ্ঞতা। (Socially Useful productive work and work Experience)
৭) শিক্ষাৰ্থীৰ ওপৰত ইয়াৰ প্ৰভাব। (Its influence on the students)
৮) সামৰণি। (Conclusion)

## ঝ) মাধ্যমিক বিদ্যালয়ত বৃত্তিমুখী শিক্ষা
## (Vocational education in Secondary School)

১) প্ৰস্তাৱনা। (Introduction)
২) ঐতিহাসিক পটভূমি। (Historical Background)
৩) বৃত্তিমুখী শিক্ষাৰ লক্ষ্য। (Aims of Vocational Education)
৪) পাঠ্যক্ৰম আৰু বৃত্তিমুখী শিক্ষা। (Curriculum and vocational education)
৫) বৃত্তিমুলক যোগ্যতাৰ উন্নতি সাধন। (Improvement of vocational efficiency)
৬) বৃত্তিমুখী শিক্ষাৰ সমস্যা সমূহ। (Problems of vocational education)
৭) ১০+২+৩ আঁচনি আৰু বৃত্তিমুখী শিক্ষা। (10+2+3 scheme and vocational education)
৮) ৰাষ্ট্ৰীয় শিক্ষানীতি আৰু বৃত্তিমুখী শিক্ষা। (National education policy and vacational education.)
৯) সামৰণি। (Conclusion)

## ঞ) শিক্ষা আৰু পৰিবেশ
## (Education and Environment)

১) প্ৰস্তাৱনা । (Introduction)
২) পৰিবেশ আৰু আমি । (We and Environment)
৩) পৰিবেশ অধ্যয়নৰ প্ৰয়োজনীয়তা । (Necessity of the study of environment)
৪) পৰিবেশ বিনষ্ট হোৱাৰ কাৰণ । (Causes of Environmental Pollution)
৫) সুস্থ পৰিবেশ গঢ়ি তোলাৰ উপায় । (Way of creation of healthy environment)
৬) পৰিবেশ আৰু শিক্ষা । (Environment and Education)
৭) পৰিবেশ আৰু শিশু । (Environment and Child)
৮) আমাৰ সকলোৰে বাবেই পৰিবেশ শিক্ষাৰ আৱশ্যক । (Environment education is necessary for all of us)
৯) সামৰণি । (Conclusion).

## প্ৰশ্নপত্ৰ (শুঃ বিঃ)

## শৈক্ষিক ৰচনা সমূহ

## (Educational Essays)

### মুঠ নম্বৰ ৫০

**1983 Write an essay on any one of the following Subjects.**

1, Educative value of Games and Sports
2. Education for good Citizenship.
3. Women Education in Assam.
4 Students indiscipline.
5 English in Primary education
6 Sociological approach to education.

**1984 Write an essay on any one of the following Subjects.**

1. Education and Democracy.
2 Education of culturally deprived children.
3 Education and women.
4 Education and Economic Development
5. Secondary education in Assam.
6 Higher education in Assam
7. Education and manpower plannings

**1985 Write an essay on any one of the following Subects.**

1. An Ideal teacher
2 The Home as Temple of learning.
3. Technical and professional Education in Assam.
4. Adult education in India
5. Vocationalisation of education of the Secondary level in India.
6. Socially useful productive work in the school curricula.
7. Heredity and environment in childhood education.

**1986 Write an essay on any one of the following Subjects.**

1 Compulsory Primary education.
2. Vocationalisation of Secondary education
3 National policy of Education 1968
4. Common School
5. Socially useful productive work.

**1987 Write an essay on any one of the following Subjects.**

1. Aims of Education in a Democracy.
2 Population problem and population Education.

3. Vocationalisation of Education at secondary level.
4 National policy on Education 1986.
5. Mass media for Education Purpose.

**1988 Write an essay on any one of the following Subjects.**

1. Education for national integration.
2. Adult Education.
3. Compulsory primary education in Assam.
4 Examination Reform

**1989 Write an essay on any one of the following Subjects.**

1 Education for International Understanding.
2 Non formal Education in India.
3 Development of women education in Assam
4 Vocational education in Secondary Schools.
5 Need of Education for leisure at present.

**1990 Write an essay on any one of the following Subjects.**

1 Women Education in Assam
2 Education for National Integration.
3 New Education policy of India
4. Compulsory primary Education in Assam.
5 Educational value of Travelling

**1991 Write an assay on any one of the following Subjects.**

1 Merits and Demerits of Examination system.
2 Universalisation of primary education in Assam.
3 Education for International Understanding.
4 Education for Handicapped children.
5 Role of education in the National integrationm of India.

**1992 Write an essay on any one of the following Subjects.**

1. Development of Adult education in Assam.
2. Population education in India.
3. New Education policy of India 1986.
4 Development of professional education in Assam since independence.
5. Role of education in the National integration of India

**1993 Write an essay on one of the following subjects.**

a) Vocationalisation of Education at the secondary level.
b) Development of Technical education in Assam since independence.

c) Women's education in India with particular reference to Assam.
d) Population explosion and Population Education.
e) Role of education in International understanding.

## 1994 Write an essay on any of the following.

a) News paper : Their influence upon educational achievement.
b) The role of library for educational development of a school.
c) Importance of Co-curricular activities in the Secondary stage of Education.
d) Job oriented education Its merits and demerits
e) Educational Excursion Its improtance in Education

### 1995 Write an essay on one of the followings subjects

a) Non-formal education
b) Role of Mass Media in Education.
c) New Education Policy
d) Wastage and Stagnation in Education

### 1996 Write an essay on any one of the followings

a) Value of co-curricular activities in education
b) Vocationalisation of Secondary Education
c) Examinations and their reforms
d) Guidance service in education

## গ্ৰন্থপঞ্জী


(1) Rawat P L History of Indian Education Ramprasad and Sons Agra 1983

(2) N C E R T Kothari Commission Report 1964-66 (N.E.P. Report)

(3) Nurrullah & Naik . A History of Education in India Macmillan. Bombay

(4) Chaube S.P. A History of Education in India R.N L Bin Madho Allahabad

(5) ,, . History of Indian Education Vinod Pustak Mondir Agra 2

(6) Agarwal J.C. : Development and planning of modern Education, Vikash Publishing House, Delhi

(7) Sukla P.D. · Towards the New pattern of Education in India

Sterling Publications Pvt. Ltd New Delhi

(8) Kabir H — Education in New India G.A. Unwin London.

(9) N.C E.R.T. — Report of Indian Education Commission (D.S Kothari 1971)

(10) Govt of India — National policy on Education 1968

(11) ,, — Report of Secondary Education Commission 1952-53

(12) Agarwal J.C. — New Education Policy 1986 Sterling publications Pvt. Ltd. New Delhi

(13) Deka. B — Snatak Mahalar Siksha Tatta Banalata Gauhati-1

(14) Kar B.C. — Education A study of its Principles and Psychology. Bina Library, Gauhati-1

(15) Devi R — Progress of Education In Assam Omsons Publications Gauhati

(16) Das L — 'Sampurna Siksha' Sangam Publications Gauhati

(17) Dutta D — History of Indian Education Sribhumi Publishers. Calcutta

(18) Dewey John — Democracy and Education Macmillan & Co Newyork

(19) Shastri B N — 'Siksha Parikrama' Prakashan Parishad Gauhati, Assam

(20) George A — Education for Citizenship

(21) Nanda S.K — Indian Education and its prablems to-day Kalyani Publishers. New Delhi.

(22) Sarma A P — Comtemporary Problems of Education Vani Educational Books

(23) Lulla & Murty — Essential Problems of Indian Education L N Agarwal Agra-3

(24) U G.C. — Examination Reform (Report) 1973

(25) Kohli V K — Current Problems of Indian Education Krishna Brothers, Jullunder city

(26) Ministry of Education — 'Siksha Pratyahban' 1985 New Delhi

(27) Mukerjee S N — Education in India To-day and to-morrow Acharya Book Depot Vadodara.

(28) Kochar S K. — Pivotal Issues in Indian Education Sterling Publications Pvt Ltd. New Delhi

(29) Govt of India — National Policy on Education 1986 Ministry of Human Resource

| | | | |
|---|---|---|---|
| | | | Development 1986 |
| (30) | Mathur S.S | . | A Sociological Approach to Indian Education<br>Vinod pustak Mandir, Agra-3 |
| (31) | Sarma.R.N. | : | Sociology of Education. |
| (32) | Ogburn Nim Kof | . | A Hand Book Of Sociology<br>Eurasia Publishing House, Delhi |
| (33) | Pandey R,S. | : | Principles of Education<br>Vinod Pustak Mandir, Agra-3 |
| (34) | Srinivas M.N. | : | Social Change in modern India<br>Orient Longman, Delhi |
| (35) | IGNOU | · | Library and Society |
| (36) | Kochar S K | : | School Administration and Organisation, Srerling |
| (37) | Walia | : | School Administration and Organisation |
| (38) | Safaya Shaida | · | School Administration and Organisation<br>Dhanpat Rai & Sons |
| (39) | Ministry of Education | : | School Libraries 1969 |
| (40) | Mahiyuddin M. | : | School Organisation and Management<br>Bangalore 1959 |